# কথা মহা বিপ্লৱ

ধ্ৰুৱজ্যোতি বৰা



ষ্টুডেণ্টচ্‌ ষ্ট'ৰচ্‌
কলেজ হোষ্টেল ৰোড
গুৱাহাটী : ৭৮১০০১

## প্ৰস্তাৱনা ঃ

ভৱিষ্যতৰ জন্ম বৰ্তমানৰ মাজত।

আৰু বৰ্তমান গঢ় লৈ উঠে অতীতৰ ঘটনাৱলীৰ ওপৰত ভিত্তি কৰি।

সেয়ে বৰ্তমানক বুজিবলৈ হ'লে আৰু ভৱিষ্যৎ সম্পৰ্কে এক যুক্তিপূৰ্ণ অনুমান তথা পথনিৰ্দেশৰ বাবে অতীতক জানিবলৈ চেষ্টা কৰিবই লাগিব। ইতিহাসচৰ্চা সেয়ে কেৱলমাত্ৰ এক বিদ্যায়তনিক কামেই নহয়, ই হ'ল এক জীৱন্ত, পৰিৱৰ্তনশীল আৰু গতিশীল কৰ্মকাণ্ড।

অতীতো কোনো স্থিৰ, অমোঘ বা অপৰিৱৰ্তনীয় বস্তু নহয়, কিয়নো অতীতৰ বিষয়ে সকলো যুক্তিসিদ্ধ সত্য আমি জানো বুলি ক'ব নোৱাৰো। নতুন নতুন তথ্যৰ উদ্ধাৰে অতীত সম্পৰ্কে আমাৰ অনুভৱ, আমাৰ অন্তৰ্দৃষ্টি সম্পূৰ্ণভাৱে সলনি কৰি পেলাব পাৰে। এনে পৰিৱৰ্তনৰ ফলাফল বৰ্তমান হৈ ভৱিষ্যতলৈকে সম্প্ৰসাৰিত হয়। ইতিহাসচৰ্চাৰ ক্ষেত্ৰত সেয়ে সদায় প্ৰয়োজন এক অনুসন্ধিৎসু খোলা মন।

ৰুচ বিপ্লৱৰ বিষয়ে আলোচনা কৰাৰ বেলিকাও আমাক এক খোলা মনৰ প্ৰয়োজন। কিয়নো ৰুচ বিপ্লৱ সম্পৰ্কে ইমানদিনে আমি যিবোৰ ধ্যান-ধাৰণা তথা তথ্যক সত্য বা ধ্ৰুৱক হিচাপে গ্ৰহণ কৰি আহিছো, সেই আটাইবোৰ সম্পূৰ্ণ সঁচা নহ'বও পাৰে। আজি নকৈ প্ৰকাশ হোৱা বহুতো তথ্যই আমাৰ বহু পুৰণা দৃষ্টিভংগী বাতিল কৰি দিছে। কিন্তু, গুৰুত্বপূৰ্ণ কথা হ'ল যে দৃষ্টিভংগীৰ পৰিৱৰ্তনে ৰুচ বিপ্লৱৰ ঐতিহাসিক গুৰুত্ব আৰু মহত্ত্ব কোনো ধৰণে লাঘৱ কৰা নাই। বৰঞ্চ আজিৰ বিশ্ব পৰিস্থিতিত ই বাঢ়িছেহে।

সাম্প্ৰতিক কেতবোৰ ঘটনাপ্ৰবাহে পৃথিৱীত সমাজবাদৰ ভূমিকা শেষ হৈ আহিছে বুলি বিৰোধীসকলৰ মনত এক অকাৰণ হৰ্ষৰ জন্ম দিছে। আনন্দত তেওঁলোক উৎফুল্লিত হৈ উঠিছে আৰু ই সমাজবাদৰ সমৰ্থকসকলৰ মনতো অযথা সংশয়ৰ সৃষ্টি কৰিছে। কিন্তু, গভীৰভাৱে চালে প্ৰতিজনেই এই কথা ধৰিব পাৰিব যে এই সমগ্ৰ উত্থান-পতনৰ মাজেদি সমাজবাদী আদৰ্শ দুৰ্বল হওঁক-চাৰি এক নতুন মানৱীয় ৰূপত আত্মপ্ৰকাশ কৰিছে। এই সমগ্ৰ প্ৰক্ৰিয়াই আমাক আকৌ এবাৰ কিছুমান শ্বাশ্বত মূল্যবোধ আৰু মানৱীয় প্ৰশ্নৰ সন্মুখীন কৰাইছে; মানৱ জীৱন আৰু ইয়াৰ লক্ষ্য, ব্যক্তি স্বাধীনতা আৰু গণতন্ত্ৰ, সমাজ আৰু শাসন সম্পৰ্কে নকৈ ভাবিবলৈ বাধ্য কৰাইছে।

সমগ্ৰ পৃথিৱী আজি এক ঐতিহাসিক যুগসন্ধিক্ষণত আহি উপস্থিত হৈছেহি।

এই সময়তেই সেয়ে অসমীয়াতো এই মহাবিপ্লৱৰ কৰ্মকাণ্ডৰ কাহিনীৰ লগতে এই প্ৰক্ৰিয়াৰ প্ৰধান তাত্ত্বিক, আদৰ্শগত আৰু দাৰ্শনিক দিশবোৰো আলোচনা কৰাৰ প্ৰয়োজনীয়তা আহি পৰিছে। বিপ্লৱৰ কাহিনীৰ লগত প্ৰত্যক্ষভাৱে সম্পৰ্কিত এনে দিশবোৰ সেয়ে ইয়াত সামান্যভাৱে হ'লেও চুই যাবলৈ চেষ্টা কৰা হৈছে। পাতনিৰ এই আলোচনাত আমি এনে প্ৰশ্নবোৰৰ প্ৰেক্ষাপট সম্পৰ্কে সেয়ে কিছুমান প্ৰাসংগিক উল্লেখ কৰিবলৈ চেষ্টা কৰিম।

**ইতিহাসৰ গতি আৰু বিপ্লৱ :**

মানৱ ইতিহাসৰ গতি আৰু সামাজিক বিপ্লৱ বৰ নিবিড়ভাৱে আন্তঃ-সম্পৰ্কিত।

ইতিহাসৰ এটা নিজস্ব বিৱৰ্তনমুখী গতি আছে।

প্ৰাচীন জনজাতীয় সমাজৰ পৰা দাসসমাজ, সামন্তবাদ, পুঁজিবাদ, সাম্ৰাজ্যবাদ এই সাধাৰণ দিশেদি সমাজ আগবাঢ়ে। সমাজৰ বস্তুগত বিকাশে, বিশেষকৈ উৎপাদন ব্যৱস্থা আৰু সম্পৰ্কৰ বিকাশে ইতিহাসক গতি দিয়ে। কিন্তু, ইতিহাসৰ কোনো এক পৰ্য্যায়ত, কোনো ঠাইত সমাজৰ এই স্বাভাৱিক বিকাশৰ গতি অৱৰুদ্ধ হৈ পৰে। প্ৰচলিত পদ্ধতিমতে ই আগবাঢ়িব নোৱাৰা হয়। সমাজৰ বিভিন্ন শ্ৰেণীবোৰৰ মাজত, শাসক-শাসিত, শোষক-শোষিতৰ মাজৰ দ্বন্দ্ব সুতীব্ৰ হৈ পৰে। এনে পৰিস্থিতিত ইয়াৰ এক দ্ৰুত পৰিৱৰ্তন অৱশ্যম্ভাৱী হৈ উঠে আৰু এই সময়তেই সমাজবিপ্লৱে সমাজৰ সকলো সম্পৰ্ক সম্পূৰ্ণভাৱে ওলট-পালট কৰি দি ইয়াক এক নতুন দিশলৈ নতুন ধৰণে আগবঢ়াই লৈ যায়। আৰু, যদি এই সন্ধিক্ষণত সামাজিক বিপ্লৱ সংঘটিত নহয়, তেনেহ'লে হয় সমাজ নৈৰাজ্যবাদৰ দিশলৈ গতি কৰে নহ'লে সমাজৰ শাসক শ্ৰেণীয়ে দমন আৰু সংস্কাৰৰ জৰিয়তে ইয়াক নতুন গতি দিবলৈ চেষ্টা কৰে।

ঐতিহাসিক বিপ্লৱৰ প্ৰক্ৰিয়াৰ বিশেষ যুগ-সন্ধিক্ষণত অৱধাৰিতভাৱে সমাজবিপ্লৱ সংঘটিত হয়। যদি এই 'যুগ-সন্ধিক্ষণৰ' পৰিস্থিতি তীব্ৰভাৱে সৃষ্টি নহয়, তেতিয়া সমাজত বিপ্লৱ সংঘটিত নহ'ব পাৰে। বৰঞ্চ সমাজ তেতিয়া বিৱৰ্তনৰ বিভিন্ন এঁকাবেঁকা আলি-গলিৰে আগবাঢ়ে। দেশৰ, বিশ্বৰ বিভিন্ন আৰ্থসামাজিক, ৰাজনৈতিক ঘটনাই বা তত্ত্বই সমাজবিকাশৰ বিশেষ গতিক নিয়ন্ত্ৰণ কৰে।

বিপ্লৱে ঐতিহাসিক বিকাশৰ সাধাৰণ প্ৰক্ৰিয়াটো, আনকি যি প্ৰক্ৰিয়াই দেশত বৈপ্লৱিক পৰিস্থিতিকেই জন্ম দিয়ে, তাকেই বন্ধ কৰি দি আমূল সলনি কৰি পেলায়, নতুন দিশলৈ ঘোৰাই লৈ যায়। ইতিহাসৰ গতি আৰু এক হৈ নাথাকে—এক নতুন সামাজিক-ঐতিহাসিক প্ৰক্ৰিয়াৰ জন্ম হয়। মানৱ সমাজৰ

গণকত বিপ্লবৰ প্ৰভাৱৰ কথা আলোচনা কৰোতে এই প্ৰসংগতো সদায় মনত ৰখাটো প্ৰয়োজন।

ইতিহাসৰ গতি সলনি কৰাৰ লগে লগে বিপ্লৱে মানুহৰ জীৱনৰ ধাৰা আৰু মূল্যবোধৰো আমূল পৰিবৰ্তন সাধন কৰে। আকৌ বিপ্লৱক মানুহেই সচেতনভাৱে সংগঠিত ৰূপত আৰম্ভ কৰে। দৰাচলতে মানুহৰ সচেতনতা আৰু সংগঠনেই বিপ্লৱ সম্ভৱপৰ কৰি তোলে। আৰু, এনেদৰেই মানুহে ইতিহাসৰ গতিপথত হস্তক্ষেপ কৰে, ইয়াৰ পৰিবৰ্তন কৰে আৰু নতুন দিশলৈ, নৱজীৱনৰ বাটলৈ লৈ যায়।

ৰুচ বিপ্লৱো আছিল এনেধৰণৰ এক ঘটনা।

ৰুচ সমাজৰ স্বাভাৱিক বিকাশৰ বাট ই বন্ধ কৰি দিছিল। লেনিনে স্পষ্টকৈ কৈছিল যে বিপ্লৱ সংঘটিত হ'লে পুৰণা যি পথেৰে ৰুচ সমাজ আগবাঢ়িছে সি সম্পূৰ্ণ তচ্‌নচ্‌ হৈ যাব আৰু সমাজ নতুন দিশত আগবাঢ়িব। ৰুচ সমাজবাদী-সকলৰ বেছিভাগেই কিন্তু কথাটো মানি লব পৰা নাছিল। বিশেষকৈ মেনচেভিকসকলে। তেওঁলোকে ভাবিছিল যে সমাজৰ স্বাভাৱিক বিকাশৰ গতি ব্যাহত কৰাটো উচিত নহয়; সমাজত পুঁজিবাদ গঢ়ি উঠিছে, ইয়াক অধিক বিকশিত হ'বলৈ দিলেহে ই সামন্তবাদক ধ্বংস কৰি ৰুচ সমাজক সমাজবাদৰ দিশলৈ লৈ যাব। তেওঁলোকৰ এই চিন্তা আছিল মূলতে এক বিৱৰ্তনমুখী ভাবধাৰা।

আনহাতে লেনিনকে ধৰি বলচেভিকসকলে বিশ্বাস কৰিছিল যে ৰুচ সমাজৰ স্বাভাৱিক বিকাশৰ গতিয়ে মানুহৰ জীৱন দুৰ্বহ কৰি তুলিছে। ইয়াত হস্তক্ষেপ কৰা প্ৰয়োজন। বিপ্লৱ সম্পন্ন কৰি ইতিহাসৰ গতি সলাই দিয়া প্ৰয়োজন। সৰ্বহাৰা শ্ৰেণীয়ে ক্ষমতা দখল কৰি দেশক সমাজবাদৰ দিশলৈ লৈ যোৱাটো প্ৰয়োজন।

বিপ্লৱৰ প্ৰয়োজন সমাজৰ গতানুগতিক বিকাশৰ গতিক ধ্বংস কৰি নতুন দিশলৈ নকৈ আগবঢ়াই নিবৰ বাবে।

বিপ্লৱৰ এই যুক্তিযুক্ততা সম্পৰ্কে আজিৰ পৃথিৱীত আকৌ আলোচনা-বিলোচনা হ'বলৈ আৰম্ভ কৰিছে।

প্ৰশ্ন উঠিছে যে মানৱ সমাজৰ বিকাশ বিপ্লৱৰ জৰিয়তে সাধন কৰিবলৈ চেষ্টা কৰা উচিত নে ইয়াক বিৱৰ্তনৰ জৰিয়তে স্বাভাৱিকভাৱে আগবাঢ়িবলৈ দিয়া উচিত।

প্ৰশ্নটো নিসন্দেহে গুৰুত্বপূৰ্ণ; আৰু ইয়াৰ মাত্ৰ এটা উত্তৰেই হ'ব নোৱাৰে।

নিৰ্দিষ্ট দেশৰ নিৰ্দিষ্ট সামাজিক পৰিস্থিতিয়েহে নিৰ্ণয় কৰিব সমাজ কোন পথেৰে আগবাঢ়িব—বিপ্লৱৰ বাটেৰে নে, বিৱৰ্তনৰ পথেৰে। বিপ্লৱী বা ৰাজনৈতিক দলৰ ইচ্ছাই কেৱলমাত্ৰ বিষয় নহয়। সোভিয়েট সমাজবিজ্ঞানৰ

প্ৰয়োজনীয়তা আহি পৰে, দেশত বিপ্লৱী পৰিস্থিতি বিৰাজ কৰে, তেতিয়া বিপ্লৱী দলে সচেতনভাৱে, সংগঠিতভাৱে জনসমৰ্থনেৰে বিপ্লৱ সংঘটিত কৰে আৰু ইতিহাসৰ গতি ধৰাই দিয়ে। কিন্তু, সমাজবিপ্লৱ হ'ব লাগিব জনতাৰ মাজৰ পৰা, স্বতঃস্ফূৰ্তভাৱে নহয়, সচেতন সংগঠিত জনসমৰ্থনেৰে। ই আৰোপিত হ'ব নোৱাৰে বা ই মাত্ৰ ক্ষমতা দখলৰ ষড়যন্ত্ৰমূলক প্ৰচেষ্টাই নহয়। ইয়াৰ লগতে এই কথাও আলোচিত হ'ব ধৰিছে যে বিপ্লৱৰ নামত যিবোৰ কথাকাণ্ড আজি পৰ্যন্ত চলি আহিছে বা যিবোৰ বস্তু বিপ্লৱৰ অনুষঙ্গ বুলি স্বতঃসিদ্ধ-ভাৱে ইমানদিন গ্ৰহণ কৰি অহা হৈছে, সেই আটাইবোৰেই শুদ্ধ বা প্ৰয়োজনীয় বা উচিতনে?

হয়তো আজিৰ পৃথিবীৰ মানুহে আৰু বহুদিনলৈ এনে প্ৰশ্নবোৰৰ উত্তৰ বিচাৰিব লাগিব।

আজি সেয়ে বুচ বিপ্লৱৰ ক্ষেত্ৰতো মাৰ্ক্স আৰু লেনিনৰ ভূমিকাৰো কিছু অৱলোকন কৰাটো প্ৰয়োজন।

**মতান্ধতাৰ প্ৰসংগ ঃ**

বহুতৰে সাধাৰণ ধাৰণা যে মাৰ্ক্স আৰু লেনিনৰ লেখনীত বিপ্লৱ সম্পৰ্কীয় সকলো প্ৰশ্নৰে উত্তৰ আছে বা এই দিশত সকলো কথাই তেওঁলোকে কৈ গৈছে। নতুনকৈ ইয়াত যোগ দিবলগীয়া কথা একো নাই। কিন্তু, মাৰ্ক্স বা লেনিনে সমাজৰ কোনো প্ৰশ্নতে শেষ সমাধান হিচাপে কোনো 'ফৰ্মুলা' দি যোৱা নাই। বৰঞ্চ তেওঁলোকে সমাজৰ সমস্যাবোৰ আঙুলিয়াইহে দেখুৱাইছিল। এইবোৰ চিনাক্ত কৰি বিশ্লেষণৰ জৰিয়তে ইয়াৰ সমাধানৰ বাবে নিজৰ লগতে আনকো চিন্তা কৰাৰ বাট দেখুৱাইছিল। কিন্তু, তেওঁলোকে যিবোৰ পৰিস্থিতিৰ বিষয়ে চিন্তা কৰিছিল আৰু এই বিশ্লেষণ আৰু চিন্তাৰ ফচল স্বৰূপে যিবোৰ সূত্ৰ উত্থাপন কৰিছিল, তেনে বহুতো সূত্ৰ পুনৰ গভীৰভাৱে পৰীক্ষা কৰি চোৱাৰ প্ৰয়োজনীয়তা আহি পৰিছে কিয়নো আজিৰ বিশ্ব পৰিস্থিতি তেওঁলোকে দেখাতকৈ, কল্পনা কৰাতকৈও বহু পৰিমাণে সলনি হৈ গৈছে।

মাৰ্ক্স, লেনিন দুয়ো পৰিস্থিতিৰ পৰিৱৰ্তনৰ লগে লগে নিজৰ চিন্তাচৰ্চা, ভাবাদৰ্শবো পৰিৱৰ্তন ঘটাইছিল। নিজৰ মত নিজেই পৰিৱৰ্তন কৰিছিল। এনে কৰাটো প্ৰয়োজনীয়ও আছিল—পৰিস্থিতিৰ পৰিৱৰ্তনে ধাৰণাৰ পৰিৱৰ্তনো দাবী কৰে, আৰু এনে কৰিব নোৱাৰিলেই মতান্ধতাৰ পকনীয়াত সোমাই পৰা যায়। সামাজিক সত্য অনুসন্ধানৰ প্ৰক্ৰিয়াটো অতি কণ্টকৰ, নানা ধৰণৰ মানসিক সংঘাত আৰু সংশয়ে পৰিপূৰ্ণ এই পথ। প্ৰতিজন সামাজিক চিন্তানায়কে প্ৰচুৰ যৌক্তিক সংঘাতৰ মাজেদিহে সামাজিক সত্য উদ্ঘাটন কৰিবলৈ সক্ষম হয়। তেওঁলোকৰ বিভিন্ন সময়ৰ ধাৰণাবোৰ সেয়ে এক সম্পূৰ্ণ বা চূড়ান্ত

বস্তু নহয়, বৰঞ্চ তেওঁলোকৰ সিদ্ধান্তবোৰো যান্ত্ৰিকভাৱে [illegible] কৰিব পৰা বস্তুহে—আৰু বাস্তৱিকতেও তেওঁলোকৰ বহুতো [illegible] আজি [illegible]তো বিকশিত হৈ পৰিছে।

ইয়াৰ পৰিবৰ্তে যিসকলে মাৰ্ক্স বা লেনিনৰ [illegible]ৰ মাজত সম্পূৰ্ণ আৰু শেষ সামাজিক সত্য বিচাৰি যায়, তেওঁলোকে পদে পদে ভুল কৰে। তেওঁলোকে ধৰি লয় যে প্ৰতিটো কথাতে, প্ৰতিটো পৰিস্থিতিতেই মাৰ্ক্স আৰু লেনিনৰ কথাই সদায় অভ্ৰান্ত আৰু তেওঁলোকৰ বিৰোধীসকলৰ কথা সদায়েই ভুল। কিন্তু বহুক্ষেত্ৰত মাৰ্ক্স, লেনিনেই নিজৰ ভুল স্বীকাৰ কৰি গৈছে, বিৰোধীসকলৰ বহু কথাই শুদ্ধ বুলি গ্ৰহণ কৰিছে। মাৰ্ক্স আৰু লেনিনৰ বিৰোধীসকলো আছিল প্ৰচণ্ড প্ৰতিভাবান মৌলিক চিন্তাধাৰাসম্পন্ন ব্যক্তি। প্ৰাউডহন, বাকুনিন, প্লেখানভ, কপট্‌কিন, ৰ'জা লাক্সেমবুৰ্গ, কাৰ্ল কাউট্‌স্কি আছিল তেওঁলোকৰ প্ৰতিদ্বন্দ্বী। এই সকল ব্যক্তিৰ লগত বিতৰ্কৰ মাজেৰে মাৰ্ক্স-লেনিনে নিজৰ ধাৰণাবোৰ নিৰন্তৰে পৰীক্ষা কৰিছিল, বিকাশ ঘটাইছিল। আজিও যদি তেওঁলোকৰ ধাৰণাবোৰৰ অধিক বিকাশ সম্ভৱপৰ বুলি ধৰি লোৱা নহয়, তেওঁলোকৰ চিন্তাধাৰাক যদি সমস্যাৰ বিশ্লেষণৰ আহিলা হিচাপে নলৈ সমাধানৰ সূত্ৰ হিচাপে গ্ৰহণ কৰা হয়, তেতিয়াই মতান্ধতাৰ জন্ম হয়।

মতান্ধতাই আদৰ্শৰ আটাইতকৈ ডাঙৰ বিপদ—আটাইতকৈ ডাঙৰ শত্ৰু। মতান্ধতাই আদৰ্শৰ বিকাশকেই বন্ধ কৰি দিয়ে।

### ৰুচ বিপ্লৱী শক্তি :

ৰুচ বিপ্লৱ সম্পৰ্কে এতিয়ালৈকে চভিয়েট সূত্ৰৰ বিমানবোৰ ইতিহাস প্ৰচলিত, আনকি ষ্টেলিনৰ বিখ্যাত 'চভিয়েট ইউনিয়নৰ কমিউনিষ্ট ( বলচেভিক ) পাৰ্টিৰ ইতিহাস' কিতাপখনো মূলতেই একপাক্ষিক আৰু মতান্ধতাৰ দোষদুষ্ট কিতাপ। এইবোৰ লেখনীত কেৱলমাত্ৰ বলচেভিক দলৰ ভূমিকা আৰু নেতা-সকলৰ কাৰ্যাৱলীৰ বিৱৰণ আছে। বলচেভিক বিৰোধী সকলোকে ইয়াত ভৰ্ৎসনাই কৰা হৈছে। কিন্তু, বাস্তৱ ঘটনাৰ অলপ গভীৰ বিশ্লেষণে এনে মতবাদৰ যথাৰ্থতা প্ৰমাণ নকৰে।

ৰাচিয়াত অতি কম সময়ৰ ভিতৰতে তিনিটা বিপ্লৱী প্ৰয়াস আৰম্ভ হৈছিল। প্ৰথমটো আছিল ১৯০৫ চনত আৰু দ্বিতীয় দুটা আছিল ১৯১৭ চনৰ ফেব্ৰুৱাৰী আৰু নৱেম্বৰত। প্ৰথমটো বিফল হৈছিল, দ্বিতীয় আৰু তৃতীয়টো সফল হৈছিল। ১৯০৫ আৰু ১৯১৭ চনৰ ফেব্ৰুৱাৰী বিপ্লৱ চৰিত্ৰৰ দিশৰ পৰা আছিল বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ। দুইটা বিপ্লৱে ১৯১৭-ৰ সৰ্বহাৰা বিপ্লৱৰ পাঠ সুগম কৰিছিল। এই তিনিটা বিপ্লৱী প্ৰয়াস আছিল ৰুচ বিপ্লৱৰ তিনিটা আন্তঃসম্পৰ্কিত, নিৰবচ্ছিন্ন পৰ্যায়।

কিন্তু ১৯০৫ আৰু ১৯১৭ চনৰ ফেব্ৰুৱাৰী বিপ্লৱত বলচেভিকসকলৰ বিশেষ সক্ৰিয় আৰু স্বকীয়া ভূমিকা নাছিলেই। ১৯০৫ চনত ৰুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলে প্ৰচণ্ড সাহসিকতাৰে জাৰৰ সৈনিকৰ আক্ৰমণৰ বীৰত্বপূৰ্ণ প্ৰতিৰোধ কৰিছিল। কিন্তু এই দলটো তেতিয়া পাছৰ বলচেভিক, মেনচেভিক-সকলৰ উপৰিও বামপন্থী, গণতান্ত্ৰিক, নৈৰাজ্যবাদী আদি সকলো মতাদৰ্শৰ লোকৰে সম্মিলিত গোটৰ দৰে আছিল। বলচেভিকসকলে তেতিয়াও স্বকীয়াকৈ সংগঠিত গোট হিছাপে আত্মপ্ৰকাশ কৰা নাই, দলৰ মাজত আদৰ্শগত বিভাজন আৰম্ভ হৈছেহে মাথোন। ১৯১৭ চনৰ আগভাগতো এই দল আছিল সাংগঠনিকভাৱে অতি দুৰ্বল। ফেব্ৰুৱাৰী বিপ্লৱৰ পাছতহে এই দলে মুকলিকৈ অতি কম সময়ৰ ভিতৰতে নিজৰ শক্তি বৃদ্ধি কৰি সমাজৰ এক নিৰ্ণায়কাৰী বিপ্লৱী ভূমিকা পালন কৰিবলৈ সক্ষম হৈছিল।

ৰুচ বিপ্লৱৰ ইতিহাসক সেয়ে আমি কেৱলমাত্ৰ বলচেভিক দলৰ ইতিহাস হিছাপে চালে নহ'ব। ঐতিহাসিকভাৱেই ই এটা ডাঙৰ ভুল হ'ব।

ৰুচ বিপ্লৱৰ ইতিহাস বিচাৰ কৰোতে আমি বলচেভিক গোটৰ লগতে কেৱল মেনচেভিকসকলৰে নহয়, বা কেৱল মাত্ৰ সমাজ-গণতান্ত্ৰিকসকলৰে নহয়, আন আন ৰাজনৈতিক দলবোৰৰ কথাও আলোচনা কৰিব লাগিব। আমি কৃষি বিপ্লৱৰ কাৰ্যসূচীত বিশ্বাস কৰা পেটিবুৰ্জোৱা শ্ৰেণীৰ সমাজবিপ্লৱী বা চচিয়েল ৰিভলিউচনেৰী দলৰ সোঁ আৰু বাওঁপন্থী গোট দুটা, আন আন নাৰডনিক আৰু নৈৰাজ্যবাদীসকলৰ সৰুসুৰা গোট, বামপন্থী বুদ্ধিজীৱী সংগঠন, আৰু বুৰ্জোৱা ৰাজনৈতিক দলবোৰৰ ভূমিকা আৰু অৱদানৰ বিষয়েও আলোচনা কৰিব লাগিব, গুৰুত্ব দিব লাগিব।

এই কথা ঠিক যে বিভিন্ন বুৰ্জোৱা আৰু পেটিবুৰ্জোৱা ৰাজনৈতিক দলবোৰে বিভিন্ন সময়ত স্বভাৱসিদ্ধভাৱেই জাৰ স্বৈৰতন্ত্ৰ আৰু শাসকশ্ৰেণীৰ লগত সুবিধাবাদী আপোচ কৰিছে, কিন্তু, ৰাচিয়াত গণতান্ত্ৰিক আৰু বিপ্লৱী পৰিস্থিতি গঢ়ি তোলাৰ ক্ষেত্ৰত এই দলবোৰৰো গুৰুত্বপূৰ্ণ ভূমিকা আছে। এইবোৰৰ ৰাজনৈতিক কাম-কাজে ৰাচিয়াত গণতান্ত্ৰিক আৰু সমাজবাদী বিপ্লৱৰ ৰূপ বহু পৰিমাণে ওচৰ চপাই আনিছিল। এই ঐতিহাসিক সত্য স্বীকাৰ নকৰিলে ৰুচ বিপ্লৱৰ ইতিহাস অধ্যয়ন অসম্পূৰ্ণ হৈ ৰ'ব, সমাজবিপ্লৱৰ বিভিন্ন উত্থান-পতন, জটিলতা আৰু সমস্যাৰ প্ৰকৃত ছবিখন আমাৰ চকুত ধৰা নপৰিব।

বিপ্লৱৰ আগৰ ৰাচিয়া আছিল এখন বহুস্তৰীয় সমাজ। প্ৰতিটো স্তৰতে আছিল এটা বা একাধিক অৰ্থনৈতিক শ্ৰেণী আৰু ইয়াৰ ৰাজনৈতিক গোটবোৰ। সামাজিক দ্বন্দ্বৰ গতি আৰু এই ৰাজনৈতিক দলবোৰৰ ভূমিকা আছিল অতি জটিল আৰু পাকলগা। স্পষ্ট শিবিৰ বিভাজনো বহু সময়ত সম্ভৱপৰ নাছিল।

ৰুচ বুৰ্জোৱাৰ সৰ্ববৃহৎ ৰাজনৈতিক দল কাডেট ( কনষ্টিটিউচনেল ডেমক্ৰেট ) দলেও ৰাচিয়াত গণতন্ত্ৰ আৰু সামাজিক স্বাধীনতা প্ৰতিষ্ঠাৰ সংগ্ৰামত জাৰ স্বৈৰতন্ত্ৰৰ হাতত কম নিগ্ৰহিত হোৱা নাই। আৰু 'ইউটোপিয়ান' সমাজবাদী তথা নাৰডনিকসকলে কম আত্মত্যাগ কৰা নাই। এই জটিল সংগ্ৰামৰ বিভিন্ন স্তৰ, বিভিন্ন পৰ্যায়লৈকে বেলেগ বেলেগ ৰাজনৈতিক শক্তিসমূহৰ অংশগ্ৰহণ আৰু ভূমিকাৰ সামগ্ৰিক কাহিনীহে বিপ্লৱৰ সম্পূৰ্ণ কাহিনী হ'ব পাৰে—এই কিতাপখনত এই শক্তিবোৰৰ ভূমিকাৰ কথা সেয়ে যথাসম্ভৱ আঙুলিয়াবলৈ যত্ন কৰা হৈছে। তথ্যৰ অভাৱত আৰু লেখকৰ নিজস্ব দুৰ্বলতাৰ বাবে সকলো সময়তে এই কাম উচিতভাৱে কৰাটো সম্ভৱপৰ হোৱাগৈ নাই। চভিয়েট সূত্ৰৰ পৰা অদ্যাবধি প্ৰকাশিত বেছিভাগ কিতাপ আৰু ৰচনাতে এই দলবোৰৰ ভূমিকাক হয় আওকাণ কৰা হৈছে, নহ'লে ইবোৰৰ বেয়া দিশ, ভুল-ভ্ৰান্তি আৰু দোদুল্যমানতাৰ ওপৰত অত্যাধিক গুৰুত্ব আৰোপ কৰা হৈছে। পশ্চিমীয়া তথ্যবোৰ আৰু ৰুচ দেশ ত্যাগ কৰা 'এমিগ্ৰে' সকলৰ সূত্ৰৰ পৰা পোৱা তথ্যবোৰো পক্ষপাতিত্বৰ দোষ-মুক্ত নহয়। এনে আটাইবোৰ তথ্য পৰীক্ষা কৰাটোও সম্ভৱ নহয়। ৰাচিয়াৰ ঐতিহাসিকসকলেই প্ৰকৃত তথ্যবোৰ পোহৰলৈ আনি সত্যক প্ৰতিষ্ঠিত কৰিব লাগিব।

পাতনি হিছাপে লেখা এই চমু আলোচনাত ৰুচ বিপ্লৱৰ ইতিহাস ৰচনাৰ ক্ষেত্ৰত থকা ডাঙৰ সংকটবোৰৰ সামান্য আভাস মাত্ৰ তুলি ধৰা হ'ল। মূল কিতাপৰ ভিতৰতো এনে বহুতো প্ৰশ্ন আলোচনা কৰিবলৈ যত্ন কৰা হৈছে। কিন্তু, এই দিশত কিমানদূৰ সফলকাম হ'ব পাৰিছো সেই বিষয়ে সংগত সন্দেহৰ অৱকাশ নিজৰে আছে। সুধীজনৰ সমালোচনাই এই অসম্পূৰ্ণতাবোৰ আঙুলিয়াই দিব বুলি আশা কৰিলো।

ৰুচ মহাবিপ্লৱৰ কাহিনী জনাটো আজি আৰু প্ৰয়োজন হৈ পৰিছে। যি সময়ত সমগ্ৰ পৃথিবীজুৰি আমালাতান্ত্ৰিক সমাজবাদী ব্যৱস্থাৱলীৰ মাজত প্ৰচণ্ড সংকটে দেখা দিছে, মতান্ধতাৰ বিৰুদ্ধে যি সময়ত শ্ৰেষ্ঠ সমাজবাদীসকল সোচ্চাৰ হৈ উঠিছে, যি সময়ত ইমানদিনে সমাজবাদৰ নামত চলি অহা বিভিন্ন কাৰ্য-কলাপৰ পুনৰ পৰীক্ষা, বিভিন্ন ত্ৰুটি-বিচ্যুতিৰ উদ্ঘাটন, সমালোচনা আৰু এইবোৰৰ উৎস নিৰ্ণয়ৰ প্ৰচেষ্টা চলিছে, সমাজবাদক ইয়াৰ প্ৰকৃত মানৱতাবাদী মহত্বৰে উদ্ভাসিত কৰাৰ প্ৰসংগ উঠিছে—সেই সময়ত বহুতো ভাবাদৰ্শ আৰু মতবাদ জা-জোকাৰি গ্ৰহণ-বৰ্জন কৰাৰ কাম অৱধাৰিতভাৱে চলিবই। নন সমস্যাৰ উদ্ভৱ হ'ব—নতুন উপায়েৰে এইবোৰৰ সমাধানো কৰিব লাগিব। এনে

প্ৰেক্ষাপটত এই মহৎ বিপ্লৱৰ কাহিনী নকৈ আলোচনা কৰাৰ প্ৰাসংগিকতাই অধিক গুৰুত্বপূৰ্ণ স্থান স্বাভাৱিকতেই লাভ কৰিব। লেখকৰ এই প্ৰচেষ্টাও ইয়াৰ সম্পূৰ্ণ ভুলত্ৰুটি, অসম্পূৰ্ণতা আৰু দুৰ্বলতা সত্বেও এই প্ৰক্ৰিয়াৰে এক ক্ষুদ্ৰ অংশ হিছাপে গণ্য কৰিব লাগিব।

**কৃতজ্ঞতা :**

ইমান ডাঙৰ কাম এটাত হাত দিওঁতে কিমানজনৰ যে উৎসাহ উদ্দীপনাই মনত সাহস দিছে তাক কৈ শেষ কৰিব নোৱাৰি। বন্ধু-বান্ধৱসকলে নিৰন্তৰে এই কামটো হাতত লবলৈ বহুদিনৰ পৰা কৈ আছিল, তেওঁলোকৰ দাবীৰ প্ৰতি কৃতজ্ঞতাৰ ঋণ স্বৰূপে এই প্ৰথম খণ্ডটো শেষ কৰিলো। পৰৱৰ্তী খণ্ডও সোনকালে শেষ কৰাৰ আশা ৰাখিছো। লেখাৰ ক্ষেত্ৰত বিভিন্ন ধৰণে সহায় কৰাৰ বাবে যি সকলৰ নাম আন্তৰিক কৃতজ্ঞতাৰে সোঁৱৰিব লাগিব, তেওঁলোক হ'ল—ড° পৰমা মহন্ত, ড° অপৰ্ণা মহন্ত, ড° এম এচ প্ৰভাকৰ, শ্ৰীমুনিন বায়ন আৰু শ্ৰীবিজয় দত্ত। শ্ৰীদত্তই কেৱল কিতাপখন প্ৰকাশ কৰাৰ দায়িত্ব লোৱাই নহয়, বিভিন্ন কিতাপ পত্ৰ যোগাৰ কৰি দিও সহায় কৰিছে। সদৌ শেষত আন্তৰিক কৃতজ্ঞতা জনাও শাৰদীক—পাণ্ডুলিপি চোৱাৰ পৰা লেখকক চোৱালৈকে যি সকলো কামেই কৰিছে অকাতৰে।

১ জানুৱাৰী, ১৯৯০। ধ্ৰুৱজ্যোতি বৰা



সম্ৰাজ্ঞী কেথেৰীণ (১৭২৯—১৭৯৬ খ্ৰীঃ) ঃ ৰাচিয়াৰ একচ্ছত্ৰী সম্ৰাজ্ঞী যাৰ দিনত পুগাচেভৰ কৃষক বিদ্ৰোহৰ পৰা আলেকজেণ্ডাৰ ৰেডিচেভৰ বিপ্লৱী চিন্তাধাৰাৰ উন্মেষ ঘটিছিল।



এমিলিন পুগাচেভ (১৭৪৪—১৭৭৫ খ্ৰীঃ) ঃ ১৭৭০ চনত এওঁৰ নেতৃত্বত ৰাচিয়াত এক ব্যাপক কৃষক বিদ্ৰোহ সংগঠিত হয়।



আলেকজেণ্ডাৰ ৰেডিচেভ ঃ কবি-সাহিত্যিক ৰাচিয়াৰ প্ৰথম বিপ্লৱী চিন্তানায়ক।



নিকিটা মুৰাভাযভ ঃ ডিচেম্বৰ অভ্যুত্থানৰ অন্যতম নেতা।



পাভেল পেষ্টেল ঃ ডিচেম্বৰ অভ্যুত্থানৰ প্ৰধান চিন্তানায়ক। এওঁৰ ৰাচিয়াৰ আইন নামৰ লেখনীযেই আছিল এই অভ্যুত্থানৰ ভেটি।



১৮২৫ চনৰ ১৪ ডিচেম্বৰৰ দিনা ৰাজধানী চেন্ট পিটাৰ্চবাৰ্গত হোৱা সামৰিক অভ্যুত্থানৰ দৃশ্য।



নিকোলাই গোগল (১৮০৯—১৮৫২ খ্রীঃ) ঃ আধুনিক ৰুচ গদ্য সাহিত্যৰ জনক আৰু সমালোচনাত্মক বাস্তৱতাৰ সাহিত্যধাৰাৰ অন্যতম প্ৰণেতা



আলেকজেণ্ডাৰ পুস্কিন ঃ ৰুচ সাহিত্যৰ জনক। কবি, চিন্তাবিদ ৰাছিয়াৰ আত্মাস্বৰূপ।



মিখাইল লাৰমনটভ (১৮১৪—১৮৪১ খ্রীঃ) ঃ এইজনা প্ৰতিভাশালী কবি ৰুচ সাহিত্যৰ এক উজ্জ্বল জ্যোতিষ্ক। জাৰতন্ত্ৰৰ দ্বাৰা নিৰ্বাসিত।



নিকোলাই চাৰ্নিচেভস্কি ঃ ৰুচ চিন্তাবিদ ঔপন্যাসিক আৰু জনবাদী নাৰডনিক চিন্তাধাৰাৰ অন্যতম জনক।



নিকোলাই দব্ৰুলিউবভ ঃ অন্যতম ৰুচ দাৰ্শনিক আৰু বিপ্লবী চিন্তাবিদ।



ভিচাৰিঅন' বেলিনস্কি ঃ অন্যতম বিপ্লৱী ৰুচ সাহিত্যিক আৰু চিন্তাবিদ।



ফিড'ৰ ডষ্টয়ভস্কি



মিখাইল বাকুনিন ঃ নৈৰাজ্যবাদী চিন্তাধাৰাৰ প্ৰবৰ্তক।



জৰ্জি প্লেখানভ ঃ প্ৰথম ৰুচ মাৰ্ক্সবাদী বুদ্ধিজীৱী আৰু তাত্ত্বিক।



আলেকজেণ্ডাৰ হাৎৰ্যেন ঃ অন্যতম ৰুচ বিপ্লৱী চিন্তানায়ক।

চাৰ্জি নেচায়েভ ঃ ষড়যন্ত্ৰমূলক বিপ্লৱী চিন্তাধাৰাৰ প্ৰচাৰক।





ভ্লাদিমিৰ ইলিচ লেনিন

ВУльянов (Ленин)



শ্ৰমিকশ্ৰেণীৰ মুক্তিৰ বাবে সংগ্ৰামী লীগৰ সদস্যসকলৰ লগত লেনিন: সমাজবদী বিপ্লবী সংগঠনৰ সূত্ৰপাত



লেনিনৰ পৰিবাৰ নাদেঝদা ক্ৰুপস্কায়া



তলস্তয় আৰু পৰিবাৰ চফিয়া তলস্তায়া



জাৰ আৰু জাৰিণা



ИСКРА

'ইস্ক্ৰা'ৰ প্ৰথম সংখ্যা



চতুৰ্থ ডুমাৰ বলচেভিক সদস্যসকল। জাৰ চৰকাৰে আটাইকে নিৰ্বাসিত কৰিছিল।

## ১

## অংকুৰোদগম



- ৰুচ সমাজ গণতান্ত্ৰিক শ্ৰমিক দলৰ জন্ম যন্ত্ৰণা।

**টীকা আৰু প্ৰসংগ :**

(1) Carr, EH, The Bolshevik Revolution, 1917—1923. 3 Vol. Penguin Books, London, 1983, Vol I—p. 15.

(2) ibid, p 16.

(3) ibid, p. 17

(4) ibid, p 18.

**অন্যান্য কিতাপ :**


1. Schmidt S. et al—Short History of the USSR Progress Publishers. Moscow. 1987.

১৮৯৮ চন।

মাৰ্চ মাহৰ ১ তাৰিখ।

ৰাচিয়াৰ মিন্‌স্ক চহৰৰ এটা ঘৰত ন জন মানুহ গোট খাইছেহি। তেওঁলোক আহিছে চেণ্ট পিটাৰ্চবাৰ্গ, মস্কো, কিয়েভ, একাটাৰিণস্লাভ নগৰীৰ সমাজবাদত বিশ্বাসী সংগঠনবোৰৰ পৰা। তেওঁলোকৰ লগত আহি যোগ দিছেহি ৰাচিয়া আৰু পোলেণ্ডৰ ইহুদী শ্ৰমিকসকলৰ সংগঠন—জুৱিচ জেনেৰেল ৱৰকাৰ্চ ইউনিয়ন বা 'বাণ্ড' সংগঠনৰ প্ৰতিনিধিয়ে। এই প্ৰতিনিধিসকলে সমাজবাদী আদৰ্শৰ সাধাৰণ সূত্ৰবোৰত বিশ্বাস কৰিছিল যদিও বৈজ্ঞানিক সমাজবাদৰ আধাৰত শ্ৰেণীভিত্তিক সমাজবাদী সংগঠনৰ স্পষ্ট ধাৰণা তেওঁলোকৰ তেতিয়াও নাছিল।

মাৰ্চ মাহৰ ১-ৰ পৰা ৩ তাৰিখলৈ ৩ দিন জুৰি এই প্ৰতিনিধিসকল মিলিত হৈছিল এখন মহাসভা বা কংগ্ৰেছত। তেওঁলোকৰ উদ্দেশ্য আছিল ৰাচিয়াৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ থকা সমাজবাদী সংগঠনবোৰৰ মাজত যোগসূত্ৰ আৰু সমন্বয় স্থাপনৰ বাবে এক কেন্দ্ৰীয় সংগঠন গঠন কৰা। মহাসভাৰ অন্তত তেওঁলোকে এটা কেন্দ্ৰীয় সংগঠন, আৰু ইয়াক পৰিচালনা কৰিবৰ বাবে এখন কেন্দ্ৰীয় সমিতি গঠন কৰিবলৈ সিদ্ধান্ত লয়। লগতে এই কেন্দ্ৰীয় সমিতিৰ এখন ৰাজনৈতিক মুখপত্ৰ উলিয়াবলৈকো তেওঁলোকে স্থিৰ কৰে। ১৮৯৮ চনৰ মাৰ্চ মাহৰ আৰম্ভণিতে এই ৯ জন সমাজবাদী প্ৰতিনিধিয়ে মিন্‌স্ক চহৰত গঠন কৰা সংগঠনটোৰ নাম দিয়া হৈছিল—ৰাচিয়াৰ সমাজ গণতান্ত্ৰিক শ্ৰমিক দল—ৰাচিয়ান চচিয়েল ডেমক্ৰেটিক ৱৰকাৰ্চ পাৰ্টি (R S. D W P.)[1]।

এয়েই সূত্ৰপাত!

ৰাচিয়াত শ্ৰমিকশ্ৰেণীৰ ৰাজনৈতিক সংগঠন আৰু পাছৰ কমিউনিষ্ট দলৰ এয়েই আৰম্ভণি বুলি ক'ব পাৰি।

এই প্ৰথম প্ৰচেষ্টাৰ কোনো ধৰণৰ সাংগঠনিক অস্তিত্ব বা ধাৰাবাহিকতা অৱশ্যে পিছলৈ নাথাকিল। এই দল গঠন কৰা নেতাসকলৰো বুচ বিপ্লৱৰ পৰৱৰ্তী ঘটনাৱলীত কোনোধৰণৰ বিশেষ ৰাজনৈতিক ভূমিকা নাথাকিল। কংগ্ৰেছৰ অধিবেশন শেষ হোৱাৰ লগে লগেই প্ৰায় আটাইকেউজন প্ৰধান নেতাকেই জাৰৰ পুলিচে গ্ৰেপ্তাৰ কৰিলে। কিন্তু, এই প্ৰাথমিক প্ৰচেষ্টা সম্পূৰ্ণ বিফল নহ'ল, ইয়াৰ পৰা দুটা গুৰুত্বপূৰ্ণ বস্তু পাছলৈ থাকি গ'ল।

প্ৰথমটো হ'ল দলৰ নামটো। এই দলটো গঠন কৰা ৰাচিয়াৰ বিভিন্ন ঠাইৰ সংগঠনবোৰৰ মাজত 'ৰাচিয়ান ডেমক্ৰেটিক ৱৰকাৰ্চ পাৰ্টি' এই নামটো জীয়াই থাকিল। এই সংগঠনবোৰে এই উমৈহতীয়া নামটো ব্যৱহাৰ কৰিবলৈ

আৰম্ভ কৰিলে যদিও এইবোৰৰ মাজত কোনোধৰণৰ কাৰ্য'কৰী কেন্দ্ৰীয় সাংগঠনিক যোগাযোগ নাইবা সমন্বয় নাছিল। প্ৰত্যেকেই সুকীয়া সুকীয়াকৈয়ে কাম কৰিবলৈ আৰম্ভ কৰিলে।[২]

দ্বিতীয়তে, থাকি গ'ল মহাসভাৰ অন্ততঃ এই দলে প্ৰকাশ কৰা এখন ৰাজনৈতিক ইস্তাহাৰ।

দলটোৰ কাৰ্য'কৰী সাংগঠনিক ধাৰাবাহিকতা লোপ পালেও এই ইস্তাহাৰখনৰ ৰাজনৈতিক গুৰুত্ব কিন্তু কাললৈ থাকি গ'ল।

কি আছিলনো এই ইস্তাহাৰখনত ?

পোন প্ৰথমবাৰৰ বাবে এই দলিলখনত ৰাচিয়াৰ সমাজখনত শ্ৰমিকশ্ৰেণীৰ ৰাজনৈতিক ভূমিকাৰ গুৰুত্ব আৰু অনিবাৰ্য'তাৰ বিষয়ে এক নিভু'ল বিশ্লেষণ আগবঢ়োৱা হৈছিল। সাম্যবাদী ইস্তাহাৰৰ (কমিউনিষ্ট মেনিফেষ্টো) ৰাজনৈতিক শিক্ষাৰ আলোকত ৰাচিয়াৰ সমাজ বাস্তৱৰ লগত সংগতি ৰাখি এক কাৰ্য'কৰী বৈজ্ঞানিক-ৰাজনৈতিক পথ-নিৰ্দে'শনা এই ইস্তাহাৰত তুলি ধৰা হৈছিল। এই বিশ্লেষণে ৰাচিয়াৰ সকলো সমাজবাদী সংগঠন আৰু শেষত ৰাচিয়াৰ কমিউনিষ্ট দলৰ বাবে দিক্ নিৰ্দে'শকৰ কাম কৰিছিল।[৩]

ইউৰোপ আৰু বিশেষকৈ ৰাচিয়াৰ সমাজ অধ্যয়নৰ ওপৰত ভিত্তি কৰি এই দলিলখনত কোৱা হৈছিল যে ইউৰোপৰ, বিশেষকৈ পশ্চিম ইউৰোপৰ দেশবোৰত জাতীয় বুৰ্জোৱাজী শ্ৰেণীটোৱে শক্তিশালীভাৱে বিকাশ লাভ কৰিবলৈ সক্ষম হৈছে। সেয়ে এই শ্ৰেণীটোৱে এহাতে দেশৰ অৰ্থ'নৈতিক উন্নয়নৰ ক্ষেত্ৰত নেতৃত্বকাৰী ভূমিকা ল'বলৈ লৈছে আৰু আনহাতে ৰাজনীতিৰ ক্ষেত্ৰতো বুৰ্জোৱা গণতন্ত্ৰৰ সকলো অনুষ্ঠান-প্ৰতিষ্ঠান, আচাৰ-নীতি, সা-সুবিধা, আৰু ৰাজনৈতিক স্বাধীনতাৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। স্বাধীনভাৱে মতপ্ৰকাশ, সংগঠন, সভা-সমিতি পতা, বাতৰিকাকত, আলোচনী আদি উলিওৱা আৰু সাধাৰণ নাগৰিকে স্থানীয় প্ৰশাসনত অংশগ্ৰহণ কৰাৰ সা-সুবিধা আদি এইবোৰ দেশত গঢ়ি তোলা হৈছে। বুৰ্জোৱাজী শ্ৰেণীয়ে দেশৰ পৰা সামন্ততন্ত্ৰক উৎখাত কৰি (ফ্ৰান্সত) বা আইন আৰু বিধায়িনীসভাৰ দ্বাৰা নিয়ন্ত্ৰণ কৰি (ইংলেণ্ডত) এইবোৰ সামাজিক স্বাধীনতা প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱাৰ বাবে সেইবোৰ দেশত খাটিখোৱা সাধাৰণ মানুহ আৰু শ্ৰমিকসকলেও এনে বহুতো সা-সুবিধা আৰু স্বাধীনতা লাভ কৰিবলৈ সক্ষম হৈছে।

কিন্তু, ৰাচিয়াৰ অৱস্থা ইয়াতকৈ সুকীয়া।

ৰাচিয়াত জাতীয় বুৰ্জোৱাজী শ্ৰেণীৰ বিকাশ অতি দুৰ্ব'ল। দৰাচলতে ইউৰোপৰ পূব অংশৰ পৰা যিমানে পূবৰ ৰাচিয়াৰ ফালে চোৱা যায়, সিমানেই এই এলেকাৰ বিভিন্ন দেশত জাতীয় বুৰ্জোৱাজী শ্ৰেণী দৌৰিকৈ বিকাশ হৈ সেই সময়ত দুৰ্ব'ল অৱস্থাত থকা দেখা যায়। যিহেতু এই জাতীয়

বুৰ্জোৱাজী শ্ৰেণীটোৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক স্থিতি নিশকতীয়া, সেয়ে তেওঁলোকে দেশৰ প্ৰতিক্ৰিয়াশীল, পশ্চাংপদ আৰু ৰক্ষণশীল সামন্ত শ্ৰেণীৰ ওপৰত নিৰ্ভৰশীল। ফলত এইহাতে তেওঁলোক সামন্ততন্ত্ৰক উৎখাত কৰি সমাজৰ বৈপ্লবিক ৰূপান্তৰ আৰু অৰ্থনৈতিক প্ৰগতিৰ নেতৃত্ব দিবলৈ অপাৰগ. আৰু আনহাতে সামন্ততন্ত্ৰৰ ওপৰত এই নিৰ্ভৰশীলতাৰ ফলত চৰিত্ৰৰ দিশৰ পৰাও এই শ্ৰেণীটো ৰাজনৈতিকভাৱে স্বৈৰাচাৰী, প্ৰতিক্ৰিয়াশীল আৰু নীচ প্ৰবৃত্তিৰ।

সেয়েহে, ৰাচিয়াৰ নিচিনা দেশত, সামাজিক ন্যায়, ৰাজনৈতিক স্বাধীনতা আৰু গণতন্ত্ৰ পশ্চিম ইউৰোপৰ দৰে বুৰ্জোৱাজী শ্ৰেণীয়ে প্ৰতিষ্ঠা কৰিব নোৱাৰে। এই দায়িত্ব সেয়ে অৱধাৰিতভাৱে আহি পৰে ৰাচিয়াৰ সমাজৰ অন্যতম বিকাশমান আৰু সংগঠিত শক্তি শ্ৰমিকশ্ৰেণীৰ হাতলৈ। শ্ৰমিকসকলেই এই দায়িত্ব পালন কৰিব লাগিব। আৰু, এই দায়িত্ব পালনৰ বাবেই শ্ৰমিক-সকলক প্ৰয়োজন হয় নিজস্ব এটা সংগঠন বা ৰাজনৈতিক দলৰ।

এই ঘোষণাপত্ৰখনত 'সাম্যবাদী ইস্তাহাৰ'ত কোৱাৰ দৰে ৰাচিয়াত বিপ্লৱো বুৰ্জোৱা গণতান্ত্ৰিক আৰু সৰ্বহাৰা সমাজবাদী এই দুটা ঐতিহাসিক পৰ্যায়ৰ মাজেদিয়েই সংঘটিত হ'ব বুলি কোৱা হয়। ইয়াত স্পষ্টকৈ উল্লেখ কৰা হয় যে যিহেতু ৰাচিয়াৰ নিশকতীয়া জাতীয় বুৰ্জোৱাজী শ্ৰেণীয়ে নিজে গণতান্ত্ৰিক বিপ্লৱ ঘটাব নোৱাৰে, নোৱাৰে সাম্য, মৈত্ৰী, স্বাধীনতাৰ আদৰ্শৰে সাধাৰণ মানুহৰ বাবে গণতান্ত্ৰিক, ৰাজনৈতিক আৰু সামাজিক অধিকাৰ প্ৰতিষ্ঠা কৰিব, গতিকে ৰাচিয়াত 'বুৰ্জোৱা গণতান্ত্ৰিক' বিপ্লৱ সম্পাদন কৰি এই সুফলবোৰ আৰ্জন কৰাতো শ্ৰমিক শ্ৰেণীয়েই আগভাগ লব লাগিব।

শ্ৰমিক শ্ৰেণীয়েনো এই কাম ৰাচিয়াত কি কাৰ্যসূচী আৰু কৌশলেৰে সম্পাদন কৰিব সেই বিষয়ে এই ঘোষণাপত্ৰখনত অৱশ্যে কোনো নীতি নিৰ্দেশনা নাছিল। সৰ্বহাৰা একনায়কত্ব প্ৰতিষ্ঠাৰো কোনো কৰ্মসূচী ইয়াত নাছিল। তথাপিও ৰাচিয়াৰ বিপ্লৱৰ ক্ষেত্ৰত শ্ৰমিকশ্ৰেণীৰ ভূমিকা আৰু দায়িত্ব কেনে হ'ব তাক সঠিকভাৱে পোন প্ৰথমবাৰৰ বাবে নিৰ্ণয় কৰাৰ বাবে এই দলিলখনৰ ঐতিহাসিক গুৰুত্ব অপৰিসীম।[৫]

ৰাচিয়াৰ পিছপৰা, স্থবিৰ সমাজখনলৈ পৰিৱৰ্তন আনিবৰ বাবে এটা বিপ্লৱৰ যে প্ৰয়োজন সেই কথা এই মহাসভায়েই যে প্ৰথমবাৰৰ বাবে ক'লে তেনে নহয়। দৰাচলতে ফৰাচী বিপ্লৱৰ পাছৰ পৰাই নতুন সমাজ গঢ়াৰ ক্ষেত্ৰত বিপ্লৱৰ ভূমিকা আৰু বহুক্ষেত্ৰত ইয়াৰ অপৰিহাৰ্যতাৰ কথা ইউৰোপ আৰু ৰাচিয়াতো বহুতেই বুজি উঠিছিল। ইয়াৰ পাছত মাৰ্ক্স আৰু এঙ্গেলচৰ পুঁজি সম্পৰ্কে লেখাবোৰ আৰু বিশেষকৈ সাম্যবাদী ইস্তাহাৰ প্ৰকাশৰ পাছত সমাজবাদী সমাজ আৰু এনে সমাজ গঢ়ি তোলাত শ্ৰমিক শ্ৰেণীৰ ভূমিকাৰ কথাও

বহুতেই ভালদৰে বুজি পাইছিল। 'পেৰী কমিউন'ৰ ৰাজনৈতিক শিক্ষাৰ তাৎপৰ্যও মানুহে পাহৰি পেলোৱা নাছিল। 'বিপ্লৱ'ক সমাজ পৰিৱৰ্তনৰ আহিলা হিছাপে ব্যৱহাৰ কৰিবলৈ বিভিন্ন ধৰণে চিন্তাচৰ্চা আৰু প্ৰচেষ্টাও আৰম্ভ হৈছিল।

বহুতেই বিশ্বাস কৰিছিল যে ৰাচিয়াৰ দৰে এখন পশ্চাৎপদ কৃষিভিত্তিক দেশত, য'ত মুঠ জনসংখ্যাৰ তুলনাত বুৰ্জোৱা আৰু শ্ৰমিক উভয়েই সংখ্যাগত-ভাৱে আৰু ৰাজনৈতিকভাৱে দুৰ্বল, তাত সমাজ ৰূপান্তৰৰ এই বিপ্লৱৰ দায়িত্ব বহন কৰিব লাগিব দেশৰ সংখ্যাগৰিষ্ঠ খেতিয়কসকলে। এওঁলোকে বিশ্বাস কৰিছিল যে কৃষক অভ্যুত্থানৰ জৰিয়তেহে সমাজ বিপ্লৱ সংঘটিত কৰাটো সম্ভৱপৰ। ৰাজনৈতিক কৌশল হিছাপে এওঁলোকে পৰ্যায়ক্ৰমে বিপ্লৱী প্ৰচাৰ, অভ্যুত্থান আৰু সমাজৰ শাসক আৰু শোষণকাৰীৰ বিৰুদ্ধে ব্যক্তিগত সন্ত্ৰাসৰ পথ গ্ৰহণ কৰিছিল। তেওঁলোকক বোলা হৈছিল 'নাৰডনিক'। মহাসভাখন অনুষ্ঠিত হোৱাৰ বহু আগৰে পৰা ৰাচিয়াৰ সমাজত এওঁলোক সক্ৰিয় আছিল। তেওঁলোকৰ ব্যক্তিহত্যাৰ ৰাজনীতিয়ে চমক সৃষ্টি কৰিলেও সমাজৰ মৌলিক পৰিৱৰ্তনত বিশেষ ভূমিকা ল'ব পৰা নাছিল। এই নাৰডনিকসকলৰ বিষয়ে পৰৱৰ্তী অধ্যায়বোৰত আমি আৰু কথা পাই যাম।

ইয়াৰ বিপৰীতে ৰাচিয়াত ধনতন্ত্ৰৰ বিকাশে সৃষ্টি কৰা শ্ৰমিক শ্ৰেণীৰ নেতৃত্বত গণতান্ত্ৰিক আৰু সমাজতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰি সমাজ পৰিৱৰ্তনৰ চিন্তাচৰ্চা কৰা ব্যক্তি আৰু তেওঁলোকৰ শক্তি আছিল সীমিত। মাৰ্ক্সবাদী দৰ্শন আৰু চিন্তাধাৰাই সেইসময়ত ৰাচিয়াত ব্যাপকভাৱে শিপাব পৰা নাছিল। বৰঞ্চ ৰাচিয়াৰ সমাজক লৈ এনে চিন্তাচৰ্চা বিদেশতহে আৰম্ভ হৈছিল।

মিনস্ক নগৰীৰ মহাসভাখন অনুষ্ঠিত হোৱাৰ ২৮ বছৰৰ আগতে নাৰডনিক-সকলৰ মাজৰ পৰা এজন তৰুণ বিপ্লৱীয়ে আদৰ্শগত মতবিৰোধৰ বাবে ওলাই যায় আৰু জাৰৰ পুলিচৰ হাতৰ পৰা সাৰিবৰ বাবে ৰাচিয়াৰ পৰা চুইজাৰলেণ্ডলৈ আঁতৰি যায়। তাতে তেওঁ কেইজনমান বন্ধুৰ সহায়ত পোন প্ৰথমবাৰৰ বাবে এটা ৰাচিয়ান মাৰ্ক্সবাদী অধ্যয়ন চক্ৰ গঢ়ি তোলে। তেওঁ নাৰডনিকসকলৰ আদৰ্শৰ বিৰুদ্ধে মাৰ্ক্সবাদী দৰ্শন আৰু চিন্তাৰে এক মতাদৰ্শগত সংগ্ৰামৰ সূচনা কৰে। ৰাচিয়াৰ সমাজ পৰিৱৰ্তনৰ বাবে নাৰডনিক চিন্তা নহয় মাৰ্ক্সবাদী বৈজ্ঞানিক সমাজবাদৰ চিন্তাহে যে একমাত্ৰ নিৰ্ভুল পথ তাক তেওঁ প্ৰতিপন্ন কৰিবলৈ লেখামেলা আৰম্ভ কৰে। ৰাচিয়াৰ বিভিন্ন ঠাইতো তেওঁ তেওঁৰ এই প্ৰচেষ্টাৰ বহুতো সহযোগী পায়। এই তৰুণ বিপ্লৱীজনৰ নাম আছিল প্লেখানভ্—জৰ্জ প্লেখানভ্।

মিনস্কৰ মহাসভাখনৰ বিশেষ স্থায়ী চিন পাছলৈ থাকি নগ'ল যদিও ইয়াত এটা সমাজবাদী দল গঠনৰ যি প্ৰয়াস আৰম্ভ হৈছিল সি কিন্তু শেষ হৈ নগ'ল।

ইয়াৰ ৩ বছৰৰ আগতে চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীত এচাম মাৰ্ক্সবাদী ব্যক্তিৰ উদ্যোগত আৰু এটা সংগঠন গঢ়ি উঠিছিল। 'শ্ৰমিকশ্ৰেণীৰ মুক্তিৰ বাবে সংগ্ৰামী লীগ' ( League of struggle for liberation of the working class ) নামৰ এই সংগঠনটোৱে ৰাচিয়াত মাৰ্ক্সবাদী আদৰ্শৰ ভিত্তিত শ্ৰমিক শ্ৰেণীৰ সংগঠন আৰু ৰাজনৈতিক ভূমিকাৰ বিষয়ে চিন্তাচৰ্চা আৰু কাম-কাজ আৰম্ভ কৰিছিল। চুইজাৰলেণ্ডত কাম-কাজ আৰম্ভ কৰা প্লেখানভৰ চিন্তাচৰ্চাই এওঁলোকক অনুপ্ৰাণিত কৰিছিল। এই সংগঠনটোৰে সদস্য আছিল চিম্বিৰস্কৰ এজন যুৱক, তেওঁৰ নাম আছিল ভ্লাডিমিৰ ইলিচ উলিয়ানভ বা লেনিন।

এয়েই আছিল অংকুৰোদ্গম।

প্ৰাচীন ৰাচিয়াৰ সাৰুৱা মাটিত মাৰ্ক্সবাদী আদৰ্শ আৰু সংগঠনে গজালি মেলিলে। আৰম্ভ হ'ল যুগ পৰিৱৰ্তনৰ ইতিহাস। কেনেদৰে এই গজালিটিয়ে সঁজাল ধৰি উঠিলে, সেই কথা ভালদৰে বুজিবলৈ হ'লে ৰাচিয়াৰ সমাজ বিকাশৰ ইতিহাসৰ এটা থুলমূল আভাস লোৱাটো প্ৰয়োজন।

সমাজতান্ত্ৰিক বিপ্লৱ শূন্যতে হোৱা নাছিল। ৰাচিয়াৰ সমাজবিকাশৰ ঐতিহাসিক গতিত কেনেদৰে এটাৰ পাছত এটাকৈ বিপ্লৱ সংঘটিত হৈ অৱধাৰিতভাৱে দেশখন শ্ৰমিক শ্ৰেণীৰ ৰাজনৈতিক দলৰ নেতৃত্বত গণতান্ত্ৰিক আৰু সমাজবাদী বিপ্লৱৰ ফালে আগবাঢ়িল, কেনেকৈ এই বিপ্লৱ সম্পন্ন কৰা হৈছিল আৰু সংগঠিত শত্ৰুৰ আক্ৰমণৰ পৰা কেনেদৰে ইয়াক ৰক্ষা কৰা হৈছিল, সেই কাহিনী কেৱল মহাকাব্যিক ৰোমাঞ্চেৰেই পৰিপূৰ্ণ নহয়, ই শিক্ষাদায়ক, প্ৰয়োজনীয় আৰু আজিও অতি প্ৰাসংগিক।

# ২

## প্ৰাচীন ৰাচিয়াত এভূমুকি



● প্ৰাচীন ৰাচিয়া ● অঘৰী জাতি আৰু সমভূমিৰ কৃষক ● পাইকাৰী ধৰ্মান্তৰকৰণ ● ঐক্যবদ্ধ ৰাচিয়াৰ প্ৰথম আৱৰ্তাণ—ৰাজকুমাৰ অলেগ আৰু ইগৰ ● সামন্তবাদী সমাজ ব্যৱস্থাৰ জন্ম আৰু বিকাশ ● কেন্দ্ৰীয় কৰ্তৃত্বৰ গৰাখহনীয়া আৰু সৰু সৰু সামন্তৰাজ্যৰ সৃষ্টি ● পুনৰ ঐক্যবদ্ধকৰণ আৰু ৰাচিয়াৰ সৰ্বময় শাসনকৰ্তাৰ সৃষ্টি।

টোকা আৰু প্ৰসংগ :


(1) Schmidt, S et al, A Short History of the USSR. Progress Publishers, 1987, p 7-8.

(2) ibid, p 9

(3) ibid, p. 9—11.

(4) Encyclopedia Brittanica. Vol—19, 1957. p 691.

(5) Same as (1) p. 12—16

(6) ibid, p. 20—26.

(7) ibid, p. 24—26.

(8) ibid, p. 24—26.

(9) ibid, p. 24—29.

(10) ibid, p 26 and same as (4). Vol 19. p. 696.

বাহিৰৰ বুলিলেই মনলৈ আহে এখন বিশাল ৰহস্যময় দেশৰ ছবি : শীতৰ বৰফাবৃত আৰু তুষাৰেৰে আবৃত এক বিস্তীৰ্ণ প্ৰান্তৰ, ইউৰোপৰ পৰা এচিয়া হৈ আমেৰিকা মহাদেশ চুব খোজা এক বিশালায়তন ভূ-ভাগ।

এই বিশাল দেশখনৰ অতীত ইতিহাসো কুঁৱলীৰে আবৃত। পৃথিৱীৰ বিভিন্ন ঠাইত প্ৰাচীন সভ্যতাবোৰে বিকাশ লাভ কৰা সময়ত বাহিৰৰো বিভিন্ন ঠাইত, বিশেষকৈ মধ্য এচিয়াত ক্ৰীতদাসৰ শ্ৰমৰ ওপৰত নিৰ্ভৰশীল নগৰ কিছুমান আৰু এখন বহল খেতিয়কসমাজ গঢ়ি উঠাৰ কথা জনা যায়। বিস্তীৰ্ণ স্তেপভূমিৰ মাজত আৰ্য সভ্যতাকে ধৰি বিভিন্ন মানৱসমাজ গঢ়ি উঠে। এহাতে ব্যাপক খেতিয়কসকল, আনহাতে নগৰবাসী দাসমালিক শাসকশ্ৰেণী। এয়ে সেইসময়ৰ সমাজৰ বৈশিষ্ট্য আছিল। সমভূমি অঞ্চলৰ কাষত পাহাৰীয়া এলেকাত বসবাস কৰিছিল দুৰ্ধৰ্ষ অঘৰী চিকাৰী আৰু পশুপালক জনগোষ্ঠীবোৰে। মাজে মাজে জাক পাতি আহি এওঁলোকে সমভূমি অঞ্চলৰ ঘন জনবসতিপূৰ্ণ নগৰ আৰু জনপদবোৰ আক্ৰমণ কৰিছিলহি।

সমভূমিৰ বাসিন্দাসকলে সামূহিক শ্ৰমেৰে প্ৰকৃতিৰ লগত যুঁজি খেতি-পথাৰ আৰু জলসিঞ্চন ব্যৱস্থা আদি গঢ়ি তুলিছিলে। এই সামূহিক সামাজিক শ্ৰমৰ মাজতেই প্ৰাক্-শ্ৰেণীসমাজৰ বা জনজাতীয় সমাজৰ সমতা নিহিত হৈ আছিল। এহাতে প্ৰকৃতিৰ লগত যুঁজ, আনহাতে অঘৰীসকলৰ আক্ৰমণৰ পৰা প্ৰতিৰক্ষাৰ তাগিদা—এই দুটা কাৰণত এই খেতিয়কসকলৰ সমাজৰ মাজৰ পৰা সময়ে সময়ে খাৰজেম, চগদিয়ান আদি ৰাজ্যও গঢ়ি উঠিছিল। এইবোৰে অৱশ্যে বেছিদিন স্থায়িত্ব লাভ কৰা নাছিল।[1]

মধ্য এচিয়াৰ তৃণভূমি অঞ্চলত গঢ়ি উঠা এই সভ্যতাৰ ওপৰত গ্ৰীক সভ্যতাৰ প্ৰভাৱ আছিল গভীৰ। কৃষ্ণ আৰু বাল্টিকসাগৰৰ পাৰে পাৰে গ্ৰীকসকলৰ নানান সৰু সৰু উপনিৱেশো বিভিন্ন সময়ত গঢ়ি উঠিছিল। এচিয়াৰ অন্যান্য প্ৰাচীন সভ্যতাবোৰৰ লগতো ইয়াৰ যোগাযোগ আছিল আৰু সময়ে সময়ে এই এলেকাবোৰ গ্ৰীক, পাৰস্য সাম্ৰাজ্যৰ অধীন হৈ পৰিছিল। গ্ৰীকসকলে মধ্য এচিয়াৰ এই অঞ্চলক সহস্ৰ নগৰীৰ দেশ বুলি অভিহিত কৰিছিল আৰু এই অঞ্চলৰ বাসিন্দাসকলক চিঠিয়ান বুলি অভিহিত কৰিছিল। এই চিঠিয়ানসকলেই প্ৰথমে নাঙলৰ ব্যৱহাৰ আৰু ঘেঁহু, জোৱাৰ বা বজৰাৰ খেতি আৱিষ্কাৰ কৰিছিল বুলি গ্ৰীক ঐতিহাসিকসকলে বৰ্ণনা কৰি গৈছে।[2]

এসময়ত উত্তৰৰ যোদ্ধা অঘৰীসকলে সমভূমিৰ এই চিঠিয়ানসকলক উৎখাত কৰেহি। যুঁজবাগৰ আৰু ধ্বংসলীলাৰ মাজেৰে চিঠিয়ানসকলৰ এক বৃহৎ অংশই মধ্য এচিয়া আৰু পূবে ইউৰোপৰ পৰা আঁতৰৰলৈ প্ৰব্ৰজন আৰম্ভ কৰে।

লাহে লাহে অঘৰী যোদ্ধাসকলে এই চিঠিয়ানসকলক উৎখাত কৰি সমভূমিৰ জনপদবোৰ ধ্বংস কৰাৰ পৰিৱৰ্তে এইবোৰ শাসন কৰিবলৈ আৰম্ভ কৰিলে।

পিতৃতান্ত্রিক সমাজ গাঁথনিৰ অধিবাসীসকলে শাসিতসকলৰ মাজত থাকিয়েই নিজৰ নীতি-নিয়ম বজাই ৰাখি এটা শাসকশ্ৰেণী আৰু প্ৰাথমিক সামন্ততান্ত্ৰিক প্ৰভু-প্ৰজা সামাজিক সম্পৰ্কৰ জন্ম দিলেহি। লাহে লাহে বিজিত সমাজখনৰ ধনী খেতিয়ক, ব্যৱসায়ীসকলৰ লগত শাসকসকলৰ বিয়াবাৰুৰে সম্পৰ্ক আৰম্ভ হ'ল আৰু শেষত তেওঁলোক কেতিয়াবা নিজেও বিজিত খেতিয়ক সমাজখনৰ উন্নত সংস্কৃতিৰ মাজত মিলি পৰিল। প্ৰথম অৱস্থাত এনে প্ৰাথমিক ৰাজ্যবোৰত খেতিয়ক কাৰিকৰসকলৰ এটা স্তৰ আৰু অঘৰী যোদ্ধা প্ৰশাসকসকলৰ আৰু এটা স্তৰ আছিল আৰু দুইটা জাতিগতভাৱে স্বকীয়া আছিল। কিন্তু, পাছলৈ এওঁলোক জাতিগতভাৱে একে হৈ পৰিল যদিও সমাজবিকাশৰ লগে লগে সামন্ত আৰু যোদ্ধাসকলৰ শাসকশ্ৰেণী আৰু খেতিয়কসকলৰ শাসিতশ্ৰেণীৰ সৃষ্টি হ'ল—সমাজত শ্ৰেণীবিভাজন আৰম্ভ হ'ল আৰু এনেদৰেই বৰ্তমান এই বিশাল অঞ্চলৰ বাসিন্দা শ্লাভ আৰু ৰাচিয়ান জাতিৰ পূৰ্বপুৰুষসকলৰ সৃষ্টি হ'ল। নৰৱে, চুইডেন আদি উত্তৰৰ দেশবোৰৰ পৰা দুৰ্ধৰ্ষ যোদ্ধা ভাইকিং-সকলে এনেদৰেই আহি মস্কো মহানগৰীৰ পটুন আৰম্ভ কৰিছিলহি।[৩]

এনেদৰেই আদিম সমবায়িক জনজাতীয় আৰু দাস সমাজৰ মাজৰ পৰা সামন্তসমাজ গঢ়ি উঠিল—সৃষ্টি হ'ল সামন্তীয় ৰাজ্যৰ। এনে সময়তেই বিভিন্ন একেশ্বৰবাদী ধৰ্মমতবোৰ যেনে খ্ৰীষ্টান আৰু ইচলাম ধৰ্ম এই অঞ্চলত সোমাই পৰিল। প্ৰথমে সামন্ত শাসকশ্ৰেণীৰ মাজতেই এই নতুন ধৰ্মীয় মতবাদবোৰে ঠন ধৰি উঠিলে। শাসকশ্ৰেণীয়ে জনসাধাৰণৰ প্ৰাচীন জড়বাদী ধৰ্মমতবোৰ আঁতৰাই এই নতুন মতবোৰ জাপি দিবলৈ চেষ্টা কৰিলে। ধৰ্মৰ নামত সামন্তীয় ৰাজ্যবোৰৰ মাজত যুঁজবাগৰো হ'বলৈ আৰম্ভ কৰিলে আৰু বিজেতাই বিজিতৰ ওপৰত আৰোপ কৰিলে নিজৰ ধৰ্ম, প্ৰজাসকলকো পাইকাৰীহাৰত ধৰ্মান্তৰিত কৰা হ'ল। একেদিনাই হাজাৰ হাজাৰ মানুহ খ্ৰীষ্টান বা মুছলমান হৈ পৰিল। খ্ৰীষ্টজন্মৰ ৩/৪ শ বছৰৰ ভিতৰতেই ৰাচিয়াৰ জৰ্জিয়া আৰু আৰ্মেনীয়াত খ্ৰীষ্টান ধৰ্ম ৰাজধৰ্ম হৈ পৰিল। এই কামৰ ফলত এহাতে শাসকসকল আৰু আনহাতে জনসাধাৰণৰ মাজত উত্তেজনা বাঢ়ি আহিছিল। অন্যৰাজ্যৰ পৰা অন্য ধৰ্মমত জাপি দিয়াটো প্ৰজাসকলে সহজ-ভাৱে লোৱা নাছিল।[৪]

সামন্তবাদৰ উত্থানৰ লগে লগে স্বাভাৱিকতেই সমগ্ৰ ৰাচিয়া সৰু সৰু সামন্তীয় ৰাজ্যত বিভক্ত হৈ পৰিল। সময়ে সময়ে ইয়াৰে একোখন ৰাজ্যই শক্তিশালী হৈ একোখন ডাঙৰ সাম্ৰাজ্য সৃষ্টিৰ প্ৰয়াস কৰিছিল যদিও ঐক্যতকৈ বিভাজনহে সেইসময়ৰ সমাজৰ সাধাৰণ নিয়ম আছিল। এই সমাজৰ মাজত বিদ্ৰোহো হৈছিল প্ৰচুৰ। এহাতে সামন্তীয় শোষণ আৰু আনহাতে জাতীয় নিৰ্যাতনৰ (শাসকসকল সাধাৰণতে বেলেগ জাতি বা ধৰ্মৰ হোৱা বাবে)

বিৰুদ্ধে খেতিয়ক, কাৰিকৰসকলে মাজে মাজে বিদ্ৰোহ কৰিছিল। ৭৭৬ খ্ৰীঃত মধ্য এচিয়াত হাচিম-ইবন-হাকিম নামৰ কাৰিকৰ এজনৰ নেতৃত্বত আৰু ককেচীয় অঞ্চলত বাবেক নামৰ লোক এজনৰ নেতৃত্বত বিভিন্ন জাতিৰ শোষিত প্ৰজাৰ দীঘলীয়া বিদ্ৰোহ হৈছিল। এইবোৰ ক্ষেত্ৰত প্ৰজাসংগঠনৰ বাবে আদৰ্শগত ভেটি হিচাপে ধৰ্মীয় মতবাদৰ সহায় লোৱা হৈছিল যদিও মৰ্মবস্তুৰ ফালৰ পৰা দেশী-বিদেশী সামন্তীয় শোষণ আৰু নানাধৰণৰ নিৰ্যাতনৰ বিৰুদ্ধে এইবোৰ আছিল প্ৰথম জনপ্ৰিয় প্ৰতিৰোধ সংগ্ৰাম।[৫]

ৰাজ্যগঠনৰ এই প্ৰচেষ্টাবোৰ আৰম্ভ হৈছিল যদিও দীৰ্ঘস্থায়ী হ'ব পৰা নাছিল। সময়ে সময়ে মধ্য এচিয়া আৰু ককেচাচৰ বহুত অঞ্চল বাইজেণ্টাইন সাম্ৰাজ্য আৰু আৰব খলিফাসকলৰ সাম্ৰাজ্যৰ অধীন হৈ পৰিছিল। বিদেশী প্ৰভুত্বৰ ফলত লাহে লাহে অৱশ্যে শ্লাভ জাতিবোৰৰ মাজত জাতীয় চেতনায়ো গা কৰি উঠিছিল। লাহে লাহে মধ্য এচিয়াত খলিফা সাম্ৰাজ্যৰ পৰা স্বাধীন ৰাজ্য কিছুমানে বিকাশ লাভ কৰে। আনহাতে সামন্ত প্ৰভুসকলৰ নেতৃত্বতে সামন্তবাদ আৰু শ্ৰেণীসমাজৰ বিকাশ শক্তিশালী হৈ অহাৰ লগে লগে বাইজেণ্টাইন সাম্ৰাজ্যৰ প্ৰভাৱো কমি আহে। লাহে লাহে পূব শ্লাভ জনজাতিবোৰৰ একত্ৰীকৰণ, এটা উমৈহতীয়া ভাষাৰ বিকাশ, সাহিত্য, দৰ্শন, বিজ্ঞানৰ অগ্ৰগতি, সাংস্কৃতিক বিকাশ আৰু আটাইতকৈ গুৰুত্বপূৰ্ণ কথা, তেওঁলোকৰ মাজত এক অবিচ্ছিন্ন ভৌগোলিক অঞ্চলত এক উমৈহতীয়া অৰ্থনীতি আৰু মানসিকতা গঢ়ি উঠিবলৈ আৰম্ভ কৰে। শ্লাভ মহাজাতিৰ গঠন দৃঢ় হয় আৰু ইয়াৰ মাজৰ পৰা বৰ্তমানৰ ৰুচ জাতিৰ সৃষ্টিও আৰম্ভ হয়। দক্ষিণতো একেদৰেই একেধৰণৰ এক শ্লাভ জনজাতীয় জোটবন্ধনৰ জৰিয়তে কিয়েভ নগৰীক কেন্দ্ৰ কৰি দক্ষিণী শ্লাভ অঞ্চল গঢ়ি উঠে। উত্তৰতো নভগৰডত শ্লোভান জনজাতিৰ নেতৃত্বত একেধৰণৰ আন এক সম্মিলনৰ সৃষ্টি হয়।

আগতেই উল্লেখ কৰি অহা হৈছে যে উত্তৰৰ নৰৱে, চুইডেনৰ ভাইকিং যোদ্ধাসকলে দক্ষিণলৈ আহি ৰাচিয়াত নিজৰ আধিপত্য কায়েম কৰিবলৈ সক্ষম হৈছিলহি। এওঁলোকে শ্লাভ সামন্ত শ্ৰেণীৰ মাজত লাহে লাহে শ্লাভ ভাষা, ৰীতি-নীতি গ্ৰহণ কৰি বিয়াবাৰুৰ জৰিয়তে মিলি পৰিছিলহি। যুদ্ধবিদ্যাত পাৰ্গত এই ভাইকিংসকলে সহজেই বহুধাবিভক্ত সামন্তীয় ৰাজ্যবোৰৰ ওপৰত নিজৰ আধিপত্য কায়েম কৰিবলৈ সক্ষম হৈছিলহি আৰু প্ৰিন্স বা ৰাজকুমাৰৰ খিতাপ লৈছিলহি।[৬]

৮৮২ খ্ৰীঃত নভগৰডৰ অলেগ নামৰ এনে ৰাজকুমাৰ এজনে নভগৰডৰ পৰা শ্লাভসকলৰ এক বিৰাট সেনাবাহিনী লৈ দক্ষিণলৈ অভিযান আৰম্ভ কৰে। তেওঁ ৯১১ খ্ৰীঃত কনষ্টাণ্টিনোপলৰ সেনাসকলক পৰাজিত কৰে আৰু দক্ষিণী শ্লাভ সম্মিলনৰ কেন্দ্ৰীয় নগৰী কিয়েভ দখল কৰি লয়। প্ৰথমবাৰৰ বাবে উত্তৰ আৰু

দাক্ষণৰ শ্লাভ জাতিৰ সম্মিলনবোৰ একত্রিত হৈ পৰে আৰু অলেগ বাচিয়াৰ এই ঐক্যবদ্ধ শ্লাভ মহাসম্মিলনৰ সৰ্বময় শাসনকৰ্তা বা গ্ৰেণ্ড প্ৰিন্স অব ৰাচিয়া হয়। অলেগে প্রতিষ্ঠা কৰা ৰাজবংশই ষষ্ঠদশ শতিকালৈকে শাসনভাৰ চলায় আৰু এওঁলোকৰ দিনতেই প্ৰৰ শ্লাভ জাতিবোৰো বাচিয়াৰ লগত ঐক্যবদ্ধ হৈ পৰে। এক বিশাল আৰু একত্রিত বাচিয়াৰ এনেদৰেই সূত্ৰপাত হয়।[7] 'ৰায়ুৰিকভিচ' নামৰ ৰাজবংশটোৰ আৰম্ভণি অৱশ্যে অলেগৰ পৰা নধৰি সাধাৰণতে ৯৪৫ খ্রীঃত কিয়েভত শাসনভাৰ চলোৱা ইগৰ নামৰ গ্রেণ্ড প্রিন্সজনৰ পৰাহে ধৰা হয়। এই ৰাজবংশটোৰ শাসনকালতেই গোড়া বা অৰ্থডক্স খ্ৰীষ্টানধৰ্ম দেশৰ ৰাজকীয় আৰু মূল ধৰ্ম হৈ পৰে আৰু দেশত সামন্ততন্ত্ৰৰ লগতে ব্যৱসায়-বাণিজ্য, কলা-সংস্কৃতিবো দ্ৰুত বিকাশ ঘটিবলৈ আৰম্ভ কৰে। কিয়েভৰ শাসকসকলে সেইসময়ৰ ইউৰোপৰ চুইডেন, পোলেণ্ড, জাৰ্মেনীৰ শাসক পৰিয়ালবোৰৰ লগত বিয়াবাৰুৰ জৰিয়তে মিত্ৰতা স্থাপন কৰে। কিয়েভৰ ৰাজপৰিয়ালে নিজৰ বংশ-পৰিয়ালৰ লোকক বিশাল দেশখনৰ বিভিন্ন ঠাইত শাসনকৰ্তা হিছাপে নিয়োগ কৰে। চাওঁতে চাওঁতে দেশত এটা শক্তিশালী অভিজাত সামন্তশ্ৰেণীৰ সৃষ্টি হয়। এওঁলোকৰ হাতত ক্ৰমে দেশৰ খেতিৰ মাটিৰ কেন্দ্ৰীকৰণ ঘটিবলৈ আৰম্ভ কৰে আৰু ৰাচিয়াৰ খেতিয়ক সমাজৰ মাজত ভূমিহীন খেতিয়ক আৰু বন্ধুৱা কৃষিশ্ৰমিকৰ সৃষ্টি হ'বলৈ আৰম্ভ কৰে। সামন্ততন্ত্ৰ ইয়াৰ সকলো বৈশিষ্ট্যৰে ৰাচিয়াৰ সমাজত বিকাশত হৈ উঠে।

উৎপাদনৰ মূল আহিলা, বিশেষকৈ মাটিৰ ওপৰত সামন্তপ্রভুসকলৰ নিয়ন্ত্ৰণ এই যুগতেই কটকটীয়া হৈ পৰে। আৰু এই মাটি চাহ কৰি খেতি কৰা বিভিন্ন-বৰ্গৰ খেতিয়কসকলৰো তেওঁলোক মালিক আছিল। অৱশ্যে দাস সমাজৰ দৰে খেতিয়কসকলৰ ওপৰত সামন্তপ্রভুসকলৰ এই মালিকীস্বত্ব সম্পূৰ্ণ বা এদনীয়া নাছিল। ই আছিল আংশিক, কিন্তু উৎপাদন কৰা শ্ৰেণীবোৰ সামন্তসকলৰ ওচৰত বিভিন্ন ধৰণে নিৰ্ভৰশীল আছিল। এই নিৰ্ভৰশীলতা কেতিয়াবা ভূমিদাস বা চাৰ্ফৰ পৰ্যায়ৰ দৰে সম্পূৰ্ণ আছিল আৰু কেতিয়াবা, বিশেষকৈ সামন্ততন্ত্ৰৰ অধিক বিকাশৰ লগে লগে এই নিৰ্ভৰশীলতা হয়তো আছিল নামমাত্ৰ, সামান্য কৰদ সম্পৰ্কৰ দৰে। সামন্ততন্ত্ৰৰ বিকাশৰ প্ৰথম পৰ্যায়ত সমাজত প্ৰাচীন জনজাতীয় সমাজৰ সমবায়িক শ্ৰমৰ অৱশেষবোৰ শক্তিশালী হৈ আছিল, আনকি ৰাষ্ট্ৰয়ো সামূহিক স্বাৰ্থত এনেদৰে সমবায়িক শ্ৰমৰ জৰিয়তে আলি-পদূলি বন্ধা, জলসিঞ্চন ব্যৱস্থা গঢ়া বা প্ৰতিৰক্ষা আদি বিষয়বোৰ সক্ৰিয়ভাৱে সংগঠিত কৰিছিল। কিন্তু, সামন্ততন্ত্ৰ আৰু বিশেষকৈ সমাজত অভিজাত সামন্তশ্ৰেণী শক্তিশালী হৈ আহিবলৈ ধৰাৰ লগে লগে ব্যক্তিগত সম্পত্তিৰ প্ৰচলন বাঢ়ি আহিবলৈ ধৰিলে। আগতে সমবায়ৰ অধীনত থকা উমৈহতীয়া খেতিমাটিৰ এটা বৃহৎ অংশ সামন্ত অভিজাতসকলে নিজৰ ব্যক্তিগত বংশানুক্ৰমিক

সম্পত্তি কৰি পেলালে আৰু ইয়াৰ ফলত ভূমিহীন হৈ পৰা খেতিয়কসকলক ভূমিদাস বা চাৰ্ফলৈ ৰূপান্তৰিত কৰি এই মাটিত খেতি কৰিবলৈ ধৰিলে। আনফালে সমবায়িক মাটিৰ অৱশেষকণত হাজাৰ হাজাৰ ৰাচিয়াৰ খেতিয়কে পৰম্পৰাগত সামাজিক নীতি-নিয়ম অনুসৰি সৰু সৰু খণ্ডকৈ খেতি-বাতি কৰি-পেট প্ৰৱৰ্তাবলৈ আৰম্ভ কৰিলে।

কিয়েভক কেন্দ্ৰ কৰি গঢ়ি উঠা এই প্ৰাচীন ৰাচিয়া ৰাষ্ট্ৰখন প্ৰথম ভ্লাডিমিৰ (৯৮০—১০১৫ খ্ৰীঃ) আৰু তেওঁৰ পুতেক 'মহাজ্ঞানী য়াৰশ্লাভৰ (১০১৯—১০৫৪ খ্ৰীঃ) ৰাজত্বকালত বিকাশৰ চৰম সীমা পায়গৈ। য়াৰশ্লাভৰ শাসন-কালতেই সমগ্ৰ ৰাচিয়াত এক উমৈহতীয়া আইন ব্যৱস্থা প্ৰৱৰ্তন কৰা হয়। এই সময়তেই দেশৰ মাটি আৰু খেতিয়কসকলৰ ওপৰত সামন্তপ্ৰভুসকলৰ কৰ্তৃত্বও আইন কৰি প্ৰতিষ্ঠা কৰা হয়।[৪]

দিনে দিনে শক্তিশালী হৈ অহা সামন্ত অভিজাতসকলেই কিন্তু লাহে লাহে ৰাচিয়া ৰাষ্ট্ৰখন দুৰ্বল হৈ পৰাৰ প্ৰধান কাৰণ হৈ পৰিল। সামন্ততন্ত্ৰৰ সাধাৰণ নিয়ম অনুসৰিয়েই এই অভিজাত সামন্তপ্ৰভুসকল শক্তিশালী হৈ উঠাৰ লগে লগে কিয়েভৰ কেন্দ্ৰীয় শাসক গ্ৰেণ্ড প্ৰিন্সৰ কেন্দ্ৰীয় ক্ষমতা আৰু কৰ্তৃত্ব কমি আহিবলৈ ধৰিলে। সেই সময়ৰ অৰ্থনীতি আৰু ব্যৱসায় বাণিজ্যৰ বিকাশ যিহেতু এক সবল কেন্দ্ৰীয় শাসন গঢ়ি তোলাৰ বাবে প্ৰয়োজনীয়ভাৱে বিকশিত নাছিল, গতিকে এনে ঘটনা ঘটাটো অত্যন্ত স্বাভাৱিক আছিল। কিন্তু, কেন্দ্ৰীয় কৰ্তৃত্ব দুৰ্বল হৈ তাৰ ঠাইত সামন্তসকল বেছি শক্তিশালী হৈ পৰাত দেশৰ একতা আৰু শক্তিও কমি আহিবলৈ ধৰিলে। কিয়েভৰ বাহিৰেও দেশৰ বিভিন্ন ঠাইত একো একোটা শক্তিশালী অভিজাত সামন্ত শাসক পৰিয়ালৰ জন্ম হ'ল।

ক্ৰমে এওঁলোকৰ মাজত অধিক ক্ষমতাৰ বাবে অৰিয়াঅৰি আৰু সময়ত যুঁজবাগৰৰো সূচনা হয়। এনে যুঁজত শয়ে শয়ে ৰাচিয়াৰ খেতিয়ক এজন প্ৰভুৰ তলৰ পৰা আন এজনৰ তললৈ যাব লগীয়া হয়। একাদশ শতিকাৰ শেষভাগলৈ এই শক্তিশালী অভিজাত সামন্তপ্ৰভুসকলৰ মাজৰ অৰিয়াঅৰি ইমান বেছি হয়গৈ যে তেওঁলোকে লগ লাগি নিজৰ নিজৰ এলেকাত নিজে স্বয়ম্ভুভাৱে শাসন কৰিব বুলি সিদ্ধান্ত লয়। বিভাজনৰ এই প্ৰৱণতাই কিয়েভকেন্দ্ৰিক প্ৰাচীন ৰাচিয়াৰ সামন্ত সাম্ৰাজ্যখন ভাঙি পেলাবলৈ আৰম্ভ কৰে আৰু এখন সামন্তীয় সাম্ৰাজ্যৰ পৰিৱৰ্তে দেশখন বহুকেইখন সামন্তীয় এলেকাত বিভক্ত হৈ পৰে।[৫]

এনে অৱস্থাত স্বাভাৱিকতে এজন সামন্তপ্ৰভু শক্তিশালী হৈ বাকী সকলক বশ কৰি এখন ঐক্যবদ্ধ দেশ গঢ়ি তুলিব খোজাৰ প্ৰক্ৰিয়াও অব্যাহত থাকে। কিন্তু, এই কাম বৰ সহজসাধ্য নাছিল। অভিজাত সামন্তসকল ইতিমধ্যেই বিৰাট প্ৰতিপত্তিশালী হৈ উঠিছে। সময়ে সময়ে তেওঁলোকে মিলি একখণ্ডৰ শাসকজনক আতৰ কৰি নিজেই একপ্ৰকাৰ অভিজাত গণতান্ত্ৰিক ব্যৱস্থাৰে

দেশ শাসন কৰিবলৈ লৈছে। কৌতুৱাবা বিদেশৰপৰা ৰাজকুমাৰ এজনক আনি-তেওঁক সাক্ষীগোপাল ৰজা পাতি লৈ তেওঁলোকেই দেশ শাসন কৰিবলৈ লৈছে। অৱশেষত আঁদ্ৰে বগলিয়ভস্কি নামৰ কিয়েভৰ ৰাজকুমাৰজনে ভ্লাদিমিৰ নগৰক কেন্দ্ৰ কৰি আকৌ এবাৰ খড়্গ-বাগৰ আৰু কূটনীতিৰে সমগ্ৰ ৰাচিয়াক একত্ৰিত কৰিবলৈ সক্ষম হ'লগৈ। পুৰণা অভিজাতসকলৰ বহুতকে আঁতৰাই তেওঁ নিজৰ বিশ্বস্ত আৰু নিৰ্ভৰশীল লোকক নতুনকৈ মাটি-বাৰী-জমিদাৰি দি নিজৰ ৰাজনৈতিক অৱস্থান শক্তিশালী কৰি লৈছিল। এওঁৰ পাছত ভায়েকজনে এই ব্যৱস্থা আৰু কটকটীয়া কৰি তোলে আৰু তেৱেঁই পোন প্ৰথমবাৰৰ বাবে সমগ্ৰ ৰাচিয়াৰ ৰাজকীয় শাসনকৰ্তা ৰাজকুমাৰ—গ্ৰেণ্ড প্ৰিন্স অব অল ৰাচিয়া বুলি স্বীকৃতি আদায় কৰিবলৈ সক্ষম হয়। ত্ৰয়োদশ শতিকাৰ প্ৰথম ভাগলৈ আকৌ এবাৰ ঐক্যবদ্ধ হৈ পৰা ৰাচিয়াত কলা-সংস্কৃতি, সাহিত্য, স্থাপত্য আৰু ব্যৱসায় বাণিজ্যৰ দ্ৰুত বিকাশ হ'বলৈ আৰম্ভ কৰে। কিয়েভ, ভ্লাডিমিৰ, নভগ্ৰাড, মস্কো আদি বৃহৎ বৃহৎ নগৰবোৰ, সুদৃশ্য গীৰ্জাঘৰ, পৰিকল্পিত নগৰ আৰু দুৰ্গবোৰ গঢ়ি উঠে। ভল নদীৰ পৰা ভল্‌গালৈকে বিস্তৃত এই বিশাল ভূখণ্ডত আজিৰ বৰ্তমানৰ ৰাচিয়াৰ বীজ গজি উঠে।[10]

# ৩

## ষ্টেপভূমিৰ ঘূৰ্ণিবতাহ



● চেংগিজ খাঁ আৰু টাটাৰ-মংগোলসকলৰ ৰাচিয়া আক্ৰমণ, ১২০৬ খ্ৰীঃ ● টামাৰলেন বা টাইমুৰৰ আৰু চমৰখণ্ডৰ বিকাশ ● আইভান কলিতা আৰু মস্কো নগৰীৰ উত্থান ● ৰাজকুমাৰ ডিমিট্ৰি আইভানভিচ আৰু ঐক্যবদ্ধ সামন্ত ৰাচিয়াৰ পুনৰ পত্তন ● 'জাৰ'ৰ জন্ম ● আইভান দি টেৰিবলৰ ৰাচিয়া

টীকা আৰু প্ৰসংগ :

(1) Schmidt, S et al A Short History of the U S.S.R. Progress Publishers, Moscow, 1987, p. 27.

(2) ibid, p. 28.

(3) ibid, p 27—29.

(4) ibid, p. 32—46. & Encyclopedia Brittanica Vol. 19. 1957.

এচিয়া মহাদেশৰ বিশাল তৃণভূমিৰ বুকুৰ মাজৰ পৰা এচাটি প্ৰবল ধুমুহা উঠি আহি ত্ৰয়োদশ শতিকাৰ মাজভাগত সমগ্ৰ ৰাচিয়া আৰু ইউৰোপৰ বহুত অঞ্চল তচনচ কৰি পেলালে।

এই ধুমুহাচাটি আছিল টাটাৰ-মংগোলসকলৰ আক্ৰমণ। পূৰ্বৰ সকলো অঘৰী জনজাতীয় আক্ৰমণতকৈ অধিক ভয়াবহ আছিল এই অভিযান।

১ লাখ ২০ হাজাৰৰ পৰা ১ লাখ ৪০ হাজাৰলৈকে দুৰ্ধৰ্ষ টাটাৰ-মংগোল যোদ্ধাই বেগী ঘোঁৰাত উঠি উন্মুক্ত স্তেপভূমিৰ মাজেদি পশ্চিমমুৱা হৈ তেওঁলোকৰ অভিযান আৰম্ভ কৰিছিল। বাটত পৰা নগৰ, চহৰ, গাঁও সকলোবোৰ তেওঁলোকে নিশ্চিহ্ন কৰি পেলাইছিল। ঘৰ-দুৱাৰবোৰ জ্বলাই দিয়া হৈছিল, সকলো পুৰুষকে নিৰ্বিচাৰে হত্যা কৰা হৈছিল, মহিলাসকলক ধৰ্ষণ কৰি হয় হত্যা কৰা হৈছিল নাইবা ক্ৰীতদাসী কৰি লোৱা হৈছিল। ১২ বছৰৰ তলৰ ল'ৰা-ছোৱালীবোৰক বন্দী কৰি এচিয়াৰ বিশাল তৃণভূমিলৈ পঠিয়াই দিয়া হৈছিল দাস হিচাপে। সাৰুৱা শস্যৰ পথাৰবোৰ ধ্বংস হৈ গৈছিল, ভাগি পৰিছিল পানী যোগানৰ বান্ধ আৰু খালবোৰ। ঘেঁহু আৰু জোৱাৰ ওপজা সোণালী শস্যৰ পথাৰবোৰ পৰিণত কৰা হৈছিল চাৰণ ভূমিলৈ। বিজেতা টাটাৰ-মংগোলসকলৰ ঘোঁৰা আৰু পোহনীয়া পশুৰ দলবোৰে তাত চৰি ফুৰিছিল।

১২০৬ খ্ৰীষ্টাব্দত মধ্য এচিয়াৰ বিশাল তৃণভূমিত আবিৰ্ভাৱ ঘটিছিল সমৰানিপুণ ক্ৰুৰ নেতা চেংগিজ খাঁৰ। সমগ্ৰ মংগোলীয়া আৰু চীন পদানত কৰি তেওঁ অধিকাৰী হৈছিল এক বিশাল সাম্ৰাজ্যৰ। অতি কষ্টসহিষ্ণু, তীব্ৰ ঘোঁৰাচোৱাৰী তেওঁৰ সেনাদলে চীনৰ পৰা যুদ্ধবিদ্যাৰ আধুনিক কলা-কৌশল, বিশেষকৈ খাৰবাৰুদৰ ব্যৱহাৰ শিকি লৈ মধ্য এচিয়াৰ বিশাল ঘাঁহনিৰ মাজেৰে ৰাচিয়াৰ বুকুলৈ প্ৰবেশ কৰিছিল। ৰাচিয়াৰ কলহপ্ৰিয় সামন্ত শাসক-সকলৰ এই সেনাবাহিনীক বাধা দিয়াৰ শক্তি আৰু সামৰ্থ্য নাছিল। ফলত ৰাচিয়া পৰিণত হৈছিল এক বধ্যভূমিলৈ। ধ্বংসস্তূপত পৰিণত হৈছিল বিশাল বিশাল নগৰ-চহৰ, উচ্ছন্ন হৈছিল গাঁৱৰ পাছত গাঁও। হাজাৰে হাজাৰে, লাখে লাখে ৰাচিয়াৰ খেতিয়ক প্ৰজাই টাটাৰ-মংগোল ঘোঁৰাচোৱাৰীহঁতৰ অস্ত্ৰৰ আগত প্ৰাণ হেৰুৱাইছিল।

চেংগিজ খাঁৰ সুদক্ষ সেনাপতি বাটুৱে বিশাল ভলগা নৈ পাৰ হৈ আহি প্ৰথমেই সমগ্ৰ দক্ষিণ ৰাচিয়া তচনচ কৰি কিয়েভ নগৰী সম্পূৰ্ণভাৱে ধ্বংস কৰি পেলালেহি। উত্তৰৰ নভগৰড নগৰী তেওঁ দখল কৰিব নোৱাৰিলে যদিও কাস্পিয়ান সাগৰৰ পাৰৰ সমভূমি অঞ্চল উচ্ছন্ন কৰি বাটুৰ সেনাবাহিনী ইউৰোপলৈ আগবাঢ়িল। অৱশেষত চেকোশ্লোভাকিয়াৰ ৰণাংগনত বাটুৰ এই সেনাবাহিনী পৰাজিত হ'ল আৰু লাহে লাহে ইউৰোপৰ পৰা টাটাৰবাহিনী

পূৰ্বলৈ, ৰাচিয়ালৈ উভতি আহিল। ইয়াৰ পাছত দক্ষিণ ৰাচিয়াৰ এক বিশাল এলেকা টাটাৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হ'ল আৰু ৰাচিয়াৰ বাকী অংশৰ সামন্ত ৰাজ্যবোৰে বছৰি এক বিৰাট পৰিমাণৰ কৰ-কাটল টাটাৰসকলক দি থাকিব লগীয়া হ'ল। ভূতৰ ওপৰত দানহ পৰাদি ৰাচিয়াৰ এই দুৰ্দিনত চুইডেন, বাল্টিক সাগৰৰ পাৰৰ লিথুৱানিয়া (লিভনিয়ান) আৰু জাৰ্মানীৰ টিউটনিক নাইটসকলে ৰাচিয়া আক্ৰমণ কৰি বহুতো এলেকা দখল কৰি ললে।[1]

চতুৰ্দশ শতিকাৰ মাজভাগলৈ চেংগিজ খাঁৰ বংশধৰসকল দুৰ্বল হৈ পৰাত ৰাচিয়াই গা টঙাই টাটাৰ-মংগোলসকলৰ কবলৰ পৰা কিছু পৰিমাণে মুক্ত হ'বলৈ সক্ষম হ'ল। এই সময়তেই আকৌ মংগোল তুৰ্কীগোটৰ তামাৰলেন বা টাইমুৰ নামৰ নেতা এজন ওলাল। তেওঁ মধ্য এচিযাত ব্যাপক সামৰিক অভিযান চলাই চমৰখণ্ড নগৰীক কেন্দ্ৰ কৰি এখন ডাঙৰ সাম্ৰাজ্য গঢ়ি তুলিলে। চাওঁতে চাওঁতে ব্যৱসায় বাণিজ্য, শিল্প-সংস্কৃতি, স্থাপত্য বিদ্যা আৰু অৰ্থ-সম্পদ, সকলো ফালৰ পৰাই চমৰখণ্ড ৰাজ্য প্ৰতিপত্তিশালী হৈ উঠিল। এই ৰাজ্যৰ ধৰ্ম আছিল ইচলাম। 'লাইলা মজনু' আদি অমৰ কাব্যৰ প্ৰণেতা আলিচাৰ নাভই এই চমৰখণ্ডৰে পণ্ডিত আছিল।[2]

তৃণভূমিৰ অঘৰী যযাৱৰসকল আৰু ৰাচিয়াৰ খেতিয়কসকলৰ মাজৰ এই দীঘলীয়া ৰক্তক্ষয়ী সংঘৰ্ষৰ ফলত ৰাচিযাৰ সমাজৰ বিকাশ বহু পৰিমাণে স্থবিৰ হৈ পৰিছিল।[8]

ত্ৰয়োদশ শতিকাৰ শেষভাগলৈ মস্কো নগৰীক কেন্দ্ৰ কৰি গঢ়ি উঠা সামন্ত ৰাজ্যখনত এটা শক্তিশালী ৰাজবংশৰ আবিৰ্ভাৱ হ'ল। আইভান ফলিতা নামৰ ৰাজকুমাৰ এজনৰ নেতৃত্বত মস্কোৱে অঘৰী দলবোৰে সংঘটিত কৰা ধ্বংসকাৰ্য পুনৰ নিৰ্মাণ কৰি অতি কম দিনৰ ভিতৰতেই এক লেখত ল'বলগীয়া ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামৰিক শক্তি হিছাপে আত্মপ্ৰকাশ কৰিলে। মস্কোৰ এই উত্থানত খ্ৰীষ্টান গিৰ্জায়ো সমৰ্থন জনালে আৰু চাওঁতে চাওঁতে মস্কো নগৰী ৰাচিয়াৰ ভিতৰত ধৰ্মচৰ্চাৰো প্ৰধান কেন্দ্ৰস্বৰূপ হৈ পৰিল।

অঘৰী দলবোৰৰ আক্ৰমণে ধ্বংস কৰি যোৱা ৰাচিয়াৰ কৃষি ব্যৱস্থা পুনৰ সংস্থাপন আৰু সমাজত সামন্ততান্ত্ৰিক ব্যৱস্থাবোৰ কটকটীয়াকৈ পুনৰ প্ৰৱৰ্তনৰ জৰিয়তেই মস্কোৰ অৰ্থনৈতিক উত্থান আৰম্ভ হয়। চাওঁতে চাওঁতে ৰাজকুমাৰ, সামন্তপ্ৰভু আৰু গিৰ্জা তথা মঠবোৰৰ হাতত খেতি মাটিৰ প্ৰচুৰ কেন্দ্ৰীকৰণ ঘটিবলৈ আৰম্ভ কৰিলে। দেশৰ উমৈহতীয়া সামূহিক মাটিৰ বিৰাট অংশ, হাবি-বন জংঘল, তৃণভূমি, নদ-নদী, ঘাট আদি সকলো এই সামন্তশ্ৰেণী আৰু ধৰ্মীয় অনুষ্ঠানবোৰে ব্যক্তিগত সম্পত্তি কৰি ললে। শাসকসকলে নিজৰ ক্ষমতাৰ বিস্তাৰ আৰু সুৰক্ষাৰ বাবে বিশ্বাসী লোক আৰু গিৰ্জা, মঠ আদি ধৰ্মীয় অনুষ্ঠানবোৰক মাটি বাৰী পট্টন দি দেশত সামন্ততান্ত্ৰিক ব্যৱস্থা

ধনতন্ত্ৰীয়ভাৱে শক্তিশালী হোৱাত ইন্ধন যোগালে। চাওঁতে চাওঁতে অৰ্থডৰ খ্ৰীষ্টান গিৰ্জা আৰু মঠ বা মনাষ্টিৰোৰ নিজেই একো একোটা বিৰাটাকাৰ সামন্তীয় অনুষ্ঠানত পৰিণত হ'লগৈ। গিৰ্জাৰ যাজকসকলে আন সামন্ত জমিদাৰসকলৰ দৰেই গিৰ্জাৰ অধীনৰ মাটিবাৰীত খেতিয়ক, ভূমিদাস আদি বহুতৰাই কঠোৰ সামন্ততান্ত্ৰিক শোষণ আৰম্ভ কৰিলে। সাধাৰণ প্ৰজাৰ ওপৰত নানা তৰহৰ কৰ-কাটলৰ প্ৰচণ্ড বোজা জাপি দিয়া হ'ল। আৰু এই শোষণ-লব্ধ সম্পদেৰে শাসকশ্ৰেণীয়ে গঢ়ি তুলিলে বিৰাট বিৰাট ৰাজপ্ৰাসাদ, গিৰ্জাঘৰ, মনাষ্টি আৰু নগৰ-চহৰ। চহৰবোৰক কেন্দ্ৰ কৰি ব্যৱসায়-বাণিজ্যৰ জৰিয়তে গঢ় লৈ উঠিল বণিকসকল। দেশৰ খেতিয়ক কাৰিকৰসকল সামন্তীয় শোষণৰ চেঁপাত কোঙা হৈ পৰাৰ লগে লগে মস্কোৰ ৰাজবংশ আৰু ৰাজ্যৰ সামৰিক ৰাজনৈতিক শক্তি বাঢ়ি আহিবলৈ ধৰিলে। ইউৰোপ আৰু এছিয়াৰ অন্যান্য ঠাইৰ লগত বেহাবেপাৰ কৰি এই চহৰীয়া বণিকসকলৰ হাতত জমা হ'বলৈ ধৰিলে পুঁজি।

সেই সময়ত সমাজৰ সকলোশ্ৰেণীৰ মানুহে মস্কোক কেন্দ্ৰ কৰি এক বিৰাট ঐক্যবদ্ধ ৰাষ্ট্ৰ গঢ়াৰ কল্পনা কৰিছিল, নানান কাৰণত।

সকলো শ্ৰেণীৰেই এই আকাংক্ষাৰ মূলতে আছিল অৱশ্যে নিজা নিজা স্বাৰ্থ।

ৰজাই বিচাৰিছিল আৰু অধিক ক্ষমতা, আৰু বিশাল ৰাজ্য।

বৃহৎ সামন্তসকলে ভাবিছিল মস্কোৰ প্ৰতিপত্তি প্ৰসাৰৰ লগে লগে তেওঁলোকৰ নিজৰ ক্ষমতা আৰু সম্পদ বঢ়োৱাৰ আৰু বাট ওলাব।

ক্ষুদ্ৰ সামন্তসকলে দেখিছিল যে ৰাজ্য শক্তিশালী আৰু ডাঙৰ হ'লেহে তেওঁলোকৰো জমিদাৰি আৰু ডাঙৰ হ'ব, সম্পত্তি আৰু বাঢ়িব।

গিৰ্জাই নিজৰ প্ৰভাৱ-প্ৰতিপত্তি বহলাবৰ বাবে বিচাৰিলে এখন একত্ৰিত ৰাষ্ট্ৰ।

বণিক সাউদসকলে ভাবিছিলে যে এখন ডাঙৰ, সুস্থিৰ দেশত তেওঁলোকে ব্যৱসায়-বাণিজ্য বহলাই ধন ঘটিবলৈ আৰু বেছি সা-সুবিধা পাব।

আৰু সাধাৰণ মানুহে?

সাধাৰণ খেতিয়ক কাৰিকৰ ভূমিদাসসকলে ভাবিছিলে যে দেশখন একত্ৰিত হৈ সমৃদ্ধিশালী হ'লে তেওঁলোকৰ দৈনন্দিন দুখ-যাতনাৰো কিঞ্চিৎ উপশম হ'ব।

গতিকে সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ সমৰ্থনত মস্কোৰ ৰাজকুমাৰৰ, বিশেষকৈ ৰাজকুমাৰ প্ৰিন্স ডিমিট্ৰি আইভানভিচ্‌ৰ ৰাজত্ব কালৰ পৰা ৰাছিয়াৰ ঐক্যবদ্ধকৰণৰ কাম মহা উৎসাহেৰে আৰম্ভ হ'ল। টাটাৰ-মংগোলসকলৰ বিৰুদ্ধে কেইবাখনো যুদ্ধত জিকি তেওঁ আৰু শক্তিশালী হৈ পৰিল। ক্ৰেমলিনৰ সুদৃশ্য প্ৰাসাদ আৰু মস্কোৰ প্ৰতিৰক্ষাৰ দুৰ্গও তেওঁৰ দিনতেই নিৰ্মাণ কৰা

হ'ল। উত্তৰৰ বাল্টিক সাগৰৰ পাৰৰ লিথুৱানীয়সকলৰ আক্ৰমণো তেওঁ সফলতাৰে প্ৰতিহত কৰিলে। সেয়া আছিল ১৩৭৮ চন। ইয়াৰ ১০০ বছৰৰ ভিতৰত মস্কোৰ প্ৰতিপত্তি দোপতদোপে বাঢ়ি আহিল আৰু ১৪৭০ চনত নভগৰড এলেকাৰ সামন্ত ৰাজ্যও মস্কোৰ অধীন হৈ পৰিল। ৰাচিয়া আকৌ এবাৰ ঐক্যবদ্ধ হ'ল আৰু মস্কোৰ শাসকজন হৈ পৰিল 'সমগ্ৰ ৰাচিয়াৰ সৰ্বময় শাসক'। ১৬ শতিকালৈ সমগ্ৰ ৰাচিয়াৰ কেন্দ্ৰীকৰণ প্ৰক্ৰিয়াই আগবাঢ়ি গৈ সম্পূৰ্ণতা লাভ কৰিলে। ইউৰোপৰ পৰা ইউৰাল পৰ্বতমালা পাৰ হৈ এচিয়ালৈকে কেন্দ্ৰীভূত ৰাচিয়াৰ শাসন প্ৰৱৰ্তন হ'ল। মস্কোৰ শাসকজনক এতিয়া সম্ৰাট বা জাৰ বুলি অভিহিত কৰা হ'ল আৰু ৰাচিয়াক 'জাৰ শাসিত ৰাচিয়া' বুলি কোৱা হ'ল। ১৫৪৭ চনৰ জানুৱাৰী মাহত মস্কোৰ ৰাজকুমাৰ চতুৰ্থ আইভানক পোন প্ৰথমবাৰৰ বাবে জাৰৰ মুকুট পিন্ধোৱা হ'ল। প্ৰাচীন ৰোমৰ 'চিজাৰ' শব্দৰ পৰা আহিছে এই জাৰ শব্দ।

এজন সম্ৰাট বা জাৰৰ অধীনত সমগ্ৰ ৰাচিয়াৰ শাসন কেন্দ্ৰীকৰণ কৰাৰ প্ৰক্ৰিয়া অৱশ্যে সম্ভৱপৰ হৈছিল বৃহৎ সামন্ত ভূস্বামীসকলক উৎখাত কৰাৰ মাজেদিহে।

জাৰ 'আইভান ডি টেৰিবলৰ' শাসনকালত এই কাম যুঁজবাগৰ আৰু ৰক্তপাতৰ মাজেদিও সমাধা কৰা হৈছিল। ডাঙৰ ডাঙৰ সামন্ত প্ৰভু ভূস্বামী-সকলে যাতে ভৱিষ্যতে মস্কোৰ ক্ষমতাৰ প্ৰতিদ্বন্দ্বী হিছাপে মূৰ দাঙি উঠিব নোৱাৰে, ৰাচিয়াৰ কেন্দ্ৰীয় ক্ষমতা আৰু ঐক্য যাতে আকৌ বিপদাপন্ন কৰিব নোৱাৰে, তাৰবাবে তেওঁলোকৰ মাটি-বাৰী, সা সম্পত্তি আদি কাঢ়ি লোৱা হৈছিল আৰু সময়ে সময়ে তেওঁলোকক হত্যাও কৰা হৈছিল। মস্কোৰ শাসকসকলৰ বিশ্বাসী সেনানায়কসকলৰ মাজত তেওঁলোকৰ বিশ্বস্ততাৰ পুৰস্কাৰ হিছাপে এই বিশাল জমিদাৰিবোৰ সৰু সৰু জমিদাৰিলৈ ভাগ ভাগ কৰি বিলাই দিয়া হৈছিল। জাৰৰ দ্বাৰা পুৰস্কৃত এই সেনানায়ক নতুন জমিদাৰসকল এহাতে যেনেদৰে জাৰৰ প্ৰতি বিশ্বস্ত আৰু কৃতজ্ঞ আছিল, আনহাতে নিজৰ অস্তিত্বৰ বাবে তেওঁলোক সম্পূৰ্ণভাৱে জাৰৰ মৰ্জিৰ ওপৰত নিৰ্ভৰশীল আছিল। কোনোকালেই তেওঁলোক অধিক শক্তিমন্ত হৈ জাৰৰ ক্ষমতাৰ প্ৰতিদ্বন্দ্বী হ'ব নোৱাৰিছিল।

এই সৰু সৰু জমিদাৰসকলে কিন্তু তেওঁলোকৰ সীমিত এলেকাত সামন্ত-শোষণৰ মাত্ৰা বঢ়াই আনিছিল ক্ৰমানুয়ে। ৰাচিয়াৰ সাধাৰণ খেতিয়ক কাৰিকৰ-সকলক তেওঁলোকে নানাতৰহৰ সামন্তীয় শোষণৰ আইন কানুনেৰে বান্ধি পেলাইছিল। এওঁলোকৰ সামান্যতম স্বাধীনতাখিনিও জমিদাৰসকলে ক্ৰম-

শোষণৰ ( কৰভি ) আইনেৰে নিশ্চিহ্ন কৰি পেলাইছিল। এই আইনৰ জৰিয়তে খেতিয়ক কাৰিকৰসকলে আগৰ সামন্তীয় সম্পৰ্কৰ অধীনত বিনাবেতনে কাম কৰি দিয়াৰ ওপৰণিকৈ মালিকসকলৰ বাবে আৰু বছৰেকেইটা নিৰ্দিষ্ট দিনত বিনাবেতনে খাটি দিবলগীয়া হৈছিল। বাচিয়াৰ খেতিয়কসকলে তেওঁলোকৰ সামান্যতম স্বাধীনতাকণো হেৰুৱাই ক্ৰমাগতভাৱে ভূমিদাস ( Serf ) আৰু বন্ধুৱা খেতিয়কলৈ ( Bondsman ) পৰিণত হৈছিল।[৫]

কেন্দ্ৰীভূত জাৰ শাসনে সাধাৰণ প্ৰজাৰ মংগল সাধন কৰাতকৈ তেওঁলোকৰ ওপৰত আইন আৰু ৰাষ্ট্ৰযন্ত্ৰৰ সহায়ত অধিক কটকটীয়া সামন্তশোষণৰ বোজাহে জাপি দিছিল।

# ৪

## মহান পিটাৰৰ সমাজ সংস্কাৰ



● সামন্ততান্ত্ৰিক শোষণৰ বিৰুদ্ধে বিদ্ৰোহ ● কচাক সকলৰ আবিৰ্ভাৱ ● কেন্দ্ৰীয় কৰ্তৃত্বৰ খহনীয়া আৰু সামন্তপ্ৰভুসকলৰ ক্ষমতাৰ অভিয়া-অভি ● ওঠৰ শতিকা আৰু জাৰ পিটাৰৰ অধীনত ৰাছিয়াৰ একত্ৰীকৰণ ● জাৰ 'মহান' পিটাৰৰ নিৰ্দয় সমাজ সংস্কাৰ ● ৰাছিয়াত শিল্পায়নৰ আৰম্ভণি ● সংস্কাৰৰ ফলাফল—সামন্ততান্ত্ৰিক অভিজাততন্ত্ৰৰ ঠাইত অভিজাত স্বৈৰতান্ত্ৰিক-আমোলাতান্ত্ৰিক—শাসনব্যৱস্থাৰ পত্তন ● আধুনিক যুগৰ বাটত ৰাছিয়া।

টোকা আৰু প্ৰসংগ :

(1) Schmidt, S et al, A Short History of the USSR. Progress Publishers, Moscow. 1987, p. 47—51.

(2) ibid,

(3) ibid,

(4) ibid,

(5) ibid,

সাধাৰণ প্ৰজাই কিন্তু এই ভয়াবহ সামন্ত শোষণ অকাতৰে মানি লোৱা নাছিল।

বিদ্ৰোহ হৈছিল প্ৰচুৰ।

খেতিয়কসকলৰ মাজৰ বিক্ষোভে সঘনাই বিদ্ৰোহৰ ৰূপ লৈ সামন্তীয় অত্যাচাৰৰ বিৰুদ্ধে ফাটি পৰিছিল। এই কৃষক অভ্যুত্থানবোৰৰ চৰিত্ৰ আছিল মূলতে স্থানীয়। দেশৰ এক বিৰাট অঞ্চল জুৰি হাবিৰ জুইৰ দৰে এইবোৰ জ্বলি উঠাতকৈ ব্যক্তিগত জমিদাৰৰ অত্যাচাৰৰ বিৰুদ্ধেহে এই বিদ্ৰোহবোৰ আৰম্ভ হৈছিল। গতিকে জমিদাৰৰ সহায়ত জাৰৰ প্ৰশাসনে সহজেই এইবোৰক দমন কৰিব পাৰিছিল। আৰ্দশাত্মক দিশৰ পৰাও এই বিদ্ৰোহবোৰৰ লক্ষ্য আছিল ঋণাত্মক বা নিগেটিভ। অৰ্থাৎ নতুন শোষণমুক্ত ব্যৱস্থাৰ লক্ষ্য আগত ৰাখি নতুন সমাজ গঢ়াৰ দিশত এইবোৰ পৰিচালিত হোৱাতকৈ, প্ৰচলিত সমাজৰ অত্যাচাৰৰ বিৰুদ্ধে, বিশেষকৈ এজন অত্যাচাৰী শাসকৰ ঠাইত এইবোৰে একে ব্যৱস্থাৰ অধীনত এজন ভাল শাসক বা 'ভাল জাৰ'ৰ সন্ধানহে কৰিছিল। বিক্ষুব্ধ খেতিয়ক কাৰিকৰৰ সমাজখনৰ মাজত এনেধৰণৰ পাছপৰা ৰাজনৈতিক চিন্তাধাৰা, বিশেষকৈ এজন দয়ালু শাসকৰ প্ৰতি থকা তেওঁলোকৰ আকৰ্ষণৰ সুবিধা কিন্তু এচামে ভালদৰেই গ্ৰহণ কৰিছিল। মস্কোৰ সিংহাসন প্ৰত্যাশী বহুতো ৰাজকুমাৰে সময়ে সময়ে সেয়ে 'জাৰৰ' বিৰুদ্ধে যুদ্ধযাত্ৰা আৰম্ভ কৰিবলৈ এই শ্ৰেণীটোৰ সহায় সমৰ্থন আদায় কৰিবলৈ সক্ষম হৈছিল। সমগ্ৰ ১৭ আৰু ১৮ শতিকা জুৰি ৰাচিয়াৰ বুকুত এনেধৰণৰ ঘটনা সঘনাই ঘটি থকা দেখিবলৈ পোৱা গৈছিল।[1]

কেতিয়াবা সামন্ত শোষণত অতিষ্ঠ হৈ পৰি, নাইবা এক বিফল অভ্যুত্থানৰ পাছত প্ৰাণৰ ভয়ত শয়ে শয়ে ৰাচিয়াৰ খেতিয়ক আৰু কাৰিকৰে নিজা নিজা ঘৰবাৰী এৰি ৰাচিয়াৰ দক্ষিণ-পূবৰ উন্মুক্ত স্তেপভূমিৰ ফালে পলাই গৈছিল। কেতিয়াবা প্ৰাকৃতিক দুৰ্যোগৰ ফলত কেবাবছৰো খেতিবাতি ভাল নহ'লে দেশত দেখা দিয়া ভয়াবহ আকালৰ সময়তো বহু ভূমিদাসে জমিদাৰবোৰ এৰি দক্ষিণলৈ ঢাপলি মেলিছিল।

ডন নদীৰ পাৰৰ মুকলি তৃণভূমিত তেওঁলোকে গৈ জনবসতি গঢ়ি তুলিছিল। এই পলাই যোৱা ভূমিদাস, বনুৱা খেতিয়ক, কাৰিকৰসকলৰ সতি-সন্ততিবোৰেই পিছলৈ এই অঞ্চলত 'কচাক' নামেৰে বিখ্যাত হৈ পৰিছিল।[2]

সামন্ত শোষণত জৰ্জৰিত হৈ ঘৰবাৰী এৰি পলাই যোৱা এই কচাকসকলৰ মনত কিন্তু জাৰৰ প্ৰতি বিতৃষ্ণাতকৈ শ্ৰদ্ধাৰ মনোভাবহে আছিল বেছি প্ৰবল। আগতেই উনুকিয়াই অহা পাছপৰা ৰাজনৈতিক চেতনাবোধেই আছিল ইয়াৰ কাৰণ। আৰু, এই মানসিকতাৰ সুবিধা জাৰসকলে ভালদৰেই গ্ৰহণ কৰিছিল।

জাৰ প্ৰশাসনে এই কচাকসকলক ৰাচিয়াৰ দক্ষিণ সীমান্ত তুৰ্কী সাম্ৰাজ্যৰ

সুৰক্ষা ৰক্ষা কৰিবলৈ আৰু ৰাজকীয় সেনাবাহিনীত সকলোৰ বাবে ব্যৱহাৰ কৰিছিল। জাৰৰ অধীনত ভাৰাতীয়া সৈনিক হিচাপে এওঁলোকক ৰাচিয়াৰ খেতিয়কসকলৰ বিক্ষোভ-বিদ্ৰোহ আদি দমন কৰাৰ কামত ব্যৱহাৰ কৰা হৈছিল। যুদ্ধ, প্ৰতিৰক্ষা আৰু অন্যদেশ আক্ৰমণ কৰাৰ কামতো এওঁলোকক লগোৱা হৈছিল। গিৰ্জা আৰু প্ৰশাসনৰ জৰিয়তে এই কচাকসকলৰ মনত এক বিস্মৃত যুঁজাৰু জাতিৰ গৌৰৱপূৰ্ণ পৰম্পৰাৰ ধাৰণা সুমুৱাই দিয়া হৈছিল আৰু লাহে লাহে কচাক সেনানায়কসকলক মাটি-বাৰী, খাত-পাম, জমিদাৰি আদি দি কচাক-সকলৰ মাজতো সামন্তবাদৰ বীজ ৰোপণ কৰা হৈছিল। সাধাৰণ কচাক প্ৰজাক জাৰৰ প্ৰতি বিশ্বাসী কৰি ৰাখিবৰ বাবে কৰ-কাটল আৰু মাটি-বাৰীৰ ক্ষেত্ৰত বহুতো সা-সুবিধা প্ৰশাসনে প্ৰদান কৰিছিল। বিশেষকৈ ব্যক্তিগত আৰু সামূহিক মাটি, হাবি-জংঘল-নদী আদি ব্যৱহাৰৰ ওপৰত এওঁলোকৰ কিছুমান অধিকাৰ মানি লোৱা হৈছিল। জাৰ প্ৰশাসনৰ এনে নীতিৰ ফলত লাহে লাহে কচাকসকলে ৰাচিয়াৰ সাধাৰণ প্ৰজাৰ পৰা নিজকে এক স্বকীয়া সম্প্ৰদায় হিচাপে ভাবিবলৈ আৰম্ভ কৰিছিল।[৩]

সামন্ততন্ত্ৰৰ অক্টোপাচৰ কালগৰাহৰ পৰা অৱশেষত কচাক অঞ্চলবোৰো কিন্তু ৰক্ষা নপৰিলগৈ। কচাক সেনাবাহিনীৰ সেনানায়কসকলক খাত-পাম আদি দিয়াৰ জৰিয়তে যি অভিজাত ভূস্বামী বৰ্গটোৰ সৃষ্টি কৰা হৈছিল, সিয়েই অৱশেষত গৈ কচাক খেতিয়কসকলক নানা অৰ্থনীতি বহিৰ্ভূত সামন্তীয় প্ৰক্ৰিয়াৰে শোষণ আৰম্ভ কৰিছিল।

এই যোদ্ধা কচাকসকলে ৰাচিয়াৰ ইতিহাসত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। জাৰৰ হৈ যুদ্ধ কৰাৰ পৰা আৰম্ভ কৰি বিৰাট বিৰাট সামন্তবাদ-বিৰোধী গণজাগৰণৰ নেতৃত্বও তেওঁলোকেই দিছে। ১৬৬৭ খ্ৰীঃত ডন অঞ্চলৰ কচাকসকলৰ মাজৰ পৰা স্তেপান ৰাজডিন্ নামৰ নেতা এজনৰ আৱিৰ্ভাৱ হয় আৰু তেওঁৰ নেতৃত্বতে পোন প্ৰথমবাৰৰ বাবে সামন্তীয় শোষণৰ বিৰুদ্ধে, ভূমিদাস প্ৰথা বিলুপ্তিৰ বাবে বৃহৎ এক কৃষক অভ্যুত্থান গঢ়ি উঠে।[৪]

ভূস্বামীসকলৰ একাংশৰ পৰা আৰম্ভ কৰি দেশৰ নিপীড়িত কৃষক কাৰিকৰ-সকলৰ এক বৃহৎ অংশক স্তেপান ৰাজডিনে ঐক্যবদ্ধ কৰিবলৈ সক্ষম হৈছিল। সামন্ত শোষণৰ বিৰুদ্ধে আৰম্ভ হৈছিল ৰাচিয়াৰ প্ৰথম শ্ৰেণীসংগ্ৰাম। বহুতো সাময়িক বিজয়ৰ পাছতো অৱশেষত ভূস্বামীসকলৰ বিশ্বাসঘাতকতাৰ বাবে স্তেপান ৰাজডিনৰ এই অভ্যুত্থান বিফল হয়গৈ।

খেতিয়কসকল যি সময়ত সামন্তশোষণৰ বিৰুদ্ধে বিদ্ৰোহত ফাটি পৰিছিল, সেই সময়ত ভূস্বামীসকল আকৌ এবাৰ নিজৰ মাজতে প্ৰচণ্ড কলহত লিপ্ত হৈ পৰিছিল। ইতিমধ্যে এওঁলোকৰ বিভিন্ন জোটবন্ধন গঢ় লৈ উঠিছে আৰু বিভিন্ন গোটে জাৰক নিজৰ কব্জাত ৰাখি দেশৰ পৰিচালনা নিয়ন্ত্ৰণ কৰাৰ কুচকাৱাজ

আৰম্ভ কৰিছে। নিজৰ স্বাৰ্থৰ বাবে এওঁলোকে বিদেশী শক্তিৰ লগত হাত মিলাবলৈকো কুণ্ঠাবোধ কৰা নাই। এচামে পোলেণ্ডৰ শাসকসকলৰ লগ হৈ সেইদেশৰ ৰাজকুমাৰ এজনক আনি মস্কোৰ সিংহাসনত বহুৱাইছেহি। ফলত মস্কো নগৰী বহুদিন পোলেণ্ডৰ অধীন হৈ থাকিল আৰু ৰাচিয়াৰ, বিশেষকৈ ইউক্রাইনত বহুতো ডাঙৰ ডাঙৰ জমিদাৰি পোলেণ্ডৰ অভিজাতসকলে লাভ কৰিলে। ইয়াৰ বিৰুদ্ধে আনফালে আন এচাম ৰাচিয়াৰ অভিজাতে মিখাইল ৰমাণভ নামৰ এজন ১৬ বছৰীয়া কিশোৰক ৰাচিয়াৰ 'জাৰ' বুলি ঘোষণা কৰিলে। এওঁৰ পৰাই বিখ্যাত ৰমাণভ ৰাজবংশৰ আৰম্ভ হৈছিল। সামন্ত প্ৰভুসকলৰ এই বিভিন্ন গোটবোৰৰ মাজত ক্ষমতাৰ এই আঁৰিয়া-আঁৰিৰ ফলত এহাতে সাধাৰণ খেতিয়ক কাৰিকৰ প্ৰজাৰ দুখ-দুৰ্দশা কুলাই পাচিয়ে নধৰা হৈ পৰিছিল আৰু আনহাতে ৰাচিয়াৰ ঐক্য আৰু অখণ্ডতা আকৌ এবাৰ বিপদাপন্ন হৈ পৰিছিল।

১৮ শতিকালৈহে ৰাচিয়া আকৌ এবাৰ এজন শক্তিশালী জাৰৰ অধীনত ঐক্যবদ্ধ হ'বলৈ সক্ষম হৈছিলগৈ। এই জাৰ জন আছিল প্ৰথম পিটাৰ। তেওঁৰ দিনতে এলানি সুদূৰপ্ৰসাৰী সংস্কাৰ সাধন কৰা হৈছিল। এই সংস্কাৰ লানিৰ কেবাটাও উদ্দেশ্য আছিল। দেশত বাঢ়ি অহা কৃষক বিক্ষোভ শাম কটাবৰ বাবে শাসকশ্ৰেণীয়ে এনে সংস্কাৰব্যৱস্থা কিছুমান গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। দ্বিতীয়তে ইযাৰ জৰিযতে সমাজত নিজৰ অৱস্থান শক্তিশালী কৰা আৰু পশ্চিমীয়া সভ্যতা তথা নীতি-নিয়ম ৰাচিযাত প্ৰচলন কৰাও অন্যতম উদ্দেশ্য আছিল। এনে সংস্কাৰ কেতিয়াবা শক্তি প্ৰয়োগৰ দ্বাৰা নৃশংস আৰু বলাৎ ভাৱেও সম্পন্ন কৰা হৈছিল। জাৰ পিটাৰৰ সংস্কাৰৰ বিষয়ে লেনিনে পাছত লেখিছিল যে ৰাচিযাত পশ্চিমীয়া সভ্যতা আৰু সংস্কৃতি প্ৰচলন কৰোতে অসভ্য উপায়েৰে অসভ্যতাৰ বিৰুদ্ধে যুঁজ কৰা হৈছিল।[৫]

পিটাৰৰ সংস্কাৰত শাসকশ্ৰেণীক দুৰ্বল কৰিব পৰা নাইবা ই ভোগ কৰি থকা সা-সুবিধা কমোৱাৰ কোনো ব্যৱস্থা নাছিল। বৰঞ্চ ভূমিদাসপ্ৰথা আৰু অধিক কটকটীয়া আৰু কাৰ্যক্ষম কৰি তোলাৰ জৰিয়তে এইবোৰ অধিক ব্যাপক কৰি তোলাৰহে পদক্ষেপ ইযাত লোৱা হৈছিল। পিটাৰৰ সংস্কাৰৰ দীৰ্ঘম্যাদী লক্ষ্য আছিল ৰাচিয়াৰ অৰ্থনৈতিক পশ্চাৎপদতা দূৰ কৰি ৰাচিয়াৰ অভিজাত ভূস্বামী আৰু ধনী ব্যৱসায়ীসকলক অৰ্থনৈতিক আৰু ৰাজনৈতিকভাৱে সবল কৰি তোলা, আৰু ইয়াৰ জৰিয়তে স্বৈৰতান্ত্ৰিক ৰাচিয়াৰ আন্তৰ্জাতিক অৱস্থান শক্তিশালী কৰি তোলা।

এই জাৰ পিটাৰৰ দিনতেই ৰাষ্ট্ৰৰ প্ৰত্যক্ষ সাহায্যত পোন প্ৰথমবাৰৰ বাবে দেশত উদ্যোগ প্ৰতিষ্ঠাৰ কাম আৰম্ভ কৰা হৈছিল। ৰাষ্ট্ৰীয় কোষাগাৰৰ ধনেৰে দেশৰ শতকৰা ৪০ ভাগ শিল্পউদ্যোগ গঢ়ি তোলা হৈছিল। লো আৰু

তাঁখা শিল্প, ধাতু শিল্প, জাহাজ নিৰ্মাণ কাৰখানা আৰু কাপোৰ শিল্প গঢ়ি তোলা হৈছিল ব্যাপকভাৱে। নানা তৰহৰ ঔদ্যোগিক উৎপাদন আৰম্ভ হৈছিল আৰু চাওঁতে চাওঁতে ৰাচিয়া ইউৰোপৰ ভিতৰতে এক লেখত ল'বলগীয়া ঔদ্যোগিক শক্তিত পৰিণত হৈছিল। শিল্পায়নৰ বিকাশৰ লগে লগে দেশৰ কয়লা আৰু ধাতুৰ খনিবোৰতো প্ৰচুৰ উৎপাদন আৰম্ভ কৰা হৈছিল।

এই খনি আৰু শিল্প উদ্যোগবোৰত খেতিয়ক প্ৰজাক কিন্তু জোৰকৈ কামত লগোৱা হৈছিল। কৃষিৰ ক্ষেত্ৰত ভূমিদাসসকলক যেনেদৰে বিনা পাৰিশ্ৰমিকেৰে কাম কৰোৱা হৈছিল, তেনেদৰে শিল্প আৰু খনিবোৰতো এই খেতিয়ক আৰু ভূমিদাসসকলক বিনাবেতনে কামত লগোৱা হৈছিল। বছৰেকত কিছুমান নিৰ্দিষ্ট দিনত এওঁলোকে খনি বা শিল্পত বিনা পাৰিশ্ৰমিকেৰে বেগাৰ খাটি দিব লগা হৈছিল। অৰ্থাৎ দেশৰ সামন্তীয় ভূমিদাস প্ৰথাটো দেশৰ নতুন শিল্প উদ্যোগবোৰলৈ সম্প্ৰসাৰিত কৰা হৈছিল। ৰাচিয়াৰ উদ্যোগীকৰণৰ প্ৰথম অৱস্থাৰ ই এটা ডাঙৰ বৈশিষ্ট্য আছিল।

লাহে লাঁহে শিল্প উদ্যোগ আৰু বাঢ়ি আহিবলৈ ধৰিলে। ইয়াৰ উন্নতিও হ'বলৈ ধৰিলে আৰু ইয়াৰ লগে লগে শিল্পত অধিক কুশলী আৰু স্থায়ী শ্ৰমিকৰ প্ৰয়োজনীয়তাও আহি পৰিল। বেগাৰ খটা শ্ৰমিকেৰে উদ্যোগ চলোৱা ক্ৰমে অসম্ভৱ হৈ পৰিল। ফলত কাৰখানা, উদ্যোগ আৰু খনিবোৰৰ চৌপাশে নগৰবোৰত এটা কুশলী শ্ৰমিক শ্ৰেণীৰ সৃষ্টি হ'ল। এনেদৰেই সামন্ততন্ত্ৰৰ বুকুৰ মাজত, মূলতে সামন্তীয় সামাজিক সম্পৰ্কৰ অধীনতেই ৰাচিয়াত এক ঔদ্যোগিক সৰ্বহাৰা শ্ৰমিক শ্ৰেণীয়ে জন্ম লাভ কৰিলে। সমাজত যুগ পৰিৱৰ্তনৰ প্ৰথম বীজ অংকুৰিত হ'ল।

এই জাৰ পিটাৰেই প্ৰথমে মস্কোৰ পৰা ৰাজধানী উঠাই নিবলৈ স্থিৰ কৰি উত্তৰৰ বাল্টিক সাগৰৰ পাৰত এখন নগৰ গঢ়ি তুলিবলৈ আৰম্ভ কৰিলে। এই নগৰক কেন্দ্ৰ কৰিয়েই বিৰাট বিৰাট শিল্প উদ্যোগবোৰো গঢ় লৈ উঠিল। জাৰ পিটাৰৰ নাম অনুসৰিয়েই এই নগৰৰ নাম ৰখা হ'ল 'চেণ্ট পিটাৰ্চবাৰ্গ''।

সমাজতান্ত্ৰিক বিপ্লৱৰ চালিকাশক্তি ঔদ্যোগিক শ্ৰমিকশ্ৰেণী আৰু বিপ্লৱৰ জন্মস্থান চেণ্ট পিটাৰ্চবাৰ্গ নগৰখনে প্ৰায় একেসময়তেই জন্মলাভ কৰিলে।

জাৰ পিটাৰৰ সংস্কাৰবোৰে আধুনিক ৰাচিয়াৰ জন্ম দিলে বুলি ক'ব পৰা যায়। ৰাচিয়াক এক লেখত ল'বলগীয়া ঔদ্যোগিক শক্তিত পৰিণত কৰাৰ উপৰিও ইয়াক সামৰিকভাৱেও তেওঁ শক্তিশালী কৰি তুলিলে। সেনাবাহিনীতো তেওঁ বহুত সংস্কাৰ সাধন কৰিলে। নিয়মীয়া বাধ্যতামূলক মকৰলৰ জৰিয়তে এক ৰাষ্ট্ৰীয় স্থায়ী সেনাবাহিনী গঢ়ি তোলাৰ উপৰিও তেওঁ সেনাবাহিনীৰ

বিষয়াসকলক পদমৰ্যাদাৰ পৰিবৰ্তে যোগ্যতাৰ ভিত্তিত নিয়োগ কৰাৰ ব্যৱস্থা কৰিলে। যদিও বিষয়াসকলক অভিজাত আৰু ভূস্বামী জমিদাৰসকলৰ পৰিয়ালৰ পৰাই নিৰ্বাচিত কৰা হৈছিল তথাপিও তেওঁলোকক বাধ্যতামূলকভাৱে সৈনিকৰ প্ৰশিক্ষণ দিয়াৰ লগতে যোগ্যতা আৰু সাহসিকতাৰ ভিত্তিত পদোন্নতি দিয়াত সেনাবাহিনী অধিক শক্তিশালী আৰু কুশলী হৈ পৰিল। তেওঁৰ দিনতে ৰাচিয়াৰ নৌবহৰো প্ৰতিষ্ঠা কৰা হয় আৰু এই সেনা আৰু নৌবাহিনীৰে তেওঁ উত্তৰে চুইডেনৰ আক্ৰমণ আৰু দক্ষিণে তুৰ্কীক পৰাজিত কৰি ৰাচিয়াৰ সীমা আৰু বহলাবলৈ সক্ষম হয়। বাল্টিকসাগৰৰ পৰা কৃষ্ণসাগৰলৈ ৰাচিয়াৰ সাম্ৰাজ্য বহল হৈ পৰে আৰু জাৰ পিটাৰক ১৭২১ চনত এই বিশাল সাম্ৰাজ্যৰ সম্ৰাট বুলি ঘোষণা কৰা হয়।

দেশৰ সমাজজীৱনতো তেওঁৰ সংস্কাৰৰ গভীৰ প্ৰভাৱ পৰিছিল। এহাতে মুক্ত ব্যৱসায়-বাণিজ্যৰ সা-সুবিধা সৃষ্টি আনহাতে দেশখন কেবাখনো প্ৰদেশত ভাগ কৰি প্ৰশাসনব্যৱস্থা কাৰ্যকৰী হিছাপে গঢ়ি তোলাত ৰাচিয়াত বাণিজ্যৰ বিকাশৰ লগতে প্ৰশাসনিক সুস্থিৰতা আহিছিল। উন্নততীয়া আইনী ব্যৱস্থা, এক সুষম আৰু ধৰ্মনিৰপেক্ষ (গিৰ্জাৰ প্ৰত্যক্ষ নিয়ন্ত্ৰণৰ পৰা মুক্ত) স্কুল স্থাপনৰ জৰিয়তে শিক্ষাৰ প্ৰসাৰ, কাৰিকৰী, অভিযান্ত্ৰিক আৰু চিকিৎসাবিদ্যা শিক্ষাৰ অনুষ্ঠান স্থাপন, গিৰ্জাৰ কাম-কাজ পৰিচালনাৰ বাবে 'চিনড' নামৰ উচ্চতম অনুষ্ঠান গঠন, চহৰ পৰিচালনাৰ বাবে প্ৰাথমিক পৌৰ প্ৰশাসন গঢ়ি তোলা আৰু দেশৰ কেন্দ্ৰীয় শাসন তথা আইন প্ৰণয়নৰ বাবে পূৰ্বৰ ভূস্বামী বা বয়াৰসকলৰ ডুমা (পাৰ্লিয়ামেণ্ট) খনৰ ঠাইত এখন শক্তিশালী কেন্দ্ৰীয় চিনেট সভা গঠন জাৰ পিটাৰৰ সংস্কাৰ কাৰ্যৰ কিছুমান প্ৰধান দিশ আছিল। এই সংস্কাৰবোৰৰ ফলত দেশত স্বৈৰতান্ত্ৰিক কেন্দ্ৰীভূত শাসনব্যৱস্থা অতি শক্তিশালী হৈ উঠিছিল আৰু দেশত এই শাসন চলাবৰ বাবে এক ব্যাপক আমোলাচক্ৰ গঢ়ি উঠিছিল। এই আমোলাতান্ত্ৰিক স্বৈৰতন্ত্ৰই দেশৰ নাগৰিকসকলৰ দৈনন্দিন জীৱন আনকি তেওঁলোকৰ আচাৰ-ব্যৱহাৰ, পিন্ধা কাপোৰ পৰ্যন্ত নিৰ্ণয় কৰি দিছিল। ৰাচিয়াৰ পৰম্পৰাগত সাজ-পোছাক পিন্ধাটো নিষিদ্ধ কৰি সকলোকে হাংগেৰিৰ কোটৰ আৰ্হিৰ চোলা পিন্ধিবলৈ বাধ্য কৰা হৈছিল।

এই আটাইবোৰ সংস্কাৰে কিন্তু সমাজৰ অৰ্থনীতিৰ মূল সম্পৰ্কৰ— সামন্ততান্ত্ৰিক জমিদাৰ ভূস্বামী আৰু ভূমিদাসৰ সম্পৰ্কৰ কোনো পৰিবৰ্তন ঘটোৱা নাছিল। বৰঞ্চ, এহাতে অধিক নৰু নৰু জমিদাৰ সৃষ্টি কৰা হৈছিল আৰু এওঁলোকক মাটিৰ গ্ৰাণ্টৰ লগতে তাত খেতি কৰা খেতিয়কসকলৰ ওপৰত কৰ্তৃত্ব প্ৰদান কৰা হৈছিল, আনহাতে ন-কৈ গঢ় উঠা শিল্প উদ্যোগবোৰলৈকো আগেয়ে উনুকিয়াই অহাৰ দৰে সামন্ততান্ত্ৰিক সম্পৰ্কবোৰৰ সম্প্ৰসাৰণ

ঘটোৱা হৈছিল। সমাজৰ সামন্ততান্ত্রিক অর্থনৈতিক বুনিয়াদটো অটুট ৰাখি উপৰুৱা সংস্কাৰমূলক ব্যৱস্থাৰ জৰিয়তে পুঁজিৰ বিকাশ ঘটাই ধনতন্ত্রৰ বিকাশৰ পূর্বচর্ত কিছুমান এই সংস্কাৰৰ জৰিয়তে সৃষ্টি হ'বলৈ আৰম্ভ কৰিছিল।

মধ্যযুগীয় সামন্তীয় পশ্চাৎপদতাৰ পৰা ৰাচিয়া আধুনিক যুগৰ ফালে আগবাঢ়িছিল।

# ৫

## সম্ৰাজ্ঞী কেথেৰীণ, প্ৰথম বিপ্লৱী চিন্তানায়ক আলেকজেণ্ডাৰ ৰেডিচেভ আৰু ডিচেম্বৰ বিদ্ৰোহ



● অস্থিৰতাৰ যুগ আৰু জাৰ্মান আমোলাতন্ত্ৰৰ প্ৰভাৱ ● ৰাজপ্ৰাসাদৰ অভ্যুত্থান ● ইউৰোপত উদাৰনৈতিক চিন্তাধাৰাৰ বিকাশ ● সম্ৰাজ্ঞী কেথেৰীণ আৰু ৰাচিযাত প্ৰতিক্ৰিযাৰ যুগ ● ভুমিদাস প্ৰথা কটকটীয়া কৰা হ'ল ● যেমেলান পুগাচেভৰ নেতৃত্বত কৃষক বিদ্ৰোহ—১৭৭৩-৭৫ ● ৰাচিয়াৰ প্ৰথম বিপ্লৱী চিন্তানায়ক—আলেকজেণ্ডাৰ ৰেডিচেভ—১৯৪৯-১৮০২ ● নেপোলিয়নৰ ৰাচিয়া আক্ৰমণ আৰু পৰাজয় ● ৰুচ সেনাবাহিনীৰ ওপৰত পশ্চিমীয়া প্ৰভাৱ ● পেভেল পেষ্টেল আৰু তৰুণ অভিজাত বিপ্লৱীসকলৰ চিন্তা—পেষ্টেলৰ ৰাচিযাৰ আইন ● ইউনিযন ফৰ চালভেচন, ইউনিয়ন ফৰ ৱেলফেয়াৰ, উত্তৰ আৰু দক্ষিণৰ সমাজ—ৰাচিয়াৰ প্ৰথম বিপ্লৱী সংগঠনৰ জন্ম ● ডিচেম্বৰিষ্ট অভ্যুত্থান আৰু শোকাবহ বিপৰ্যয়, ১৪ ডিচেম্বৰ, ১৮২৫,—সমাজ পৰিৱৰ্তনৰ প্ৰথম বিপ্লৱী প্ৰয়াস।

টোকা আৰু প্ৰসংগ ঃ


(1) Schmidt S et al. A Short History of the USSR. Progress Publishers, Moscow. 1984.

(2) Encyclopedia Brittanica. Vol 17. 1957

(3) ibid—(1) p 60—71

(4) ibid, p 60—71

(5) ibid, p 60—71

(6) Khoros. V, Pantis I Plimak Ye—The Russian Revolutionary tradition Progress Publishers, Moscow. 1988 p 53.

(7) এনচাইক্লপেডিষ্ট—ফৰাচী বিপ্লৱৰ প্ৰাক্কালৰ এচাম চিন্তাশীল লেখক যেনে—হেলভেটিয়াচ, ডিডাৰ', ৰুচ', মেবেল।

(8) opcit (6) p 53.

(9) ibid, p 54.

(10) ibid, p 65.

(11) ibid, p. 61

(12) ibid, p. 13—17

(13) Anikin A—Russian Thinkers. Essays on Socio Economic thoughts in the 18th and 19th Centuries. Progress Publishers, Moscow. 1988. p. 55—69.

১৭২৫ চনত জাৰ পিটাৰৰ মৃত্যুৰ পাছতে ৰাচিয়াৰ ৰাজসিংহাসন লৈ বিভিন্ন প্ৰতিদ্বন্দ্বীৰ মাজত তুমুল অবিৰাম আৰম্ভ হয়। ৩৭ বছৰৰ ভিতৰত সৰ্জনি হয় ৭ জন জাৰ। জাৰৰ ৰাজপ্ৰাসাদ এনে বজা ভঙা-পতা ষড়যন্ত্ৰৰ কেন্দ্ৰবিন্দু হৈ পৰিছিল। দেশৰ আমোলাচক্ৰ আৰু জাৰৰ দেহৰখীয়া সেনাবাহিনীৰ 'গাৰ্ডচ' ৰেজিমেণ্টৰ বিষয়াসকল এনে ষড়যন্ত্ৰবোৰত সোমাই পৰিছিল। বিশেষকৈ গাৰ্ডচ বাহিনীৰ সেনানায়কসকল এনে কামত বেছিকৈ লিপ্ত হৈছিল আৰু তেওঁলোকে পুৰণা জাৰক উৎখাত কৰি নতুন এজনক জাৰ পতাৰ সময়ত নিজৰ বাবে প্ৰচুৰ মাটিবাৰী আৰু অন্যান্য সা-সুবিধা আদায় কৰি লৈছিল।[1]

দেশৰ শাসনকাৰ্য মূলতে পৰিচালনা কৰিছিল আমোলাসকলে। এই আমোলাচক্ৰৰ মাজত জাৰ্মান বিষয়া এচামো আছিল। এটা সময়ত এওঁলোক ৰাজনৈতিকভাৱে অতি শক্তিশালী হৈ উঠিছিল আৰু দেশৰ সকলো গুৰুত্বপূৰ্ণ ৰাজনৈতিক আৰু প্ৰশাসনিক সিদ্ধান্ত তেওঁলোকেই গ্ৰহণ কৰিছিল। স্বাভাৱিকতেই এই বিদেশী আমোলাচক্ৰৰ একাধিপত্যৰ কালছোৱাত ৰাচিয়াৰ আভ্যন্তৰীণ বিকাশ আৰু ইয়াৰ আন্তৰ্জাতিক অৱস্থান বহুতো দুৰ্বল হৈ পৰিছিল। অৱশেষত এই জাৰ্মান বিষয়াসকলৰ প্ৰতি দেশৰ সমগ্ৰ মানুহ বিৰক্ত হৈ উঠাত গাৰ্ডচৰ সেনানায়কসকলে এওঁলোককো ক্ষমতাৰ পৰা উৎখাত কৰে আৰু ১৭৬২ চনত কেথেৰীণ নামৰ মহিলা এগৰাকীক ৰাচিয়াৰ ৰাজসিংহাসনত বহুৱায়। এই জাৰিণা কেথেৰীণৰ শাসনকালতেই ৰাচিয়াৰ ৰাজতন্ত্ৰলৈ আকৌ এবাৰ সুস্থিৰতা ঘূৰি আহে।[2]

সেইযুগত ইউৰোপত, বিশেষকৈ ফ্ৰান্সত উদাৰনৈতিক বুৰ্জোৱা চিন্তাধাৰা (লিবাৰেলিজম) খুব জনপ্ৰিয় হৈ উঠিবলৈ আৰম্ভ কৰে। ফৰাচী বুৰ্জোৱা-শ্ৰেণীৰ সক্ৰিয় পৃষ্ঠপোষকতাতে এই উদাৰনৈতিক চিন্তাধাৰাই পোখা মেলি উঠিছিল। এহাতে সামন্তশোষণৰ অন্ত পেলাই সমাজত নানাতৰহৰ সামাজিক আৰু ৰাজনৈতিক স্বাধীনতাৰ সূচনা কৰিবৰ বাবে সাম্য, মৈত্ৰী আৰু স্বাধীনতাৰ আদৰ্শ জনপ্ৰিয় হৈ উঠিছিল। এনে লিবাৰেল চিন্তাধাৰাৰ ঢৌ আহি ৰাচিয়াৰ শিক্ষিত আৰু শাসকশ্ৰেণীটোৰ মাজতো আহি সোমাইছিল। যি সময়ত ইউৰোপত বণিক আৰু ঔদ্যোগিক পুঁজি নিয়ন্ত্ৰণ কৰা বুৰ্জোৱাসকলে নিজৰ শ্ৰেণীস্বাৰ্থ ৰক্ষা আৰু প্ৰতিষ্ঠাৰ বাবে এই লিবাৰেল ভাবাদৰ্শৰ পৃষ্ঠপোষকতা কৰিছিল, সেইসময়ত ৰাচিয়াত সামন্তবাদৰ লগত ওতঃপ্ৰোতঃভাৱে সাঙোৰ খাই থকা দেশৰ শাসক আমোলা, জমিদাৰ আৰু বণিক শ্ৰেণীয়ে ৰাচিয়াৰ বাবে এই ভাবাদৰ্শক সুকীয়াকৈ প্ৰয়োগ কৰাৰ প্ৰয়াস কৰিছিল। তেওঁলোকে ইয়াক নিজৰ শ্ৰেণীস্বাৰ্থ আৰু সামন্তবাদক ৰক্ষা কৰিবলৈ ব্যৱহাৰ কৰিব খুজিছিল।

তেওঁলোকে চিন্তা কৰিছিল যে ৰাচিয়াত যদি এক উদাৰনৈতিক ৰাজতন্ত্ৰ গঢ়ি তুলিব পৰা যায় তেনে তেওঁলোকেই লাভবান হ'ব আটাইতকৈ বেছি।

তেওঁলোকৰ ক্ষমতা, প্ৰতিপত্তি আৰু সম্পদ বঢ়োৱাৰ আৰু নতুন নতুন বাট ওলাব। তেওঁলোকে ভাবিছিল যে উদাৰ নীতিৰ সুবিধাখিনি, সাম্য, মৈত্ৰী আৰু স্বাধীনতাৰ ফলাফল ভোগ কৰিব তেওঁলোকৰ শ্ৰেণীটোৱে অৰ্থাৎ সামন্ত-সকলে। দেশৰ ভূমিদাস, খেতিয়ক কাৰিকৰৰ কথাতো বাদেই, বণিক আৰু সৰু উদ্যোগপতিসকলকো তেওঁলোকে এই পৰিকল্পনাৰ পৰা বাদ দিছিল। বৰঞ্চ ৰাচিয়াৰ জমিদাৰহঁতৰ এই উদাৰনীতি প্ৰয়োগৰ প্ৰাথমিক পৰীক্ষা-নিৰীক্ষাৰ সময়ছোৱাত দেশত সামন্তশোষণৰ মাত্ৰা বাঢ়িছিলহে।

ফৰাচী বিপ্লৱ সংঘটিত হৈ যোৱাৰ পাছত ফ্ৰান্সত অভিজাত সামন্তসকলৰ দশা দেখি ৰাচিয়াৰ শাসকশ্ৰেণীৰ মাজৰ পৰা এনে বিকৃত উদাৰনৈতিক চিন্তাচৰ্চা লৈ ধেমালি কৰাৰ প্ৰবৃত্তিও সম্পূৰ্ণভাৱে লোপ পালে। জাৰৰ নেতৃত্বত সমগ্ৰ ৰাচিয়াৰ সামন্ত শাসকশ্ৰেণী অতিমাত্ৰাই ৰক্ষণশীল আৰু প্ৰতিক্ৰিয়াশীল হৈ উঠিল। ফৰাচী বিপ্লৱক নিৰ্মূল কৰিবলৈ আৰম্ভ কৰা ইউৰোপীয় ৰাজন্যবৰ্গৰ সামৰিক জোটবন্ধনত ৰাচিয়াও চামিল হৈ পৰিল। নিজৰ দেশতো তেওঁলোকে নতুন নতুন নীতি নিয়ম আৰু আইন কানুনৰ জৰিয়তে এহাতেদি সামন্ততান্ত্ৰিক ব্যৱস্থাক অধিক শক্তিশালী কৰি তুলিলে, আমোলাতন্ত্ৰ আৰু সেনাবাহিনীক আৰু ভালকৈ সংগঠিত কৰি তুলিলে আৰু এইদৰেই দেশৰ খেতিয়ক-কাৰিকৰসকলে পৰম্পৰাগতভাৱে ভোগ কৰি অহা শেষ সামাজিক স্বাধীনতাকণো সম্পূৰ্ণভাৱে হৰণ কৰা হ'ল।[৪]

ভূমিদাসবোৰ অবাধ্য হ'লে মালিক ভূস্বামীসকলে তেওঁলোকক বিচাৰ কৰি জৰিমনা, শাৰীৰিক শাস্তি দিয়াৰ পৰা সুদূৰ চাইবেৰিয়ালৈকো নিৰ্বাসন দিব পৰাৰ আইনী ক্ষমতা লাভ কৰিলে। অকল সেয়ে নহয় ভূমিদাস খেতিয়কহঁতে বিয়া-বাৰু পতাৰ পৰা আৰম্ভ কৰি বিভিন্ন ব্যক্তিগত কামৰ বাবেও জমিদাৰৰ অনুমতি ল'ব লগা হ'ল। সাধাৰণ প্ৰজাই মালিকহঁতৰ বিনা অনুমতিত কোনো ব্যৱসায়-বাণিজ্য কৰা বা এঠাইৰ পৰা আনঠাইলৈ ফুৰা-চকা কৰাৰ ওপৰতো কটকটীয়া প্ৰতিবন্ধকতা লগোৱা হ'ল। আৰু এনেকুৱা বহুত কঠোৰ নিয়মৰ প্ৰচলন হ'ল।

এহাতে দেশত ধনতান্ত্ৰিক ব্যৱস্থাৰ আৰম্ভণি আৰু আনহাতে অধিক কটকটীয়া স্বৈৰতান্ত্ৰিক সামন্তশোষণৰ প্ৰৱৰ্তন, জাৰিণা কেথেৰীণ (দ্বিতীয়)-ৰ শাসনকালৰ এয়ে মূল বৈশিষ্ট্য আছিল।

শাসকশ্ৰেণীৰ এনে অত্যাচাৰী আৰু প্ৰতিক্ৰিয়াশীল চৰিত্ৰৰ বিৰুদ্ধে সেইসময়ত বিৰাট বিৰাট কৃষক অভ্যুত্থানবোৰো আৰম্ভ হৈছিল। ১৭৭৩ ৭৫ চনত ডন নৈৰ পাৰৰ য়েমেলান পুগাচেভ নামৰ কচাক খেতিয়ক এজনৰ নেতৃত্বত আৰম্ভ হোৱা এক প্ৰচণ্ড কৃষক অভ্যুত্থানে সমগ্ৰ ৰাচিয়া কঁপাই তুলিছিল। সামন্ত ভূস্বামীসকলে জাৰৰ চৌপাশে গোট-পিত খাই ভাৰাতীয়া কচাক সেনাবাহিনীৰ

সহায়ত অৱশেষত এই অভ্যুত্থান দমন কৰিবলৈ সক্ষম হ'ল যদিও তেওঁলোকে নিজকে ৰক্ষা কৰিবৰ বাবে দেশত দেশৰ পুনৰগঠনকে আৰম্ভ কৰি আৰু এনানি সংস্কাৰৰ কাৰ্যসূচী হাতত ল'বলৈ বাধ্য হ'ল।

এই সংস্কাৰৰ ব্যৱস্থাবোৰ কিন্তু ভূমিদাস খেতিয়ক-কাৰিকৰসকলক অধিক স্বাধীনতা আৰু সা সুবিধা দিয়াৰ উদ্দেশ্যেৰে লোৱা হোৱা নাছিল, বৰঞ্চ ইয়াৰ জৰিয়তে প্ৰশাসন ব্যৱস্থা, আমোলাতন্ত্ৰ আৰু সেনাবাহিনীক অধিক সংগঠিত আৰু কাৰ্যক্ষম কৰি তোলাৰ জৰিয়তে ভূমিদাস প্ৰথাৰ ওপৰত নিৰ্ভৰশীল সামন্তীয় অৰ্থনীতিকহে অধিক কাৰ্যক্ষম কৰি তুলিব বিচৰা হৈছিল। ফলত শোষণ কমকচাৰি সাধাৰণ মানুহ নন সামন্তীয় আইন-কানুনৰ নাগপাশত বেছিকৈ বান্ধখাইহে পৰিছিল।[4]

ইয়াৰ লগে লগে সমাজত উদাৰনৈতিক চিন্তাধাৰা যাতে বেছিকৈ বিয়পিব নোৱাৰে তাৰ বাবে বৌদ্ধিক আৰু ভাবপ্ৰকাশৰ স্বাধীনতাকো আইনী-বেআইনী চেণ্চৰ ব্যৱস্থাৰ দ্বাৰা নিয়ন্ত্ৰণ কৰিব বিচৰা হৈছিল। কোনোধৰণৰ ফৰাচী কিতাপ আৰু পাছলৈ সকলোধৰণৰ বিদেশী কিতাপৰ প্ৰচলন আৰু পঢ়া নিষিদ্ধ কৰি দিয়া হৈছিল। প্ৰচলিত ব্যৱস্থাৰ স্বৰূপ উদঙাই দিয়া বিখ্যাত নাট্যকাৰ ডেনিচ ফনভিজিন, কবি যাকভ নায়ঝানিন, প্ৰকাশক নিকোলাই নভিকভক চিৰদিনৰ বাবে স্তব্ধ কৰি দিয়া হৈছিল। যিমানেই অত্যাচাৰ উৎপীড়ন বাঢ়ি আহিছিল, সিমানেই ইযাৰ বিৰুদ্ধে প্ৰতিৰোধো প্ৰবল হৈ আহিছিল। সামন্ত-শ্ৰেণীৰ মাজৰ পৰাই সময়ত সামন্তবাদবিৰোধী বুদ্ধিজীৱীৰ জন্ম হৈছিল। আলেকজেণ্ডাৰ ৰেডিচেভ আছিল এনে এজন লেখক। তেওঁ বিখ্যাত 'চেণ্ট-পিটাৰ্চবাৰ্গৰ পৰা মস্কোলৈ ভ্ৰমণ কাহিনী' বোলা ৰচনাখনত প্ৰথমবাৰৰ বাবে সাধাৰণ মানুহৰ ভযাবহ দুখ দুৰ্দশাৰ কথা অংকন কৰিছিল আৰু এই ব্যৱস্থা অন্ত পেলাবৰ বাবে এক বিপ্লৱৰ প্ৰয়োজনীয়তা প্ৰতিপন্ন কৰিছিল। এই লেখনীৰ বাবে তেওঁক প্ৰথমে মৃত্যুদণ্ড দিয়া হৈছিল। পিছত এই দণ্ড মকুব কৰি তেওঁক চাইবেৰিয়ালৈ নিৰ্বাসন দিয়া হয়। এই পোন প্ৰথমবাৰৰ বাবে ৰাচিয়ান সাহিত্যত বিপ্লৱৰ প্ৰয়োজনীয়তাৰ কথা কোৱা হৈছিল।[5] এয়েই আছিল ৰুচ বিপ্লৱৰ চিন্তাধাৰাৰ আৰম্ভণি। এই বিষয়ে কিছু কথা আলোচনা কৰাটো প্ৰয়োজন।

বৰ্তমানৰ চভিয়েট লেখকসকলে আলেকজেণ্ডাৰ ৰেডিচেভক (১৭৪৯—১৮০২) ৰাচিয়াৰ বৈপ্লৱিক চিন্তাধাৰাৰ গৌৰৱোজ্জ্বল পৰম্পৰাৰ প্ৰথম চিন্তানায়ক বুলি অভিহিত কৰিছে।[6] তেওঁ আছিল ৰাচিয়াৰ ভূস্বামী অভিজাত শ্ৰেণীৰ লোক। সম্ৰাজ্ঞী দ্বিতীয় কেথেৰীণৰ দিনতে তেওঁ চৰকাৰী পৃষ্ঠপোষকতাত লাইপজিগ্ বিশ্ববিদ্যালয়ত পঢ়িবলৈ গৈছিল। জাৰ্মানীত পঢ়ি থাকোতেই তেওঁ ফ্ৰান্সৰ 'এনচাইক্লপেডিষ্ট' আন্দোলনৰ প্ৰতি আকৰ্ষিত হৈছিল।[7] দেশলৈ

উন্তীত আছি তেওঁ দেখিলে যে বিদেশত শিকি অহা কথাবোৰ, আদর্শবোৰ নিজৰ দেশৰ প্রগতিৰ বাবে তেওঁ ব্যৱহাৰ কৰিব নোৱাৰে—দেশৰ স্বৈৰতান্ত্রিক শ্বাসৰুদ্ধকাৰী পৰিবেশত ইয়াৰ কোনো সুবিধাই নাই।

১৭৯০ চনত প্রথমে তেওঁ 'অ'ড টু লিবার্টি'—স্বাধীনতালৈ স্বাগতম' বুলি এক দীঘলীয়া কবিতা লেখে। এই কবিতাত তেওঁ ইংলেণ্ড আৰু আমেৰিকাৰ বিপ্লৱক প্রশংসা কৰাৰ লগতে ৰাচিয়াৰ আহিবলগীয়া বিপ্লৱক স্বাগতম জনায়। ইয়াৰ পাছতেই তেওঁ ৰাজনৈতিক আদর্শ—বিশেষকৈ স্বাধীনতাৰ আদর্শ প্রচাৰৰ কামত লাগে আৰু এই আদর্শ বিয়পাই দিবৰ বাবে ছপাখানা ব্যৱহাৰ কৰে। ইয়াৰ পাছতেই তেওঁ নিজৰ ছপাখানাত আগতে উল্লেখ কৰি অহা 'চেণ্ট পিটাৰ্চবার্গৰ পৰা মস্কোলৈ ভ্ৰমণকাহিনী' নামৰ কিতাপখন ছপাই প্রকাশ কৰি উলিয়ায়। এই কিতাপখনৰ বাবে তেওঁৰ কি দুৰ্গতি হৈছিল, সেই বিষয়ে উল্লেখ কৰি অহা হৈছেই। যদিও পাছলৈ নতুন জাৰে ৰেডিচেভক ক্ষমাদান কৰি ৰাজধানীলৈ ওভোতাই আনিছিল আৰু তেওঁক জাৰৰ নতুন আইন কানুন আৰু বিশেষকৈ জাৰৰ ৰাজকীয় সংস্কাৰৰ আইন কানুন প্রস্তুত কৰা কমিচনত কাম কৰিবলৈ লগায়। কিন্তু, জাৰৰ এই সংস্কাৰৰ অন্তঃসাৰশূন্যতা বুজিব পাৰি অৱশেষত ৰেডিচেভে আত্মহত্যা কৰি নিজৰ জীৱনৰ অৱসান ঘটায।

ৰেডিচেভৰ চিন্তাধাৰাৰ বিষয়ে সম্রাজ্ঞী কেথেৰীণে মন্তব্য কৰিছিল যে ই বৰ ভয়াবহ ধৰণৰ দৰ্শন আছিল, ইযাৰ জৰিয়তে সাধাৰণ মানুহৰ মনত তেওঁলোকৰ ওপৰৱালা আৰু শ্রেষ্ঠজনৰ বিৰুদ্ধে বিদ্বেষ জন্ম দিবলৈ চেষ্টা কৰা হৈছে—ৰাজকীয মৰ্যাদা আৰু ক্ষমতাৰ বিৰুদ্ধে ই হ'ল চৰম বিৰুদ্ধাচৰণ।[৪]

কিনো আছিল ৰেডিচেভৰ এই দৰ্শনত ?

আজি, ৰেডিচেভৰ সেই অষ্টাদশ শতিকাৰ ৰাজনৈতিক দৰ্শনৰ ব্যাপ্তি আৰু গভীৰতা লক্ষ্য কৰিলে আচৰিত হ'ব লাগে। তেওঁ যে কেৱল স্বৈৰতান্ত্রিক দমন নিষ্পেষণৰ বিৰুদ্ধে সাহসিকতাৰে স্বাধীনতা আৰু সত্যৰে গুণগান কৰিছিল তেনে নহয়, ইউৰোপৰ বিভিন্ন ৰাজনৈতিক ঘটনাৱলীৰ ৰাজনৈতিক তাৎপৰ্যৰ লগতে ইয়াৰ সমস্যাবোৰো গভীৰভাৱে তুলি ধৰিছিল।

ইউৰোপত সেইসময়ত এহাতে স্বৈৰতান্ত্রিক শাসকসকলে জনতাৰ বিক্ষোভৰ খুন্দাত উদাৰনৈতিক সংস্কাৰৰ নানান কাৰ্যসূচী ল'বলৈ আৰম্ভ কৰিছে, কিন্তু ৰাচিয়াত সম্রাজ্ঞী কেথেৰীণৰ ৰাজত্বত স্বৈৰতন্ত্রৰ অন্ধকাৰ যুগ বিৰাজ কৰিছে, য'ত নাগৰিকসকলে সামান্যতম স্বাধীনতাও ভোগ কৰিবলৈ পোৱা নাই। আনহাতে আকৌ ইংলেণ্ড, ফ্রান্স আদি দেশত, য'ত জনতাই স্বৈৰাচাৰী শাসকক উৎখাত কৰিছে, তাত আকৌ বিপ্লৱৰ মাজেদিয়েই সমাজলৈ স্বৈৰাচাৰ ঘূৰি আহিছে। ইংলেণ্ডত জনতাৰ বিজয়ৰ ফল ভোগ কৰিছে অত্যাচাৰী 'লৰ্ড প্রটেক্টৰ' ক্ৰমৱেলে, ফ্রান্সত, ফৰাচী বিপ্লৱৰ মাজেৰে জন্ম হৈছে সন্ত্রাসৰ ৰাজৰ

স্বাধীনতাক লাঞ্ছিত কৰি তোলা ৰবচ্‌পিয়েৰ যেন নেতাৰ। ৰেডিচেভে বিপ্লৱৰ দ্বাৰা স্বাধীনতা অৰ্জনৰ কথা সমৰ্থন কৰিলেও, বিপ্লৱৰ প্ৰক্ৰিয়াত স্বাধীনতা হেৰুৱাৰ এই ঘটনায়ো তেওঁৰ সমগ্ৰ জীৱন চিন্তিত কৰি ৰাখিছিল; তেওঁ ইয়াৰ সমাধানৰ বাট বিচাৰিছিল। এই চিন্তাৰ মাজতে তেওঁ ৰাজনীতিৰ কেতবোৰ সবলীকৃত সূত্ৰ উত্থাপন কৰিছিল, তেওঁৰ এনে এটা বিখ্যাত উক্তি হ'ল, "প্ৰকৃতিৰ নিয়মেই এনেকুৱা যে মানুহৰ দুখ-দুৰ্দশাৰ মাজৰ পৰা জন্ম হয় স্বাধীনতাৰ—আৰু স্বাধীনতাই জন্ম দিয়ে দাসত্বৰ"।[9] এই উক্তি কিন্তু নিৰাশাৰ নহয়, বৰঞ্চ ই বুটিছ, ফ্ৰান্সৰ বিপ্লৱে জন্ম দিয়া এক বিশেষ সমস্যাৰ কথাহে তেওঁ এনে সূত্ৰৰে উত্থাপন কৰিছিল। এই সমস্যা আজিও ভালদৰে সমাধান হোৱা নাই, সেয়ে ইয়াৰ তাৎপৰ্য আজিও অসাধাৰণ।

মানুহৰ স্বাধীনতাৰ বাবে বিপ্লৱৰ অনিবাৰ্যতা ব্যৰ্থহীন ভাষাৰে ঘোষণা কৰাৰ সময়ত ৰেডিচেভে পোন প্ৰথমবাৰৰ বাবে এটা ঐতিহাসিক সত্য আৱিষ্কাৰ কৰিছিল যে বিপ্লৱৰ প্ৰক্ৰিয়াত স্বাধীনতাৰ সমস্যাটোৰ সঠিক সমাধান সম্ভৱ নোহোৱাৰ বাবে বিপ্লৱৰ লগতে জন্ম লয় 'বনাপাৰ্টিজম'-ৰ দৰে ঘটনাই, য'ত সুবিধা বুজি এজন স্বাৰ্থপৰ নেতাই বিপ্লৱী পৰিস্থিতিৰ সুযোগ লৈ দেশৰ বিশাল শাসন যন্ত্ৰটোৰ ওপৰত নিজৰ একচেটিয়া প্ৰভুত্ব স্থাপন কৰে আৰু বিপ্লৱৰ জৰিয়তে লাভ কৰা স্বাধীনতাক হৰণ কৰে। পাছৰ কালত মাৰ্ক্সেও ৰেডিচেভৰ এই সত্যক তেওঁৰ লুই বনাপাৰ্টৰ অষ্টাদশ ব্ৰুমেৰ ( The eighteenth Brumaire of Louise Bonaparte ) নামৰ গ্ৰন্থত বৈজ্ঞানিকভাৱে ব্যাখ্যা কৰি দেখুৱাইছে।

ৰেডিচেভে কেৱল মুক্তিৰ গুণগান কৰাই নহয়, মুক্তিলাভৰ প্ৰক্ৰিয়াৰ কেতবোৰ দাৰ্শনিক সত্যৰ বিষয়েও মতামত তুলি ধৰিছিল।[10]

সেইসময়ত ( অষ্টাদশ শতিকাত ) বহু সামাজিক চিন্তাবিদে আন্তৰিকভাৱে বিশ্বাস কৰিছিল যে এজন উদাৰনৈতিক শাসকে ওপৰৰ পৰা সংস্কাৰৰ জৰিয়তে সমাজত স্বাধীনতাৰ পৰিবেশ সৃষ্টি কৰিব পাৰে। ৰাচিয়াতো এনে চিন্তাকৰোতা লোকৰ সংখ্যা কম নাছিল। কিন্তু, ৰেডিচেভে তেওঁৰ লেখনীত স্পষ্টকৈ দেখুৱাইছিল যে দেশত স্বৈৰতান্ত্ৰিক ব্যৱস্থা বৰ্তি থকালৈকে স্বাধীনতা লাভৰ ধাৰণা এক অলীক মায়াজালহে মাথোন। স্বৈৰতন্ত্ৰৰ অৱসানৰ জৰিয়তেহে যে স্বাধীনতা লাভ কৰিব পৰা যাব সেই যোগসূত্ৰ তেওঁ ধৰিব পাৰিছিল। পৰৱৰ্তী কালত ৰুচ বিপ্লৱত স্বৈৰতন্ত্ৰ উৎখাত কৰা প্ৰশ্নটোৱেই প্ৰধান হৈ পৰিছিল।[11]

ৰেডিচেভে নিৰ্বাসনৰ পৰা উভতি আহি লেখা এক অপ্ৰকাশিত কবিতাত এক জ্ঞানী বিবেচক সম্ৰাটৰ সিংহাসনৰ পৰা সত্য, ন্যায় আৰু শান্তিৰ উদ্ভৱ হ'ব পাৰে বুলি মন্তব্য কৰিছিল যদিও এই কবিতা তেওঁ প্ৰকাশ কৰা নাছিল, বৰঞ্চ ইয়াৰ কিছুদিন পাছতে সম্ৰাটৰ সংস্কাৰৰ নামত ভণ্ডামিৰ স্বৰূপ বুজি পাই ৰেডিচেভে আত্মহত্যাৰ পথ বাছি লৈছিল।

সমগ্ৰ অষ্টাদশ শতিকা আছিল এক ট্ৰেজিক যুগ ; এই যুগত মানুহৰ মুক্তিৰ বাবে, স্বাধীনতাৰ বাবে দেশে দেশে বিপ্লৱ আৰম্ভ হৈছে, জোৱাৰ বৈছে বিপ্লৱী চিন্তাৰ, আনহাতে স্বাধীনতা হেৰোৱাৰ আশাভংগৰ বেদনায়ো ম্ৰিয়মান কৰি তুলিছে মানৱ জাতিক। ফৰাচী বিপ্লৱৰ বিখ্যাত চিন্তানায়ক দাঁতঁই এই বিপ্লৱৰ যুগটোৰ বিষয়ে কৈছিল—"বিপ্লৱে মানুহৰ সকলো আৱেগৰ বান্ধোন মোকলাই দিয়ে, বিপ্লৱৰ প্ৰক্ৰিয়া চলি থকা এখন মহান দেশৰ অৱস্থা ভাটিত বকবকাই উতলি থকা গলা ধাতুৰ নিচিনা, এই ধাতুৰে স্বাধীনতাৰ মূৰ্তি ঢালাই কৰিবলৈ বাকী আছে, গলিত ধাতু তেতিয়াও অস্থিৰ অৱস্থাতে আছে। তুমি যদি ভাটিৰ জুইকুৰা নিয়ন্ত্ৰণ কৰিব নোৱাৰা, তেনে ই তোমাক জ্বলাই ছাই কৰি দিব।"[12]

এই অশান্ত যুগত মানুহে শান্তি-স্বাধীনতা-সাম্যৰ শাশ্বত প্ৰমূল্যবোৰ বিচাৰি হাবাথুৰি খাইছিল - আতুৰ হৈছিল সত্যৰ সন্ধানত। আৰু এই সত্য সন্ধানৰ অতি কণ্টকৰ প্ৰক্ৰিয়াটোত হয়তো ৰেডিচেভৰ দৰে আত্মজাহো দিব লগা হৈছিল। কিন্তু, তেওঁলোকৰ এই নিৰলস সাধনাই মানৱ সমাজক চকামকাকৈ বিজুলীৰ দৰে সামাজিক সত্যৰ সন্ধান দিছিল, যি সত্যৰ আলোকে মানৱ জীৱন উজলাই তোলাই নহয়, ভৱিষ্যতৰ পথো দেখুৱাইছিল।'[13]

ৰেডিচেভ আছিল এজন সাধাৰণ কবি—কবি হিছাপে তেওঁৰ কোনো অসামান্য প্ৰতিভাও নাছিল। অথচ তেওঁৰ কাব্যৰ মাজেৰে যি দুৰন্ত বৈপ্লৱিক চেতনাই ৰুচ সমাজৰ চিন্তাশীল চামটোক জোকাৰি গ'ল, সি সমাজ পৰিৱৰ্তন আৰু বিপ্লৱৰ বীজ সমাজত সিঁচি গ'ল। স্বৈৰতন্ত্ৰৰ অৱসান আৰু দেশৰ প্ৰগতিৰ বাবে এই বীজে ডিচেম্বৰিষ্ট বিদ্ৰোহত গজালি মেলি সঁজাল ধৰিলেগৈ।

ৰেডিচেভ আছিল ৰুচ সমাজত বিপ্লৱী চিন্তাধাৰাৰ প্ৰথম বাটকটীয়া।

উনবিংশ শতিকাৰ আগভাগত (১৮১২ চনত) ৰাচিয়া এখন বিৰাট যুদ্ধত জড়িত হৈ পৰে। এই যুদ্ধখনকে বোলা হয় ১৮১২ চনৰ দেশপ্ৰেমিক যুদ্ধ। সেই বছৰেই নাঁপোলয়ে বনাপাৰ্টে এক বিৰাট সেনাবাহিনী লৈ ৰাচিয়া আক্ৰমণ কৰিছিল। বিদেশী আক্ৰমণকাৰীৰ বিৰুদ্ধে সমগ্ৰ ৰাচিয়াৰ জনসাধাৰণ একত্ৰিত হৈ প্ৰচণ্ড প্ৰতিৰোধ আৰম্ভ কৰে, আনকি মস্কো নগৰীৰ পতন হোৱাৰ পাছতো তেওঁলোকে নাঁপোলয়েৰ গ্ৰেণ্ড আৰ্মিক শোচনীয়ভাৱে পৰাজিত কৰিবলৈ সক্ষম হয়।

নাঁপোলয়েক পৰাস্ত কৰাৰ পাছতো ৰাচিয়াৰ সাধাৰণ প্ৰজাৰ জীৱনলৈ কোনো পৰিৱৰ্তন নাহিল। বৰঞ্চ যুদ্ধৰ ভয়াবহ ক্ষয়ক্ষতি আৰু ইয়াৰ ফলত উদ্ভৱ হোৱা আকাল আৰু দুৰ্ভিক্ষত তেওঁলোক অধিক জুৰুলা হৈহে পৰিল। চাৰিওফালে অসন্তোষৰ মাত্ৰা ভয়াবহভাৱে বাঢ়ি আহে। ভূমিদাস প্ৰথাৰ ওপৰত নিৰ্ভৰশীল দেশৰ সামন্তীয় অৰ্থনীতিৰ মাজত প্ৰচণ্ড সংকটে দেখা দিয়ে।

সামন্তীয় শোষণ গৈ ইয়াৰ চৰম বিন্দু পাইছেগৈ, অধিক শোষণ আৰু সম্ভৱপৰ নহয়। সাহিত্যিক আলেকজেণ্ডাৰ ৰেডিচেভৰ ভাষাত খেতিয়কসকলক উশাহ লোৱা বতাহকণৰ পৰাহে বঞ্চিত কৰিবলৈ বাকী আছেগৈ। আনফালে দেশত সামন্ততন্ত্ৰ উৎখাত কৰি বুৰ্জোৱা সংস্কাৰসাধন কৰিবৰ বাবে ৰাচিয়াৰ শাসকসকল তেতিয়া ঐতিহাসিকভাৱে অসমৰ্থ। তেওঁলোকৰ মনৰ পৰা লিবাৰেল বা উদাৰনৈতিক চিন্তাধাৰাৰ শেষ অৱশেষকণো তেতিয়ালৈ শেষ হৈছেগৈ। সম্ৰাট আলেকজেণ্ডাৰৰ উপদেষ্টাসকলে আন উপায় নাপাই তেওঁক দেশৰ ভূমিদাস প্ৰথাকে অধিক কাৰ্যক্ষম আৰু কটকটীয়া কৰি সংকটৰ পৰা উদ্ধাৰ পোৱাৰ পৰামৰ্শ আগবঢ়ালে।

কিন্তু, দেশৰ পৰিস্থিতি ইতিমধ্যে বহুতো সলনি হৈ গৈছে।

খাদ্য, ঔদ্যোগিক উৎপাদন, ব্যৱসায়-বাণিজ্য, পৰিবহণ যাতায়াত ব্যৱস্থা সকলো ফালৰ পৰাই ৰাচিয়া ইউৰোপৰ আনবোৰ দেশতকৈ বহুত বেছি পাছপৰি যাবলৈ আৰম্ভ কৰিছে। স্বৈৰাচাৰী ভূমিদাস প্ৰথাৰ সামন্তীয় অৰ্থনীতিৰ ওপৰত ভিত্তি কৰি দেশৰ ইয়াতকৈ বেছি প্ৰগতি আৰু সম্ভৱপৰ নহয়। কিন্তু, ভূস্বামীসকলে আন বাটো দেখা নাই, বিশাল জমিদাৰিৰ সা-সুবিধা, সম্পদ আৰু ন্যস্তস্বাৰ্থ তেওঁলোকে সহজে এৰিব নোৱাৰে। সেয়ে মৰা ঘোঁৰাক কোবাযে গাড়ী টানিবলৈ বাধ্য কৰিব খোজাৰ দৰে তেওঁলোকে অজস্ৰ সংকটেৰে জৰ্জৰিত ভূমিদাস প্ৰথাকেই আৰু অধিক কটকটীয়া কৰি তুলিবলৈ শেষ চেষ্টা চলালে। ইয়াৰ ফলত সাধাৰণ ৰাইজ, ভূমিদাস, খেতিয়ক, কাৰিকৰ, শ্ৰমিক, চহৰবাসী সকলো মানুহৰ ওপৰতে শোষণ নিপীড়নৰ মাত্ৰা আৰু তীব্ৰ হৈ উঠিল।

এই ভয়াবহ শোষণৰ বিৰুদ্ধে বিদ্ৰোহো আৰম্ভ হ'ল।

প্ৰথম প্ৰচেষ্টা আৰম্ভ হ'ল অভিজাত শ্ৰেণীৰ মাজৰ পৰা অহা কিছুমান প্ৰগতিবাদী মনৰ সামৰিক বিষয়াৰ দ্বাৰা।

১৮২৫ চনৰ ডিচেম্বৰ মাহত পোন প্ৰথম বাৰৰ বাবে তেওঁলোক জাৰ স্বৈৰতন্ত্ৰ আৰু ভূমিদাস প্ৰথাৰ বিৰুদ্ধে ৰাজপথলৈ ওলাই আহিল। ডিচেম্বৰ মাহত এই প্ৰচেষ্টা হৈছিল বাবে তেওঁলোকক 'ডিচেম্বাৰিষ্ট' বুলি কোৱা হয়।

সামৰিক অভিযানত ইউৰোপৰ বিভিন্ন দেশ ঘূৰি অহা সেনাবাহিনীৰ এচাম তৰুণ বিষয়াই বিদেশৰ শাসন প্ৰণালী আৰু সমাজখন ইতিমধ্যে ভালদৰে দেখি আহিছে। বিদেশৰ সমাজত সামাজিক আৰু ৰাজনৈতিক স্বাধীনতা, অৰ্থনৈতিক প্ৰগতি আৰু মুক্ত পৰিবেশে তেওঁলোকৰ চিন্তাধাৰাক গভীৰভাৱে প্ৰভাৱিত কৰিলে। বিশেষকৈ নিষ্ঠুৰ সামন্তশোষণৰ অৱসান ঘটাই এইবোৰ দেশত সামাজিক স্বাধীনতা আৰু প্ৰগতিৰ যি মুক্ত পৰিবেশ আৰম্ভ হৈছিল তাক তেওঁলোকে অতি বিস্ময়েৰে লক্ষ্য কৰিছিল। এইবোৰ দেখাৰ পাছত নিজৰ দেশৰ ভূমিদাস প্ৰথা আৰু সামন্তশোষণৰ কদৰ্য ৰূপ তেওঁলোকে আৰু গভীৰ-

ভাৱে উপলব্ধি কৰিবলৈ সক্ষম হৈছিল। জাৰৰ স্বৈৰতান্ত্ৰিক প্ৰশাসন আৰু ভূমিদাস প্ৰথাই যে দেশৰ চাৰিওফালে দেখা দিয়া বিশৃংখলতা, বিক্ষুব্ধি আৰু অনগ্ৰসৰতাৰ মূল কাৰণ—সেই বিষয়ে তেওঁলোক পতিয়ন গৈছিল। ফৰাচী বিপ্লৱৰ পাছত স্পেইন আৰু পৰ্তুগালত হোৱা বিপ্লৱ, ইটালিৰ গণজাগৰণ আৰু গ্ৰীচৰ স্বাধীনতা সংগ্ৰামেও তেওঁলোকক গভীৰভাৱে প্ৰভাৱিত কৰিছিল। নিজৰ দেশতো সামাজিক অন্যায় অত্যাচাৰবোৰ আঁতৰ কৰি এখন উদাৰনৈতিক সমাজ প্ৰতিষ্ঠাৰ বাবে সামৰিক বাহিনীৰ এই তৰুণ বিষয়াসকল এইবাৰ ওলাই আহিল।

এই তৰুণ সামৰিক অফিচাৰসকলে ১৮১৬ চনত ৰাচিয়াত প্ৰথম বিপ্লৱী সংগঠনৰ জন্ম দিয়ে। ইয়াৰ নাম আছিল—ইউনিয়ন অব চালভেচন, যাৰ আক্ষৰিক অনুবাদ হয়তো হ'ব 'পৰিত্ৰাণৰ বাবে মিত্ৰতা'। এই সংগঠন গঢ়ি তোলাত আগভাগ লৈছিল পাভেল পেষ্টেল, আলেকজেণ্ডাৰ মুৰাভাযভ, নিকিটা মুৰাভায়ভ, মাটেভে, আইভান য়াকুচ্‌কিন আদি তৰুণ সামৰিক বিষয়াই। এই সংগঠনটোৰ সদস্য সংখ্যা দেৰকুৰিতকৈ বেছি নাছিল আৰু আটাইবোৰ সদস্যই আছিল উচ্চ শিক্ষিত ৰুচ অভিজাত শ্ৰেণীৰ লোক। তেওঁলোকৰ লক্ষ্য আছিল দেশৰ স্বৈৰাচাৰী শাসন অন্ত পেলোৱা আৰু বিশাল খেতিয়ক সমাজখনৰ দাসত্বৰ অৱসান ঘটোৱা। প্ৰথমৰ পৰা এই সংগঠনৰ মাজত কাৰ্যপন্থা লৈ মতবিৰোধ আৰম্ভ হৈছিল। পাভেল পেষ্টেল আৰু আলেকজেণ্ডাৰ মুৰাভায়ভে প্ৰথমৰ পৰাই এই সংগঠনক এক গোপন, ষড়যন্ত্ৰ-মূলক চৰিত্ৰ দি ইয়াক অধিক কাৰ্যক্ষম কৰি তুলিব বিচাৰিছিল, কিন্তু, বাকী-সকলে এনে কামৰ বিৰোধিতা কৰিছিল। ইয়াৰ ফলতেই ১৮১৮ চনত এই সংগঠন ভাগি পৰিল। কিন্তু লগে লগেই ইয়াৰ ঠাইত আন এটা সংগঠন—'ইউনিয়ন ফৰ ৱেলফেয়াৰ' গঢ়ি তোলা হ'ল।

এই সংগঠন আগৰটোতকৈ ডাঙৰ আছিল। ইয়াৰ সদস্য সংখ্যা আছিল প্ৰায় ২০০ জন। এওঁলোকৰ ঘোষিত লক্ষ্য আছিল চৰকাৰক জনকল্যাণমূলক কাম-কাজত সহায় সহযোগিতা কৰা আৰু কাম-কাজ আছিল অভিজাতশ্ৰেণীৰ মাজত উদাৰনৈতিক আৰু প্ৰগতিশীল চিন্তাভাৱনা প্ৰচাৰ কৰা, সাধাৰণ মানুহৰ নিৰক্ষৰতা দূৰীকৰণ, বন্ধুৱা কৃষি শ্ৰমিকৰ মুক্তিৰ ব্যৱস্থা কৰা, সাহিত্য আলোচনা চক্ৰ আদি গঢ়ি তোলা। জাৰ প্ৰথম আলেকজেণ্ডাৰৰ সংস্কাৰৰ ওপৰত এওঁলোকে প্ৰথমে আশা ৰাখিছিল যদিও ১৮২১ চনলৈ এই আশা ভংগ হয় আৰু তেতিয়াই এই সংগঠনো ভাগি পৰে।

ইয়াৰ পাছত ১৮২২-২৫ চনলৈ ৰাচিয়াত এই লোকসকলৰ একাংশৰ নেতৃত্বতে আৰু দুটা বিপ্লৱী সংগঠন গঢ়ি উঠে। উত্তৰৰ ৰাজধানী চেন্ট পিটাৰ্চবাৰ্গত 'উত্তৰৰ সমাজ' আৰু দক্ষিণৰ ইউক্ৰাইনত 'দক্ষিণৰ সমাজ' নামক

এই সংগঠন দুটা গঢ়ি উঠে। দুইটাৰ মাজত যোগাযোগ আছিল যদিও সংগঠিত আৰু পৰিকল্পিতভাৱে কাম কৰাৰ ব্যৱস্থা গঢ়ি উঠা নাছিল। সংগঠন দুটাৰ নেতাসকলে তেওঁলোকৰ নিজৰ নিজৰ কমাণ্ডৰ অধীনত থকা সেনাবাহিনীবোৰৰ সহায়ত সামৰিক অভ্যুত্থান ঘটাই শাসন ক্ষমতা দখল কৰা আৰু স্বৈৰতন্ত্ৰ উচ্ছেদ কৰাৰ পৰিকল্পনা কৰিছিল।

দক্ষিণৰ সমাজৰ নেতৃত্বত আছিল পাভেল পেস্টেল। তেওঁ 'ৰাচিয়াৰ আইন' নামৰ লেখনীত তেওঁৰ চিন্তাধাৰা আৰু পৰিকল্পনা লিপিবদ্ধ কৰিছিল। তেওঁলোকে সামৰিক অভ্যুত্থানৰ জৰিয়তে স্বৈৰতন্ত্ৰক উৎখাত কৰি দেশত অন্তৰ্বৰ্তীকালীন এক সামৰিক একনায়কত্ব গঢ়ি তুলি শেষত এখন প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰাৰ পৰিকল্পনা লৈছিল। আনফালে নিকিটা মুৰাভায়ভৰ নেতৃত্বত উত্তৰৰ সমাজে ক্ষমতা দখল কৰি দেশত এখন সাংবিধানিক ৰাজতন্ত্ৰ প্ৰতিষ্ঠাৰ কথা কৈছিল।

সামৰিক বাহিনীৰ অভিজাত বিষয়াসকলৰ মাজত এনে অগ্ৰগামী বিপ্লৱী চিন্তাধাৰা আৰু সংগঠন গঢ়ি উঠাৰ কাৰণনো কি? সেই সময়ত সমগ্ৰ ইউৰোপৰ তুলনাত ৰাচিয়াই আছিল বৈষয়িক প্ৰগতি আৰু চিন্তা-চেতনা সকলো ফালৰ পৰা আটাইতকৈ পিছপৰা। পশ্চিমৰ দেশবোৰৰ দৰে ইয়াৰ সমাজত তেতিয়াও বুৰ্জোৱা বিপ্লৱ সম্পন্ন কৰাৰ, গণতান্ত্ৰিক স্বাধীনতা প্ৰতিষ্ঠাৰ বাস্তৱ পৰিস্থিতিবোৰে গঢ় লৈ উঠা নাই। সেযে ইয়াত সমাজ আৰু অৰ্থনীতিৰ প্ৰক্ৰিয়াতকৈ আগবঢ়া এক বৈপ্লৱিক চিন্তা-ভাৱনা আৰু আন্দোলন আৰম্ভ হ'ল সমাজৰ শিক্ষিত অভিজাত শ্ৰেণীৰ একাংশৰ মাজতেই। এই সময়ত অভিজাত-শ্ৰেণীৰ মাজত গঢ়ি উঠা অগ্ৰগামী বিপ্লৱী চেতনা আছিল সম্পূৰ্ণভাৱে এটা উপৰিসৌধৰ বস্তু। আৰু উপৰিসৌধৰ এই চেতনা দেশৰ বাস্তৱিক অৰ্থনৈতিক ভিত্তিটোতকৈ বহুদূৰ আগবাঢ়ি গৈছিল আৰু সেয়ে এই বৈষম্য দূৰ কৰিবলৈ এই নেতাসকলে বিপ্লৱী পন্থাৰ কথা ভাবিছিল। ইয়েই আছিল ডিচেম্বৰিষ্ট অভ্যুত্থানৰ কাৰণ।

ডিচেম্বৰিষ্ট নেতাসকলে পশ্চিমৰ উন্নত দেশবোৰৰ অভিজ্ঞতাৰ সংস্পৰ্শত বুজি উঠিছিল যে দেশৰ প্ৰগতিৰ বাবে স্বৈৰতন্ত্ৰতকৈ গণতন্ত্ৰ, বন্ধুৱা শ্ৰমৰ ব্যৱস্থাতকৈ মুক্ত শ্ৰমৰ ব্যৱস্থা, দাসত্বতকৈ মুক্তি বেছি প্ৰয়োজন। আৰু ইয়াৰ বাবেই আটাইতকৈ প্ৰথমে প্ৰয়োজন দেশৰ স্বৈৰতান্ত্ৰিক শাসনব্যৱস্থাৰ অৱসান।

ডিচেম্বৰিষ্ট নেতাসকল আছিল মূলতেই দেশপ্ৰেমিক; কিন্তু তেওঁলোকৰ দেশপ্ৰেম নাঁপোলয়েৰ যুদ্ধখন শেষ হৈ যোৱাৰ লগে লগে নাইকিয়া হৈ নগ'ল। বৰঞ্চ এই যুদ্ধৰ সময়ত তেওঁলোকে পশ্চিমৰ উন্নত দেশবোৰৰ সমাজ, স্বাধীনতা আৰু প্ৰগতি দেখি আহি তাক নিজৰ দেশৰ লগত ৰিজাই চালেহি। তেওঁলোকে দেখিলে যে ৰাচিয়াৰ বিকাশৰ বাটত আটাইতকৈ ডাঙৰ প্ৰতিবন্ধক হ'ল জাৰৰ

স্বৈৰতান্ত্ৰিক শাসন ব্যৱস্থা। প্ৰথম ছোৱাৰ এই ব্যৱস্থা ইমানেই শক্তিশালী আৰু স্বাৰ্থদুষ্ট হৈ পৰিছে যে ইয়াৰ নিজৰ আৰু এই ব্যৱস্থাটোৰ জৰিয়তে দেশৰ সংস্কাৰ সাধন অসম্ভৱ কথা। গতিকে দেশৰ প্ৰগতিৰ বাবে ইয়াক উৎখাত কৰি নতুন গণতান্ত্ৰিক ব্যৱস্থা গঢ়ি তুলিব লাগিব। দেশৰ প্ৰতি গভীৰ আৰু সঁচা ভালপোৱাই তেওঁলোকক জীৱন নেওচি ষড়যন্ত্ৰমূলক পন্থাৰে বিপ্লৱ ঘটাই স্বৈৰতন্ত্ৰ উৎখাত কৰাব দিশলৈ অৱধাৰিতভাৱে লৈ গ'ল। সেই সময়ৰ পশ্চিমীয়া গোপন বিপ্লৱী সংগঠনৰ আৰ্হিতে তেওঁলোকে ৰাচিয়াতো বিপ্লৱী সংগঠন আৰম্ভ কৰিলে।

অকল সংগঠনেই নহয়, পাভেল পেষ্টেলে এই সংগঠনৰ বাবে এক বিস্তৃত কাৰ্যসূচীও প্ৰস্তুত কৰি উলিয়ালে। তেওঁৰ এই কাৰ্যসূচীখনৰ নাম আছিল 'ৰাচিয়ান ল'—ৰাচিযাৰ আইন'। এই ঐতিহাসিক দলিলখন আছিল এখন নতুন আৰু মৌলিক দলিল। ইযাত সশস্ত্ৰ অভ্যুত্থানৰ জৰিযতে এফালে যেনেদৰে স্বৈৰতন্ত্ৰ উৎখাতৰ কথা আছে আনফালে ইযাত দেশৰ নতুন শাসন-ব্যৱস্থা গঢ়ি তোলা, গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ গঢ়ি তোলা আৰু বুৰ্জোৱা গণতন্ত্ৰৰ সকলো স্বাধীনতা আৰু অধিকাৰ প্ৰতিষ্ঠা কৰাৰ ব্যৱস্থা সন্নিৱিষ্ট আছিল। যদিও পাভেল পেষ্টেলৰ এই ৰাচিয়াৰ আইন দলিলখনত ইউটপীয়ান চিন্তাৰ প্ৰচ্ছন্ন প্ৰভাৱ আছিল, তথাপিও এক নতুন বৈপ্লৱিক ৰাচিযা গঢ়াৰ পথত ই এখন চমৎকাৰ দলিল আছিল।

অন্তঃসলিলা ফল্গুৰ দৰে এই গোপন সংগঠনৰ বিপ্লৱী আদৰ্শ ৰাচিয়াৰ শিক্ষিত আৰু বুদ্ধিজীৱী সমাজৰ মাজত ভালদৰেই বিযপি পৰে। কলা-সংস্কৃতিৰ দিশতো ইয়াৰ প্ৰতিফলন ঘটিবলৈ আৰম্ভ কৰে। আলেকজেণ্ডাৰ গ্ৰিবয়েদভৰ নেতৃত্বত ৰাচিযাত বাস্তৱবাদী নাটকৰ আৰম্ভ হয়, সৃষ্টি হয় আলেকজেণ্ডাৰ পুস্কিন, নিকোলা গগল আদি শক্তিশালী কবি সাহিত্যিক সকলৰ। আলেকজেণ্ডাৰ পুস্কিনে জাৰৰ বিষযে লেখে—

A weak, inept conniving ruler
A balding fop, lowest of man
By accident adorned with laurels
Was reigning in our country then

দেশৰ ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতি সম্পৰ্কেও তেওঁ প্ৰাঞ্জল ভাষাত বৰ্ণনা কৰিছিল এনেধৰণে,

"Unhappy nation ! Everywhere
Men suffer under whips and chains,
And over all injustice reigns,

And haughty peers abuse their power
And Sombre prejudice prevails "

এই পটভূমিকনেই অৱশ্যে পিছত নিজৰ কথাৰ সুৰ সলাই বিশুদ্ধ কলাৰ উপাসক হৈ পৰিছিল। সেয়া অন্য এক অধ্যায়, অন্য প্ৰসংগ। ইয়াৰ আঁতিগুৰি আৰু তাৎপৰ্য জানিবৰ বাবে প্লেখানভৰ "আৰ্ট এণ্ড চচিয়েল লাইফ" নামৰ কিতাপখন পঢ়া প্ৰয়োজন। কিন্তু, যি নহওক, ডিচেম্বৰিষ্টসকলৰ বিপ্লৱী চিন্তাধাৰা আৰু গোপন সংগঠনৰ ফলত ৰাচিয়াৰ চিন্তাজগতত এক গুণগত পৰিৱৰ্তনৰ সূচনা হৈছিল।

এনেতে হঠাৎ জাৰ প্ৰথম আলেকজেণ্ডাৰৰ মৃত্যু হ'ল। এই সুযোগতে ডিচেম্বৰিষ্টসকলে তেওঁলোকৰ অভ্যুত্থান আৰম্ভ কৰিলে। পৰিকল্পনা মতে উত্তৰৰ সমাজৰ নেতৃত্বত ছাউনীৰ সেনাসকলে জাৰৰ প্ৰাসাদকে ধৰি গুৰুত্বপূৰ্ণ চৰকাৰী ঘৰবোৰ দখল কৰি লবৰ বাবে ১৪ ডিচেম্বৰৰ দিনা সুসংগঠিত হৈ ওলাই আহি ৰাজধানীৰ চিনেট কক্ষৰ সম্মুখৰ ইচাকিযেভস্কায়া স্কোৱাৰত গোট খায়হি। এই খিনিতে নেতাসকলে এটা ভুল কৰিলে। তেওঁলোকে তৎকালে ৰাজপ্ৰাসাদ আৰু চিনেট কক্ষ আদি দখল কৰি লোৱাৰ আগতে অধিবেশনত বহি থকা চিনেটৰ সভ্যসকলক দেশৰ পৰা স্বৈৰতন্ত্ৰ আৰু ভূমিদাস প্ৰথা বিলোপ কৰাৰ কথা ঘোষণা কৰাবলৈ বাধ্য কৰাৰ চেষ্টা কৰিলে। ইতিমধ্যে এনেদৰে খেলিমেলি কৰি দেৰি কৰি থাকোতেই জাৰৰ বিশ্বাসী সেনাবাহিনীৰ গোটবোৰে ইচাকিয়েভস্কায়া স্কোৱাৰত থকা অভ্যুত্থানী সেনাসকলক ঘেৰি ধৰিলেহি আৰু নতুন জাৰ প্ৰথম নিকলাচৰ আদেশত তেওঁলোকৰ ওপৰত ৰাজকীয় সেনাবাহিনীয়ে কামানেৰে গুলি বৰ্ষণ আৰম্ভ কৰিলে। ডিচেম্বৰৰ তুষাৰে আৱৰি বগা কৰি থোৱা স্কোৱাৰ অভ্যুত্থানী সেনাসকলৰ তেজেৰে ৰাঙলী হৈ পৰিল। অভ্যুত্থান ব্যৰ্থ হ'ল। অভ্যুত্থানৰ পাঁচজন প্ৰধান নেতাক গ্ৰেপ্তাৰ কৰি কুখ্যাত পিটাৰ পল দুৰ্গত ফাঁচি দিয়া হ'ল। শ শ লোকক চাইবেৰিয়ালৈ নিৰ্বাসিত কৰা হ'ল।

ডিচেম্বৰিষ্টসকলৰ অভ্যুত্থান ব্যৰ্থ হ'লেও তেওঁলোকৰ কামে সমগ্ৰ ৰাচিয়াকে জগাই তুলিলে। দেশত এক গণ জাগৰণৰ সূচনা হ'ল। সাধাৰণ মানুহ সচেতন হৈ উঠি জাৰৰ স্বৈৰতন্ত্ৰ আৰু ভূমিদাস প্ৰথাৰ বিৰুদ্ধে সোচ্চাৰ হৈ উঠিবলৈ আৰম্ভ কৰিলে।

ডিচেম্বৰিষ্টসকলৰ প্ৰচেষ্টা বিফল হ'লেও ইয়াতেই তেওঁলোকৰ কামৰ ঐতিহাসিক তাৎপৰ্য আৰু সাফল্য লুকাই আছিল।

# ৬

## সাহিত্যত জাগৰণ ঃ সূৰ্যোদয়ৰ যুগ— বিপ্লৱী ৰোমাণ্টিকতাৰ পৰা সমালোচনাত্মক বাস্তৱতালৈ



● সমাজ আৰু সাহিত্য ● পশ্চিমৰ প্ৰভাৱ ● সাহিত্যত ৰোমাণ্টিকতা আৰু বিপ্লৱী ৰোমাণ্টিকতাৰ ধাৰা ● আলেকজেণ্ডাৰ চেৰ্গেইভিচ্ গ্ৰিবয়েদভ (১৭৯৫—১৮২৯) আৰু 'অবাস্তৱ মানুহ'ৰ চৰিত্ৰৰ সৃষ্টি—বাস্তৱবাদী ধাৰাৰ জন্ম ● ৰাচিয়াৰ আত্মা—আলেকজেণ্ডাৰ পুস্কিন, উদাৰনৈতিক চিন্তাৰ পৰা কলা-কৈৱল্যবাদলৈ ● আধুনিক ৰুচ ভাষা-সাহিত্যৰ জন্ম আৰু পুস্কিনৰ উত্তৰাধিকাৰ ● মিখাইল ইয়েৰোভিচ্ লাৰমনটভ (১৮১৪—১৮৪১)—কবি আৰু কথাশিল্পীৰ বিদ্ৰোহ ● নিকোলাই ভাচিলিয়েভিচ্ গোগলৰ (১৮০৯—১৮৫২) অভাৰকোট—আধুনিক ৰুচ গদ্যসাহিত্যৰ জন্ম ● প্ৰতিক্ৰিয়াৰ মাজেৰে ৰুচ সাহিত্যত হেগেলীয় বস্তুবাদী দৰ্শনৰ আৱিৰ্ভাৱ আৰু সমালোচনা সাহিত্যৰ জন্ম ● ভিচাৰণ গ্ৰিগৰিয়েভিচ বেলিনস্কি (১৮১১—১৮৪৮)—আৰু বস্তুনিষ্ঠ সমালোচনাৰ জন্ম ● সাহিত্যত সমালোচনাত্মক বাস্তৱতা—ক্ৰিটিকেল ৰিয়েলিজমৰ যুগ ● ইভান গণচাৰভ ● আলেকজেণ্ডাৰ অস্ট্ৰভস্কি আৰু আধুনিক ৰুচ নাটক ● নিকোলাই আলেক্চেভিচ নেক্ৰাচভ (১৮২১—১৮৭৭) আৰু 'সমসাময়িক' সাহিত্য পত্ৰিকাৰ যুগ—সাহিত্যত সমাজ-চেতনাৰ উন্মেষ আৰু বিকাশ।

এই অধ্যায় লেখোতে সহায় লোৱা কিতাপৰ তালিকা ঃ

(1) Anikin Andrei—Russian Thinkers Essays on Socio Economic Thought in the 18th and 19th Centuries Progress Publishers, Moscow.

(2) Pushkin, Alexander—Selected Works in 2 Volumes. Raduga Publishers, Moscow. 1985. and the article 'The Soul of Our People, by, A Tvardovsky in Vol I

(3) Plekhanov-GV—'Art and Social Life' Progress Publishers, Moscow 1929

(4) Khoros V, Partin, I, Plimak Ye—The Russian Revolutionary Tradition Progress Publishers, Moscow.

(5) হালদাৰ, গোপাল—ৰুচ সাহিত্যৰ ৰূপৰেখা ( Bengali ) A Mukharjee & Co Pvt. Ltd, Calcutta 1966

(6) গোগল—নিৰ্বাচিত ৰচনা ( Bengali ) Progress Publishers Moscow 1976

(7) Lukin Yuri—Lenin and Literature Progress Publishers, Moscow 1988

সাহিত্যক সমাজৰ দাপোণ বুলি কোৱা হয়। সাহিত্যত সমাজৰ বৰ্তমানৰ বাস্তৱ ছবিখন ফুটি উঠাৰ লগে লগে ভৱিষ্যতৰ চিন্তা-চৰ্চাও আৰম্ভ হৈ যায়। মানৱ সমাজ পৰিবৰ্তনৰ সমগ্ৰ প্ৰক্ৰিয়াটোৰ লগত সাহিত্য-শিল্পৰ সম্পৰ্ক অতি ঘনিষ্ঠ। নন সাহিত্য সৃষ্টিয়ে, কবিতা, নাটক, উপন্যাস, ইতিহাস, প্ৰবন্ধই মানুহক সন্মুখীন কৰে সামাজিক সত্যৰ সৈতে, অনুপ্ৰাণিত কৰে অন্যায়ৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ, সচেতন কৰি তোলে মানুহক দেশ আৰু সমাজৰ বিভিন্ন প্ৰশ্নত আৰু এনেদৰেই এক নতুন যুগ সৃষ্টিৰ, ন-সমাজ গঠনৰ শংখধ্বনি ঘোষিত হয় সাহিত্যৰ মাজতেই প্ৰথমে।

ৰাচিয়াৰ সমাজৰ যুগান্তকাৰী বৈপ্লৱিক ৰূপান্তৰৰ ক্ষেত্ৰত সাহিত্যৰ ভূমিকা আছিল অসাধাৰণ। সামাজিক ৰাজনৈতিক চিন্তাচেতনা আৰু সাহিত্য দুয়োটাৰে বিকাশ হৈছিল হাতত ধৰাধৰিকৈ। এটাক বাদ দি আনটো চাব নোৱাৰি, বুজিব নোৱাৰি। সেয়ে বুচ বিপ্লৱৰ পূৰ্বৱৰ্তী বিভিন্ন ৰাজনৈতিক বৈপ্লৱিক প্ৰচেষ্টাবোৰৰ পটভূমিকা বুজিবলৈ হ'লে ৰাচিয়াত চিন্তাৰ সূৰ্যোদয় আৰু যুগসন্ধিক্ষণৰ—বিশেষকৈ উনবিংশ শতিকাৰ সাহিত্যৰ জগতখনত এভুমুকি মাৰিব লাগিব।

আৰু এই সাহিত্যৰ জগতখনত কোন কোন আছিল ?

ইয়াত আছিল লাৰমনটভ, চাৰ্ণিচেভস্কি, নেক্ৰাচভ, হেৰ্ংযেন আদি কবি-লেখকসকল, বেলিনস্কি আদি সমালোচক, আছিল নিকোলাই গ'গল, ফিড'ৰ দস্তয়ভস্কি।

আছিল ইভান তুৰ্গেনভ, এন্টন চেক্‌ভ ;

আৰু আছিল সুউচ্চ পৰ্বতৰ চূড়াৰ দৰে আলেকজেণ্ডাৰ পুস্কিন আৰু লিওঁ তলষ্টয়।

এই যুগটোৰ সাহিত্যিক সামাজিক উত্তৰাধিকাৰ কেৱল ৰাচিয়াৰে নহয়, সমগ্ৰ পৃথিবীৰে—সকলো দেশৰ মানুহৰ উমৈহতীয়া উত্তৰাধিকাৰ।

নাঁপোলয়েঁ বনাপাৰ্টৰ ৰাচিয়া অভিযানৰ ফলতেই মধ্যযুগীয় ৰাচিয়ালৈ ইউৰোপৰ নন চিন্তাধাৰাৰ দুৱাৰবোৰ মুকলি হ'বলৈ আৰম্ভ কৰে। নাঁপোলয়েঁৰ পৰাজয়ৰ পাছতে ৰাচিয়াৰ এটা বিৰাট সেনাবাহিনী নাঁপোলয়েঁৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰি ইউৰোপ আৰু ফ্ৰান্স পায়গৈ আৰু কেবাবছৰো তাত থাকি দেশলৈ উভতি আহে। আহোঁতে তেওঁলোকে লগত লৈ আহে বহু নন সামাজিক-ৰাজনৈতিক চিন্তাৰ অংকুৰ। ৰাচিয়াৰ বুকুত মূলতে অভিজাতশ্ৰেণী আৰু সামৰিক বাহিনীৰ মাজত ৰাচিয়াত এখন প্ৰজাতন্ত্ৰ বা সাংবিধানিক ৰাজতন্ত্ৰ গঢ়ি তোলাৰ চিন্তা-চৰ্চা আৰু সংগঠন আৰম্ভ হয়। এই প্ৰক্ৰিয়াৰে পৰিসমাপ্তি হিচাপে সংগঠিত হোৱা ডিচেম্বৰ অভ্যুত্থানৰ ( ডিচেম্বৰিষ্ট বা দেকাব্ৰিষ্ট ) কথা আগতেই কৈ অহা হৈছে।

এই সামাজিক ৰাজনৈতিক প্ৰক্ৰিয়াৰ লগতে আৰম্ভ হয় বুচ সাহিত্য আৰু চিন্তা-চৰ্চাৰ জগতত সূৰ্যোদয়ৰ আধুনিক যুগ।

ৰাচিয়াত এহাতে বুৰ্জোৱা শ্ৰেণীৰ উত্থান আৰু আনহাতে সামন্তবাদ আৰু ভূমিদাস প্ৰথাৰ বিৰুদ্ধে জনতাৰ সংগ্ৰাম, এনে প্ৰেক্ষাপটতে সাহিত্যত ৰোমাণ্টিক বা ৰমন্যাস ধাৰাই জন্মলাভ কৰে। এই ধাৰাই সামন্তীয় সমাজব্যৱস্থাৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰাৰ লগতে এখন নতুন, সুষম, উন্নত আৰু সুন্দৰ সমাজ গঠনৰ আশা প্ৰকাশ কৰিলে। সপোনৰ এই সমাজখনৰ বিষয়ে স্পষ্ট ধাৰণা নাথাকিলেও এই ধাৰাত সামন্তীয় সমাজব্যৱস্থা আৰু জাৰ স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে বিদ্ৰোহৰ অনুৰণন আৰম্ভ হ'ল। ব্যক্তি স্বাধীনতাৰ আদৰ্শৰ জন্ম হ'ল। আৰম্ভ হ'ল কল্পনাৰ জগত গঢ়াৰ প্ৰক্ৰিয়া—স্বাভাৱিকতেই এই কল্পনা আছিল আত্মভাৱপন্ন (চাবজেকটিভ)। প্ৰেম-প্ৰীতি, ৰহস্যময়তাৰ ফালে ঢাল খাবলৈ ধৰিলে সাহিত্য। আলেকজেণ্ডাৰ পুস্কিন, লাৰমানটভ আদিৰ লেখনীৰ প্ৰথমছোৱাত এনে ভাবাবেগ প্ৰতিফলিত হ'বলৈ ধৰিলে।

সামন্তবাদৰ আশু অৱসান যিহেতু ৰাচিয়াৰ বিকাশমান পুঁজিবাদৰ বাবেই লাভজনক আৰু কাম্য, গতিকে এই ৰোমাণ্টিক সাহিত্যৰ ধাৰাই শেষবিচাৰত বুৰ্জোৱা সমাজকেই সমৰ্থন কৰিছিল, বুৰ্জোৱা ভাবাদৰ্শৰে ই আছিল অংগাংগী; কিন্তু ৰাচিয়াৰ সেই সময়ৰ সমাজত, য'ত সামন্ততন্ত্ৰ আৰু ভূমিদাসী শোষণৰ বিৰুদ্ধে জনতাৰ সংগ্ৰামেই আছিল সমাজৰ মূল সংগ্ৰাম, সেই প্ৰেক্ষাপটত এই ধাৰাটো আছিল মূলতে প্ৰগতিশীল ধাৰা। অৱশ্যে এই ৰোমাণ্টিক ধাৰাৰ এচামে প্ৰাচীন ৰাচিয়াৰ গুণানুকীৰ্তনত মগ্ন আছিল। পশ্চাৎমুখী এই ধাৰাটোক অৱশ্যেই প্ৰগতিশীল কোৱা নাযায়। এই ৰোমাণ্টিক ধাৰাটোৰ সাহিত্যত স্বাভাৱিকভাৱে নায়কৰ ভূমিকাত আছিল ৰাচিয়াৰ অভিজাত সমাজৰ লোক, তেওঁলোক আছিল স্বাধীনচিতীয়া, নৈতিকভাৱে সবল পুৰুষ যি সামন্তীয় শোষণ-অত্যাচাৰৰ বিৰুদ্ধে সাহসেৰে থিয় দি কাঢ়ি আনিছিল মূলতে ব্যক্তিগত বিজয় আৰু সমাজ সংস্কাৰৰ সুফল। এয়ে হ'ল বিপ্লৱী ৰোমাণ্টিকতা। ৰোমাণ্টিক সাহিত্যৰ প্ৰগতিশীল ধাৰাটোৰ বিকাশ কিন্তু ইয়াতেই আবদ্ধ হৈ নাথাকিল, সমাজৰ বাস্তৱ পৰিস্থিতিৰ অধ্যয়ন আৰু বিশ্লেষণৰ মাজেৰে ইয়াৰ মাজৰ পৰা বাস্তৱতাপূৰ্ণ সাহিত্যৰ ধাৰা এটাৰ জন্ম হ'ল।

আলেকজেণ্ডাৰ চেৰ্গইভিচ্ গ্ৰিবয়েদভৰ (১৭৯৫-১৮২৯) 'বুদ্ধিৰ বিপদ—গোৰে অৎ উমা' নামৰ ১৮২৩ চনত লিখিত এখন নাটকক এই ধাৰাৰ প্ৰথম আৰু এক প্ৰধান উদাহৰণ হিছাপে গণ্য কৰা হয়।

নাটকৰ কাহিনী সংক্ষেপে এনে ধৰণৰ, নায়ক চাৎস্কি এজন বিদেশত শিক্ষাপ্ৰাপ্ত তৰুণ বুদ্ধিদীপ্ত ন যুৱক, তেওঁৰ মনত ন ন আশা-আকাংক্ষা, কল্পনা। কিন্তু দেশলৈ ঘূৰি আহি ৰাচিয়াৰ ভূমিদাস প্ৰথাৰ ওপৰত

নিৰ্ভৰশীল সামন্ত সমাজৰ প্ৰতিনিধি নিৰ্বোধ আৰু স্থূল শাসকগোষ্ঠীৰ লোক সকলৰ লগত তেওঁৰ সংঘাত হয়, এই সংঘাতত থাবৰিব নোৱাৰি অৱশেষত ভেওঁ পলায়ন কৰে। এই সংঘাতৰ মাজেৰে এহাতে যেনেদৰে ৰাচিয়াৰ শাসকসকল আৰু সমাজব্যৱস্থাক নগ্নভাৱে উদঙাই দেখুৱাৰ লগে লগে উদাৰনৈতিক, কল্পনা-বিলাসী, বাস্তৱবিবৰ্জিত শিক্ষাৰ মিছা চাকচিক্যৰে উজ্জ্বল চাৎস্কিৰ নিচিনা যুৱকসকল যে প্ৰকৃততে বাস্তৱ বুদ্ধিহীন, জীৱনক্ষেত্ৰত বিফল আৰু পংগু সেই কথাও দেখুৱাই দিয়ে। ইয়াৰ পৰাই ৰুচ সাহিত্যত অবাস্তৱ চৰিত্ৰ বা মানুহ (চুপাৰফ্লুৱাচ মেন) চৰিত্ৰৰ সৃষ্টি হয়। পৰিৱৰ্তনশীল সমাজবাস্তৱক বুজিব নোৱাৰি কল্পৰাজ্যত বিচৰণ কৰা এই অবাস্তৱ মানুহৰ চৰিত্ৰ তেতিয়াৰ পৰাই ৰুচ সাহিত্যত এতিয়ালৈকে বৰিচ পেষ্টাৰনকৰ ডাঃ ঝিভাগোলৈকে বাৰে বাৰে উত্থাপিত হৈ আহিছে।

এয়ে ৰুচ সাহিত্যত বাস্তৱবাদী ধাৰাৰ জন্ম।

জীৱনৰ সত্যক সামাজিক প্ৰেক্ষাপটত প্ৰকাশ কৰাটো এই ধাৰাৰ মূল বিষয় বা প্ৰধান চৰিত্ৰ।

প্ৰাচীন, চিৰায়ত, ক্লাচিকেল সাহিত্যত মানুহৰ সামাজিক আৰু ৰাজনৈতিক জীৱনেই প্ৰধানতঃ ঠাই পায়, ব্যক্তিগত সুখ-দুখ, জীৱন আদিৰ ছবিয়ে তাত গুৰুত্ব নাপায়। আনহাতে ৰোমাণ্টিক লেখকসকলে মানুহৰ আৱেগ-অনুভূতিক প্ৰাধান্য দি যি আৱেগসৰ্বস্ব সাহিত্য সৃষ্টি কৰে তাত সমাজেই অনুপস্থিত হৈ পৰে। বাস্তৱবাদী সাহিত্য ধাৰাই এই দুই প্ৰৱণতাৰ বিপৰীতে ব্যক্তিক তাৰ সমগ্ৰ দোষ-গুণেৰে, আৱেগ-অনুভূতিৰে সামাজিক প্ৰেক্ষাপটত প্ৰতিষ্ঠা কৰি সত্যৰ সন্ধান কৰে। তুলনামূলকভাৱে ই সাহিত্যৰ এক পূৰ্ণাঙ্গ ধাৰা। এই ধাৰাৰ প্ৰধান আৰু প্ৰথম লেখক হ'ল উল্লেখিত গ্ৰিবয়েদভ, ক্ৰিলভ আৰু কিছু পৰিমাণে পুস্কিনো।

পুস্কিনক ৰাচিয়াৰ আত্মা বুলি অভিহিত কৰা হয়।

পুস্কিন মূলতে কবি, তেওঁৰ কবিতা দেশৰ অভিজাতসকলৰ পৰা একেবাৰে সমাজৰ তলৰ চাম মানুহলৈকে সমানেই আদৰণীয় আছিল, বহুজাতিক ৰাচিয়াৰ তেওঁ জীৱদ্দশাতেই জাতীয় কবি হৈ পৰিছিল।

পুস্কিনৰ মাক আছিল আফ্ৰিকাৰ ইথিওপিয়াৰ এক সাহসী সেনাপতিৰ বংশোদ্ভৱ। জাৰ পিটাৰে (১ম) খুব মৰম কৰা এই 'নিগ্ৰো' সেনাপতিয়ে সম্ৰাটৰ অনুগ্ৰহত জাৰ্মান অভিজাতবৰ্গত বিয়া কৰাই শেষত ৰাচিয়াত বসতি কৰিছিল। পিতাক আছিল ৰাচিয়ান। ১৭৯৯ চনৰ ৬ জুনত মস্কো নগৰীত আলেকজেণ্ডাৰ পুস্কিনৰ জন্ম হৈছিল। অভিজাত পৰিয়ালৰ আদব-কায়দাত সৰুৰে পৰা ফৰাচী ভাষাত ঘৰত কথাবতৰা কোৱা পুস্কিনে ঘৰুৱা কামকৰা মানুহৰ মুখৰ

পৰা আৰম্ভ কৰিলে ৰাচিয়াৰ সবল, সৰল আৰু সময়ত বহুত কিন্তু স্পষ্ট গ্ৰাম্য কথিত ভাষাৰ শব্দ সমাহাৰ। চেণ্ট পিটাৰ্চবাৰ্গৰ বিখ্যাত অভিজাত স্কুলত শিক্ষালাভ কৰি তেওঁ স্নাতক হয়। আৰু এই স্কুলীয়া শিক্ষাপৰ্বতেই তেওঁ এহাতে কাব্য ৰচনা আৰম্ভ কৰে আৰু আনহাতেদি পিটাৰ্চবাৰ্গ গেৰিচনৰ যুৱক সামৰিক বিষয়া (হুছাৰ বিষয়া) সকলৰ সংস্পৰ্শলৈ আহে। এওঁলোকৰ পৰা তেওঁ লাভ কৰে দুটা কথা। প্ৰথমে লাভ কৰে প্ৰেম-প্ৰণয় ঘটিত অভিজ্ঞতা আৰু বিলাসী জীৱন-যাপনৰ উৎসাহ আৰু আনহাতে লাভ কৰে উদাৰনৈতিক চিন্তাধাৰাৰ পৰিচয়…ডিচেম্বৰ অভ্যুত্থানৰ প্ৰাক্কাল তেতিয়া, পিটাৰ্চবাৰ্গৰ সামৰিক বাহিনীৰ মাজত উদাৰনৈতিক চিন্তা-চৰ্চা আৰু সংগঠন আৰম্ভ হৈছে। এই সময়তে তেওঁ দেশৰ শাসকসকল, জাৰ, গিৰ্জা আদি সকলোৰে বিৰুদ্ধে কলম চলাবলৈ আৰম্ভ কৰিলে। এহাতে কাব্য চৰ্চা আৰু আনহাতে উশৃংখল জীৱন যাপন—ইয়াৰ মাজেৰেই পুস্কিনৰ প্ৰতিভাৰ বিকাশ ঘটিল। অৱশেষত চৰকাৰবিৰোধী লেখাৰ বাবে তেওঁক দক্ষিণ ৰাচিয়ালৈ বদলি কৰা হ'ল, (ইতিমধ্যে তেওঁ বৈদেশিক বিভাগত চাকৰিত সোমাইছিল) কিন্তু তাতো তেওঁ কবিতা লেখিবলৈ নেৰিলে। এই সময়তে চৰকাৰে তেওঁক চাকৰিৰ পৰা খেদাই পৈতৃক জমিদাৰীলৈ পঠাই দিয়ে। এই সময়তে ডিচেম্বৰ অভ্যুত্থান সংঘটিত হৈ যায়। অভ্যুত্থানৰ পৰৱৰ্তী প্ৰতিক্ৰিয়াত সুচতুৰ সম্ৰাটে ইতিমধ্যে জনপ্ৰিয় হৈ উঠা কবিজনক দণ্ড দিয়াৰ পৰিবৰ্তে চেণ্ট পিটাৰ্চবাৰ্গ নগৰীলৈ মাতি পঠিয়ালে। ৰাজঅনুগ্ৰহৰ জৰিয়তে বিদ্ৰোহী কবিৰ আনুগত্য আদায় কৰাৰ চেষ্টা চলিল। শাসকপন্থী লেখকৰ হতুৱাই পুস্কিনৰ ওপৰত প্ৰবল হেঁচা দিয়া হ'ল। পুস্কিনেও সেই সময়ত জাৰৰ ৰক্ষণাবেক্ষণ গ্ৰহণ কৰিলে। তেওঁৰ কাব্যৰ সুৰ সলনি হ'ল।

পুস্কিনৰ (লগতে আন লেখকসকলৰ ক্ষেত্ৰতো প্ৰযোজ্য) কিয় এনে হ'ল এই বিষয়ে প্লেখানভৰ এক সুন্দৰ বিশ্লেষণ আছে।

যি পুস্কিনে জাৰ প্ৰথম আলেকজেণ্ডাৰৰ শাসন কালত লিখিছিল

"হে অসুখী দেশ! সকলোতে
চাবুক আৰু শিকলিৰে নিপীড়িত মানুহ,
সমগ্ৰতে অন্যায়ৰ ৰাজত্ব,
উদ্ধত শাসকে কৰে ক্ষমতাৰ অপব্যৱহাৰ
অন্ধকাৰ ভ্ৰান্তিৰ পূৰ্ণ পয়োভৰ।"

(ফ্ৰিডম—স্বাধীনতা কবিতাৰ পংক্তি। অনুবাদ: লেখক)

সেই একেজন কবিয়ে পাছত সাধাৰণ মানুহৰ বিষয়ে লেখিছিল—

"চাবুক, পোতাশাল আৰু চমতাৰ কোব
ভুগি আহিছে সদায় নিজৰ

নিৰ্দ্দিষ্টতা আৰু পাপৰ কলত
আৰু, হীনমান্য পাগলহঁত সদায় ভুগিব।"
( মানুহৰ জন্ম—Rabble কবিতাৰ পংক্তি। অনুবাদ : লেখক )

আৰু তেতিয়াই সামাজিক অন্যায়, বৈষম্য আৰু অত্যাচাৰৰ বিৰুদ্ধে কলম তুলি লোৱা কবিয়ে আশ্ৰয় লৈছিল 'বিশুদ্ধ কলা' বা কলাৰ বাবে কলা এই মতবাদত। লেখকৰ সামাজিক দায়বদ্ধতা বাদ দি তেওঁ লেখিছিল—

"ওঁহো, জাগতিক আলোড়নৰ বাবে নহয়,
নহয় সাংসাৰিক লোভ কিম্বা সংঘৰ্ষৰ বাবে,
কিন্তু এটি মিঠা গান আৰু প্ৰেৰণাৰ বাবে
প্ৰাৰ্থনাৰ কাৰণে কবিয়ে জীৱন পায়।"
( কবিৰ বাবে—To the Poet কবিতাৰ পংক্তি,
অনুবাদ : লেখক )

এই কলা কৈৱল্যবাদৰ উৎস ক'ত ?

যেতিয়া শিল্পীৰ তেওঁৰ সামাজিক পৰিবেশৰ লগত মিটাব নোৱৰা বিৰোধৰ সৃষ্টি হয়, আৰু তেওঁ সমাজৰ পৰা বিচ্ছিন্ন হৈ পৰিবলৈ আৰম্ভ কৰে, তেতিয়াই এনেধৰণৰ 'কলাৰ বাবে কলা' মতবাদৰ প্ৰতি তেওঁ আকৃষ্ট হয়। প্লেখানভৰ ভাষাত, "The belief in art for art's sake arises when artists and people keenly interrested in art are hopelessly at odds with their social environment." (Art & Social life—Progress Publishers, Moscow 1972 pp 6-18). কিন্তু, অকল এয়ে নহয়, ক্ষমতাসীন শাসকশ্ৰেণীয়ে সদায় এই কলা কৈৱল্যবাদৰ ধাৰণাটোৰ পৃষ্ঠপোষকতা কৰি আহিছে। উনবিংশ শতিকাৰ আৰম্ভণিৰ সেই উত্তাল কালত ৰাজ অনুগ্ৰহ গ্ৰহণ কৰি পুস্কিন এহাতে অপমানিত আৰু আনহাতে সমাজ বাস্তৱৰ পৰা বিচ্ছিন্ন হৈছিল। তেনে পুস্কিনৰ অৱদান কি ?

পুস্কিন আছিল আধুনিক ৰাচিয়াৰ সাহিত্যৰ জন্মদাতা। কেৱল কবিয়েই নহয়, কাব্যৰূপৰো স্ৰষ্টা। ক্লাচিকেল সাহিত্যৰ ভাষাৰ দেৱাল ভাঙি পুস্কিনেই প্ৰথমে ৰাচিয়াৰ কথিত ভাষাক সাহিত্যৰ মাজলৈ আনি সাহিত্যিক ভাষাৰ মৰ্যাদা দান কৰিলে আৰু ইয়াৰ লগে লগে ৰাচিয়াৰ সাহিত্যক মানুহৰ বোধগম্য, আদৰণীয় কৰি তুলিলে। চিন্তা-চেতনা আৰু সাহিত্য চৰ্চাৰ এক জনপ্ৰিয় মাধ্যম তৈয়াৰ কৰি পেলালে। চাবলৈ গ'লে তেওঁ আধুনিক ৰুচ সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠা কৰিলে আৰু তেওঁ বোৱা দুপতীয়া পুলিটো লহপহকৈ বাঢ়ি এজোপা বিৰাট মহীৰুহ হোৱাৰো বাট মুকলি কৰি দিলে নিজৰ অসামান্য সৃষ্টিৰে।

অকল এয়ে নহয়, অকল ৰূপৰ দিশতে নহয়, মৰ্মবস্তুৰ দিশৰ পৰাও তেওঁ

সাহিত্যক এক নতুন গভীৰত্ব প্ৰদান কৰিলে। সাহিত্য কলা সাধনাৰ এক নতুন মাপকাঠি তেওঁ সৃষ্টি কৰিলে। ফৰ্ম বা ৰূপ আৰু কণ্টেণ্ট বা মৰ্মবস্তুৰ এক জীৱন্ত সংমিশ্ৰণৰ জৰিয়তে তেওঁ এক এনে সাহিত্যিক মানদণ্ডৰ সূচনা কৰি গ'ল যি ৰাচিয়াৰ পৰৱৰ্তী লেখকসকলক সাহিত্য চৰ্চাৰ এক বিস্ময়কৰ উৰ্ধ্বত লৈ যাবলৈ সক্ষম হ'ল। সৃষ্টি হ'ল লাৰমানটভ, তলষ্টয়, দস্তয়াভস্কি, তুৰ্গেনভ, চেকভ, গৰ্কী আদিৰ।

এনেদৰে ৰাচিয়াৰ ভাষা আৰু সাহিত্যৰ জীৱন্ত আৰু সফল বিকাশৰ বাট কাটি তেওঁ আৰু দুটা কাম সমাধা কৰিলে। প্ৰথমে, ৰুচ ভাষাক তেওঁ ৰাচিযাৰ বিভিন্ন জাতিৰ মাজত জনপ্ৰিয় কৰি এক সংযোগ ৰক্ষাকাৰী ভাষা হিছাপে বিকশিত হোৱাত আৰু দ্বিতীয়তে, ৰুচ সাহিত্যক সামাজিক সচেতনতা, বিপ্লৱ আৰু গণতন্ত্ৰৰ বাৰ্তাবাহক কৰি তোলাৰ প্ৰক্ৰিয়াটো আৰম্ভ কৰিলে।

পুস্কিন ৰুচ সাহিত্যৰ 'বাস্তৱবাদী' ধাৰাটোৰ এক প্ৰধান সেনাপতি। এই বাস্তৱবাদী ধাৰাটোৰ স্বাভাৱিক বিকাশে সমাজ সচেতন সাহিত্য সৃষ্টি কৰি ৰাচিয়াৰ জনসাধাৰণক সামাজিক আৰু ৰাজনৈতিকভাৱে সচেতন কৰি তোলাত এক ঐতিহাসিক ভূমিকা পালন কৰিলে। ৰাচিয়াৰ সমাজত, সাহিত্যত সামাজিক আৰু বৈপ্লৱিক ৰাজনৈতিক মতাদৰ্শ বিষপাই দিয়াত ইয়াৰ গৰুত্ব অসাধাৰণ আৰু এই সকলোবোৰৰ আৰম্ভণি হয় পুস্কিনৰ পৰাই।

পুস্কিনৰ গাত তেওঁৰ শ্ৰেণী আৰু যুগটোৰ সকলোবোৰ দোষ-গুণ আছিল। এহাতে বিস্ময়কৰ প্ৰতিভা আনহাতে মদ্যপান, জুৱাখেলত দেউলীয়া হোৱা, বোহিচাবী জীৱন যাপন, বেশ্যাগমন, আৰু শেষত বৈবাহিক জীৱনত অপযশৰ তাড়নাত দ্বন্দ্বযুদ্ধত পোৱা আঘাতত কম বযসত কৰুণ মৃত্যু, এই আটাইবোৰেই পুস্কিন। আকৌ মুক্তামণিৰ দৰে নিটোল লিৰিক, কাব্যগাথা, কথাকবিতা, ৰাচিয়াৰ জীৱনৰ খণ্ডচিত্ৰৰে পৰিপূৰ্ণ 'যেভগেনী অ'নিগিনৰ' দৰে দীঘল কবিতা, চুটি গল্প, চুটি উপন্যাস, লোককথাৰ আলমৰ গীতি কবিতা আকৌ শাসকশ্ৰেণীৰ প্ৰশস্তিমূলক ৰজাৰ ঘোঁৰাচোৰাৰী (পিটাৰ ডি গ্ৰেটক লৈ লেখা ব্ৰঞ্জ হৰ্চমেন) আদি কবিতাও তেওঁ লেখিছিল। তেওঁৰ লেখনীত আজিৰ প্ৰগতিশীলসকলে সমৰ্থন কৰিব নোৱৰা বহুত কথাই আছিল, তেওঁ সৃষ্টি কৰা টিপিকেল পৰিস্থিতিৰ কিছুমান টিপিকেল চৰিত্ৰ (এইটো বাস্তৱবাদী ধাৰাৰ অন্যতম বৈশিষ্ট্য) আজিৰ বিচাৰত প্ৰগতিশীলতো নহয়েই বৰঞ্চ বৰ্জনীয়ও। আকৌ কেতবোৰ কবিতাত অন্যায়, শোষণৰ বিৰুদ্ধে তেওঁ স্বাধীনতাৰো গান গাইছে।

এতিয়া পুস্কিনৰ প্ৰতিভা আৰু ঐতিহ্য কেনেদৰে গ্ৰহণ কৰা হ'ব? তেওঁৰ প্ৰগতিশীল অংশবোৰ বাছি লৈ তাত আজিৰ যুগৰ চিন্তাৰ চৈতন্য আৰোপ কৰি নে? সামগ্ৰিকভাৱে পুস্কিন যেনে, তেনেদৰেই?

পুশ্কিনৰ ( যিকোনো মহৎ লেখকৰে ) ঐতিহ্য সামগ্রিক, খণ্ডিত নহয়। আৰু পুশ্কিনৰ লেখনীৰ মাজেৰে কি প্ৰকাশ পাইছে ? এক ব্যাপক আৰু বিস্তৃত মানৱতাবাদ—মানুহৰ সৰ্বাংগীন মঙ্গলৰ আকাংক্ষাৰ লগতে এক বিপুলায়তন সমন্ব। সেয়ে ৰাচিয়াৰ আৰু বিশ্বৰ সকলো কমিউনিষ্টে, সকলো স্বাধীনতাকামী আৰু গণতান্ত্ৰিকলোকে পুশ্কিনৰ ঐতিহ্যক সামগ্রিক-ভাৱে গ্ৰহণ কৰিছে। কাৰণ, সকলোধৰণৰ ভুৱা মানৱতাবাদৰ বিপৰীতে কমিউনিষ্ট মতবাদে প্ৰকৃত আৰু সঁচা মানৱতাবাদৰে পোষকতা কৰে। পুশ্কিনৰ মানৱতাবাদ এই বিশ্বমানৱতাবাদৰে ঐতিহাসিক আৰু গৌৰৱময় অংশ। আজিও সেয়ে তেওঁ আদৰণীয়, প্ৰেৰণাদায়ক, প্ৰাসংগিক আৰু সেয়ে অমৰ।

কবিয়ে নিজৰ বিষয়েই লিখি গৈছিল—

"আৰু বহুদিনলৈ তথাপিও মানুহে মোক সন্মান কৰিব,
কাৰণ মোৰ বীণ আছিল কৰুণাসিক্ত মৰমৰ সুৰেৰে বন্ধা
আৰু এক নিষ্ঠুৰ যুগত মই গাইছিলো স্বাধীনতাৰ গান,
মমতাৰ গান, অন্ধ ন্যায়দেৱীৰ পৰা বিচাৰিছিলো ন্যায়বিচাৰ।"

( এভৰিল পাইমেনৰ এক ইংৰাজী অনুবাদৰ পৰা অসমীয়া অনুবাদ লেখকৰ )

এই সমগ্ৰ কালছোৱা জুৰি ৰাচিয়াৰ সাহিত্যৰ জগতখনো শূই থকা নাছিল।

পুশ্কিনৰ পৰৱৰ্তী যুগত তেওঁৰ প্ৰকাশিত বাটেৰে ৰুচ সাহিত্য ন ন বিকাশৰ বাটেৰে আগবাঢ়িছিল। পুশ্কিনৰ মৃত্যুত এজন তৰুণ কবিয়ে 'মৃত কবি' বুলি এটা কবিতা লেখিছিল, ইতিমধ্যেই তৰুণ কবি হিচাপে স্বীকৃতি লাভ কৰা এই কবিজন সেই এটা কবিতাৰ পাছতেই সমগ্ৰ ৰাচিয়াতে বিখ্যাত হৈ পৰিছিল। নাম তেওঁৰ মিখাইল ইয়েৰোভিচ লাৰমানটভ (১৮১৪—১৮৪১)। বিস্ময়কৰ প্ৰতিভাশালী এই কবিজনক সেইসময়ৰ ৰুচ সাহিত্যত পুশ্কিনৰ পাছতেই স্থান দিয়া হয়। অভিজাত বংশোদ্ভৱ এই কবি আছিল যৌৱন কালৰ পৰাই উদণ্ড—বায়ৰণৰ কবি-অকবিৰ সমগ্ৰ স্বভাৱেই এওঁৰ মাজত ফুটি উঠিছিল। মস্কো বিশ্ববিদ্যালয়ত পঢ়িবলৈ সোমোৱা সময়ত তেওঁ প্ৰথম প্ৰত্যক্ষ ৰাজনীতিৰ প্ৰভাৱলৈ আহে। মস্কো বিশ্ববিদ্যালয় সেই সময়ৰ ডিচেম্বৰিষ্ট সকলৰ আদৰ্শৰে থৌকিবাথৌ। এনে পৰিবেশত স্বভাৱকবি লাৰমানটভৰ বায়ৰণী বিদ্ৰোহৰ অগ্নিবৰ্ষী কবিতাচৰ্চা আৰম্ভ হয়—জাৰ, আমোলাতন্ত্ৰ, স্বৈৰতান্ত্ৰিক শাসন, সামন্তপ্ৰভুসকল, কোনো তেওঁৰ তীব্ৰ বিদ্ৰূপাত্মক কবিতাৰ শেলৰ পৰা সাৰি নগ'ল।

জীৱনকালত লাৰমানটভৰ মাত্ৰ ২৮ টা কবিতাহে প্ৰকাশ হৈছিল কিন্তু সিয়েই তেওঁক খ্যাতিৰ শিখৰলৈ লৈ গৈছিল। পুশ্কিনৰ মৃত্যুত তেওঁ লেখা 'মৃত

কবি' কবিতাটোৱে এহাতে তেওঁক যেনেদৰে অসম্ভৱ জনপ্ৰিয় কৰি তুলিছিল, আনহাতে তেওঁ এই কবিতাটো লেখাৰ বাবেই সম্মানিত ৰাজকীয় অশ্বাৰোহী দলটোৰ বাহিনীৰ পৰা সুদূৰ ককেচাচলৈ নিৰ্বাসিত হৈছিল। এই কালছোৱাতে তেওঁ 'আমাৰ যুগৰ বীৰ এজন' ( এ হিৰ' অব আৱাৰ টাইমচ ) নামৰ এখন বিখ্যাত উপন্যাস লিখিছিল। ৰুচ সাহিত্যৰ এয়ে এক ঐতিহাসিক গদ্য সৃষ্টি আছিল। তেওঁৰ লেখনীতে প্ৰথম মানুহৰ মনস্তাত্ত্বিক দিশ সম্পৰ্কে অনুসন্ধান আৰম্ভ হয় আৰু পাছৰ কালত দস্তয়ভস্কিৰ লেখনীত সিয়েই সম্পূৰ্ণতা লাভ কৰে। আধুনিক ৰুচ কথা শৈলীৰ জনক লাৰমানটভ বুলি ক'লেও বঢ়াই কোৱা নহয়। নিজে অনৈতিক আৰু বেহিচাবী জীৱন যাপন কৰিলেও পুস্কিনৰ পাছতেই সাহিত্যত সততা আৰু নৈতিকতাৰ আৰ্দশৰ অন্যতম প্ৰধান প্ৰবক্তা আছিল লাৰমানটভ। লাৰমানটভৰ কাব্য আৰু গদ্যই এহাতে বায়ৰণী বিদ্ৰোহৰ বীজ আৰু আনহাতে স্বৈৰতন্ত্ৰবিৰোধী আদৰ্শৰে ৰুচ সমাজক গভীৰ-ভাৱে অনুপ্ৰাণিত কৰাৰ লগতে সচেতন কৰি তুলিবলৈকো সক্ষম হৈছিল।

অসামান্য প্ৰতিভাবান এই লেখকজনেও অতি কম বয়সতে পুস্কিনৰ দৰেই দ্বন্দ্ব যুদ্ধত আঘাত পাই কৰুণ মৃত্যু বৰণ কৰে।

নিকোলাই ভাচিলিয়াভিচ গ'গল ( ১৮০৯-১৮৫২ খ্ৰীঃ ) ৰুচ সাহিত্যৰ প্ৰথম প্ৰধান ঔপন্যাসিক। তেওঁ আছিল গদ্য সাহিত্যত ৰুচ বাস্তৱবাদী চিন্তাৰ প্ৰধান আৰু প্ৰথম পথিকৃৎ। বিখ্যাত লেখক দস্তয়ভস্কিয়ে মন্তব্য কৰিছিল, "আমি সকলোটি গ'গলৰ অভাৰকোটৰ পৰা ( অভাৰকোট নামৰ গ'গলৰ বিখ্যাত গল্পটোৰ পাছৰ পৰা ) জন্মলাভ কৰিলো।" গ'গল ৰুচ সাহিত্যৰ এক বিস্ময়কৰ প্ৰতিভা, তেওঁ আৰু তেওঁৰ শক্তিশালী লেখনীক সাধাৰণ সাহিত্যিক সমালোচনাৰ মাপকাঠিৰে মুঠেই জুখিব পৰা নাযায়। গ'গল মূলতে ইউক্ৰাইনৰ লোক, আজীৱন কষ্টক্লেশ, দুৰাৰোগ্য ব্যাধি, স্বৈৰতান্ত্ৰিক জাৰ প্ৰশাসনৰ আমোলাহঁতৰ অত্যাচাৰৰ অভিজ্ঞতাৰ মাজেৰে তেওঁ ডাঙৰ হৈছিল আৰু স্বাভাৱিকতেই তেওঁৰ সাহিত্যকৰ্মত ইয়াৰেই বাস্তৱ প্ৰতিফলন ঘটিছিল।

গ'গলৰ প্ৰথম সাহিত্যকৃতি হ'ল আঠটা গল্পৰ সংকলন—দিকাংকি নদীত সন্ধ্যাৰ নৌকাভ্ৰমণ। এই গল্পকেইটা তেওঁ ইউক্ৰাইনৰ লোকগাথা আৰু লোককথাৰ ওপৰত ভিত্তি কৰি লেখে। ৰাচিয়াৰ বৈচিত্ৰ্যময় লোক সাহিত্যৰ ওপৰত ভিত্তি কৰি লেখাৰ এই প্ৰয়াস আছিল অভিনৱ। সাধাৰণ মানুহৰ হাঁহি-কান্দোন, ভয়-শংকা, পাপ-পুণ্য বিচাৰ আৰু জীৱনৰ ই আছিল এক আচৰিত আৰু প্ৰাঞ্জল দলিল। আচৰিত এই বাবেই কোৱা হৈছে যে গোগলৰ সমগ্ৰ লেখনীতে এক দুৰন্ত প্ৰহেলিকাময় ঘটনা আৰু কথাৰ অদ্ভুত সমাহাৰ দেখা যায় যি পাঠকক বিস্ময়াভূত আৰু কৌতুহলী হুৱাক কৰি তোলে।

'তাৰচ বুলবা' কচাকসকলৰ ওপৰত লেখা তেওঁৰ এখন ঐতিহাসিক উপন্যাস। কচাক জীৱনৰ বীৰত্বব্যঞ্জক, ভয়ংকৰ দিশবোৰ উন্মোচন কৰি এই উপন্যাসত তেওঁ এক ৰোমাণ্টিক অথচ ভয়াবহ কাহিনী লিপিবদ্ধ কৰিছে। অভাৰকোট গল্পটোত আমোলাতন্ত্ৰৰ হৃদয়হীন ছবি স্পষ্ট। এক গৰীব কেৰাণীয়ে বহু কষ্টেৰে কিনা অভাৰকোটটো হেৰুৱাই তাক বিচাৰোতে আমোলাচক্ৰৰ ওচৰত লাঞ্ছিত, অপমানিত হৈ অৱশেষত মৃত্যুমুখত পৰে। সেই ৰাতি ৰাজধানীৰ আমোলাপ্ৰধান অঞ্চলোদি ঘৰলৈ উভতোতে হঠাৎ গম পায় তেওঁ পিন্ধিথকা দামী অভাৰকোটটো যেন কোনোবাই টানি খুলি লৈছে—চাই দেখে যে কোট টনাজন হ'ল মৃত কেৰাণীৰ ভূত। এই গল্পটো অতি সোনকালেই পৃথিৱী বিখ্যাত হৈ উঠে। গল্পটোৰ শেষ অবাস্তৱ যেন লাগিলেও গল্পটোৰ মাজেৰে গ'গলে হৃদয়হীন আমোলাতন্ত্ৰ, দীন দুখী সাধাৰণ মানুহৰ দুৰ্দশা আৰু তেওঁলোকৰ প্ৰতি গভীৰ মমত্ববোধৰ যি বস্তুনিষ্ঠ ছবি অংকন কৰিছে সি ৰুচ সাহিত্যত এক নৱ জাগৰণ আৰু নতুন চেতনাবোধৰ সূচনা কৰিলে বুলিলেও বঢ়াই কোৱা নহয়।

'ইনস্পেক্টৰ জেনেৰেল' আৰু 'মৃত আত্মা' (ডেড চলচ) গ'গলৰ অন্যতম মহান সৃষ্টি। প্ৰথমখনত আমোলাতন্ত্ৰৰ হীনমন্যতা, খোচামোদী আদি উন্মোচন আৰু দ্বিতীয়খনত ৰাচিয়াৰ ভূমিদাসী প্ৰথাক তীব্ৰ ব্যঙ্গ-বিদ্ৰূপেৰে লেখকে সমালোচনা কৰিছে। কিন্তু গ'গলৰ কিছুমান লেখনীত জাৰ শাসন আৰু ভূমিদাস প্ৰথাৰ সপক্ষেও তেওঁ লেখিলে। গ'গলৰ সামাজিক আদৰ্শ আৰু স্থিতি লৈ এইখিনিতেই প্ৰশ্ন উঠে, বিতৰ্ক আৰম্ভ হয়, জীৱন কালতে তেওঁ ইয়াৰ বাবে এহাতে সমসাময়িক লেখক, বেলিনস্কিৰ দৰে সমালোচকসকলৰ কৰ্কথনা আৰু আনহাতে শাসকগোষ্ঠীৰ প্ৰশস্তিও লাভ কৰে। ইয়াৰ পাছত তেওঁ এই দৃষ্টিভংগী সলনি কৰিবলৈ চেষ্টা কৰিছিল যদিও সফলকাম নহ'ল। হয়তো গ'গলে বিকল্প বিচাৰি পোৱা নাছিল। জাৰ আমোলাতন্ত্ৰ আৰু ভূমিদাস প্ৰথাৰ হৃদয়হীনতা আৰু অত্যাচাৰী প্ৰবৃত্তিৰ বিষয়ে উপলব্ধি কৰিও, সাহিত্যত ইয়াক উদঙাই দিও, ইয়াৰ পৰিৱৰ্তনৰ বাট তেওঁ বিচাৰি পোৱা নাছিল, হয়তো মূল ব্যৱস্থাক সংস্কাৰেৰে ভাল কৰি লোৱাৰ কথাই তেওঁ ভাবিছিল যদিও তাৰ কোনো প্ৰমাণ তেওঁৰ লেখনীত পোৱা নগ'ল। বহুতৰ মতে ই তেওঁৰ মানসিক অসুস্থতাৰে ফলশ্ৰুতি, কাৰণ ইয়াৰ পাছতেই তেওঁ সম্পূৰ্ণ উন্মাদ হৈ পৰে ঃ

ডিচেম্বৰিষ্ট বিদ্ৰোহৰ ব্যৰ্থতাৰ পাছত জাৰ নিকলাচৰ ৰাজত্বকালত সমগ্ৰ ৰাচিয়া জুৰি চলিছিল প্ৰতিক্ৰিয়াৰ ৰাজত্ব। ডিচেম্বৰিষ্টসকলে প্ৰতিনিধিত্ব কৰা ৰাচিয়াৰ মানুহৰ মুক্তিকামী, স্বাধীনতা আৰু গণতন্ত্ৰপ্ৰয়াসী চিন্তাৰ বিপৰীতে যা জাৰ প্ৰশাসনে যুঁজৰ অস্ত্ৰ হিচাপে লৈছিল উগ্ৰ জাতীয়তাপ্ৰেম (শ্লাভ

জাত্যাভিমান ) আৰু সনাতন আদৰ্শ অৰ্থাৎ ঈশ্বৰপ্ৰেৰিত জাৰ শাসন, ভূমিদাস প্ৰথাৰ আদৰ্শৰ বিস্তাৰ। আৰু, ইয়াকে কৰিবলৈ জাৰে সেনাবাহিনীৰ সাধাৰণ সেনাহঁতৰ ওপৰত প্ৰতিষ্ঠা কৰিছিল সুবিধাভোগী বিষয়াচক্ৰ, আমোলাতন্ত্ৰক আৰু শক্তিশালী কৰাৰ চেষ্টা কৰিছিল। ভূমিদাসী শোষণক ন ন আইন-কানুন, অধ্যাদেশেৰে কৰিব খুজিছিল অধিক নিকপকপীয়া আৰু সমগ্ৰ দেশখনকে চোৰাংচোৱা আৰু পুলিচৰ হাতত তুলি দি ৰূপান্তৰিত কৰিছিল সামান্যতম সামাজিক স্বাধীনতা বৰ্জিত এক পুলিচী ৰাষ্ট্ৰলৈ। লেখক শিল্পীৰ ওপৰত আৰোপ কৰিছিল কটকটীয়া চেন্সৰ ব্যৱস্থা। প্ৰায় অশিক্ষিত ক্ষুদ্ৰ আমোলাহঁতে গ'গল আদি মহত্তম লেখকসকলৰ লেখনীৰ ওপৰত নিৰ্বিচাৰ কেচি চলাবলৈ স্পৰ্ধা কৰাৰ যুগ সেইটো।

কিন্তু, এই ভয়াবহ প্ৰতিক্ৰিয়াৰ মাজেৰেই ৰুচ সাহিত্যত আৰু সামাজিক চিন্তাজগতত ন ন ভাবাদৰ্শৰ এক বিৰাট আন্দোলনৰ সূত্ৰপাত হ'ল।

এই সময়তেই ৰুচ সাহিত্যত দুটা গুৰুত্বপূৰ্ণ দিশে বিকাশ লাভ কৰে। প্ৰথমটো হ'ল হেগেলৰ বস্তুবাদী দৰ্শন, বিশেষকৈ দ্বান্দ্বিক দৃষ্টিকোণৰ চৰ্চা আৰু দ্বিতীয়টো হ'ল ৰুচ সমালোচনা সাহিত্যৰ আৱিৰ্ভাৱ। পুস্কিন, গ'গলৰ দিনৰ পৰাই ৰুচ সাহিত্যত নতুনত্ব আৰু বিশেষকৈ স্বাধীনতাকামী চিন্তা-চেতনাৰ আৰম্ভণি ঘটিছে যদিও সমালোচনা আৰু সামাজিক দৰ্শনৰ এই নতুন ধাৰাটোৰ প্ৰচলন কৰে ভিচাৰিঅণ গ্ৰিগ্ৰৰিয়েভিচ্ বেলিনস্কিয়ে ( ১৮১১—১৮৪৮ চন )। এই সময়তে কেৱল ৰাচিয়াৰ সাহিত্যৰ জগতখনতে নহয়—স্থাপত্য, সংগীত, নাটক সকলোতেই এক নৱজাগৰণৰ জোৱাৰ আহে। আৰু এই জাগৰণৰ মূল বৈশিষ্ট্য আছিল বাস্তৱতাবাদী চিন্তা-চেতনাৰ বিকাশ।

বেলিনস্কিয়ে প্ৰথমে ৰুচ সাহিত্যত সমালোচনাত্মক সমীক্ষা আৰম্ভ কৰে। তেওঁ সাহিত্যৰ বিভিন্ন সৃষ্টিসমূহ বিচাৰ-বিশ্লেষণ কৰি তাৰ সত্যবোৰ উদ্ঘাটন কৰাৰ চেষ্টা কৰে আৰু এনেদৰে সাহিত্যৰ মূল তাৎপৰ্য তুলি ধৰিবলৈ সক্ষম হয়। তেওঁ দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে সাহিত্যৰ লক্ষ্য হোৱা উচিত সমাজৰ সুন্দৰ ৰূপান্তৰ আৰু ইয়াৰ বাবেই সাহিত্যই সমাজৰ বাস্তৱ চিত্ৰক সততাৰে প্ৰতিফলিত কৰিব পাৰিব। এনে মাপকাঠিৰে তেওঁ যেতিয়া সমালোচনা আৰম্ভ কৰিলে, তেতিয়া ৰুচ সাহিত্যত, লেখকসকলৰ মাজত এহাতে যেনেদৰে সমাজ সচেতনতা বাঢ়ি আহিল, আনহাতে বাস্তৱবাদী ধাৰায়ো অধিক বিকাশ লাভ কৰিলে। ৰাচিয়াৰ সাহিত্য আৰু চিন্তাজগতৰ এই বিকাশত সমালোচক বেলিনস্কিৰ ঐতিহাসিক ভূমিকাৰ কথা ভাবি আজি বিস্ময়াভূত হ'ব লাগে।

বেলিনস্কি নিজেও লেখক আছিল। মস্কো বিশ্ববিদ্যালয়ত পঢ়ি থকাৰ কালছোৱাত তেওঁ দাসপ্ৰথা প্ৰথাৰ বিৰুদ্ধে 'দিমিত্ৰি কালিনিন' নামৰ এখন নাটক লেখে। এই নাটকৰ বাবে তেওঁক মস্কো বিশ্ববিদ্যালয়ৰ পৰা বহিষ্কাৰ কৰা

হয়। ইয়াৰ পাছত তেওঁ বিভিন্ন আলোচনীত লেখামেলা আৰু অনুবাদৰ কাম কৰি বিৰাট কষ্টেৰে জীৱিকা নিৰ্বাহ কৰিব লগীয়া হয়। দাৰিদ্ৰ্য আৰু অপুষ্টিৰ ফলত তেওঁ যক্ষ্মা ৰোগাক্ৰান্ত হৈ পৰে। কিন্তু, ইয়াৰ মাজতো তেওঁ ৰুচ সাহিত্য, বিশেষকৈ সমালোচনা সাহিত্য গঢ়ি তোলাৰ কামত একাণপতীয়াকৈ মনোনিবেশ কৰে।

সাহিত্যৰ সৃষ্টি যে সমাজৰ ৰূপান্তৰৰ বাবে হোৱা উচিত, তেওঁৰ এই বিশ্বাসৰ কথা উল্লেখ কৰি অহা হৈছেই, আৰু সমালোচনা সাহিত্যৰ জৰিয়তে ইয়াক প্ৰতিষ্ঠা কৰিবৰ বাবে তেওঁ স্বাভাৱিকতেই সহায় লৈছিল সামাজিক দৰ্শনৰ। প্ৰথমছোৱাত তেওঁ ইউৰোপীয় ভাববাদী দৰ্শনৰ প্ৰভাৱত পৰিছিল, মানুহৰ অন্তৰ পৰিৱৰ্তনৰ দ্বাৰা সুন্দৰ সমাজৰ ৰচনা যি দৰ্শনৰ এক কেন্দ্ৰীয় চিন্তাপ্ৰৱাহ আছিল। কিন্তু সত্যানুসন্ধানী বেলিনস্কিক বেছিদিন এনে দৰ্শনে আকৰ্ষণ কৰি ৰাখিব নোৱাৰিলে। তেওঁ ইতিমধ্যে আৱিষ্কাৰ কৰিলে হেগেলক। হেগেলৰ জাগতিক বস্তুবাদী দৰ্শন, বিশেষকৈ দ্বান্দ্বিক দৃষ্টিকোণে তেওঁক আকৰ্ষণ কৰিলে আৰু শীঘ্ৰে বেলিনস্কিৰ লেখামেলাৰ জৰিয়তে হেগেলীয় চিন্তা আৰু সমাজদৰ্শন ৰুচ সাহিত্যজগতত চিনাকি হৈ পৰিল।

হেগেলীয় দৰ্শন লৈ সেই সময়ত ইউৰোপত ন ন চিন্তাৰ সূত্ৰপাত হৈছিল, মাৰ্ক্স আৰু এঙ্গেলচেও সেই সময়তে এই দৰ্শনক অধিক বিকশাই তোলাৰ কাম আৰম্ভ কৰিছিল। এই কথা গুৰুত্বপূৰ্ণ যে বেলিনস্কিৰ জীৱনকালতেই তেওঁলোকৰ সাম্যবাদী ইস্তাহাৰ—কমিউনিষ্ট মেনিফেষ্ট প্ৰকাশিত হৈছিল। অৱশ্যে ইয়াৰ বা মাৰ্ক্সবাদী চিন্তাৰ কোনো সুস্পষ্ট বা প্ৰত্যক্ষ প্ৰভাৱ বেলিনস্কিৰ ওপৰত পৰা, বা তেওঁ এই বিকাশৰ কথা জনাৰো কোনো স্পষ্ট প্ৰমাণ পোৱা নাযায়। বেলিনস্কিয়ে হেগেলৰ চিন্তাধাৰাক বিশেষকৈ সাহিত্য, আৰু সাহিত্য সমাজৰ আন্তঃসম্পৰ্কৰ দিশত নিজৰবৰীয়াকৈ বহুখিনি বিকশাই তোলাৰ লগতে ৰাছিয়াত জনপ্ৰিয় কৰি তুলিবলৈকো সক্ষম হৈছিল।

সমাজ সম্পৰ্কে চিন্তা কৰোতে স্বাভাৱিকতে ৰাজনীতিৰ প্ৰশ্নটো তেওঁ এৰাব পৰা নাছিল, বৰঞ্চ বস্তুবাদী দৰ্শনৰ আলোকত ৰাজনীতিৰ সামাজিক তাৎপৰ্য তেওঁ ভালদৰে বুজিছিল আৰু সমাজৰ পৰিৱৰ্তনৰ বাবে ৰাজনীতি আৰু ৰাজনৈতিক চিন্তাধাৰাৰ গুৰুত্ব উপলব্ধি কৰিছিল।

বেলিনস্কি কেৱল সাহিত্যিক বা সাহিত্য সমালোচকেই নহয়, তেওঁৰ কৰ্মক্ষেত্ৰ মূলতে সাহিত্য জগত হ'লেও তেওঁ ন ন চিন্তা, নতুন দৰ্শন আৰু নতুন পদ্ধতিৰ সমালোচনাৰ জৰিয়তে ইমান এক গভীৰ আৰু সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ কৰি যাবলৈ সক্ষম হ'ল যে ৰাছিয়াৰ চিন্তাৰ জগতখন বেলিনস্কিৰ পাছতে সম্পূৰ্ণ সলনি হৈ গ'ল। সত্যানুসন্ধানৰ বাটবোৰ খোল খাই যাবলৈ ধৰিলে, ন ন আদৰ্শৰ ভাৱৰ বুৰবুৰণি উঠিল, মানুহ সামাজিকভাৱে অধিক সচেতন হৈ

উঠিল আৰু দেশত স্বাধীনতা আৰু গণতন্ত্ৰৰ আদৰ্শ· অন্যায়, স্বৈৰাচাৰ আৰু শাসন প্ৰথাৰ বিৰুদ্ধে প্ৰতিবাদ আৰু শেষ বিচাৰত বস্তুবাদী দৰ্শনৰ জৰিয়তে সমাজবাদী চিন্তাধাৰা গঢ় দি উঠাবো বাট মুকলি হৈ পৰিল। পৃথিবীৰ আন কোনো দেশতে বোধকৰো বেলিনস্কিৰ দৰে ইমান প্ৰভাৱশালী সাহিত্য সমালোচকৰ আজিলৈকে জন্ম হোৱা নাই।

ৰাচিয়াৰ দুৰন্ত সাহিত্য প্ৰতিভাবোৰৰ দৰে তেৰোঁ অতি কম দিন জীয়াই আছিল। মাত্ৰ ৩৭ বছৰ বয়সত তেওঁ দাৰিদ্ৰ্য আৰু ক্ষয়ৰোগত ভুগি মৃত্যুৰ মুখত পৰে। ভিচাৰণ বেলিনস্কিৰ সামাজিক ৰাজনৈতিক চিন্তাৰ বিষয়ে পৰৱৰ্তী এটা অধ্যায়ত অধিক আলোচনা কৰা হৈছে।

এই সময়ত ৰুচ সাহিত্যত কেৱল বাস্তৱতাই নহয়, সমালোচনাত্মক বাস্তৱতা (ক্ৰিটিকেল ৰিয়েলিজমৰ) যুগ আৰম্ভ হয়।

এই ধাৰাৰ মূল বৈশিষ্ট্য আছিল জীৱনক স্বাভাৱিকভাৱে নিৰীক্ষণ আৰু গ্ৰহণ কৰা আৰু সাহিত্য-শিল্পত তাক উত্থাপন কৰা। প্ৰকৃতিবাদী চিন্তাত, য'ত মানৱ জীৱনক প্ৰকৃতিৰ সন্তান আদিমানৱৰ সৰলতা, নিষ্পাপতা আৰু অকৃত্ৰিম জীৱনযাত্ৰাৰ যাৰা জুখিব বিচৰা হৈছিল, বা তাকেই মানৱ জীৱনৰ শ্ৰেষ্ঠৰূপ হিচাপে তুলি ধৰিব বিচৰা হৈছিল, তাৰ বিপৰীতে এই ধাৰাত বৰ্তমান মানৱ জীৱনৰ স্বাভাৱিক আৰু বাস্তৱ চিত্ৰায়ন আৰু লগতে ইয়াৰ বিচাৰ-বিশ্লেষণৰ জৰিয়তে মানৱিক আৰু সামাজিক সত্য উদ্‌ঘাটনত গুৰুত্ব দিয়া হ'ল। এই ধাৰাটোৱে ৰুচ সাহিত্য আৰু চিন্তাজগতক অধিক সমাজমুখী বাস্তৱতাবাদী আৰু জনমুখী কৰি তুলিলে।

এই ধাৰাৰ মূল লেখকসকল আছিল ঔপন্যাসিক ইভান গণচাৰভ। তেওঁৰ ক্লাচিক উপন্যাস 'ওভলমভ'ত তেওঁ ৰুচ সমাজৰ একাংশৰ মাজত নিষ্ক্ৰিয়তা, কৰ্মবিমুখিতা আৰু আদৰ্শহীনতাৰ ছবি অংকন কৰি ইয়াৰ প্ৰেক্ষাপটত ৰাচিয়াৰ 'উদীয়মান বুৰ্জোৱাক প্ৰথমবাৰৰ বাবে সাহিত্যৰ জগতলৈ লৈ আহে। অকল সেয়ে নহয়, জাৰ স্বৈৰতন্ত্ৰ আৰু দাসশ্ৰমৰ বিৰুদ্ধে ব্যাপক খেতিয়ক সমাজত যি বিপ্লৱৰ ভ্ৰূণ গজি উঠিবলৈ আৰম্ভ কৰিছিল, তাৰ ছবি আৰু প্ৰতিনিধিও তেওঁৰ পৰৱৰ্তী লেখাত আত্মপ্ৰকাশ কৰে।

আলেকজেণ্ডাৰ অস্ত্ৰভস্কিৰ নেতৃত্বত সেই সময়তেই ৰুচ নাটকেও প্ৰাণ পাই উঠে। বিশেষকৈ বাস্তৱতাবাদী জাতীয় নাট্যধাৰাৰ তেওঁ প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। আজিও তেওঁক ৰুচ নাটকৰ পিতা বুলি কোৱা হয়।

এনে সময়তেই আবিৰ্ভাৱ ঘটে নেক্ৰাচভ—নিকোলাই আলেক্‌চেভিচ নেক্ৰাচভ (১৮২১-১৮৭৭) নামৰ এক দুৰন্ত প্ৰতিভাৰ। মূলতে তেওঁ আছিল কবি, তেওঁৰ কবিতাই পুস্কিন আৰু লাৰমানটভৰ পাছত ৰুচ কাব্যক নতুন

ৰুগলৈ আগবঢ়াই লৈ যায়। কিন্তু, নেক্ৰাচভৰ অন্যতম কৃতিত্ব আছিল তেওঁৰ সম্পাদনা। তেওঁ ৰাচিয়াৰ সেই সময়ৰ প্ৰধান সাহিত্য আলোচনী 'সমসাময়িক'ৰ মুখ্য সম্পাদক আছিল। বেলিনস্কিৰ লগত ঘনিষ্ঠভাৱে জড়িত নেক্ৰাচভে এই পত্ৰিকাৰ জৰিয়তেই ৰুচ চিন্তাজগতত এক সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলাবলৈ সক্ষম হৈছিল। এই আলোচনীক তেওঁ ৰাচিয়াৰ উদীয়মান লেখক বুদ্ধিজীৱীসকলৰ সাধাৰণ মুখপত্ৰলৈ পৰিণত কৰি তুলিবলৈ সক্ষম হৈছিল। এই পত্ৰিকাতে পোন প্ৰথম বাৰৰ বাবে উদাৰনৈতিক সংস্কাৰবাদী ইভান তুৰ্গেনভ, চাৰ্ণিচেভস্কিৰ দৰে বিপ্লৱীসকল আৰু লিও তলস্তয়ৰ প্ৰতিভাৰো প্ৰথম প্ৰকাশ ঘটিছিল। নেক্ৰাচভে নিজেও ৰাচিয়াৰ কৃষকসমাজৰ বাস্তৱতাৰ দলিল স্বৰূপ এখন গভীৰ কিতাপ লেখাৰ উপৰিও তেওঁৰ গদ্য আৰু কাব্যত ৰুচ সমাজৰ বাস্তৱক সুন্দৰভাৱে প্ৰতিফলিত কৰিছিল। ৰাচিয়াৰ বুৰ্জোৱা, শ্ৰমিক, ৰেলপথ, বেংক আদিও তেওঁৰ লেখনীত ফুটি উঠিছিল। এই 'সমসাময়িক' আলোচনীখন অৱশেষত জাৰ প্ৰশাসনে বন্ধ কৰি দিছিল, তেতিয়া নেক্ৰাচভে 'মাতৃভূমি' নামে আন এখন পত্ৰিকা উলিয়াইছিল।

ৰোমাণ্টিকতা, বিপ্লৱী ৰোমাণ্টিকতা, বাস্তৱতা, সমালোচনাত্মক বাস্তৱতা এই পৰ্যায়বোৰৰ মাজেৰে ৰুচ সাহিত্যৰ ই এক সুদীৰ্ঘ আৰু গুৰুত্বপূৰ্ণ পথ পৰিক্ৰমাৰ কাহিনী। এই কালছোৱাতেই ৰুচ সাহিত্যিকসকলে প্ৰাচীন চিৰাচৰিত চিন্তাভাৱনা আৰু মূল্যবোধৰ আৱৰ্ত ভাঙি ৰাচিয়াৰ মানুহৰ মনক উদাৰ, স্বাধীন আৰু বহল কৰি তুলিবলৈ সক্ষম হ'ল। সক্ষম হ'ল স্বৈৰতন্ত্ৰ, ভূমিদাস-প্ৰথা, অত্যাচাৰ, উৎপীড়নৰ বিৰুদ্ধে মানুহক সজাগ কৰি তুলিবলৈ। নন ভাবাদৰ্শৰে মনৰ জগতখন চহাই এক উৰ্বৰ শস্যক্ষেত্ৰ তৈয়াৰ কৰি তুলিলে, য'ত আহিব লগীয়া দিনবোৰত নানা তৰহৰ সামাজিক-ৰাজনৈতিক মতবাদে মানুহক সমাজৰ ৰূপান্তৰৰ বাবে চিন্তা আৰু চেষ্টা কৰিবলৈ অনুপ্ৰাণিত কৰিব।

ৰাচিয়াত সমাজতান্ত্ৰিক আদৰ্শ স্থাপন আৰু বিকাশৰ বাবে ক্ষেত্ৰ প্ৰস্তুত কৰা হৈ গ'ল: ইয়েই সাহিত্য আৰু সাহিত্যিকৰ প্ৰচণ্ড সামাজিক গুৰুত্বক প্ৰতিপন্ন কৰিলে।

৭

# প্ৰতিক্ৰিয়াৰ অন্ধকাৰ যুগ আৰু বুৰ্জোৱা সংস্কাৰ



● ডিচেম্বৰ বিদ্ৰোহৰ পাছৰ প্ৰতিক্ৰিয়াৰ যুগ ● স্বৈৰতান্ত্ৰিক শোষণৰ বিৰুদ্ধে বিপ্লৱী চিন্তা আৰু সংগঠনৰ আৰম্ভণি ● ৰাচিয়াৰ বিভিন্ন অৱদমিত জাতিসত্তা-বোৰৰ মাজত জাতীয় চেতনাৰ বিকাশ আৰু বিচ্ছিন্নতাবাদ তথা মুক্তিৰ বাবে ঐক্যবদ্ধ সংগ্ৰামৰ ধাৰণাৰ জন্ম ● ক্ৰিমিয়াৰ যুদ্ধত (১৮৫৩) জাৰতন্ত্ৰী ৰাচিয়াৰ সামৰিক বিপৰ্যয় আৰু শাসকশ্ৰেণীৰ মাজত প্ৰবল সংকট ● ১৮৬১ চনৰ ৰাচিয়াৰ প্ৰথম বুৰ্জোৱা সংস্কাৰ আৰু ভূমিদাসপ্ৰথাৰ বিলুপ্তি ● বুৰ্জোৱা সংস্কাৰ আৰু সামাজিক স্বাধীনতা।

এই অধ্যায়টো লেখোতে সহায়লোৱা কিতাপৰ তালিকা :

(1) Khoros, V, Pantin I, Plimak, Ye—The Russian Revolutionary Tradition. Progress Publishers. Moscow 1988.

(2) Schmidt. S. et al. A Short History of the USSR. Progress Publishers, Moscow. 1984.

(3) Carr, EH, The Bolshevik Revolution. 1917—1923, Vol—I Penguin Books, London, 1966.

(4) সোভিয়েট ইউনিয়নৰ কমিউনিষ্ট (বলচেভিক) পাৰ্টিৰ ইতিহাস। National Book Agency Pt Ltd., Calcutta 1944.

ডিচেম্বৰিষ্টসকলৰ অভ্যুত্থান দমন কৰাৰ পাছত জাৰ নিকলাচে সমগ্ৰ দেশতে এক ব্যাপক সন্ত্ৰাস আৰু কেন্দ্ৰীভূত শাসন নমাই আনে। সকলোধৰণৰ উদাৰনৈতিক আৰু বিপ্লৱী চিন্তাধাৰাক কলিতে নিৰ্মূল কৰিবলৈ তেওঁ কৃতসংকল্প আছিল। দেশৰ প্ৰশাসন তেওঁ সম্পূৰ্ণভাৱে কেন্দ্ৰীভূত কৰি পেলালে আৰু আমোলাসকলৰ মাজৰ পৰা উদাৰনীতিৰ প্ৰতি আকৃষ্ট বুলি ভবাসকলক আঁতৰ কৰি সেনাবাহিনীৰ পুৰণাপন্থী সেনানায়কসকলক তেওঁলোকৰ ঠাইত নিয়োগ কৰিলে। দেশত কটকটীয়া চেন্সৰ ব্যৱস্থা প্ৰৱৰ্তন কৰা হ'ল আৰু অভিজাততন্ত্ৰক শক্তিশালী কৰি তুলিবৰ বাবে ন ন ব্যৱস্থা গ্ৰহণ কৰা হ'ল। শ শ লোকক সন্দেহবশতঃ কাৰাগাৰত অন্তৰীণ কৰি ৰখা বা চাইবেৰিয়ালৈ নিৰ্বাসিত কৰা হ'ল। বহুতক প্ৰাণদণ্ড দিয়া হ'ল। জাৰৰ চোৰাংচোৱা আৰু গোপন পুলিচৰ উৎপাতত দেশৰ সমাজ জীৱন ত্ৰস্ত হৈ পৰিল। এনে ভয়াবহ প্ৰতিক্ৰিয়াৰ লগতে দেশত সামন্তবাদী শোষণ আৰু ভূমিদাস শোষণো অধিক কটকটীয়া কৰাৰ ব্যৱস্থাও লোৱা হ'ল।

ইমান ভয়াবহ প্ৰতিক্ৰিয়া আৰু সন্ত্ৰাসেও ৰাচিয়াৰ সমাজত কিন্তু সামাজিক চেতনাৰ বিকাশ স্তব্ধ কৰিব নোৱাৰিলে। বৰঞ্চ এই কালছোৱাত ৰাচিয়াৰ শিক্ষিত আৰু বুদ্ধিজীৱী সমাজৰ মাজত গণতান্ত্ৰিক আৰু বিপ্লৱী চিন্তাধাৰাই অধিক গা কৰিহে উঠিল। কলা-সংস্কৃতি আৰু সাহিত্যৰ জগতত কেবাজনো দুৰন্ত প্ৰতিভাৰ জন্ম হয় এই সময়তেই।

এই আন্দোলনৰ প্ৰভাৱ দেশৰ ৰাজনীতিতো পৰিবলৈ ধৰিলে।

মস্কো, চেণ্টপিটাৰ্চবাৰ্গ আৰু ৰাচিয়াৰ আন আন চহৰত স্বৈৰতন্ত্ৰ আৰু ভূমিদাসী সামন্তশোষণৰ বিৰুদ্ধে বহুতো গোপন সংগঠন গঢ়ি উঠিবলৈ আৰম্ভ কৰিলে। মস্কো বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলৰ মাজতো এনে সংগঠনবোৰ সক্ৰিয় আৰু জনপ্ৰিয় হৈ উঠে। এই সংগঠনবোৰৰ মাজত সেইসময়ত প্ৰধানকৈ দুটা ৰাজনৈতিক মতাদৰ্শগত ধাৰা প্ৰবল হৈ উঠিছিল। ইয়াৰে এটাক ক'ব পাৰি উদাৰনৈতিক গণতান্ত্ৰিক ধাৰা ; এওঁলোকে ক্ৰমান্বয়ে সংস্কাৰৰ জৰিয়তে দেশৰ অৱস্থাৰ পৰিৱৰ্তন বিচাৰিছিল—এওঁলোকৰ চিন্তাধাৰাৰ মাজত ইংলেণ্ডৰ আৰ্হিৰ এক সাংবিধানিক ৰাজতন্ত্ৰ প্ৰতিষ্ঠাৰ বিষয়টোৱেই মূল আছিল। বিপ্লৱৰ পৰিৱৰ্তে সংস্কাৰৰ জৰিয়তে সমাজৰ বিৱৰ্তনত এওঁলোকে বিশ্বাস কৰিছিল। ইয়াৰ বিপৰীতে আন এচামৰ মনত বিপ্লৱী গণতান্ত্ৰিক চিন্তাধাৰাই গা কৰি উঠিছিল। ফৰাচী বিপ্লৱৰ আদৰ্শই এওঁলোকক অনুপ্ৰাণিত কৰিছিল। বিপ্লৱৰ জৰিয়তে দেশৰ স্বৈৰাচাৰ, সমাজতন্ত্ৰ আৰু আমোলাতন্ত্ৰক উৎখাত কৰি দেশত এক সাংবিধানিক, উদাৰনৈতিক, গণতান্ত্ৰিক শাসনব্যৱস্থা প্ৰৱৰ্তনৰ জৰিয়তে গণতন্ত্ৰ, স্বাধীনতা আৰু সাম্যৰ স্বপ্ন তেওঁলোকে দেখিছিল।

ছাত্ৰনেতা আলেকজেণ্ডাৰ হাৰ্ৎচেন, ভিচাৰিঅ' বেলিনস্কি আদিয়ে ছাত্ৰ-

সমাজৰ মাজত এনে বিপ্লৱী গণতান্ত্রিক চিন্তাধাৰাৰ গুৰি ধৰিছিল। ১৮৪০ চনত 'পেট্ৰাচেভস্কি গোট' নামৰ এটা গোপন সংগঠনেও এনে চিন্তাধাৰা জনপ্ৰিয় কৰি তুলিছিল। বিখ্যাত লেখক ফিডৰ দস্তয়ভস্কিও এই সংগঠনৰ সদস্য আছিল। দেশৰ বহুঠাইতে এনে সংগঠনবোৰ গঢ়ি উঠিছিল। জাৰৰ পুলিচে এবাৰ এই গোটৰ ২১ জন সদস্যক আটক কৰি দেশৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা বুলি মৃত্যুদণ্ডৰে দণ্ডিত কৰিছিল। এওঁলোকৰ ভিতৰত দস্তয়ভস্কিও আছিল। ফায়াৰিং স্কোৱাডৰ সন্মুখত থিয় কৰাই মৃত্যুদণ্ড কাৰ্যকৰী কৰাৰ আগ-মুহূৰ্তত নাটকীয়ভাৱে তেওঁলোকৰ প্ৰাণদণ্ড ৰহিত কৰি আটাইকেই চাইবেৰিয়ালৈ নিৰ্বাসিত কৰা হৈছিল। দস্তয়ভস্কিয়ে এই ঘটনাটোকে তেওঁৰ বিখ্যাত 'মূৰ্খ' ( The Idiot ) নামৰ কিতাপখনত বৰ্ণনা কৰিছে।

জাৰতন্ত্ৰী ৰাচিয়া এখন বহুজাতিক দেশ। বিশাল ইউক্ৰাইনৰ পৰা আৰম্ভ কৰি লিথুৱানিয়া, ইস্টোনিয়া, জৰ্জিয়া, আজাৰবাইজান, আৰ্মেনীয়া আদি বিভিন্ন এলেকাৰ জাতিসত্তাবোৰ স্বৈৰতান্ত্ৰিক জাৰ প্ৰশাসন আৰু ভূমিদাসপ্ৰথাৰ কদৰ্য সামন্তশোষণৰ বলি হৈছিল। জাতীয় স্বাধীনতাৰ চিনমোকাম নাইকিয়া হৈ এই জাতিবোৰ জাৰতন্ত্ৰী ৰাচিয়াৰ বিশাল কাৰাগাৰত বন্দী যেন হৈ পৰিছিল। স্বাভাৱিকতেই এই অৱদমিত জাতিসত্তাবোৰৰ মাজত জাতীয় চেতনাৰ উন্মেষ ঘটিছিল আৰু ই এহাতে স্বায়ত্তশাসন আৰু সময়ত জাৰতন্ত্ৰী ৰাচিয়াৰ পৰা স্বাধীন হৈ ওলাই যোৱাৰ আকাংক্ষা হিছাপে প্ৰকাশ পাইছিল। বিভিন্ন জাতিৰ মাজত বিচ্ছিন্নতাবাদী গোপন সংগঠনবোৰো সেই সময়ত গঢ় লৈ উঠিছিল। ইউক্ৰাইনৰ কিয়েভ নগৰীত গঢ়ি উঠা 'চিৰিল' আৰু 'মেথডিয়াচ' সমাজ নামৰ সংগঠনবোৰ আছিল এনে ধৰণৰ। বিখ্যাত ইউক্ৰেনীয় কবি আৰু শিল্পী টাৰাচ চেভচেংক'ই এনে সমাজবোৰৰ লগত জড়িত আছিল যদিও বিচ্ছিন্নতাবাদৰ বিপৰীতে ইউক্ৰেনীয় জনগণৰ মুক্তিৰ বাবে তেওঁ ৰাচিয়াৰ সমগ্ৰ শোষিত জনগণৰ লগত একেলগ হৈ, সকলোৱে সমবেত বিপ্লৱী শক্তিৰে জাৰ স্বৈৰতন্ত্ৰক উৎখাত কৰাৰ ওপৰত গুৰুত্ব দিছিল। জাতীয় বিচ্ছিন্নতাবাদৰ বিপৰীতে জাৰ স্বৈৰতন্ত্ৰক ধ্বংস কৰিবলৈ সমগ্ৰ ৰাচিয়াৰ এক মহাজাতীয় ঐক্যবদ্ধ সংগ্ৰামৰ এই ধাৰণা অতি বৈপ্লৱিক আৰু প্ৰগতিশীল আছিল। আন আন জাতিসত্তাৰ মাজতো এনে চিন্তাধাৰাৰ জাতীয় নেতাৰ আবিৰ্ভাৱ হৈছিল। সকলো জাতিৰে উমৈহতীয়া শত্ৰু আৰু শোষক জাৰ স্বৈৰতন্ত্ৰক উৎখাত নকৰালৈকে কোনো জাতিৰে যে প্ৰকৃত মুক্তি সম্ভৱ নহয়, আৰু এই মুক্তিৰ বাবে সকলোৱে মাৰবান্ধি একেলগে সংগ্ৰাম কৰিব লাগিব, এই ধাৰণাই ৰাচিয়াৰ সমাজখনত ৰাজনৈতিক আৰু সামাজিক চিন্তাধাৰাৰ দ্ৰুত বিকাশ আৰু পৰিপক্কতালৈকে আগুৱাই দিয়ে। আলেকজেণ্ডাৰ হাৰ্থেন আৰু নিকোলাই চাৰ্নিচেভস্কি আদি সামাজিক চিন্তাবিদ, লেখকসকলে দেশ-বিদেশ সকলোৰে পৰা বেআইনী গোপন কাকত

আলোচনী আদি প্ৰকাশ কৰি দেশত এক জনপ্ৰিয় অভ্যুত্থানৰ বাবে গোপন সংগঠন গঢ়ি তোলাৰ বাবে ৰাইজৰ ওচৰত গোহাৰি জনায়। ৰাচিয়াৰ সমাজত এক বৈপ্লৱিক পৰিস্থিতিৰ সূচনা হ'বলৈ ধৰে।

১৮৫৩ চনত ৰাচিয়া এখন ডাঙৰ যুদ্ধত লিপ্ত হৈ পৰে। দক্ষিণ পূব ইউৰোপত, বিশেষকৈ বল্কান এলেকাত নিজৰ প্ৰভুত্ব বিস্তাৰ কৰিবলৈ গৈ ৰাচিয়াই প্ৰথমে তুৰস্ক আৰু তাৰ পিছত ইংলেণ্ড ফ্ৰান্স আৰু তুৰস্কৰ সম্মিলিত শক্তিৰ বিৰুদ্ধে যুদ্ধত সাঙোৰ খাই পৰে। যুদ্ধত মিত্ৰশক্তিয়ে ৰাচিয়াক ক্ৰিমিয়াৰ ৰণাঙ্গনত ১৮৫৫ চনত বেয়াকৈ পৰাস্ত কৰে। ফলত কৃষ্ণসাগৰ অঞ্চলৰ এক ডাঙৰ এলেকাকে ধৰি বহুতো সা-সুবিধা ৰাচিয়াই হেৰুৱাব লগাত পৰে। আনফালে ইউৰোপতো অষ্ট্ৰিয়াৰ সম্ভাব্য আক্ৰমণ ৰোধ কৰিবৰ বাবে জাৰে এখন অপমান-জনক শান্তিচুক্তি সম্পাদন কৰি ইয়াতো ভালেমান এলেকা আৰু সা-সুবিধা ত্যাগ কৰিব লগীয়া হয়।

ইতিমধ্যে জাৰ নিকলাচৰ মৃত্যু হোৱাত দ্বিতীয় আলেকজেণ্ডাৰ ৰাচিয়াৰ সিংহাসনত বহিছে। যুদ্ধত অপমানজনক পৰাজয়ৰ পাছত সমগ্ৰ দেশতে ব্যাপক বিক্ষোভ আৰু অসন্তুষ্টিয়ে মূৰ দাঙি উঠে। চাৰিওফালে কৃষক বিদ্ৰোহ-বোৰ আৰম্ভ হ'বলৈ ধৰে। শাসক শ্ৰেণীয়েও এই সময়ত উপলব্ধি কৰে যে এনেদৰে আৰু নচলে, দেশত পৰিৱৰ্তনৰ প্ৰয়োজন। আৰু, যিহেতু ৰাচিয়াত সমাজৰ পৰিৱৰ্তন সাধন কৰিবলৈ সক্ষম কোনো সামাজিক আৰু ৰাজনৈতিক শক্তি নাছিল, সেয়ে এই পৰিৱৰ্তনো শাসকশ্ৰেণীয়েই নিজৰ স্বাৰ্থ ৰক্ষাৰ বাবে আৰম্ভ কৰিব লগা হৈছিল। স্বাভাৱিকতে এই পৰিৱৰ্তন সেয়ে আছিল এক উপৰুৱা সংস্কাৰ ব্যৱস্থা মাথো। সংগঠিত জনগণৰ খুন্দাত নহয়, একান্ত নিজৰ স্বাৰ্থৰ প্ৰয়োজনতে ৰূঢ় শাসকসকলে এনানি সংস্কাৰৰ ব্যৱস্থা ল'বলৈ বাধ্য হয়। ১৮৬১ চনৰ ১৯ ফেব্ৰুৱাৰীত এই বুৰ্জোৱা সংস্কাৰ লানিৰ কথা ঘোষণা কৰা হয়। সেইদিনা জাৰ দ্বিতীয় আলেকজেণ্ডাৰে এখন ৰাজকীয় অধ্যাদেশৰ দ্বাৰা দেশৰ পৰা ঘৃণনীয় ভূমিদাস প্ৰথা সম্পূৰ্ণভাৱে বিলোপ কৰাৰ কথা ঘোষণা কৰিলে।

সেইদিনাই ৰাচিয়াৰ দুই কোটি পঁচিশ লাখ ভূমিদাসক সামন্তীয় পৰাধীনতাৰ শিকলিৰ পৰা মুকলি কৰি দিয়া হ'ল।

সেইদিনাৰ পৰা ৰাচিয়াৰ ভূমিদাস খেতিয়কসকলে নিজাববীয়াকৈ মাটিবাৰী কিনাৰ অধিকাৰ লাভ কৰিলে। ব্যৱসায়-বাণিজ্য, শিল্প-উদ্যোগ আদিত মুকলি মূৰীয়াকৈ কাম কৰাৰ আৰু আদালতত উকিল নিয়োগ কৰি নিজাববীয়াকৈ গোচৰ তৰাৰ অধিকাৰ পালে।

গাঁও আৰু চহৰ অঞ্চলত ৰাইজক সামান্য ৰাজনৈতিক অধিকাৰ দিবৰ বাবে ১৮৬৪ চনত নিৰ্বাচিত গাওঁসভা ( জেমস্তভ্‌চ ), নিৰ্বাচিত জিলা পৰিষদ আৰু ১৮৭০ চনত চহৰ অঞ্চলত টাউন কাউন্সিল ( ডুমা ) আৰু বৰ্ড ( অপেৰাভচ ) গঠন

কৰা হ'ল। এই নিৰ্বাচিত সংগঠনবোৰৰ প্ৰকৃত ক্ষমতা তেনেই সীমিত আছিল। স্থানীয় অৰ্থনীতি, স্থানীয় আলিবাট নিৰ্মাণ, শিক্ষা আৰু স্বাস্থ্যৰক্ষাৰ ক্ষেত্ৰত সামান্য সিদ্ধান্ত লোৱাৰ তেওঁলোকে ক্ষমতা পাইছিল। এই নিৰ্বাচিত সংগঠনবোৰত ৰাচিয়াৰ গাঁৱৰ ভূস্বামী, অভিজাত আৰু চহৰৰ ধনী বুর্জোৱা-সকলেই বেছিভাগ আসনতে নিৰ্বাচিত হৈছিল যদিও এইবোৰে ৰাচিয়াৰ সাধাৰণ ৰাইজৰ ৰাজনৈতিক সচেতনতা বৃদ্ধি কৰাতো গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল।

দেশৰ আইন ব্যৱস্থাৰ সংশোধন ঘটাই উকিল সংগঠন বা বাৰ, মুকলি বিচাৰ, ফৌজদাৰী গোচৰসমূহ জুৰিৰ সহায়েৰে বিচাৰ কৰাৰ ব্যৱস্থা আৰু সকলোৰে বাবে প্ৰযোজ্য এক সুষম আইনী বিধি প্ৰস্তুত কৰা হৈছিল। ১৮৭৪ চনতে সামৰিক বাহিনীতো প্ৰচুৰ সংস্কাৰ সাধন কৰা হৈছিল। আগৰ ২০-২৫ বছৰীয়া মকৰল ব্যৱস্থা ৰদ কৰি দেশৰ সকলো নাগৰিককেই বাধ্যতামূলকভাৱে ৬-৭ বছৰৰ বাবে সেনাবাহিনীত ভৰ্তি হোৱাৰ নিয়ম কৰা হ'ল।

এই সংস্কাৰৰ ব্যৱস্থাবোৰ দেখাত ভাল যেন লাগিলেও প্ৰকৃততে কিন্তু তেনে হোৱা নাছিল। এইবোৰ মূলতে ৰাচিয়াৰ শাসকশ্ৰেণীৰ স্বাৰ্থৰক্ষা কৰিবলৈ, বিশেষকৈ পৰিৱৰ্তিত আন্তঃৰাষ্ট্ৰীয় আৰু দেশীয় পৰিস্থিতিত নিজৰ অৱস্থান আৰু স্বাৰ্থ কায়েম ৰাখিবৰ বাবেহে এইবোৰ গ্ৰহণ কৰা হৈছিল। এই সংস্কাৰ-বোৰৰ ফলত সেয়ে সমাজত আমোলাচক্ৰ, অভিজাতশ্ৰেণী আৰু সামৰিক নেতা-সকলৰ অৱস্থান অপৰিৱৰ্তিত হৈ ৰৈ গৈছিল। বৃহৎ ভূস্বামীসকলৰ বিশাল ভূসম্পত্তিৰ কোনো হৰণ-ভগন নোহোৱাকৈ অটুট হৈ আছিল। খেতিয়কসকলে কিছু মাটি পাইছিল, তাৰ পৰিমাণ বেছিভাগ ক্ষেত্ৰতে তেওঁলোকে ভূমিদাস প্ৰথাৰ অধীনত থাকি খেতি কৰিবলৈ পোৱা মাটিৰ পৰিমাণতকৈ কমহে আছিল। তাৰ উপৰিও কৃষি অৰ্থনীতিৰ বাবে অতি প্ৰয়োজনীয় পশুচাৰণভূমি, ঘাঁহনি, অৰণ্য-হাবিবন আদি সমূহীয়া মাটিবোৰ ভূস্বামীসকলৰ একচেটিয়া অধিকাৰৰ অধীনতে আছিল। খেতিয়কসকলে এইবোৰ ব্যৱহাৰ কৰিবলৈ নগদ টকা দিবলগীয়া হৈছিল।

ইমানবোৰ সীমাবদ্ধতা থকা সত্বেও ১৮৬০-৭০ চনৰ এই বুর্জোৱা সংস্কাৰ-বোৰ ৰাচিয়াৰ বাবে অত্যন্ত গুৰুত্বপূৰ্ণ আছিল। শাসকশ্ৰেণীয়ে সাধাৰণ ৰাইজৰ হিত সাধিবৰ বাবে স্বতঃপ্ৰণোদিত হৈ এই সংস্কাৰবোৰ সাধন কৰা নাছিল, ক্ৰিমিয়াৰ যুদ্ধৰ বিপৰ্যয়ে শাসকশ্ৰেণীৰ মাজত, যি বিৰাট সংকটৰ সৃষ্টি কৰিছিল, তাক সমাধান কৰাৰ চেষ্টাতহে তেওঁলোকে এই ব্যৱস্থা ল'বলৈ বাধ্য হৈছিল। শাসকশ্ৰেণীৰ সংকটে জন্ম দিয়া সংস্কাৰে সাধাৰণ মানুহক ৰৎসামান্য সামাজিক স্বাধীনতা দিবলৈ ব্যৱস্থা কৰিছিল। কিন্তু, এই কণমান স্বাধীনতাই এহাতে যেনেদৰে ৰাইজৰ ৰাজনৈতিক আৰু সামাজিক সচেতনতা বৃদ্ধি কৰিছিল,

আনহাতে ই দেশৰ ভূমিদাস ভিত্তিক সামন্তবাদৰ অৱসান ঘটাই পুঁজিবাদী বিকাশৰ বাট কিঞ্চিত হ'লেও মুকলি কৰি দিছিল।

কিন্তু, দেশত সামন্তবাদ তেতিয়াও অতি শক্তিশালী হৈ আছিল। আৰু ই সেয়ে দেশত গঢ়ি উঠা পুঁজিবাদক জন্মলগ্নৰে পৰা কোঙা কৰি পেলাইছিল। সামন্তীয় শক্তি আৰু শোষণৰ লগত নাগপাশেৰে বান্ধ খাই থকা বাচিয়াৰ পুঁজিবাদীসকলে সমাজৰ ধনতান্ত্রিক ৰূপান্তৰৰ নেতৃত্ব দিবৰ বাবে অপাৰগ হৈ পৰিছিল।

সেয়া অৱশ্যে সুকীয়া এক অধ্যায়।

তাৰ কথা ক্ৰমান্বয়ে পৰৱৰ্তী অধ্যায়বোৰৰ মাজত আমি পাই যাম।

কিন্তু এই কথা ঠিক যে শাসকগোষ্ঠীৰ সংকট নিবাময়ৰ বাবে কৰা এই বুর্জোৱা সংস্কাৰে দেশখনৰ সকলোফালে নন চিন্তা চেতনা, পৰীক্ষা-নিৰীক্ষা, অর্থনৈতিক বিকাশ, বেহা-বেপাৰ আৰু উদ্যোগীকৰণৰ নন বাটবোৰ মুকলি কৰি দিলে।

ইয়াতেই নিহিত আছিল এই বুর্জোৱা সংস্কাৰৰ ঐতিহাসিক আৰু ৰাজনৈতিক তাৎপর্য।

## ৮

# 'ৰাচিয়াত সমাজবাদী চিন্তাৰ উন্মেষ'



● ডিচেম্বৰ বিপ্লৱৰ পাছৰ ৰাচিয়াত বৌদ্ধিক বিকাশ আৰু ভিচাৰ'ণ বেলিনস্কি ● শ্লাভপন্থী আৰু পশ্চিমপন্থীসকলৰ মাজৰ বিতৰ্ক ● আলেকজেণ্ডাৰ হাৰ্ৎযেন আৰু ইউৰোপীয় ইউটপীয় সমাজবাদী চিন্তা ● ৰুচ সমাজবাদী বিকাশৰ নিজস্ব পথ বিচাৰি ● পুঁজিবাদী পৰ্যায়ক বাদ দি সমাজবাদলৈ যোৱাৰ পথ সন্ধান ● বিপ্লৱ মানৱসমাজৰ প্ৰগতিৰ মূল স্পন্দন—নিকোলাই চাৰ্ণিচেভস্কিৰ চিন্তা-ভাবনা ● ৰুচ বিপ্লৱী পৰম্পৰাৰ বিকাশ।

টীকা আৰু প্ৰসংগ ঃ


(1) Plekhanov, G. V , Works Vol—I, P 1 Quoted in the Russian Revolutionary Tradition Progress Publishers., Moscow, 1988. p 129.

(2) Khoros, V , Pantin, I ; Plimak, Ye ; The Russian Revolutionary tradition Progress Publishers, Moscow, 1988 p 131—133.

(3) Ibid—178

(4) Ibid—176

(5) Anikir, Andrei—Russian Thinkers—Essays on Socio-economic thought in the 18th and 19th centuries. Progress Publishers, Moscow, 1988 p. 174—195.

(6) Ibid—p. 174—195

(7) Same as (2). p. 176—210

(8) Ibid—p. 176—210

(9) Ibid—p. 176—210

তিনটা দশক।

ডিচেম্বৰিষ্ট বিপ্লৱৰ পৰাজয়ৰ পাছত ত্ৰিশ বছৰ ৰাছিয়াত কোনো ধৰণৰ সামাজিক কাম-কাজৰ সুবিধা নাছিল। প্ৰচণ্ড স্বৈৰতান্ত্ৰিক প্ৰতিক্ৰিয়াই দেশৰ বুকুলৈ নমাই আনিছিল অন্ধকাৰৰ যুগ, প্লেখানভৰ মতে, "সেই সময়ত স্থবিৰতা হৈ পৰিছিল মতান্ধ আইন, সকলো সক্ৰিয়, চিন্তাশীল, প্ৰতিবাদ কৰা মানুহক হয় ধ্বংস কৰা হৈছিল, নাইবা তেওঁলোকে নিজৰ চিন্তাধাৰা এনেদৰে লুকুৱাই প্ৰকাশ কৰিবলৈ বাধ্য হৈছিল যে ই প্ৰায় চিনিব নোৱৰা হৈ পৰিছিল।"[1] এই সময়ছোৱাত কোনোধৰণৰ মুকলি ৰাজনৈতিক কাম-কাজ কৰাটো অসম্ভৱ হোৱাত দেশৰ শ্ৰেষ্ঠ মনীষীসকলে ধৰ্মচৰ্চা, সৌন্দৰ্যচৰ্চা বা দৰ্শনৰ ফালে ঢাল খাইছিল। কিন্তু, ইয়াৰ মাজতে এচাম চিন্তাবিদে ১৮৩০-৪০ চনৰ পৰাই এনেধৰণৰ ধৰ্ম, দৰ্শন চৰ্চাৰ পৰা, ৰহস্যবাদৰ পৰা ক্ৰমে বেছিকৈ সামাজিক সমস্যাবোৰৰ বিষয়ে মনোযোগ দিবলৈ আৰম্ভ কৰে আৰু দেশৰ সমাজ ব্যৱস্থাৰ অমানৱীয় আৰু অযৌক্তিক দিশবোৰলৈ আঙুলিয়াবলৈ ধৰে।

এই ক্ষেত্ৰত আগৰণুৱা ভূমিকা গ্ৰহণ কৰিছিল এজন তৰুণ বিপ্লৱীয়ে—তেওঁৰ নাম আছিল ভিচাৰিণ বেলিনস্কি, যাৰ বিষয়ে আমি আগতেই কৈ আহিছো। আৰু এজন চিন্তানায়ক আছিল আলেকজেণ্ডাৰ হাৰ্‌যেন। বুৰঞ্জীবিদ গ্ৰাণভ্‌স্কি, নেক্‌ৰাচভ, গ'গল, দস্তয়াভস্কি আদিয়েও এই যুগতেই আত্মপ্ৰকাশ কৰে। এওঁলোকে সাহিত্যৰ দিশটোৰ বাহিৰেও সামাজিক ৰাজনৈতিক চিন্তাধাৰা বিকাশৰ ক্ষেত্ৰতো অগ্ৰণী ভূমিকা লয়। পাভেল পেষ্টেল আদি ডিচেম্বৰিষ্ট-সকলে যি পৰ্যাবত এই কাম এৰি গৈছিল, তাৰ পাছৰ পৰাই এওঁলোকে এই কাম হাতত তুলি লয়।

এনেধৰণৰ সামাজিক ৰাজনৈতিক চিন্তাচৰ্চা তেতিয়া মুকলিকৈ কৰাটো সম্ভৱ নাছিল। সেয়ে এনে চিন্তাই প্ৰথমে আত্মপ্ৰকাশ কৰে শ্লাভপন্থী আৰু পশ্চিমপন্থীসকলৰ মাজত হোৱা এক বিতৰ্কৰ মাজেৰে। শ্লাভপন্থী (Slavophile) নেতাসকল যেনে—এলেক্সি খমায়াকভ, আইভান কিৰেয়েভস্কি আদিয়ে কৈছিল যে ৰাছিয়াৰ সমাজৰ বিকাশ এক আহুতীয়া ৰুচ পথেৰে সংঘটিত হ'ব লাগিব, ইউৰোপৰ অন্যান্য দেশত হোৱাৰ দৰে বুৰ্জোৱা গণতান্ত্ৰিক পথেৰে নহ'ব। ৰাছিয়াই নিজৰ পথ নিজে তৈয়াৰ কৰি ল'ব লাগিব। তেওঁলোকে প্ৰাচীন ৰুচ জীৱনযাত্ৰাৰ স্বকীয়তা ৰক্ষা, প্ৰেম, সততা, বন্ধুত্ব আদি পাৰম্পৰিক দিশবোৰৰ বিকাশ, ৰাছিয়াৰ গাঁও অঞ্চলত প্ৰচলিত সামূহিক জীৱনযাত্ৰাৰ ব্যৱস্থা 'কমিউনক' সমাজৰ মূল সংগঠনৰ কেন্দ্ৰ হিচাপে গণ্য কৰা, স্বৈৰতান্ত্ৰিক শাসন-ব্যৱস্থা আৰু সাধাৰণ মানুহৰ মাজত একধৰণৰ সুষম সম্পৰ্ক গঢ়ি তোলাত গুৰুত্ব দিছিল। তেওঁলোকে কৈছিল যে ৰাছিয়াৰ শ্লাভ জাতীয় পৰম্পৰাক বাদ দি দেশৰ বিকাশ অসম্ভৱ। আনহাতে আলেকজেণ্ডাৰ হাৰ্‌যেন, চিমিক

প্ৰাগতান্ত্ৰিক আদি পশ্চিমপন্থীসকলে ইয়াৰ বিপৰীতে পশ্চিমীয়া আহি'ৰ সমাজ বিকাশৰ প্ৰক্ৰিয়াৰ ওপৰত মূল গুৰুত্ব আৰোপ কৰিছিল আৰু সেয়ে পিটাৰ ডি গ্ৰেটে আৰম্ভ কৰা বুৰ্জোৱা সংস্কাৰ ব্যৱস্থাবোৰ আগবঢ়াই নি সম্পূৰ্ণ কৰাৰ ওপৰত জোৰ দিছিল।[২]

এই বিতৰ্কৰ মাজেদিয়েই দুইটা দলে আচলতে ৰাচিয়াৰ প্ৰচলিত ব্যৱস্থাৰ অন্ত পেলাই সমাজ বিকাশৰ বিকল্প পথৰ সন্ধান কৰিছিল। আৰু এই পথ-সন্ধানৰ প্ৰক্ৰিয়াত দুইটা শিবিৰেই বিভিন্ন পশ্চিমীয়া ভাবাদৰ্শৰ সংস্পৰ্শ আৰু প্ৰভাৱলৈ আহিছিল আৰু দুইটা প্ৰক্ৰিয়াই এনেদৰে দ্বান্দ্বিকভাৱে বিকাশ লাভ কৰিছিল।

হাৰ্ৎযেন আৰু তেওঁৰ পশ্চিমপন্থী বন্ধুসকলে এই পথসন্ধানৰ প্ৰক্ৰিয়াত গৈ এটা সময়ত ইউৰোপীয় ইউটপীয়ান সমাজবাদী লেখক চেন্ট চাইমন ফাৰিয়াৰ, অৱেন আদিৰ লেখনীৰ সংস্পৰ্শলৈ আহে। ইয়াৰ পাছত হেগেলৰ দাৰ্শনিক চিন্তাধাৰাৰ প্ৰভাৱো তেওঁলোকৰ ওপৰত পৰে। ইয়াৰ ফলত হাৰ্ৎযেন আদি ৰুচ চিন্তাবিদসকলে ৰাচিয়াৰ মুক্তিৰ বাবে ইউটপীয়ান সমাজবাদী চিন্তাৰ আলোকেৰে এক নতুন তাত্বিক পথ তৈয়াৰ কৰিবলৈ আৰম্ভ কৰে। ইয়াক তেওঁলোকে 'ৰুচ সমাজবাদী পথ' হিছাপে অভিহিত কৰে। ৰাচিয়াৰ খেতিয়ক সমাজত থকা সামূহিক মাটি আৰু একেলগে কাম কৰাৰ যি 'কমিউন' পৰম্পৰা আছিল, তাকে কেন্দ্ৰ কৰি এই তত্ত্ব তেওঁলোকে গঢ়ি তোলে। স্লাভপন্থীসকলৰ পৰা ৰুচ 'খেতিয়ক কমিউন'ৰ পৰম্পৰাৰ আদৰ্শ গ্ৰহণ কৰি হাৰ্ৎযেনে তাৰ লগত সমাজবাদী সমাজ গঢ়াৰ লক্ষ্য সন্নিৱিষ্ট কৰি এই 'ৰুচ সমাজবাদী' পথৰ আদৰ্শ প্ৰস্তুত কৰে। সেই মুহূৰ্তৰ পৰাই ৰাচিয়াৰ জনতাৰ মুক্তি সংগ্ৰামত সমাজবাদী দিশটো প্ৰবল হৈ পৰিবলৈ আৰম্ভ কৰে আৰু গণতান্ত্ৰিক সামন্তবাদ বিৰোধী ধাৰাৰ লগত সংলগ্ন হৈ পৰে।[৪]

এক নতুন সামাজিক চিন্তাই জন্মলাভ কৰে।

ৰাচিয়াত সমাজবাদী চিন্তাচৰ্চাৰ এয়ে আৰম্ভণি বুলি ক'ব পাৰি।

আৰু অতি কম সময়ৰ ভিতৰতেই এই চিন্তাধাৰা জনপ্ৰিয় হ'বলৈও আৰম্ভ কৰে।

কিন্তু, কিয়নো এনে ইউটপীয়ান সমাজবাদ ৰুচ চিন্তাবিদসকলৰ প্ৰিয় হৈ পৰিছিল? প্ৰশ্নটোৰ উত্তৰ বৰ সহজ নহয়। ইয়াৰ এটা ব্যাখ্যা এনে ধৰণৰ হ'ব পাৰে যে এই ৰুচ চিন্তাবিদসকলে পশ্চিমৰ বুৰ্জোৱা বিকাশৰ সুফলবোৰৰ লগতে তাৰ কুফলবোৰো দেখিছিল। দেখিছিল কেনেদৰে পুঁজিবাদী বিকাশে সমাজত এশ্ৰেণী সম্পূৰ্ণ দৰিদ্ৰ, শ্ৰমজীৱী, নিপীড়িত মানুহৰ সৃষ্টি কৰে; মাটিৰ পৰা খেতিয়কক উচ্ছেদ কৰি ভূমিহীন মজুৰ কৰি পেলায়, কল-কাৰখানাত শ্ৰমিকসকলক প্ৰচণ্ড দুখ-কষ্টৰ মাজত কাম কৰিবলৈ বাধ্য কৰায়,

সমাজৰ সনাতন পৰম্পৰাবোৰ ভাঙি চিঙি সকলোবস্তুৰ পইচাৰে মূল্য নিৰ্ধাৰণ কৰি পেলায়—জন্ম দিয়ে সীমাহীন লোভ, সম্পত্তিৰ প্ৰতি অত্যধিক লালসা, মানুহৰ ওপৰত মানুহে শোষণ চলোৱাৰ ব্যৱস্থা। ধনতন্ত্ৰৰ এই কুফলবোৰ এৰাই চলিব নোৱাৰিনে? এই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ তেওঁলোকে ভাবি পালেগৈ যে ৰুচ খেতিয়ক কমিউনৰ সমূহীয়া পৰম্পৰাক কেন্দ্ৰ কৰি এক সমাজব্যৱস্থা যদি গঢ়ি তুলিব পৰা যায়, তেনেহ'লে পুঁজিবাদী বিকাশৰ এই বেয়া দিশবোৰো হয়তো এৰাই চলিব পৰা যাব। এটা 'এন্টি বুৰ্জোৱা'—বুৰ্জোৱা বিৰোধী সমাজ দৰ্শন, যি এই বেয়া দিশবোৰ এৰাই মানুহক সমাজবাদৰ দিশলৈ লৈ যাব তাৰে সন্ধান কৰি তেওঁলোক এই ইউটপীয়ান 'ৰুচ সমাজবাদী পথ'ৰ তত্ত্ব আৱিষ্কাৰ কৰিলেগৈ।

কিন্তু, ইউটপীয়ান সমাজবাদ কিয়?

ইউটপীয়ান সমাজবাদী চিন্তাৰ প্ৰধান চৰিত্ৰই হ'ল যে ই পৃথিৱীখন, সমাজখন কেনেকুৱা হোৱা উচিত তাৰ কাল্পনিক ছবি এখন প্ৰথমে আঁকি লয়। এই ছবিখনৰ বাস্তৱ জগতৰ লগত বিশেষ কোনো সম্পৰ্ক নাথাকে। এনে কাল্পনিক ছবিত বিভোৰ হৈ তেওঁলোকে এইবাৰ বাস্তৱ সমাজখনক সেই ছবিৰ দৰে সজাবলৈ চেষ্টা কৰে আৰু বেছিভাগ ক্ষেত্ৰতে বিফল হয়। আনহাতে মাৰ্ক্সৰ বৈজ্ঞানিক সমাজবাদে সমাজৰ দ্বান্দ্বিক বিকাশত বিশ্বাস কৰে আৰু সমাজৰ বাস্তৱ অৱস্থাৰ অধ্যয়নৰ পৰা কাম আৰম্ভ কৰে। ইউটপীয়ান সমাজবাদে 'আদৰ্শ মানৱ সমাজৰ' কাল্পনিক চিত্ৰ আঁকি লৈ কাম আৰম্ভ কৰে, বাস্তৱৰ পৰা নহয়। ইউটপীযান সমাজবাদে সেয়ে পুঁজিবাদী পৰ্যায় বাদ দিও মানৱ সমাজক সমাজবাদী পৰ্যায়লৈ লৈ যোৱাটো সম্ভৱ বুলি বিশ্বাস কৰিবলৈ শিকায়। আৰু, প্ৰথম ৰুচ সমাজবাদী চিন্তানায়কসকলৰ বাবে এই মতবাদ অতি আৰ্কষণীয়, সহজ আৰু গ্ৰহণযোগ্য হৈ পৰে।

ৰাচিয়াত পাছত বিকাশ লাভ কৰা নাৰডনিক চিন্তাধাৰাৰ (যাৰ বিষয়ে আমি সবিস্তাৰে পাই যাম) উৎসও আছিল এই একেটাই। আৰু মাৰ্ক্সবাদী-সকলে এনে মতবাদৰ বিৰুদ্ধে পাছত প্ৰচুৰ আদৰ্শগত সংগ্ৰামো চলাব লগীয়া হৈছিল।

কিন্তু এই 'ইউটপীয়ান সমাজবাদী' আদৰ্শ মানুহৰ ওচৰলৈ কেনেকৈ লৈ যোৱা যায়? হাৰ্ৎজেন, অগাৰায়ভ আদি চিন্তাবিদসকলে বুজি উঠিছিল যে অগ্ৰগামী চিন্তাৰে যদি সাধাৰণ মানুহক জগাই তুলিব পৰা নাযায়, তেনেহ'লে সমাজ পৰিৱৰ্তনৰ সকলো পৰিকল্পনাই অসাৰ হ'বলৈ বাধ্য। আনহাতে শতাব্দী জোৰা দাসত্ব দশাত ভুগি থকা ৰাচিয়াৰ খেতিয়ক ৰাইজে অধোমুখে, দাস্যভাৱেৰে জীৱন যাপন কৰাত ইমানেই অভ্যস্ত হৈ উঠিছে যে তেওঁলোকক জগাই তোলাটো সহজ কথা নহয়। নতুন চিন্তাধাৰা গ্ৰহণ কৰাতকৈ ৰাচিয়াৰ খেতিয়কে

স্বৈৰতান্ত্ৰিক প্ৰশাসনৰ নিপীড়ন মানি লোৱাত অধিক অভ্যস্ত। ৰাচিয়াৰ জনসমাজৰ এই দাস্যভাৱ (servility) সঁচাকৈয়ে এক ডাঙৰ সমস্যা আছিল। এই সমস্যা সমাধানৰ বাবে এজন নেতা অগাৰায়ভে ১৮৩৬ চনতেই কৈছিল "জনগণৰ ওচৰলৈ যোৱা"—জনগণৰ লগত মিলি তেওঁলোকক জগাই তোলা।[৫] তেওঁৰ এই চিন্তাই তেতিয়াও জনপ্ৰিয়তা লভা নাছিল যদিও নাৰডনিক আন্দোলনৰ প্ৰাথমিক পৰ্যায়ত এই 'জনগণৰ ওচৰলৈ যোৱাতো' এটা মূল কাৰ্যসূচী হৈ পৰিছিল। ইয়াৰ বিষয়ে আমি পাছত আকৌ পাম।

হাৰ্ৎযেন আৰু অগাৰায়ভ আদি চিন্তাবিদৰ এই ৰুচ সমাজবাদৰ চিন্তা ইউটপীয়ান সমাজবাদৰ পৰা জন্ম পালেও ই এক ঐতিহাসিকভাৱে গুৰুত্বপূৰ্ণ চিন্তা আছিল। শ্লাভপন্থী জাতীযতাবাদী চিন্তাধাৰাক তেওঁলোকে গ্ৰহণ কৰা প্ৰকৃততে নাছিল বৰঞ্চ তেওঁলোকে পশ্চিমৰ অগ্ৰগামী সমাজবাদী আদৰ্শক ৰাচিয়াৰ জনতাৰ জীৱনযাত্ৰাৰ লগত সংলগ্ন কৰাৰ প্ৰয়াস কৰিছিল। সেয়ে শ্লাভপন্থীসকলে ৰুচ সমাজ জীৱনত থকা সমূহীয়া কমিউনৰ যি আদৰ্শ দাঙি ধৰিছিল, তাকে এওঁলোকেও সমাজবাদী সমাজৰ আধাৰ হিছাপে গ্ৰহণ কৰিছিল। হাৰ্ৎযেনে কৈছিল যে পশ্চিমীযা দেশবোৰ আৰু ৰাচিযা এটা সময়ত গৈ একেই সমাজবাদী সমাজৰ লক্ষ্যত উপনীত হ'ব যদিও দুয়োৰে পথ সুকীযা হ'ব। পশ্চিমে সৰ্বহাৰাশ্ৰেণীৰ বিপ্লৱৰ জৰিয়তে আৰু ৰাচিয়াই পুঁজিবাদী পৰ্যায়ৰ মাজেদি নোযোৱাকৈ কমিউনৰ জৰিযতে সমাজবাদ আৰু মুক্তিৰ সুফল লাভ কৰিব। হাৰ্ৎযেনৰ এই 'খেতিয়ক কমিউন' আৰু 'খেতিযক সমাজবাদৰ' ধাৰণাই আছিল পাছৰ কালৰ নাৰডনিকসকলৰ আদৰ্শৰ মূল কেন্দ্ৰ।

হাৰ্ৎযেন আৰু তেওঁৰ সতীৰ্থসকলেই ৰাচিযাত পোন প্ৰথমবাৰৰ বাবে সমাজবাদী চিন্তাৰ বীজ ৰোপণ কৰিলে। ইয়াৰ পৰাই এটা সমযত গৈ ইউটপীয়ান সমাজবাদৰ স্তৰ অতিক্ৰম কৰি বৈজ্ঞানিক সমাজবাদী চিন্তাৰূপে বিকশিত হ'লগৈ।

ৰুচ সমাজবাদী সমাজবিপ্লৱৰ চিন্তাই ইয়াৰ পাছত নিকোলাই চাৰ্ণিচেভস্কিৰ নেতৃত্বত অধিক নিৰ্দিষ্ট আৰু গভীৰ হ'বলৈ আৰম্ভ কৰিলে। অষ্টাদশ শতিকাৰ মাজভাগত চাৰ্ণিচেভস্কিয়ে নিজৰ কাম-কাজ আৰম্ভ কৰে। তেওঁ সমাজবিপ্লৱৰ—সমাজ পৰিৱৰ্তনৰ বাটৰ সন্ধান কৰিবলৈ ধৰে। হাৰ্ৎযেন আদি চিন্তাবিদসকলে এই দিশত প্ৰচুৰ কাম-কাজ আৰু লেখামেলা কৰিছিল যদিও তেওঁলোকে সমাজ বিকাশৰ এক সুসংহত তত্ত্ব আৰু সমাজ ৰূপান্তৰৰ বাবে বিপ্লৱী সংগ্ৰামৰ কাৰ্যসূচী যুগুত কৰি উলিয়াব পৰা নাছিল। ঠিক, এই কামকে হাতত লয় চাৰ্ণিচেভস্কিয়ে। জীৱন কালত তেওঁ যদিও এনে তত্ত্ব উদ্ভাৱন কৰিবলৈ সক্ষম হোৱা নাছিল, তথাপি তেওঁৰ কাম-কাজে সামাজিক-ৰাজনৈতিক চিন্তাক ইউটপীয়ান সমাজবাদী ভ্ৰান্তি আৰু মনোগত ধাৰণাৰ জগতৰ পৰা বাস্তৱ

পৃথিবীৰ কাষলৈ চপাই আনিবলৈ সক্ষম হৈছিল। তেওঁ বিপ্লৱী কাৰ্যক্ৰমৰ এক দৃঢ় ভেটি তৈয়াৰ কৰি যাবলৈ সক্ষম হৈছিল—মানুহৰ চিন্তাৰ জগতখনত।[6]

তেওঁ তেওঁৰ কাম কাজ আৰম্ভ কৰিছিল মানুহৰ বিৱৰ্তন, সমাজ গঠন আৰু সামাজিক জীৱ হিছাপে মানুহৰ কাম-কাজৰ বৈজ্ঞানিক অধ্যয়নৰ মাজেৰে। এনথ্ৰপলজী বা নৃ-তত্ত্ব বিজ্ঞানক তেওঁ মূল বুলি গ্ৰহণ কৰিছিল। তেওঁৰ মতে মানৱ সমাজৰ কথা চিন্তা কৰোতে প্ৰথমে জানিব লাগিব মানুহক। তেতিয়াহে সমাজ সম্পৰ্কে আৰু ইয়াৰ পৰিৱৰ্তনৰ পথ সম্পৰ্কে ভালদৰে জনাতো সম্ভৱপৰ হ'ব। দাৰ্শনিক ফিউৰবাখৰ দ্বাৰা এইক্ষেত্ৰত তেওঁ প্ৰভাৱিত হৈছিল। এই বৈজ্ঞানিক দৃষ্টিকোণৰ বাবেই মানৱ সমাজ আৰু ইয়াৰ গতি-প্ৰকৃতি সম্পৰ্কে বহুতো মৌলিক সত্য তেওঁ তুলি ধৰিবলৈ সক্ষম হৈছিল।[7]

চাৰ্ণিচেভস্কিয়ে পুঁজিবাদী সমাজক এক কৃত্ৰিম সমাজ ব্যৱস্থা বুলি ইয়াৰ কটু সমালোচনা কৰিছিল আৰু ইয়াৰ পৰিৱৰ্তে সমাজবাদী ব্যৱস্থা মানুহৰ জীৱনৰ বাবে অধিক উচিত আৰু স্বাভাৱিক বুলি বৰ্ণনা কৰিছিল। এই ক্ষেত্ৰত তেওঁৰ চিন্তাত ইউটপীয়ান সমাজবাদী চিন্তাৰ প্ৰচুৰ অৱদান থাকিলেও ইয়াত বাস্তৱবাদী চিন্তাৰ শক্তিশালী বীজ নিহিত আছিল। তেওঁ সমগ্ৰত সমাজবাদী সমাজো নাইকিয়া হৈ মানুহে নতুন, অজান এক সামাজিক ব্যৱস্থা গঢ়ি লব বুলিও মত প্ৰকাশ কৰিছিল।

মাৰ্ক্সেও মন্তব্য কৰিছিল যে চাৰ্ণিচেভস্কিয়ে পুঁজিবাদী সমাজ ব্যৱস্থাৰ দেউলীয়া অৱস্থা সম্পূৰ্ণভাৱে উদঙাই দিছিল। পুঁজিবাদী ব্যৱস্থাৰ বিপৰীতে তেওঁ খাটিখোৱা মানুহৰ সূত্ৰ—'থিয়ৰী অব ৱৰ্কিং পিপল' নামে এক সামাজিক-ৰাজনৈতিক সূত্ৰ তুলি ধৰিছিল। তেওঁৰ এই সূত্ৰ যদিও এক বৈজ্ঞানিক আৰ্থ-ৰাজনৈতিক সূত্ৰ নাছিল, তথাপিও ই এনে সূত্ৰ বিকশাই তোলাৰ দিশতে প্ৰথম গুৰুত্বপূৰ্ণ পদক্ষেপ আছিল। ইয়াত মানৱজাতিৰ বিকাশৰ ঐতিহাসিক পথ সম্পৰ্কে অতি সৰল প্ৰাথমিক ধ্যান-ধাৰণাবোৰ উত্থাপন কৰা হৈছিল। সমাজ পৰিৱৰ্তনৰ বাবে মানৱজাতিয়ে কি কৰিব লাগিব, সেই বিষয়েও সুস্পষ্টভাৱে উল্লেখ আছিল। এই বাট যে বিপ্লৱৰ বাট সেই কথা তেওঁ দ্ব্যৰ্থহীনভাৱে কৈছিল। যদিও তেওঁ শ্ৰেণীসংগ্ৰামৰ কথা কোৱা নাছিল, তথাপিও তেওঁৰ চিন্তাধাৰা ইয়াৰ নিচেই কাষ পাইছিলহি। বিপ্লৱৰ জৰিয়তেহে যে মানৱসমাজৰ অতি দ্ৰুত বিকাশ সংঘটিত হ'ব পাৰে, সেই কথা চাৰ্ণিচেভস্কিয়ে বুজি উঠিছিল।[8]

চাৰ্ণিচেভস্কিৰ চিন্তাধাৰাৰ শ্ৰেষ্ঠ দলিল হ'ল 'কি কৰা উচিত—হোৱাট ইজ টু বি দান' নামৰ তেওঁৰ উপন্যাসখন। ইয়াতেই সমাজবাদৰ ফালে যোৱা এক জাতীয় পথৰ সন্ধানৰ লগতে বিশাল ৰাছিয়াৰ সমাজখনৰ স্থবিৰতা আৰু দাস্যভাৱৰ সমস্যা আৰু বিপ্লৱৰ কৌশল সম্পৰ্কে আলোচনা কৰিছিল। এটা পাৰিবাৰিক গল্পৰে আৰম্ভ কৰা উপন্যাসখনত তেওঁ পাঠকক কৌশলেৰে

ৰাজনৈতিক প্ৰশ্নবোৰৰ মাজলৈ লৈ গৈছিল। ইয়াত তেওঁ নাৰদনিকি, ৰাচিয়াৰ সমাজতান্ত্ৰিক পুনৰগঠন, জনপ্ৰিয় সংগ্ৰামক নেতৃত্ব দিব পৰা বিপ্লৱী সংগঠন গঠন কৰাৰ বিষয়ে নিজৰ বক্তব্য আৰু কৌশল দাঙি ধৰিছিল। তাতোতকৈও ডাঙৰ কথা, বিপ্লৱৰ সাফল্যৰ বাবে তেওঁ অংকন কৰিছিল ৰুচ সাহিত্যত পোন প্ৰথম বাৰৰ বাবে এক 'পেশাদাৰী বিপ্লৱীৰ' চৰিত্ৰ। আৰু, স'চাকৈয়ে পাছত ৰুচ বিপ্লৱত এনে পেশাদাৰী বিপ্লৱীৰ ভূমিকাই আছিল আটাইতকৈ গুৰুত্বপূৰ্ণ। এই উপন্যাসৰ কাহিনী বিন্যাসৰ মাজেৰে তেওঁ ভৱিষ্যতৰ বিপ্লৱৰ শক্তি হিছাপে নিৰ্দেশ কৰিছিল ৰাচিয়াত গঢ়ি উঠা কাৰখানাবোৰক। এই উপন্যাসখনত বৰ্ণিত পথেৰেই পিছত স'চাকৈয়ে ৰাচিয়াৰ বিপ্লৱীসকলে বাট বুলিবলগীয়া হৈছিল।

হাৎ'যেন, বেলিনস্কিৰ লগতে চাৰ্ণি'চেভস্কিকো ৰুচ জনবাদী বা নাৰডনিক চিন্তাধাৰাৰ জনক বুলি কোৱা হয়। কিন্তু, চাৰ্ণি'চেভস্কিয়ে মাত্ৰ কিছু সময়ৰ বাবেহে এনে 'খেতিয়ক সমাজবাদ'—'কমিউন'—'ৰুচ সমাজবাদৰ বিশেষ পথ' আদিত বিশ্বাস কৰিছিল। লাহে লাহে তেওঁৰ দৃষ্টি ইউটপীয়ান সমাজবাদী ধাৰণাৰ পঁৰা হেগেলীয় বস্তুবাদ আৰু ক্ৰমে ঐতিহাসিক বস্তুবাদৰ পিনে ঢাল খাইছিল।[৩]

প্ৰচণ্ড প্ৰতিভাবান এই চিন্তাবিদজনক জাৰ স্বৈৰতন্ত্ৰই স্বাভাৱিকতে বেছিদিন সহ্য কৰিব নোৱাৰিলে। তেওঁৰ সাংবাদিকতা, লেখামেলা আৰু চিন্তাক ৰুদ্ধ কৰিবলৈ তেওঁক গ্ৰেপ্তাৰ কৰি চাইবেৰিয়াৰ এক নিৰ্জন প্ৰান্তত ১৯ বছৰৰ বাবে নিৰ্বাসন দিয়া হ'ল। সমগ্ৰ পৃথিৱীৰ পৰা বিচ্ছিন্ন কৰি ৰখা হ'ল তেওঁক। এই নিৰ্দয় নিৰ্বাসনৰ দীঘলীয়া কালছোৱাত এই প্ৰতিভাধৰ বিপ্লৱীয়ে মানসিক ভাৰসাম্য হেৰুৱাই পেলালে। শেষত তেওঁক আণ্ট্ৰাখান আৰু চাৰটভ নগৰলৈ লৈ অহা হ'ল যদিও তেতিয়া আৰু তেওঁৰ ৰাজনৈতিক কামকাজত ভাগ ল'ব পৰা অৱস্থা নাছিল। স্বৈৰতন্ত্ৰই আৰু এটি প্ৰতিভাক হত্যা কৰিলে।

বেলিনস্কি, হাৎ'যেন, চাৰ্ণি'চেভস্কি ৰাচিয়াৰ বিপ্লৱী পৰম্পৰা বিকাশৰ একো একোজন মহান যুগনায়ক। তেওঁলোকে ৰুচ চিন্তাজগতক বিপ্লৱমুখী কৰি তুলিলে, আৰু তেওঁলোকৰ চিন্তাৰ ফলতে গৈ পাছত ৰাচিয়াত নাৰডনিক বিপ্লৱীসকল আৰু পাছৰ সমাজবাদী বিপ্লৱীসকলৰ জন্ম হ'লগৈ। তেওঁলোকৰ দুঃসহ সাধনা আৰু আত্মত্যাগ সমাজ পৰিৱৰ্তনৰ বাট বিচৰাৰ কষ্টসাধ্য প্ৰক্ৰিয়াৰ একোটি ভাস্বৰ স্বাক্ষৰ।

# ৯

## সাহিত্যৰ সোণালী যুগ - ১ঃ তুৰ্গেনভ আৰু দস্তয়াভস্কি



- ইভান্ চেগেইভিচ তুৰ্গেনভ
- ফিয়ডৰ মিখাইলোভিচ্ দস্তয়াভস্কি।

এই অধ্যায় লেখোতে সহায়লোবা কিতাপর তালিকা ঃ


(1) Dostoyevsky, Fyodor—Crime and Punishment. Raduga Publishers., Moscow Tr Julius Katzer.

(2) Granin, Daniel—On Fyodor Dostoyevsky ( 1821-81 ) Preface on above book.

(3) Dostoyevsky, Fyodor—Notes from the Underworld. Orient Longman

(4) Tugernev, Ivan—Home of the Gentry, Penguin Books, London.

(5) Haldar, Gopal—( Bengali )—Rus Sahityer Ruprekha A. Mukherjee & Co., Calcutta. 1966.

ইভান্ চেৰ্গেইভিচ তুৰ্গেনভৰ আৱিৰ্ভাৱৰ লগে লগে, ঊনবিংশ শতিকাৰ মধ্যাহ্নৰ পাছতে, ৰুচ সাহিত্যৰ সোণালী যুগৰ সূচনা হয় বুলি কোৱা হয়। ইতিমধ্যে পুস্কিন আৰু তেওঁৰ অনুগামীসকলৰ ক্লাচিকেল যুগ শেষ হৈছে। সাহিত্যৰ জগতত দেখা দিছে কিছুদিনৰ বিৰতি। বিভিন্ন পৰীক্ষা-নিৰীক্ষা চলিছে যদিও, বিভিন্ন সামাজিক-ৰাজনৈতিক মতবাদৰ কচৰৎ সত্বেও সাহিত্যৰ জগতখন জুৰি ধৰিব পৰা প্ৰতিভা বহুত দিনেই ৰুচ সাহিত্য জগতত অনুপস্থিত আছিল। এনে পৰিস্থিতিতেই আৱিৰ্ভাৱ হ'ল তুৰ্গেনভৰ। অকল তেৱেঁই নহয়, প্ৰায় সমসাময়িকভাৱে দস্তয়াভস্কি আৰু তাৰ পাছত আহিল তলষ্টয়। ৰুচ সাহিত্যৰ জীৱনত ন ন সৃষ্টিৰ ফল্গুধাৰা ব'বলৈ ধৰিলে—আৰম্ভ হ'ল সোণালী যুগ। ৰুচ জাতীয় সাহিত্য জাতিস্কাৰ হৈ উঠি পৃথিবীৰ ভিতৰতে এক আগৰণুৱা আৰু উন্নত সাহিত্য ৰূপে পৰিগণিত হ'ল।

মাত্ৰ কুৰিটা বছৰ আছিল এই বিস্ময়কৰ যুগৰ আয়ুস—১৮৬০-ৰ পৰা ১৮৮০ চনলৈ। ইযাৰ মাজতেই সংঘটিত হৈছিল এই মহৎ সাহিত্য যজ্ঞ।

১৮১৮ চনত ৰাচিয়াৰ এক অভিজাত পৰিযালত তুৰ্গেনভৰ জন্ম হয়। সৰুৰে পৰা তেওঁ আছিল অত্যন্ত অকলশৰীয়া। মাক আছিল উগ্ৰ মেজাজৰ কৰ্তৃত্ব খটুৱাই ভালপোৱা মহিলা আৰু দেউতাক আছিল এজন নিৰ্বিকাৰ ভোগী জমিদাৰ। এই পৰিৱেশত ঘৰুৱা শিক্ষকৰ তলত শিক্ষালাভ কৰা ল'ৰাটি হৈ পৰিছিল নিসংগ, স্পৰ্শকাতৰ আৰু সংবেদনশীল। মস্কো, পিটাচ'বাৰ্গ আৰু বাৰ্লিন বিশ্ববিদ্যালয়ত শিক্ষা লাভ কৰা তুৰ্গেনভে লেখক জীৱনৰ পাতনি মেলে ১৮৪৩ চনত প্ৰকাশিত 'মেৰিণা' নামৰ এখন সৰু কবিতা পুথিৰে। কিন্তু তেওঁ মূলতে আছিল গদ্যকাৰ, কবি নহয়। ১৮৪৭ চনত তেওঁৰ প্ৰথম গল্প প্ৰকাশ হয়।

ইয়াৰ পাছতে প্ৰকাশ পায 'চিকাৰীৰ দিনপঞ্জী' নামৰ তেওঁৰ বিখ্যাত গল্প সংকলনখন। দাৰিদ্ৰ্য নিপীড়িত ৰুচ গ্ৰামীন জীৱনৰ এখন সাৰ্থক আৰু সংবেদনশীল চিত্ৰ আছিল এই গল্প সংগ্ৰহখন। ৰুচ গ্ৰামাঞ্চলৰ নিৰ্দয় জমিদাৰি শোষণ, স্বৈৰতান্ত্ৰিক অত্যাচাৰ, দৰিদ্ৰতাৰ অভিশাপত পিষ্ট সাধাৰণ মানুহৰ জীৱনৰ সাৰ্থক আৰু সুন্দৰ ছবি আঁকিবলৈ তেওঁ সক্ষম হৈছিল। এই গল্পবোৰে ৰুচ সমাজত অভুতপূৰ্ব আলোড়ন সৃষ্টি কৰিছিল। ইয়াৰ ফলতে চৰকাৰে তুৰ্গেনভক গ্ৰেপ্তাৰ কৰি কিছুদিন জেলত থলে, তাৰপিছত নিজা জমিদাৰিলৈ নিৰ্বাসিত কৰিলে। যি জন চৰকাৰী চেন্সৰ বিষয়াই কিতাপখন প্ৰকাশৰ অনুমতি দিছিল, তেওঁক কামৰ পৰা বৰ্খাস্ত কৰা হ'ল। স্বৈৰতান্ত্ৰিক শাসকসকলে বিপ্লৱী চিন্তাধাৰাতো বাদেই, উদাৰনৈতিক মানৱতাবাদী চিন্তাকো সহ্য কৰিব নোৱাৰে।

ইয়াৰ পাছত এখন এখনকৈ তুৰ্গেনভৰ উপন্যাসবোৰ ওলাবলৈ ধৰিলে। 'ৰুদিন' নামৰ উপন্যাসখনত তেওঁ ৰুচ অভিজাত শ্ৰেণীৰ মাজৰ এজন যুৱক বুদ্ধিজীৱীৰ ব্যৰ্থতাৰ ছবি অংকন কৰিলে। ইয়াৰ পাছত লেখিলে 'ভদ্ৰ মানুহৰ সংসাৰ—Home of the Gentry' নামৰ এখন বিখ্যাত উপন্যাস। ইয়াতো তেওঁ অংকন কৰিলে অভিজাত শ্ৰেণীৰ অন্তঃসাৰশূন্য ব্যৰ্থ জীৱনৰ ইতিহাস। দুইখন উপন্যাসতে তেওঁৰ কেন্দ্ৰীয় চৰিত্ৰকেটা হ'ল একোটা অবান্তৰ মানুহৰ (Superfluous men) ছবি—সমাজ বাস্তৱৰ লগত সংগতিহীন জীৱন যাপন কৰা ৰুচ অভিজাত শ্ৰেণীয়ে যে সমাজত নিজেই 'অবান্তৰ', অদৰকাৰী হৈ পৰিছে, তাৰেই প্ৰতীকী চিত্ৰ এইয়া।

ইয়াৰ পাছত তেওঁ 'প্ৰভাতলগ্ন' (On the Eve) নামৰ এখন ৰাজনৈতিক গোন্ধ থকা উপন্যাস লেখে। তুৰ্কী সাম্ৰাজ্যৰ অধীন হৈ থকা বুলগেৰীয়াৰ এজন বিপ্লৱী মুক্তি যোদ্ধাৰ প্ৰেম আৰু আত্মত্যাগৰ মাজেৰে দেশৰ স্বাধীনতাৰ উন্মেষৰ কাহিনীৰে ৰাচিয়াৰ জনসাধাৰণৰ স্বৈৰতন্ত্ৰৰ পৰা স্বাধীনতা লাভৰ আকাংক্ষাৰ এক প্ৰতীকী ভাষ্য স্বৰূপ আছিল।

১৮৬২ চনত প্ৰকাশিত 'পিতাপুত্ৰ' (Father and Sons) নামৰ উপন্যাসখন হ'ল তুৰ্গেনভৰ শ্ৰেষ্ঠতম লিখনি। ৰাচিয়াৰ সমাজত ৰক্ষণশীল প্ৰাচীনৰ প্ৰতীক পিতা আৰু নতুন আদৰ্শৰ বাহক পুত্ৰৰ মাজৰ দ্বন্দ্বমূলক মানৱীয় কাহিনীৰ এটা যুগক চিত্ৰিত কৰিলে তুৰ্গেনভে। ৰুচ অভিজাত সামন্ততন্ত্ৰৰ মতাদৰ্শৰ বিপৰীত গণতান্ত্ৰিক চিন্তা-চৰ্চাৰ বিকাশেই আছিল এই উপন্যাসৰ মূল প্ৰতিপাদ্য বিষয়। ইয়াৰ পাছত 'ধোঁৱা' আৰু 'পতিতভূমি' নামৰ দুখন ৰাজনৈতিক উপন্যাসো তেওঁ লেখে। সেইসময়ত জনবাদী বা নাৰডনিক আন্দোলনৰ সূচনা হৈছে, ৰাচিয়াৰ বহুতো আদৰ্শবান যুৱকে সমাজৰ বৈপ্লৱিক ৰূপান্তৰৰ বাবে খেতিয়ক সমাজক জগাই তুলিবলৈ জনজীৱনৰ মাজলৈ জাঁপ দিছে। চৰম আত্মত্যাগেৰে ৰঞ্জিত কৰিছে এই প্ৰচেষ্টা। কিন্তু সফল হ'ব পৰা নাই, বাট বিচাৰি পোৱা নাই! কিছুমানে সন্ত্ৰাসবাদৰ ফালে ঢাল খাইছে, কিন্তু ক'তো কোনেও প্ৰকৃত পথৰ সন্ধান পোৱা নাই। এই ট্ৰেজিক অৱস্থাই উপন্যাস দুখনত চিত্ৰিত হৈছে।

ইয়াৰ উপৰিও তুৰ্গেনভৰ আৰু বহুকেখন উপন্যাস আৰু লেখা আছে। এই সমগ্ৰ লেখনীৰ মাজেৰে পৰিৱৰ্তনৰ দোমোজাত আহি উপস্থিত হোৱা ৰুচ সমাজৰ এখন সাৰ্থক ছবি ফুটি উঠিছিল, প্ৰকাশ পাইছিল গণতন্ত্ৰ আৰু উদাৰনৈতিক মানৱতাবাদী চেতনাৰ প্ৰতি লেখকৰ আন্তৰিক আগ্ৰহ। কিন্তু ৰুচ সমাজ তেতিয়া বিপ্লৱমুখী, এই পৰিস্থিতিত তুৰ্গেনভৰ এনে চিন্তাধাৰা অত্যন্ত নৰম আছিল, দেশৰ উগ্ৰ সামাজিক বিক্ষোভৰ প্ৰতি তেওঁৰ সমৰ্থন নাছিল—তেওঁ এই পন্থাক সমালোচনা কৰিছিল। ফলত তেওঁ ইকুলো নাপালে,

সিকুলো নহ'ল। বিপ্লৱীসকলেও তেওঁক আঁকোৱালি নললে, চৰকাৰেও ভাল নাপালে। অথচ তুৰ্গেনভৰ প্ৰচণ্ড সাহিত্য প্ৰতিভাক সকলোৱে একবাক্যে স্বীকাৰ কৰিছিল। কিন্তু, তেওঁৰ দ্বিধা-দ্বন্দ্বক, বিপ্লৱী প্ৰয়াসৰ প্ৰতি তেওঁৰ উপেক্ষাৰ বাবে সকলোৱে তেতিয়াৰ পৰাই এতিয়ালৈকেও তুৰ্গেনভক সমালোচনাও কৰে। কিন্তু এই কথা ঠিক যে, তুৰ্গেনভৰ সক্ৰিয় ৰাজনৈতিক ভূমিকা নাথাকিলেও তেওঁৰ প্ৰচণ্ড প্ৰতিভাময়, অত্যন্ত বাক্ সংযমী লেখনীৰ মাজেৰে সেই যুগৰ ৰাচিয়াৰ আত্মাৰ এখন সুন্দৰ ছবি তেওঁ ফুটাই তুলিবলৈ সক্ষম হৈছিল। ৰুচ সাহিত্যক তেওঁৰ লেখনীয়ে এক বিৰল মহত্ব প্ৰদান কৰিছিল।

১৮২১ চনৰ জানুৱাৰী মাহত, তুৰ্গেনভৰ জন্মৰ ৩ বছৰৰ পিছতেই মস্কো মহানগৰীত আৰু এক দুৰন্ত সাহিত্য প্ৰতিভাৰ জন্ম হ'ল। তেওঁৰ নাম হ'ল ফিয়ডৰ মিখাইলোভিচ্ দস্তয়াভস্কি।

ৰাচকালনিকভ এজন দৰিদ্ৰ অথচ ব্যক্তিত্বসম্পন্ন ছাত্ৰ। প্ৰচণ্ড আত্মাভিমান আৰু বিশ্বাসেৰে তেওঁৰ মন পূৰ্ণ। শিক্ষা আৰু ব্যক্তিত্বই তেওঁৰ মনলৈ আনি দিছে এক আত্মকেন্দ্ৰিক অহমিকাবোধ। তেওঁ ভাবে তেওঁৰ দৰে বুদ্ধি আৰু ব্যক্তিত্বসম্পন্ন মানুহ সমাজৰ চিৰাচৰিত নীতি-নিয়ম, পাপ-পুণ্যৰ বিচাৰ, সংস্কাৰ-পৰম্পৰা আৰু ধৰ্মৰ বান্ধোনৰ উৰ্ধৰ নতুন মানুহ। নিজতেই নিজে যেন তেওঁ সম্পূৰ্ণ ব্যক্তি—সমাজৰ প্ৰতি উদাসীনেই কেৱল নহয় সমাজৰ প্ৰাত্যহিক তুচ্ছতাক হীন চকুৰেও তেওঁ চায়।

হঠাৎ তেওঁ এদিন খুন কৰিলে। এটা নহয় দুটা খুন। এগৰাকী টকা ধাৰে দিয়া বদমেজাজী বুঢ়ী আৰু তাইৰ ভনীয়েকক কুঠাৰেৰে মূৰ ফালি খুন কৰিলে। কিহৰ বাবে এই খুন? অৰ্থৰ বাবে? ওহোঁ নহয। প্ৰচণ্ড অৰ্থাভাৱ থাকিলেও, খুন কৰি কিছু ধন-সম্পত্তি চুৰ কৰিলেও তাক ৰাচকালনিকভে লুকুৱাইহে থলে, খৰচ নকৰিলে। কিহৰ বাবে দুটাকৈ হত্যাকাণ্ড তেওঁ সংঘটিত কৰিলে তাক তেওঁ বুজি নাপালে।

কিন্তু হত্যাকাণ্ড দুটা সংঘটিত কৰি উঠাৰ পাছত তেওঁ দেখিলে যে বুদ্ধিৰ উদ্ধত অহংকাৰৰ দৃষ্টিৰে বিটোক এটা সামান্য তুচ্ছ ঘটনা যেন লাগিছিল, দৰাচলতে সি তেনে নহয়। লাহে লাহে তেওঁৰ মনৰ মাজত অস্বস্তি বাঢ়ি আহিল, উদ্বেগত তেওঁ উত্তেজিত হৈ পৰিল, পাপবোধে তেওঁক ক্ৰমে আচ্ছন্ন কৰি পেলালে। নিজৰ অকণমানি কোঠাটোত সোমাই থাকি তেওঁ পৰম নিসংগ হৈ

পৰিল। শাৰীৰিকভাৱেও তেওঁ অসুস্থ হৈ পৰিল। এই সময়ত পুলিচৰ পৰা ৰক্ষা পৰাৰ তাড়নাতো তেওঁ হৈ পৰিল বিহ্বল। দেখিলে যে বুদ্ধিৰ অহমিকাই এইবোৰ সমস্যাৰ সমাধান কৰিব নোৱাৰে। বুদ্ধিয়ে নৈতিক সংকট সমাধানৰ পথ নুলিয়ায়।

এই দুৰ্দশাৰ সময়তেই তেওঁ লগ পালে অভাৱৰ তাড়নাত দেহোপজীৱিনী হোৱা ভদ্ৰঘৰৰ ছোৱালী সোনিয়াক। পৰিয়াল আৰু পিতাকৰ বাবে সোনিয়াই এই পথ গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। দম্ভ আৰু অহংকাৰৰ পৰিৱৰ্তে সোনিয়া আছিল সুশীল, খ্ৰীষ্টান বিনম্ৰতাত নত, আৰু পাপ উপাৰ্জনে জন্ম দিয়া পাপ-বোধত আচ্ছন্ন। এই সোনিয়াৰ লগত ৰাচকালনিকভৰ এটা সম্পৰ্ক গঢ়ি উঠিল। অশান্ত সাগৰত সোনিয়া আছিল যেন তেওঁৰ বাবে শান্তিময় দ্বীপ।

অৱশেষত পাপবোধ আৰু মানসিক অস্থিৰতাত তিষ্ঠিব নোৱাৰি ৰাচকালনিকভে পুলিচৰ ওচৰত আত্মসমৰ্পণ কৰিলে। বিচাৰকে তেওঁক দিলে নিৰ্বাসন। সোনিয়াৰ সংস্পৰ্শই ৰাচকালনিকভৰ মনলৈ আনিলে এক ব্যাপক পৰিৱৰ্তন। আত্মকেন্দ্ৰিক, উদ্ধত ৰাচকালনিকভ ক্ৰমে আত্মাভিমানযুক্ত নম্ৰ হৈ পৰিল। নতজানু হৈ তেওঁ স্বীকাৰ কৰিলে যে প্ৰেম, বেদনা আৰু মানৱীয়তাৰ মাজতে নিহিত হৈ আছে জীৱনৰ চৰম অৰ্থ।

এয়ে আছিল দস্তয়ভস্কিৰ শ্ৰেষ্ঠ উপন্যাস—'অপৰাধ আৰু শাস্তি—ক্ৰাইম এণ্ড পানিচমেণ্ট'ৰ কাহিনীৰ মূল কথা।

কিন্তু উপন্যাসখনৰ তাৎপৰ্য তাৰ কাহিনীত নহয়।

ই উত্থাপন কৰা মানৱীয় প্ৰশ্নবোৰৰ বাবেহে ই গুৰুত্বপূৰ্ণ।

ৰাচকালনিকভে কিয় হত্যা কৰিলে ?

প্ৰয়োজনততো নহয়! তেতিয়া হ'লে ?

এই হত্যা আত্মকেন্দ্ৰিক মানুহৰ স্পৰ্ধাৰ এডভেঞ্চাৰ। বুৰ্জোৱা সমাজে ব্যক্তিসত্তাৰ যি অৱক্ষয় ঘটায়, তাৰে ই স্ফুৰণ। একাবেঁকা কুটিল পথেৰে ব্যক্তিৰ মনস্তত্বৰ অভাৱনীয় প্ৰকাশ ঘটায়। উদ্দেশ্য সম্পৰ্কে ব্যক্তি হৈ পৰে অনিশ্চিত। এই সংশয়াচ্ছন্ন অনিশ্চয়তাই উদ্দেশ্যহীন মানুহক পীড়ন কৰে, দুৰ্ভোগ ভোগায়। মানৱিক প্ৰমূল্যৰ অৱমূল্যায়নৰ মাজত মানৱসত্তা বিপৰ্যস্ত হৈ পৰে, খণ্ডিত হৈ পৰে মানৱসত্তা আৰু আকৌ ইয়াৰ মাজতেই থাকে মানৱ-সত্তাৰ চিৰন্তন সংহতিৰক্ষাৰ প্ৰচেষ্টা।

এই উপন্যাসখন কি চৰিত্ৰৰ ? সামাজিক উপন্যাসতো নহয়, ৰোমাঞ্চকৰ ডিটেকটিভ উপন্যাস নহয়, ৰহস্য বা অপৰাধ কাহিনীও আচলতে নহয়। এইখন আছিল এখন মনস্তাত্বিক উপন্যাস—মানুহৰ মনৰ অৱচেতনৰ ৰহস্য উদ্ঘাটন আৰু বিভিন্ন পৰিস্থিতিত অৱচেতন মনৰ অভাৱনীয় প্ৰতিক্ৰিয়াৰ অনুসন্ধানেই ইয়াৰ মূল বিষয়বস্তু।

এই উপন্যাসখনৰ আদৰ্শনো কি ?

খ্ৰীষ্টীয় ধৰ্মদৰ্শনৰ মানৱমুক্তিৰ ধাৰণা অন্তঃসলিলা ফল্গুৰ দৰে এই উপন্যাসৰ মাজেদি বৈ আছে। নিৰ্দিষ্টভাৱে সোনিয়া চৰিত্ৰৰ মাজেদি ই প্ৰকাশ পাইছে। পিতাৰ নিৰ্দেশত পৰিয়াল, ভাই-ভনীৰ ভৰণ-পোষণৰ বাবে সোনিয়া বেশ্যা হৈছে। কিন্তু ইয়াৰ বিৰুদ্ধে তাইৰ কোনো প্ৰতিবাদ নাই; পাপৰ বিৰুদ্ধে ক্ষোভ নাই, পাপীৰ বিৰুদ্ধেও নাই। বেদনাৰ গধুৰ বোজাত ম্ৰিয়মান হৈও আত্মসমৰ্পণৰ মাজতে শান্তি বিচাৰিছে। কিন্তু এয়াও জানো মানুহৰ জীৱনৰ লক্ষ্য হ'ব পাৰে ? আকৌ ৰাচকালনিকভৰ বিদ্ৰোহ—যি মানুহক হত্যা পৰ্যন্ত কৰিবলৈ কুণ্ঠা নকৰে সিওতো আদৰ্শ হ'ব নোৱাৰে। উপন্যাস-খনত মানৱাত্মাৰ মুক্তি নাই, আছে অৱমাননা আৰু ধ্বংসৰ ছবিহে। কোনো চিন্তাশীল লোকে দস্তয়ভস্কিৰ এই মতাদৰ্শক ভাল পাব নোৱাৰে। কিন্তু জীৱনাদৰ্শৰ সূক্ষ্ম বিচাৰ বাদ দিলে সাহিত্য কৰ্ম হিচাপে উপন্যাসখনৰ ভূমিকা অসাধাৰণ আৰু ঐতিহাসিক। মানুহৰ মন আৰু অৱচেতনক ই ন-কৈ চাবলৈ আমাক বাধ্য কৰিলে—সাহিত্যত মনস্তাত্ত্বিক উপন্যাসৰ বিশ্বব্যাপী এক ধাৰা ই সৃষ্টি কৰিলে। পাপ-পুণ্য, ভাল-বেয়া বিচাৰৰ মানুহৰ চিৰন্তন প্ৰয়াসক ই এক নতুন আৰু গভীৰ অৰ্থ প্ৰদান কৰিলে।

ফিয়ডৰ দস্তয়ভস্কি পেশাত আছিল অভিযন্তা। কিন্তু এই কাম এৰি তেওঁ লেখাতেই মনপুতি লাগিছিল। দেউতাক আছিল এজন অতি অত্যাচাৰী জমিদাৰ যাক এক কৃষক অভ্যুত্থানত ভূমিদাসসকলে হত্যা কৰিছিল। এই ঘটনাৰ এক গভীৰ প্ৰভাৱ দস্তয়ভস্কিৰ ওপৰত পৰিছিল।

প্ৰথম অৱস্থাত তেওঁৰ লেখনী আছিল স্বচ্ছ, প্ৰাঞ্জল। তেওঁৰ প্ৰথম উপন্যাস 'দুখীজন' ( Poor Folk ) প্ৰকাশ হোৱাৰ লগে লগে সমালোচকসকলে ইয়াক বাস্তৱতাবাদী মানৱতাৰ সাৰ্থক সৃষ্টি বুলি প্ৰশংসা কৰিছিল। কিন্তু ইয়াৰ পাছতে তেওঁৰ 'দ্বৈত' ( The Double ) নামৰ উপন্যাসখনতে মানৱাত্মাৰ জটিল খণ্ডিত ব্যক্তিত্বই ভুমুকি মাৰিলেহি। সমালোচকসকল বিপাঙত পৰি মনে মনে থাকিলে। ইয়াৰ পাছৰ পৰাই আৰম্ভ হ'ল মানুহৰ মন আৰু অৱচেতন সম্পৰ্কে তেওঁৰ গভীৰ অনুসন্ধান। এই সময়তে তেওঁ গ্ৰেপ্তাৰ হ'ল। সেই সময়ত ৰাচিয়াৰ বিভিন্ন ঠাইত গণতন্ত্ৰকামী যুৱকসকলৰ বিভিন্ন গোপন আলোচনা চক্ৰবোৰ গঢ়ি উঠিছে। নাৰডনিক বিপ্লৱীসকলো সক্ৰিয় হৈ পৰিছে। পেট্ৰোচেভস্কি বোলা বন্ধু এজনৰ ঘৰত দস্তয়ভস্কিকে ধৰি বহুকেজন যুৱকে দেশৰ পৰিস্থিতি, ৰাজনীতি সম্পৰ্কে আলোচনা কৰিবলৈ বহে, তৰ্ক কৰে, ভৱিষ্যতৰ সপোন

দেখে। এদিন হঠাৎ জাৰৰ পুলিচে এই পেট্ৰোচেভস্কি চক্ৰৰ আটাইকেউজনকে গ্ৰেপ্তাৰ কৰিলে। সকলো গণতান্ত্ৰিক আৰু বিপ্লৱী সংগঠনৰ ওপৰত জাৰতন্ত্ৰ খড়্গহস্ত তেতিয়া। বিচাৰৰ ভেকোভাওনাত আটাইকে দিয়া হ'ল মৃত্যুদণ্ড। নিৰ্দিষ্ট দিনা বধ্যভূমিত আটাইকে শাৰী পাতি থিয় কৰোৱা হ'ল, আগত বন্দুকধাৰী সেনা গুলি কৰিবলৈ সাজু। একেবাৰে শেষ মুহূৰ্তত হঠাতে ঘোষণা কৰা হ'ল পৰম দয়ালু জাৰ প্ৰথম নিকলাচে মৃত্যুদণ্ড বাতিল কৰি নিৰ্বাসনৰ হুকুম দিছে। পাছত জনা হ'ল এই প্ৰাণদণ্ডৰ অভিনয় আছিল পূৰ্ব পৰিকল্পিত—যুৱক সমাজত সন্ত্ৰাস আৰু লগতে জাৰৰ মহত্ব প্ৰচাৰ কৰাৰ দুমুখীয়া কৌশল। দুজন যুৱক উন্মাদ হৈ গ'ল, দস্তয়ভস্কিয়ে নিজেও প্ৰচণ্ডভাৱে মানসিক আঘাত পালে। ইয়াৰ পাছৰ ৮ বছৰ কাল কটালে তেওঁ নিৰ্বাসনত। নিৰ্বাসনৰ নৰকৰ অভিজ্ঞতাই তেওঁৰ মনত এক গভীৰ দাগ কাটি গ'ল, তাত লগ পোৱা বিভিন্ন অপৰাধীবোৰে তেওঁক মানুহৰ মন সম্পৰ্কে এক গভীৰ অন্তৰ্দৃষ্টি প্ৰদান কৰিলে। নিৰ্বাসনতে তেওঁ যক্ষ্মাৰোগাক্ৰান্ত বয়সীয়া মহিলা এগৰাকীক বিয়া কৰায় আৰু খ্ৰীষ্টান ধৰ্মৰ প্ৰতি আকৃষ্ট হৈ পৰে। সেয়ে হয়তো আঠ বছৰৰ পাছত তেওঁক ৰাজধানীলৈ উভতি আহি মুকলিভাৱে লেখামেলা কৰিবলৈ জাৰ চৰকাৰে অনুমতি দিলে।

ভুৱা মৃত্যুদণ্ডৰ এই কাহিনীটো তেওঁ পাছত 'মূৰ্খ' ( The Idiot ) নামৰ উপন্যাসখনত বৰ্ণনা কৰে।

ইয়াৰ পাছতে তেওঁ লিখি উলিয়াই 'অপমানিত আৰু লাঞ্ছিত' ( Insulted and Humilated ) নামৰ অভিজাত শ্ৰেণীৰ বিবেকহীন উৎপীড়নৰ চিত্ৰৰ এখন উপন্যাস আৰু 'প্ৰেতপুৰী' ( The House of the Dead ) নামেৰে ৰাচিয়াৰ কাৰাগাৰৰ নাৰকীয় অৱস্থাৰ এখন উপন্যাস। এই দুখন উপন্যাসৰ বাবে তেওঁ লেখক সমাজত প্ৰগতিশীল আখ্যা পালে। এই কালতে তেওঁ 'সময়' ( ৰুচ-ভ্ৰিমিয়া ) নামৰ আলোচনী এখন সম্পাদনা কৰিছিল কিন্তু চৰকাৰী বিৰোধিতাৰ বাবে সিও বন্ধ হৈ গ'ল। এইবাৰ তেওঁ প্ৰচণ্ডভাৱে জুৱাখেলাত সোমাই পৰিল আৰু সৰ্বস্বান্ত হ'ল। এনেতে এগৰাকী ছোৱালীক পলুৱাই নি ইউৰোপ পালেগৈ। কিন্তু অৱশেষত প্ৰেমিকাকো হেৰুৱাই দেশলৈ ঘূৰি আহিল আৰু 'যুগ' নামে (ৰুচ—ইভাক) এখন আলোচনী উলিযালে। এইখনো বেছিদিন নাথাকিল। ইয়াৰ পাছতে তেওঁ লেখিলে 'পাতালপুৰীৰ টোকা' ( Notes from the Underworld ), প্ৰকাশ হ'ল ১৮৬৪ চনত। এইখন লেখিছিল তেওঁ চাৰ্ণিচেভ্স্কিৰ সদ্য প্ৰকাশিত উপন্যাস 'কি কৰা উচিত'ৰ উত্তৰ হিছাপে। চাৰ্ণিচেভস্কিৰ এইখন আছিল এখন বিপ্লৱী উপন্যাস আৰু আদৰ্শৰ দিশৰম্পৰা ই আছিল ভাববাদ তথা আইডিয়েলিজমৰ বিৰুদ্ধে বস্তুবাদী মতাদৰ্শৰ ভেটিত লিখা ; যিটো মাৰ্ক্সবাদৰ ওচৰ সমৰ্থীয়া। এই লেখাত

চাৰ্লি চেভস্কিয়ে এজন আদৰ্শবান যুৱকক ৰুচ সাহিত্যৰ প্ৰথম 'পজিটিভ' নায়ক হিছাপে থিয় কৰি শ্ৰেণীগত দৃষ্টিকোণৰ পৰা যুক্তি আৰু গণতন্ত্ৰৰ গুণগান কৰিছিল। কিন্তু ইয়াৰ বিৰোধিতা কৰি দস্তয়াভস্কিয়ে তেওঁৰ লেখাত গণতন্ত্ৰ আৰু যুক্তিবাদৰ প্ৰচণ্ড বিৰোধিতা কৰিলে—তেওঁ যেন পাশ্চাত্য বৈজ্ঞানিক যুক্তি আৰু ব্যক্তি স্বাতন্ত্ৰ্যৰ ধাৰণাৰ বিৰুদ্ধে থিয় দি ব্যক্তিক পৰাধীন কৰি দেখুৱাই তৃপ্ত হ'ল। এই যুক্তিবাদ বিৰোধিতাৰ কাৰণ হ'ল যে বুৰ্জোৱা যুক্তিবাদে মানুহৰ মূল্যবোধ ধ্বংস কৰি সমাজৰ সৰ্বনাশ কৰিছে বোলা লেখকৰ মতবাদ। এইখিনিৰ পৰা দস্তয়াভস্কিৰ স্খলন আৰম্ভ হ'ল। তেওঁৰ মতবাদে প্ৰগতিশীলতাৰ বিৰোধী অৱস্থান ললে।

এই সময়ত তেওঁ 'জুৱাৰী' গল্পটো লেখে আৰু ইয়াৰে পাণ্ডুলিপি টাইপ কৰিবলৈ অহা স্নিতকিনা বোলা যুৱতীগৰাকীক বিয়া কৰায়। এইবাৰ তেওঁৰ জীৱনলৈ আহিল সুস্থিৰতা আৰু লগতে হ'ল তেওঁৰ বিখ্যাত সৃষ্টিবোৰ—'অপৰাধ আৰু শাস্তি', 'ভূতগ্ৰস্ত' ( The Possessed ) আৰু শেষত ১৮৭৯ চনত শেষ উপন্যাস 'কাৰমাজভ ভাইসকল' (The Brothers Karamazov)। এই সময়ত তেওঁ শ্লাভ জাত্যাভিমানৰ প্ৰবক্তা হিছাপেও বিখ্যাত হৈ পৰে। ৮১ চনত তেওঁৰ মৃত্যু হয়।

দস্তয়াভস্কিৰ অৱদান আৰু সাহিত্যকৃতি আলোচনা কৰা অতি দুৰূহ কাম। নিঃসন্দেহে তেওঁ ৰুচ সাহিত্য আৰু পৃথিবীৰ সৰ্বতিকালৰ এজন শ্ৰেষ্ঠ লেখক ; সাহিত্যলৈ মনোবিজ্ঞানৰ আমদানি কৰি তেওঁ একাধাৰে খণ্ডিত মানৱসত্তা আৰু মনস্তাত্ত্বিক অৱলোকনৰ নতুন দিশ বিশ্বসাহিত্যলৈ বোৱাই আনিলে। কিন্তু লেখকক সামাজিক প্ৰেক্ষাপটৰ পৰা বিচ্ছিন্ন কৰিবতো চাব নোৱাৰি, তেওঁৰ লেখনীৰ সামাজিক আৰু আদৰ্শাত্মক ভূমিকাও বিচাৰ কৰি চাব লাগিব। আৰু এই খিনিৰ পৰাই আৰম্ভ হয় গণ্ডগোল।

আলোচনাৰ সুবিধাৰ্থে দস্তয়াভস্কিৰ সাহিত্যকৃতি তিনিটা পৰ্বত ভাগ কৰা হয়। প্ৰথম পৰ্ব মূলতেই সমাজ সন্ধানী, ৰুচ সাহিত্যৰ বাস্তৱবাদী মানৱতাবাদ ধাৰাৰ প্ৰকাশ ইয়াত ঘটিছে। জীৱনৰ প্ৰথম পৰ্বৰ লেখনীবোৰ ইয়াৰ ভিতৰত পৰে, কিন্তু ইয়াৰ মাজতেই পাশ্চত্য যুক্তিবাদৰ বিৰোধী দস্তয়াভস্কি আৰু সাহিত্যত তেওঁৰ খণ্ডিত ব্যক্তিত্বৰ মানুহে আত্মপ্ৰকাশ কৰিছে।

মধ্যম পৰ্যায়ত পৰে অপৰাধ আৰু শাস্তিকে ধৰি কেবাখনো বিখ্যাত সৃষ্টি। ইয়াৰ মাজেৰে মানুহৰ অৱচেতনৰ অনুসন্ধান আৰু মনস্তত্ত্বৰ আলোচনাই ঠাই পাইছে। মানুহ সততে অপৰাধপ্ৰৱণ—পাপৰ প্ৰতি লালায়িত, কিন্তু ইয়াৰ পৰা মানৱাত্মাৰ মুক্তি পশ্চিমীয়া যুক্তিবাদী চিন্তা, বিজ্ঞান তথা ব্যক্তি স্বাতন্ত্ৰ্যৰ মাজত নাই, আছে খ্ৰীষ্টীয় আদৰ্শৰে প্ৰেমৰ ওচৰত নতজানু আত্মসমৰ্পণতহে। ৰহস্যবাদৰ মাজতেই মানুহক টানি নি তেওঁ থৈ আহে।

তৃতীয় পর্যায়ত দস্তয়ভস্কি প্ৰকৃততেই প্ৰগতিবিৰোধী প্ৰতিক্ৰিয়াৰ প্ৰবক্তা। এই সময়তেই তেওঁৰ জটিল জীৱন দৰ্শনো বেছি ভালকৈ ফুটি উঠিছে। 'কাৰমাজভ ভাইসকল' এই ধাৰণাৰ সাৰ্থক সৃষ্টি। এটা অভিজাত পৰিয়ালৰ তিনিজন ভাই-ককাই আৰু বাপেকৰ মাজৰ দ্বন্দ্বৰে তেওঁ প্ৰতীকীভাৱে এইটোৱেই প্ৰতিপন্ন কৰিব খোজে যে ৰাষ্ট্ৰৰ কৰ্তৃত্বৰ বিৰুদ্ধে বিদ্ৰোহ একপ্ৰকাৰে পিতৃহত্যাৰে নামান্তৰ। দস্তয়ভস্কিয়ে পাশ্চাত্য বৈজ্ঞানিক চিন্তা আৰু যুক্তিবাদৰ বিৰুদ্ধে শ্লাভ জাত্যাভিমানৰ ধাৰণা তুলি ধৰে। খ্ৰীষ্টীয় ধৰ্মবিশ্বাসৰ লগত ইয়াক সানি-পুতুকি ৰুচসকলক জাৰতন্ত্ৰৰ ওচৰত আত্মসমৰ্পণ আৰু শান্তিৰ বাবে ভগৱৎ বিশ্বাসৰ ওপৰত ভৰসা কৰাৰ বাণী শুনোৱা হয়। এয়ে ৰুচ আত্মাৰ লক্ষ্য বুলিও কোৱা হয়।

কিন্তু, দস্তয়ভস্কিৰ জীৱনাদৰ্শৰ ইমান সৰলীকৃত ব্যাখ্যাৰে সম্পূৰ্ণ নহয়। অত্যন্ত জটিল, অনিশ্চিত আৰু ৰহস্যবাদী তত্ত্বৰে ই ভৰপূৰ। দস্তয়ভস্কিয়ে ৰুচ সমাজত উঠি অহা বুর্জোৱা শ্ৰেণীৰ জীৱনাদৰ্শ আৰু কাম-কাজ বেয়া পাইছে, কিন্তু ইয়াৰ পৰা মানুহৰ মুক্তিৰ পথ সামাজিক বিপ্লৱ আৰু ৰূপান্তৰৰ মাজত নেদেখি দেখিছেগৈ এক জাত্যাভিমানী, যুক্তিবিৰোধী পশ্চাৎপদ ৰহস্যবাদী জীৱনাদৰ্শৰ মাজত।

দস্তয়ভস্কিৰ জীৱনাদৰ্শ আজি পৃথিবীত কোনেও সমৰ্থন কৰিব নোৱাৰে আৰু নকৰে, অথচ তেওঁৰ সাহিত্য প্ৰতিভাৰ বিষয়ে সকলোৱে প্ৰশংসাত পঞ্চমুখ। কিনো আছিল এই প্ৰতিভাৰ বৈশিষ্ট্য ? ইয়াৰ আলোচনাও বৰ সহজ কাম নহয়।

দস্তয়ভস্কিয়ে বিশ্বসাহিত্যক দুটা ডাঙৰ অৱদান দিলে। এটা হ'ল মনস্তাত্ত্বিক উপন্যাস—মানুহৰ মনৰ চেতন অৱচেতন জগৎ আৰু ইয়াৰ কাম-কাজ সম্পৰ্কে এক আলোকসন্ধানী অন্তদৃষ্টি আৰু দ্বিতীয়তে বহুকণ্ঠী উপন্যাস—Polyphonic novel। এই বহুকণ্ঠী উপন্যাসত বিভিন্ন চৰিত্ৰই বিভিন্ন আদৰ্শ আৰু জীৱনাদৰ্শৰ প্ৰবক্তা হিছাপে আত্মপ্ৰকাশ কৰে, ভাল বেয়া, যুক্তিবাদী, ধৰ্মবিশ্বাসী, সৎ, অপৰাধী, বৈষয়িক, বৈৰাগী আদি। এই আটাইবোৰে উপন্যাসৰ কাহিনীৰ মাজেৰে পৰস্পৰ আলাপ-আলোচনা আৰু তৰ্কবাদত প্ৰবৃত্ত হয়, সংঘৰ্ষলৈ আহে। সকলো সময়তে কোনো বিশেষ আদৰ্শক বাকীবোৰৰ ওপৰত ডাঙৰ কৰি দেখুওৱা নহয়, বৰঞ্চ পৃথিৱীখন যেনেদৰে বিভিন্ন ধৰণৰ মানুহৰ সমষ্টি, তেনেদৰে দস্তয়ভস্কিৰ সাহিত্যও মানুহৰ মাজৰ বিভিন্ন আদৰ্শৰ প্ৰতিফলন। কিন্তু, এই আদৰ্শৰ বাহক চৰিত্ৰবোৰ যান্ত্ৰিক ধাৰক মাত্ৰ নহয়, দস্তয়ভস্কিৰ কলা নৈপুণ্যৰ বলত প্ৰতিটোৱেই হৈ পৰে তেজ-মঙহৰ পূৰ্ণাঙ্গ মানুহ। ইয়েই তেওঁৰ দুৰন্ত সাহিত্য প্ৰতিভা।

দস্তয়ভস্কিৰ আলোচনা পৃথিবীৰ প্ৰায়বোৰ সাহিত্য সমালোচকে কৰিছে, কিন্তু কোনেও তেওঁৰ জটিল জীৱনাদৰ্শ আৰু জটিল সাহিত্যকৰ্মক সুত্ৰবদ্ধ

কৰিব পৰা নাই। চভিয়েট সাহিত্যত দস্তয়াভস্কিৰ জীৱনাদৰ্শ তিক্তভাৱে নিন্দিত হ'লেও তেওঁৰ প্ৰতিভাৰ স্বীকৃতি নথকা নহয়। দস্তয়াভস্কিয়ে পুঁজিবাদৰ অৱক্ষয়ৰ সেই যুগটোৰ ছবি আঁকি গৈছে যেতিয়া বুৰ্জোৱা দৰ্শনে ইয়াৰ প্ৰগতিশীল চৰিত্ৰ হেৰুৱাই পেলাইছে। বিশেষকৈ ৰাচিয়াত ই স্বৈৰতন্ত্ৰৰ লগত আপোচ কৰিছে। যেতিয়া মানৱিক মূল্যবোধৰ গৰাখহনীয়াৰ মাজেৰে নিৰ্দয় শোষণ চলিছে, ব্যক্তিস্বাতন্ত্ৰ্যৰ অৰ্থ যেতিয়া ব্যক্তিগত অহমিকা আৰু শোষণৰ সুবিধালৈ অৱনমিত হৈছে, যেতিয়া ইয়াৰ পৰিত্ৰাণৰ বাট বিচাৰি মানুহ বিয়াকুল, সমাজ মতাদৰ্শ সকলোফালে বিৰাজ কৰিছে অনিশ্চয়তা, আনকি যি সময়ত মানুহৰ স্বভাৱজাত সততাৰ ওপৰতো মানুহৰ আস্থা হেৰাই গৈছে, সেই দুৰ্দিন কালত মানুহ সততে অপৰাধপ্ৰিয়—এই মানসিক দিশটোহে সামাজিক সত্যৰূপে ফুটি উঠিবলৈ সুবিধা পাইছে। এই যুগৰ প্ৰেক্ষাপটত দস্তয়াভস্কিৰ বিচাৰ প্ৰয়োজন। দস্তয়াভস্কিৰ বিচাৰৰ বাবে লেখকৰ জীৱনাদৰ্শৰ প্ৰতি সমবেদনাৰ প্ৰযোজন নাই, ই বৰঞ্চ ক্ষতিকাৰকো, বৰঞ্চ বস্তুবাদী নিষ্ঠা আৰু নিৰপেক্ষ অৱলোকনৰ প্ৰয়োজন।

# ১০

## ‘জনগণৰ মাজলৈ’ — নাৰডনিক আন্দোলনৰ প্ৰথম পৰ্যায়



**● নাৰডনিক মতাদৰ্শৰ ভেটি ● নাৰডনিক বিপ্লৱীসকলৰ শ্ৰেণী চৰিত্ৰ ● নাৰডনিক জীৱনাদৰ্শ ● ১৮৭৪ চনৰ ‘জনগণৰ মাজলৈ যোৱা’ৰ অভিযান ● বিপ্লৱৰ শুদ্ধ বাটৰ সন্ধানত ● নিহিলিষ্ট চিন্তাধাৰা ● ইউটপীয়ান সমাজবাদী চিন্তাৰ বাস্তৱত পৰীক্ষা আৰু ইয়াৰ ফলাফল।**

টোকা আৰু প্ৰসংগ :


(1) Carr, E H.—The Bolshevik Revolution 3 Vol. Penguin, England p. 18-19

(2) ibid. p 19

(3) ibid, p 19

(4) Khoros, V; Pantin, I, Plimak, Ye—The Russian Revolutionary Tradition Progress Publishers, Moscow 1988. p. 255—262.

(5) ibid p 256-257

(6) ibid p 257-258। এই বিষয়ে অন্য অধ্যাযতো মন্তব্য কৰা হৈছে।

(7) Durrant, Will & Ariel The Age of Napoleon, Simon & Schuslev NY 1976.

(8) Same as (4) p 263-264.

(9) ibid p 264-265

(10) ibid p 269। মিখাইল বাকুনিনৰ নৈৰাজ্যবাদী আৰু 'নিহিলিষ্ট' চিন্তাধাৰাই ৰাচিয়া তথা ইউৰোপৰ সমাজবিপ্লৱীসকলৰ এটা চামক ষড়যন্ত্ৰমূলক সংন্ত্ৰাসবাদ, ব্যক্তি হত্যা আৰু বিপ্লৱী কাম-কাজৰ খাতিৰত মিছা কথাৰ আশ্ৰয় লোৱা, প্ৰবঞ্চনা কৰা আদি কামৰ ফাললৈও টানি লৈ গৈছিল। বাকুনিনৰ সক্ৰিয় সহযোগতে ৰাচিয়াত নেচায়েভ নামে এনে এজন বিপ্লৱীৰ জন্ম হৈছিল আৰু তেওঁৰ কাম-কাজ আৰু চিন্তাই 'নেচায়েভবাদ' নামো পাইছিলগৈ।

ৰাচিয়াৰ গাঁও অঞ্চলত সমূহীয়া মাটি আৰু কাম-কাজৰ এক প্ৰাচীন পৰম্পৰা আছিল। ৰাচিয়াৰ গাঁওবোৰত খেতিয়কসকলে একোখণ্ড মাটি সমূহীয়াভাৱে ভোগ কৰিছিল, এই মাটি প্ৰতি বছৰে বা মাজে মাজে গাঁৱৰ খেতিয়কসকলৰ মাজত ভগাই দিয়া হৈছিল। খেতি শেষ হ'লে সেই মাটি ব্যক্তিগত খেতিয়কৰ হাতৰ পৰা আকৌ সমূহীয়া হৈ পৰিছিল। এই সমূহীয়া মাটিৰ ভিতৰত খেতিৰ মাটিৰ উপৰিও ঠায়ে ঠায়ে প্ৰয়োজনীয় খেৰণি, হাবি-জংঘল আৰু পশুচাৰণ ভূমি আদিও অন্তৰ্ভুক্ত আছিল। এটা সময়ৰ বাবে এই মাটি কোনো খেতিয়কক দিলেও এনে মাটিত সাধাৰণতে গাঁৱৰ পুৰুষ-মহিলা সকলোৱেই মিলি-জুলি একেলগে খেতি কৰা, শইচ বা খেৰ চপোৱা আদিত পৰস্পৰে পৰস্পৰক সহায় কৰি দিছিল। এই সমূহীয়া মাটিখিনিক কেন্দ্ৰ কৰিয়েই সমাজত ৰীতি-নীতি, শান্তি-শৃংখলা, নৈতিকতা ৰক্ষা আৰু আন আন সামাজিক কাম-বন কৰাৰ এটা পৰম্পৰা গঢ় লৈ উঠিছিল। এই সমগ্ৰ অনুষ্ঠানটোৱেই আছিল 'খেতিয়ক কমিউন' (Peasent Commune) নামে জনাজাত। এই খেতিযক কমিউনবোৰ আছিল ৰাচিয়াৰ প্ৰাচীন প্ৰাক্ সমাজবাদী জনজাতীয সমাজৰে অৱশেষ।

ৰাচিয়াৰ এচাম বুদ্ধিজীৱীয়ে ভাবিবলৈ আৰম্ভ কৰিছিল যে এই 'খেতিয়ক কমিউন'বোৰৰ উমৈহতীয়া কামকাজৰ পৰম্পৰাই ভৱিষ্যতৰ শোষণমুক্ত সমাজ এখনৰ আহি্ হ'ব পাৰে। সকলোধৰণৰ শোষণ-নিপীড়ন অন্ত পেলাই এখন নতুন সমাজ গঢ়াৰ ক্ষেত্ৰত, এখন সমাজবাদী সমাজ ৰচনাৰ ক্ষেত্ৰত, এই কমিউনবোৰেই আদৰ্শ সংগঠন হ'ব। এইবোৰক শক্তিশালী, কাৰ্যক্ষম কৰি তুলিব পৰাৰ ওপৰতেই ৰাচিয়াৰ ভৱিষৎ নিৰ্ভৰশীল। বিখ্যাত ঐতিহাসিক ই এইচ কাৰে লেখিছে, "( They ) believed that the Russian Peasent Commune, the system of common land tenure with periodic redistribution of indevidual allotments which had prevailed under serfdom and survived its abolition, provided a basis for principle of common ownership in a future socialistic order, and that Russia thus possessed a unique opportunity of leading the world in the socialistic path"।

কিন্তু এই বুদ্ধিজীৱীসকলে বৰ দুখেৰে লক্ষ্য কৰিছিল যে তেওঁলোকৰ আদৰ্শৰ এই 'খেতিয়ক কমিউন' দিনে দিনে বিপৰ্যস্ত হৈ আহিছে। এহাতে সামন্ত প্ৰভুসকলে এনে কমিউনৰ সমূহীয়া মাটিৰ এটা ডাঙৰ অংশ দখল কৰি লৈছে, আনহাতে দেশত গঢ়ি উঠা পুঁজিবাদেও আকৌ ইয়াৰ ওপৰত প্ৰচণ্ড আক্ৰমণ চলাইছে। পুঁজিবাদে ৰাচিয়াৰ সমাজখনৰ পৰম্পৰাগত ধ্যানধাৰণা, আৰু ঐতিহ্যবোৰ ধ্বংস কৰি সমূহীয়া মাটিবোৰ ধনী খেতিয়কহঁতৰ বাবে গ্ৰাস কৰিবলৈ উপক্ৰম কৰিছে। আকৌ দেশৰ সামন্ত ভূস্বামীসকল আৰু পুঁজিবাদক

ৰক্ষণাবেক্ষণ দি আছে জাৰ স্বৈৰতন্ত্ৰই। যদি এই স্বৈৰতন্ত্ৰৰ ওৰ পেলাই দেশৰ পৰা জমিদাৰতন্ত্ৰ আৰু পুঁজিবাদক উৎখাত কৰিব পৰা যায়, তেনে কমিউন-বোৰৰ আহিঁতে দেশৰ সকলো মাটি এই সমূহীয়া ব্যৱস্থাৰ অধীনলৈ আনি এখন শোষণমুক্ত সমাজবাদী সমাজ গঢ়ি তুলিব পৰা যাব।

আৰু যিহেতু এই সমাজ ৰচনাত খেতিয়কসকলৰ ভূমিকাই কেন্দ্ৰীয় আৰু আটাইতকৈ গুৰুত্বপূৰ্ণ হ'ব, গতিকেই কৃষকসকলৰ ওপৰত ভিত্তি কৰিয়েই দেশৰ বৈপ্লৱিক ৰূপান্তৰৰ কাৰ্যসূচী ল'ব লাগিব। সমাজৰ ৰূপান্তৰৰ বাবে কৃষক-সকলক বিপ্লৱৰ বাবে জগাই তুলিব পৰাটোৱেই হ'ল মূল কাম।[2]

উনবিংশ শতিকাৰ শেষৰ পৰা কুৰি শতিকাৰ আৰম্ভণিলৈকে এনে চিন্তাধাৰা ৰাচিয়াৰ এচাম বুদ্ধিজীৱী আৰু ছাত্ৰযুৱকৰ মাজত বিৰাট জনপ্ৰিয় হৈ উঠিছিল। এনে ধৰণৰ মতাদৰ্শক ভিত্তি কৰি বহুতো সংগঠনৰো জন্ম হৈছিল। যিসকলে এক কৃষক বিপ্লৱৰ জৰিয়তে ৰাচিযাত এখন শোষণমুক্ত সমাজ গঢ়াৰ কথা কৈছিল তেওঁলোকক 'নাৰডনিক' বোলা হৈছিল। 'নাৰডনিক' শব্দৰ অৰ্থ ইংৰাজীত হ'ল পপুলিষ্ট (Populist) বা জনবাদী। বৈপ্লৱিক আদৰ্শৰ প্ৰচাৰ আৰু সময়ত দুঃসাহসিক বৈপ্লৱিক কাম-কাজৰ (লাগে সি ব্যক্তিগত সন্ত্ৰাসবাদেই হওক) সহায়ত জনতাৰ মাজত জনপ্ৰিয়তা আৰ্জন কৰি ৰাইজক জগাই তোলাই এওঁলোকৰ মূল লক্ষ্য আছিল।

এই নাৰডনিক সকলনো কোন আছিল ?

এওঁলোক আছিল ৰাচিয়াৰ সৰু মজলীয়া ব্যৱসায়ী, চহৰৰ নিম্ন মধ্যবিত্ত, ৰাচিয়াৰ 'অৰ্থডক্স' গীৰ্জাৰ তলৰ পৰ্যায়ৰ যাজক আৰু গাঁও অঞ্চলৰ স্বচ্ছল খেতিয়কসকলৰ মাজৰ পৰা ওলাই অহা মানুহ। এওঁলোকৰ শ্ৰেণীভিত্তি আছিল পেটিবুৰ্জোৱা। এওঁলোকে মনে প্ৰাণে বিশ্বাস কৰিছিল যে বিপ্লৱৰ জৰিয়তে জাৰ স্বৈৰতন্ত্ৰ আৰু পুঁজিবাদক উৎখাত নকৰিলে ৰাচিয়াৰ জনগণৰ মুক্তি অসম্ভৱ। এই নাৰডনিক মতাদৰ্শ ৰাচিয়াৰ যুৱছাত্ৰসকলৰ মাজত বিৰাট জনপ্ৰিয় হৈ উঠিছিল আৰু গাঁও অঞ্চলৰ খেতিয়ক আৰু চহৰৰ শ্ৰমিকসকলৰ মাজতো ই সোমাবলৈ আৰম্ভ কৰিছিল (ৰাচিয়াৰ শ্ৰমিকসকলৰ বেছিভাগেই মূলতে খেতিযকেই আছিল)।[3] নাৰডনিকসকলৰ এই আদৰ্শ মূলতে মধ্যবিত্ত পেটিবুৰ্জোৱাৰ আদৰ্শ আছিল, সেয়ে সময়ৰ লগে লগে নাৰডনিক বিপ্লৱীসকলে বিৰাট সাহসিকতাৰে বিপ্লৱৰ আদৰ্শ ৰাইজৰ মাজত জনপ্ৰিয় কৰি তুলিবলৈ চেষ্টা কৰিছিল যদিও মূলতে তেওঁলোক বিপ্লৱী ৰোমাণ্টিকতাৰ বলি হৈ ব্যক্তিগত সন্ত্ৰাসবাদৰ ফালে আগবাঢ়িছিল। মুখেৰে যিমানেই বিপ্লৱ আৰু সমাজবাদৰ কথা নকওক কিয়, সমগ্ৰ নাৰডনিক চিন্তাধাৰাই সমাজবিপ্লৱৰ দিশৰ পৰা মূলতে অমাৰ্ক্সীয় এক চিন্তাধাৰা আছিল।

ৰাচিয়াত মাৰ্ক্সবাদ আৰু শ্ৰমিকশ্ৰেণীৰ ৰাজনৈতিক মতাদৰ্শ প্ৰচাৰ কৰাৰ

ক্ষেত্ৰত এই নাৰডনিক মতাদৰ্শ এটা ডাঙৰ আদৰ্শাত্মক বাধা হৈ পৰিছিল। সেয়ে প্লেখানভ, লেনিন আদি মাৰ্ক্সবাদী বিপ্লৱীসকলে প্ৰথমছোৱা কাল এই আদৰ্শৰ বিৰুদ্ধে নিৰৱচ্ছিন্নভাৱে সংগ্ৰাম চলাই যাবলৈ বাধ্য হৈছিল। তেওঁলোকে লেখামেলা, সভাসমিতিৰ জৰিয়তে এই দৰ্শনৰ বিৰুদ্ধে মাৰ্ক্সবাদী ভাবাদৰ্শ প্ৰচাৰ আৰু প্ৰতিষ্ঠা কৰিবলৈ অশেষ পৰিশ্ৰম কৰিবলগা হৈছিল। ৰাচিয়াত এই নাৰডনিক মতাদৰ্শৰ বিভিন্ন প্ৰকাশ বা অৱতাৰৰ বিৰুদ্ধে মাৰ্ক্সবাদীসকলৰ আদৰ্শাত্মক সংগ্ৰামেই হ'ল ৰুচ বিপ্লৱৰ প্ৰথম প্ৰধান আদৰ্শাত্মক আৰু ৰাজনৈতিক সংগ্ৰাম। এই অধ্যায় আৰু ইয়াৰ পাছতো আমি ইয়াৰ বিষয়ে ক্ৰমান্বয়ে পাই যাম।

নাৰডনিকসকলে যিহেতু সমাজবিপ্লৱৰ কেন্দ্ৰীয় শক্তি হিচাপে কৃষকসকলক চিহ্নিত কৰিছিল, সেয়ে খেতিয়কসকলৰ মাজত এক জাগৰণ সৃষ্টি কৰাই তেওঁ-লোকৰ এটা মূল কাম আছিল। কিন্তু, এই কামনো কেনেদৰে কৰাটো সম্ভৱপৰ হ'ব, সেই বিষয়ে তেওঁলোকৰ মাজত বিভিন্ন মতবাদ গঢ়ি উঠিছিল। প্ৰথম অৱস্থাত তেওঁলোকে অজ্ঞতা, অন্ধবিশ্বাস আৰু সামন্তীয় শোষণেৰে জৰ্জৰিত খেতিয়ক সমাজৰ মাজত স্বৈৰতান্ত্ৰিক জাৰ প্ৰশাসন, জমিদাৰ আৰু পুঁজিবাদীহঁতৰ বিৰুদ্ধে তীব্ৰ ৰাজনৈতিক প্ৰচাৰত নামি পৰিছিল। এই কথা স্বীকাৰ কৰিব লাগিব যে ৰাচিয়াৰ খেতিয়কসকলৰ মাজত নাৰডনিক বিপ্লৱীসকলে অনেক দুখকষ্ট স্বীকাৰ কৰি জাৰতন্ত্ৰবিৰোধী প্ৰচাৰ চলাইছিল। ইয়াৰবাবে বহুতো যুৱক বিপ্লৱীক জাৰৰ গোপন পুলিচে হত্যা কৰিছিল বা গ্ৰেপ্তাৰ কৰি চাইবেৰিয়ালৈ নিৰ্বাসন দিছিল। নাৰডনিকসকলৰ এই ব্যাপক প্ৰচাৰ অভিযানে দেশৰ ব্যাপক খেতিয়কসমাজক জাৰৰ স্বৈৰতান্ত্ৰিক শাসন, অত্যাচাৰী আমোলা, ভূস্বামী, পুঁজিপতিহঁতৰ বিৰুদ্ধে বহুখিনি সচেতন কৰি তুলিবলৈ সক্ষম হৈছিল।

কিন্তু, নাৰডনিকসকলে এই ব্যাপক প্ৰচাৰ অভিযানৰ ফলাফল সংহত কৰিবৰ বাবে আৰু খেতিয়ক সমাজৰ ক্ষোভক পৰিচালিত কৰিবৰ বাবে কোনো-ধৰণৰ সংগঠিত ৰাজনৈতিক দল গঢ়ি তোলা নাছিল।

ইয়াৰ বাবে ইতিহাস আৰু সমাজ তথা বিপ্লৱ সম্পৰ্কে তেওঁলোকৰ সেৰেঙা দৃষ্টিভংগীও বহুখিনি জগৰীয়া। নাৰডনিক বুদ্ধিজীৱীসকলে বিশ্বাস কৰিছিল যে ইতিহাসৰ নিৰ্মাতা হ'ল বীৰপুৰুষ বা নেতাসকল; এওঁলোকেই সমাজ আৰু ইতিহাসক গতি দিয়ে। সাধাৰণ জনতা বা মানুহৰ জুমৰ (নাৰডনিক-সকলে সাধাৰণ মানুহক ক্ৰাউড বা জুম বুলি অভিহিত কৰিছিল) সমাজক গতি দিয়াৰ ক্ষেত্ৰত নিজস্ব কোনো ভূমিকা নাথাকে। নেতাসকলৰ বীৰত্বব্যঞ্জক কাম আৰু নেতৃত্বই সাধাৰণ মানুহক অনুপ্ৰাণিত কৰে, উদ্বুদ্ধ কৰি তোলে আৰু তেতিয়া তেওঁলোক জাগ্ৰত হৈ নেতাসকলৰ নেতৃত্বত সমাজবিপ্লৱ সম্পন্ন

কৰে। সমাজ বিকাশত শ্ৰেণীসংগ্ৰামৰ ভূমিকাক তেওঁলোকে অস্বীকাৰ কৰিছিল।

সমাজ আৰু ইতিহাস সম্পৰ্কে এনে ভ্ৰান্ত দৃষ্টিভংগীৰ বাবে নাৰডনিকসকলে সংগঠনতকৈ ব্যক্তিক, সাংগঠনিক কাম-কাজতকৈ ব্যক্তিগত বীৰত্বৰ ওপৰত অধিক গুৰুত্ব দিছিল। তেওঁলোকৰ চিন্তাধাৰা সময়ত এনে পৰ্যায়ো পাইছিলগৈ যে দেশৰ স্বৈৰতন্ত্ৰ আৰু শোষণৰ প্ৰতীক জাৰক হত্যা কৰিব পাৰিলে দেশত স্বৈৰতন্ত্ৰ নিজেই ভাগি পৰিব আৰু এই কাৰ্যত অনুপ্ৰাণিত হৈ ৰাচিয়াৰ জনগণে বিপ্লৱ আৰম্ভ কৰিব। নাৰডনিকসকলৰ নেতৃত্বত তেতিয়া খেতিয়ক জনতাই নতুন সমাজব্যৱস্থাৰ পাতনি মেলিব। এনে মতাদৰ্শৰ অৱশ্যম্ভাৱী পৰিণতি কি হৈছিল, তাক আমি পাছত পাম।

নাৰডনিকসকলৰ এনে বিপ্লৱী ৰোমাণ্টিকতাই ৰাচিয়াৰ ছাত্ৰ-যুৱক আৰু বুদ্ধিজীৱীসকলৰ ওপৰত বিৰাট প্ৰভাৱ পেলাইছিল। ৰাচিয়াত মাৰ্ক্সবাদী চিন্তাধাৰা প্ৰৱৰ্তন কৰাৰ বেলিকা লেনিন, প্লেখানভ আদি নেতাই নাৰডনিক চিন্তাধাৰাৰ বিৰুদ্ধে তুমুল মতাদৰ্শগত সংগ্ৰাম চলাবলৈ বাধ্য হৈছিল।

ৰাচিয়াত মাৰ্ক্সবাদৰ বিকাশৰ প্ৰক্ৰিয়াটো বুজি পাবলৈ হ'লে নাৰডনিক আন্দোলনৰ ঘটনাপ্ৰবাহ আৰু লগতে নাৰডনিক বিপ্লৱী ৰোমাণ্টিকতাৰ বিৰুদ্ধে মাৰ্ক্সবাদী মতাদৰ্শৰ মূল দাৰ্শনিক আৰু আদৰ্শাত্মক সংগ্ৰামবোৰৰ সামান্য আভাস লোৱাটো প্ৰয়োজন।

নাৰডনিকসকল কোনোকালেই সু-সংগঠিত আৰু ঐক্যবদ্ধ নাছিল। তেওঁলোকৰ মাজত নানাধৰণৰ পৰস্পৰবিৰোধী মতবাদ আৰু মতানৈক্য আছিল। বিপ্লৱৰ কাৰ্যসূচী আৰু পন্থা লৈও বহুতো মতপাৰ্থক্য আছিল। ঊনবিংশ শতিকাৰ শেষৰ ফাললৈ নাৰডনিকসকলৰ মাজত মিখাইল বাকুনিন আৰু পয়েটৰ লাভ্‌ৰভৰ নেতৃত্বত দুটা প্ৰধান দল গঢ়ি উঠে। বাকুনিন আৰু তেওঁৰ সমৰ্থকসকলে বিশ্বাস কৰিছিল যে শোষণ আৰু অত্যাচাৰত পিষ্ট ৰাচিয়াৰ জনসাধাৰণ এক সমাজবিপ্লৱৰ বাবে প্ৰস্তুত হৈ উঠিছে, দেশত এক অনুকূল বৈপ্লৱিক পৰিস্থিতি বিৰাজ কৰিছে, গতিকে দেশৰ বুদ্ধিজীৱী আৰু বিপ্লৱীসকলে কৃষিবিপ্লৱৰ কাৰ্যসূচী লৈ খেতিয়কসকলৰ মাজলৈ সোমাই যাব লাগে আৰু জাৰ, জমিদাৰ, আমোলা, পুঁজিপতি চক্ৰৰ বিৰুদ্ধে সৰ্বাত্মক প্ৰচাৰেৰে আৰু বিপ্লৱী কাম-কাজৰ দ্বাৰা জনতাক জগাই তুলিব লাগে।

আনহাতে পয়েটৰ লাভ্‌ৰভৰ সমৰ্থকসকলে বিশ্বাস কৰিছিল যে ৰাচিয়াৰ জনসাধাৰণ এতিয়াও বিপ্লৱৰ বাবে প্ৰস্তুত হৈ উঠা নাই, সেয়ে বিপ্লৱী আৰু বুদ্ধিজীৱীসকলে জনসাধাৰণৰ মাজত জাৰতন্ত্ৰ আৰু সামন্তবাদৰ বিৰুদ্ধে ব্যাপক প্ৰচাৰ অভিযানত নামি পৰিব লাগে, আৰু দেশৰ খেতিয়কসকলক উদ্বুদ্ধ কৰি কৃষি বিপ্লৱত চামিল কৰিবৰ বাবে সমগ্ৰ ৰাচিয়া জুৰি এক

ব্যাপক সংগঠন গঢ়ি তুলিব লাগে। আন এজন নাৰডনিক নেতা পিয়ট্ৰ টেক্‌ৰভৰ মতে ৰাচিয়াৰ স্বৈৰতন্ত্ৰৰ কোনো দৃঢ় ভিত্তি নাই। ই আকাশতে ওপঙি থকাৰ দৰে আছে। কোনোধৰণৰ শক্তিশালী সামাজিক আৰু অৰ্থ-নৈতিক বুনিয়াদৰ অবিহনেই ই ওপৰৰ পৰা ৰাচিয়াৰ জনসাধাৰণক শোষণ কৰি আছে। এটা বিপ্লৱী সংগঠনে মানুহৰ সমৰ্থন পালেই এই স্বৈৰতন্ত্ৰক দেশৰ পৰা উৎখাত কৰিব পাৰিব। অৰ্থাৎ জনসাধাৰণৰ সমৰ্থন থাকলেই হ'ব, সহযোগিতা নহ'লেও চলিব। জনতাৰ সক্ৰিয় যোগদান অবিহনেও এটা শক্তিশালী বিপ্লৱী সংগঠন স্বৈৰতন্ত্ৰক উৎখাত কৰিবৰ বাবে সমৰ্থ হ'ব। নাৰডনিক বিপ্লৱী-সকলে বিভিন্ন সময়ত এই সুকীয়া সুকীয়া মতাদৰ্শবোৰ কামত লগাবলৈ চেষ্টা কৰিছিল। টেক্‌ৰভৰ অনুগামীসকলে এনেদৰেও ভাবিছিল যে স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে ব্যাপক প্ৰচাৰ চলাই জাৰক হত্যা কৰিব পাৰিলেই দেশৰ অত্যাচাৰী শাসনব্যৱস্থাৰ অন্ত পেলাই বিপ্লৱ সম্পাদন কৰিব পৰা যাব। তেওঁলোকে এই কামৰ বাবে পৰিকল্পনাও লৈছিল।

১৮৭৪ চনৰ পৰা নাৰডনিকসকলে ইউৰোপীয় ৰাচিয়াৰ ৩৮ খন প্ৰদেশ বা গুবেৰ্নিযাত ব্যাপক প্ৰচাৰ অভিযান চলাই দেশৰ পৰা জমিদাৰ, পুঁজিপতি আৰু জাৰতন্ত্ৰক তৎকালিকভাৱে উৎখাত কৰিবলৈ এক অভ্যুত্থান ঘটাবৰ বাবে তেওঁলোকে জনসাধাৰণক পতিয়ন নিয়াবলৈ চেষ্টা কৰে। তেওঁলোকৰ এই অভিযানৰ ফলত ৰাচিয়াৰ বহুতো ঠাইত স্থানীয়ভাৱে বহুতো বিক্ষোভ আৰম্ভ হৈছিল। যদিও সামগ্ৰিকভাৱে ৰাচিযাৰ খেতিয়কসকলে নাৰডনিসকলৰ এই প্ৰচেষ্টাত বৰকৈ সঁহাৰি নিদিলে। শক্তিশালী ৰাজনৈতিক মতাদৰ্শ আৰু উপযুক্ত সংগঠন নথকাৰ বাবে নাৰডনিসকলে তেওঁলোকৰ প্ৰচেষ্টা বেছিদিন টিকাই ৰাখিবৰ বাবেও সফল নহ'ল। জাৰ প্ৰশাসনে নাৰডনিকসকলৰ ওপৰত আৰম্ভ কৰিলে প্ৰচণ্ড দমন, শয়ে শয়ে বিপ্লৱী যুৱকে প্ৰাণ হেৰুৱালে, হাজাৰে হাজাৰে কৰ্মী গ্ৰেপ্তাৰ হৈ চাইবেৰিয়ালৈ নিৰ্বাসিত হ'ল। নাৰডনিকসকলৰ প্ৰথম প্ৰচেষ্টাৰ যতি পৰিল।

১৮৭৪ চনত নাৰডনিক আদৰ্শত বিশ্বাসী লোকসকলে ৰাচিয়াৰ জনসাধাৰণৰ মাজত সোমাই যি স্বতঃস্ফূৰ্ত আৰু ব্যাপক প্ৰচাৰ অভিযান আৰম্ভ কৰিছিল, সামাজিক ৰাজনৈতিক কাৰ্যসূচী হিছাপে সি কেৱল ৰাচিয়াতে নহয়, সমগ্ৰ পৃথিবীতে এক অভূতপূৰ্ব ঘটনা আছিল। ইয়াৰ বিষয়ে, আৰু ইয়াৰ পশ্চাৎ-ভাগত থকা চিন্তাৰ বিষয়ে কিছু গভীৰভাৱে চোৱাৰ প্ৰয়োজন আছে।

এই অভিযান কিন্তু কোনো কেন্দ্ৰীয় নিৰ্দেশনা বা পৰিকল্পনাৰে আৰম্ভ হোৱা নাছিল। যদিও প্ৰায় এক দশক আগৰ পৰাই (১৮৬০) হাৰ্ৎজেন,

কার্ল চেভোনিক, দব্রলিউবভ আদিয়ে ইউটপীয়ান সমাজবাদী চিন্তাৰ লগত ৰাচিয়াৰ উঠি অহা প্ৰজন্মটোক চিনাকি কৰি দিছিল আৰু সাধাৰণ মানুহক, ৰুচ খেতিয়কক বুজিবৰ বাবে বিপ্লৱীসকল 'জনগণৰ মাজলৈ সোমাই যোৱাৰ' সম্বন্ধে দাবি ধৰিছিল, তথাপিও ১৮৭৪ চনলৈহে তেওঁলোকৰ ধাৰণাক বিপ্লৱীসকলে স্বতঃস্ফূৰ্তভাৱে গ্ৰহণ কৰিবলৈ ধৰিলে।[4]

সেই বছৰ ৰাচিয়াত এটা আচহুৱা ঘটনা আৰম্ভ হ'ল। শয়ে শয়ে তৰুণ অভিজাত যুৱক, বুদ্ধিজীৱী, ছাত্ৰই (ৰাজন্'চিনম্টি) সাধাৰণ মানুহৰ পোচাক পিন্ধি, সাধাৰণ বেপাৰী, কাৰিকৰ, শ্ৰমিক বা দুখীয়া ভ্ৰমণকাৰীৰ ছদ্মবেশ লৈ ৰাচিয়াৰ গাঁৱৰ মানুহৰ মাজলৈ সোমাই যাবলৈ আৰম্ভ কৰিলে। তেওঁলোকৰ লক্ষ্য আছিল ৰাচিয়াৰ খেতিয়ক সমাজখনৰ স্থবিৰতা আৰু দাস্যভাৱ দূৰ কৰা আৰু জনতাক জড়তা এৰি বিপ্লৱ কৰিবলৈ জগাই তোলা।

যদিও তেওঁলোকৰ এই প্ৰাথমিক প্ৰচেষ্টা সফল নহ'ল, যদিও খেতিয়ক ৰাইজে তেওঁলোকৰ আদৰ্শ গ্ৰহণ নকৰিলে, তথাপিও তেওঁলোকৰ এই 'জনগণৰ মাজলৈ যোৱা' অভিযানে স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে বিপ্লৱী সংগ্ৰামৰ এটা নতুন পৰ্যায়ৰ সূচনা কৰিলে।

কিন্তু প্ৰশ্ন হয় এই 'জনগণৰ মাজলৈ যোৱা'ৰ অভিযানটো হঠাৎ স্বতঃস্ফূৰ্তভাৱে কিয় আৰম্ভ হ'ল? কোনোধৰণৰ পৰিকল্পনা আৰু সংগঠন নোহোৱাকৈ সুখ-সম্ভোগ, ভৱিষ্যৎ সকলো নেওচি কিয় দলে দলে অভিজাত আৰু উচ্চবিত্ত ঘৰৰ যুৱক-যুৱতীয়ে বিপ্লৱৰ কষ্টক্লেশেৰে পূৰ্ণ এই পথ ল'লে?

১৮৬১ চনৰ সংস্কাৰৰ চৰিত্ৰৰ বিষয়ে ইতিমধ্যে সকলোৰে মোহভংগ ঘটিছে। সাধাৰণ মানুহক সকাহ দিয়াতকৈ শাসকশ্ৰেণীৰ নিজৰ সংকট সমাধান কৰিবৰ বাবেহে যে এই সংস্কাৰ ঘোষণা কৰা হৈছিল, আৰু সেইবাবেই যে ই বিফল হ'ল, সেই বিষয়ে মানুহে বুজি উঠিছে। ভূমিদাস প্ৰথা বিলোপ কৰা হ'লেও এই ব্যৱস্থাই গ্ৰামাঞ্চলৰ পৰা ভূমিদাসী অৱশেষ, মানুহৰ স্থবিৰতা আৰু দাস্যভাৱ দূৰ কৰাতকৈ স্বৈৰতান্ত্ৰিক শক্তিবোৰকহে শক্তিশালী কৰিলে। লগতে সকলোধৰণৰ বিৰোধী আৰু স্বাধীনতাকামী চিন্তা-চৰ্চাৰ ওপৰত চৰকাৰী দমন নিৰ্যাতনো বাঢ়ি আহিল। দেশৰ চিন্তাশীল লোকসকলে বুজি উঠিলে যে সংস্কাৰে সাধাৰণ ৰাইজৰ অৱস্থাৰ উন্নতি কৰাতকৈ তেওঁলোকক আৰু ডাল-সৰিদ্ৰহে কৰি তুলিলে। লগতে এইটোও তেওঁলোকে উপলব্ধি কৰিলে যে দেশৰ এই অৱস্থাৰ পৰিৱৰ্তন কৰাৰ শক্তি দেশৰ জনসাধাৰণৰ মাজতহে লুকাই আছে। শতাব্দীজোৰা স্থবিৰতা আৰু দাস্যভাৱ পৰিত্যাগ কৰি জনতা যদি জাগি উঠে তেতিয়াহ'লেহে দেশৰ উন্নতি সাধন কৰিব পৰা যাব।[5]

এই আটাইবোৰ কাৰণ আৰু উপলব্ধিয়ে 'জনগণৰ মাজলৈ যোৱা' এই ব্যাপক গণ জাগৰণৰ জন্ম দিলে।

জনতাৰ মাজলৈ গৈ জনতাক জগাই তোলাৰ কথা চিন্তানায়কসকলে বহুবছৰ আগেয়েই কৈছিল যদিও এই 'আইদিয়া' সেই সময়ত জনপ্ৰিয় হোৱা নাছিল। প্ৰকৃততে কেৱলমাত্ৰ ধাৰণা বা 'আইদিয়াই' সমাজ পৰিবৰ্তনৰ বাবে যথেষ্ট নহয়—ইয়েই নিজে জনজাগৰণৰ সৃষ্টি নকৰে। সামাজিক-অৰ্থনৈতিক সম্পৰ্ক আৰু সমাজৰ বাস্তৱ অৱস্থাইহে জনজাগৰণ হ'বনে নহয় সেই কথা নিৰ্ণয় কৰে। 'আইদিয়া' বা ধাৰণা সফল হ'বৰ বাবে প্ৰয়োজন হয় সমাজত উৰ্বৰ সামাজিক ভূমিৰ—য'ত ই গজালি মেলি ঠন ধৰি উঠিব পাৰে।

১৮৬১ চনৰ 'ভূমিদাস প্ৰথাৰ' বিলোপসাধনে খেতিয়কক অৰ্থনৈতিকভাৱে মুক্ত নকৰিলেও ই মানুহৰ মন, বিশেষকৈ বুৰ বুদ্ধিজীৱী সমাজৰ মন ন ন চিন্তা-চৰ্চা আৰু 'আইদিয়াৰ' বাবে মুকলি কৰি দিলে।

ফলশ্ৰুতিত সমাজ পৰিবৰ্তনৰ বহুতো ধাৰণাৰ জন্ম হ'ল।

প্ৰথমটো ধাৰণা আছিল 'নিহিলিজম' (NIHILISM)। মিখাইল বাকুনিন ( আগেয়ে উল্লেখ কৰি অহা ) আছিল ইয়াৰ প্ৰধান প্ৰবক্তা। সকলো ধ্বংস কৰিব লাগে। জৰাগ্ৰস্ত এই সমাজ, অৰ্থনীতি, সামাজিক ব্যৱস্থা, প্ৰতিক্ৰিয়াশীল এই সংস্কৃতি, শাসনব্যৱস্থা ভাঙি চূৰমাৰ কৰি পেলাব লাগে। আৰু এই ধ্বংসস্তূপৰ মাজৰ পৰা সাধাৰণ মানুহৰ স্বভাৱজাত প্ৰজ্ঞাৰে ন সমাজব্যৱস্থা স্বতঃস্ফূৰ্তভাৱে গঢ়ি উঠিব—এনে নৈৰাজ্যবাদী—নিহিলিষ্ট চিন্তাধাৰা এচাম বুদ্ধিজীৱীৰ মাজত—জনতাৰ মাজলৈ যোৱা বহুতো বিপ্লৱীৰ মাজতো দকৈ শিপাই পৰিছিল। কিন্তু, নিহিলিষ্ট চিন্তাধাৰাৰ প্ৰধান বিপদ বা দুৰ্বলতা হ'ল যে ই সমাজৰ সকলো বস্তুকেই বাতিল কৰি দিয়ে হয়, কিন্তু সচেতনভাৱে, সংগঠিতৰূপে কোনো নতুন ব্যৱস্থা গঢ়ি তোলাৰ কথা নকয়—ইয়াক এৰি দিয়ে স্বতঃস্ফূৰ্ততাৰ ওপৰত। নিহিলিজমত কোনোধৰণৰ সৃষ্টিশীলতাৰ উপাদান নাথাকে। ই সেয়ে স্বাভাৱিকতে তাত্বিক আৰু নৈতিক চৰমপন্থাৰ দিশলৈ ধাবিত হয়, সমাজ বিজ্ঞানক প্ৰাকৃতিক বিজ্ঞানৰ পৰ্যায়লৈ সৰলীকৃত কৰি নমাই আনে, সৌন্দৰ্যবোধক ধ্বংস কৰে, সুবিধাবাদ আৰু প্ৰয়োগবাদৰ (UTILITARIANISM) চিকাৰ হয়, প্ৰেমক পৰ্যবসিত কৰে নিচক জৈৱিক আকৰ্ষণলৈ।[৫]

বেছিদিন এনে ঋণাত্মক দৰ্শনে বিপ্লৱীসকলক আকৰ্ষণ কৰি ৰাখিব নোৱাৰিলে। সোনকালেই ইয়াক ত্যাজি তেওঁলোক বাস্তৱৰ পিনে—সমাজবাদী চিন্তাধাৰাৰ পিনে আকৰ্ষিত হ'ল।

এই সমাজবাদী চিন্তা কিন্তু আছিল ইউটপীয়ান সমাজবাদৰ চিন্তা—যাক হাৰ্ৎযেন, বেলিনস্কি, চাৰ্ণিচেভস্কি আদি চিন্তাবিদসকলে বাচিয়ালৈ আনি জাতীয় বিকাশৰ বাবে 'বুচ সমাজবাদী' পথৰ সন্ধান কৰিছিল। ইয়াৰ বিষয়ে কৈ অহা হৈছেই।

এনেদৰেই সাৰ্বজনিক চিন্তাধাৰাৰ ভেটি তৈয়াৰ হ'বলৈ ধৰিলে জনগণৰ মাজলৈ যোৱা নতুনচাম বিপ্লৱী যুৱকৰ মাজত।

উন্নত পশ্চিমৰ সমাজত জন্মলাভ কৰা ইউটপীয়ান সমাজবাদী চিন্তাই পুঁজিবাদ দৌৰিকৈ বিকাশ হোৱা ৰাচিয়াৰ পিছপৰা সমাজতো পোখা মেলিলেহি।

এনেকৈয়ে পশ্চাৎপদ দেশত ইউটপীয়ান সমাজবাদী চিন্তাই জনজাগৰণো সৃষ্টি কৰিব পাৰে। এনে আদৰ্শই বিজ্ঞান, যুক্তিবাদ আৰু নতুন যুগৰ আগবঢ়া সামাজিক চিন্তাবোৰ সামৰি লবলৈ সক্ষম হ'লেও ই প্ৰাচীন পৰম্পৰাৰ বহুতো বস্তু, বিশেষকৈ প্ৰাক্‌বুৰ্জোৱা সমাজৰ বহু উপাদান, বহুতো আদৰ্শ আৰু প্ৰমূল্য—যেনে ধৰ্মীয় ভাবনাক জীয়াই ৰাখে। পৰিবৰ্তনশীল সময়ত অৱশ্যে এনে হোৱাটোৱেই স্বাভাৱিক কিয়নো নতুন সামাজিক অনুষ্ঠানবোৰ তেতিয়াও শক্তিশালী হৈ নুঠে আৰু প্ৰাচীন সংগঠনবোৰো অটুট থাকে। দৌৰিকৈ বুৰ্জোৱা বিকাশ সংঘটিত হোৱা দেশবোৰত পাৰম্পৰিক প্ৰমূল্যবোৰ নাইকিয়া হ'বলৈ বহুতো বেছি সময় লাগে, বাৰে বাৰে ন ন বেশত এইবোৰ ঘূৰি ঘূৰি আহিব পাৰে, আকৌ শক্তিশালী হৈ উঠিব পাৰে। সময়ত প্ৰাচীন সমাজৰ এক প্ৰতিৰক্ষাত্মক প্ৰৱণতা হিচাপেও এনে কাৰ্য ঘটে। নতুন ধৰ্মৰো জন্ম হয় সমাজত এনেদৰেই—উদাহৰণস্বৰূপে ৰবচ্‌পিয়েৰৰ 'চৰম শক্তিৰ ধৰ্ম'' নামৰ নতুন এটা মতবাদ প্ৰচাৰ কৰিব বিচাৰিছিল।[7]

ইউটপীযান সমাজবাদী চিন্তাত এনেধৰণৰ ঘটনাও সম্ভৱ।

মেক্সিমেলিষ্ট বোলা আন এচামে কেৱল জনগণৰ মাজলৈ গৈয়েই সন্তুষ্ট নাথাকিল। তেওঁলোকে স্বেচ্ছাই দীনদুখীৰ গৰীব জীৱন যাপন কৰিবলৈ আৰম্ভ কৰিবলে। অতি কম পৰিমাণে খোৱাৰ পৰা আৰম্ভ কৰি গৰীবৰ দৰে থকালৈকে।

জনগণৰ মাজলৈ দেশৰ শিক্ষিত অভিজাত শ্ৰেণী এনেদৰে জাগৰণ আনিবলৈ সোমাই যোৱাৰ অন্তৰালত শ্ৰেণী স্বাৰ্থযো কাম নকৰা নহয়। পশ্চিমীয়া ভাবাদৰ্শৰে অনুপ্ৰাণিত বুদ্ধিজীৱীসকলে স্বৈৰতন্ত্ৰৰ পৰা নিজৰ স্বাধীনতা বিচাৰিছিল আৰু এই নিজৰ মুক্তিকে তেওঁলোকে সমগ্ৰ দেশৰ স্বাধীনতা বুলি গণ্য কৰিছিল। এই মুক্তি কাঢ়ি আনিবলৈ নিজৰ পৰ্যাপ্ত ক্ষমতা নথকাৰ কথা বুজিব পাৰি তেওঁলোক জনতাৰ কাষ চাপিছিল আৰু নিজকে খেতিয়ক সমাজৰ নেতা বুলি ভাবি লৈছিল।[8] কিন্তু, খেতিয়কসকল তেওঁলোকৰ বাবে কেৱল ৰাজনীতিৰ হাতিয়াৰেই নাছিল, তেওঁলোক আছিল জীৱনৰ উদ্দেশ্য, গভীৰ আস্থা আৰু সন্মানৰ উৎস—নৱজীৱনৰ সৃষ্টিৰ উৎসমুখ স্বৰূপ।[9] খেতিয়ক-সকলক তেওঁলোকে কেৱল ক্ষমতাদখলৰ বাবে ব্যৱহাৰ কৰিব বিচৰা নাছিল, সৰ্বান্তকৰণে তেওঁলোকে খেতিয়ক সমাজৰ উন্নতি বিচাৰিছিল। তেওঁলোকৰ আদৰ্শাত্মক নেতৃত্বতহে অৱশ্যে খেতিয়ক সমাজৰ এই বিকাশ আৰু মুক্তি সম্ভৱপৰ বুলি তেওঁলোকে বিশ্বাস কৰিছিল।

খেতিয়ক সমাজৰ বিষয়ে তেওঁলোকৰ ধাৰণাও আছিল ইউটপীয়ান। বাস্তৱত খেতিয়ক সমাজ কেনে সেইটো তেওঁলোকৰ বাবে গুৰুত্বপূৰ্ণ নাছিল, বৰঞ্চ তেওঁলোকৰ আদৰ্শ মতে, কল্পনা মতে খেতিয়ক সমাজ কেনে হোৱা উচিত তাতহে তেওঁলোকে মনোযোগ দিছিল'। খেতিয়ক সমাজ সম্পৰ্কে এনে ৰঙীন কল্পনা লৈ গৈ কটু বাস্তৱৰ লগত তেওঁলোকে খুন্দা খাইছিলগৈ।

কিন্তু আদৰ্শ, তত্ত্বৰ ফালৰ পৰা যিমানেই যি দুৰ্বলতা নাথাকক কিয়, এই তৰুণ বিপ্লৱীসকলৰ নিষ্ঠা আৰু আত্মত্যাগ তুলনাহীন।

জনতাক জগাই তুলিবলৈ তেওঁলোকে চলোৱা প্ৰচেষ্টাও আছিল অসাধাৰণ। সাধাৰণ মানুহৰ লগত থাকি, কাম-বন কৰি, মুখৰ কথাৰে সমাজবাদৰ প্ৰচাৰ কৰিছিল, নানা তৰহৰ ৰাজনৈতিক প্ৰচাৰ পুস্তিকা লিখি, ছপাই বিতৰণ কৰিছিল, কৃষক অভ্যুত্থান সংঘটিত কৰাৰ চেষ্টা কৰিছিল—বিফল হৈ নতুন বাট বিচাৰি আনকি সমাজৰ অপৰাধীহঁতৰ ওচৰো পাইছিলগৈ। আনকি মিখাইল বাকুনিনৰ দৰে নেতাসকলে সমাজৰ চোৰ ডকাইতহঁতৰ মাজত সক্ৰিয় বিপ্লৱী শক্তিৰ বীজ নিহিত থকা দেখিবলৈ পাইছিল।[10] সৃষ্টি হৈছিল 'নিহিলিষ্ট' চিন্তাধাৰা, য'ত সমগ্ৰ বস্তু খাৰিজ কৰা আৰু ধ্বংস কৰাৰ কথা আছিল, তাত চোৰ ডকাইতে বিপ্লৱী ভূমিকা পালন কৰাৰো বাট তেওঁলোকে দেখিছিল। এই আটাইবোৰ ভুল বা বিচ্যুতি ঘটিছিল জনতাক জগাই তুলিবৰ বাবে তেওঁলোকে 'বাট বিচৰাৰ' কষ্টকৰ প্ৰক্ৰিয়াটোত। বিপ্লৱৰ বাট চিনা আৰু কৌশল নিৰ্ধাৰণ কৰাতো যে কিমান কঠিন কাম তাক ইয়াৰ পৰাই অনুমান কৰিব পাৰি।

১৮৭৪ চনৰ তৰুণ বুদ্ধিজীৱী আৰু বিপ্লৱীসকলৰ এই ব্যাপক ৰোমাণ্টিক প্ৰচেষ্টা বিফল হ'ল। জনগণক তেওঁলোকে বিপ্লৱৰ বাবে জগাই তুলিব নোৱাৰিলে। ঠায়ে ঠায়ে যি খেতিয়কসকলক তেওঁলোকে জগাবলৈ গৈছিল, সেই খেতিয়কসকলেই তেওঁলোকক পুলিচৰ হাতত ধৰাই দিলে। জাৰ চৰকাৰেও শয়ে শয়ে এনে অঘৰী বিপ্লৱীসকলক গ্ৰেপ্তাৰ কৰি জেলত ভৰালে, নিৰ্বাসনত পঠালে। 'জনগণৰ মাজলৈ যোৱাৰ' ৰোমাণ্টিক অভিযান সমাপ্ত হ'লহি। ৭৮ চন মানলৈ কিন্তু বিপ্লৱী প্ৰচেষ্টা নাইকিয়া হ'ল। এই বাট বিচৰাৰ প্ৰক্ৰিয়াই নাৰডনিকসকলক কোনবাটে লৈ গ'ল সেইবিষয়ে আমি পাছৰ অধ্যায়ত পাম।

যদিও ইউটপীয়ান আদৰ্শ বাস্তৱ বৰ্জিত মনোগত ধাৰণাৰ মাজতেই, এই প্ৰথম প্ৰচেষ্টাৰ বিফলতা নিহিত আছিল, তথাপিও এই প্ৰচেষ্টাই ডিচেম্বৰ বিদ্ৰোহৰ বিফলতাৰ পাছত নতুন এক ব্যাপক জাগৰণ আৰু বিপ্লৱী কৰ্মকাণ্ডৰ সৃষ্টি কৰিলে। লগতে ই যি বিপ্লৱী পৰম্পৰাৰ বাট কাটিলে, সেই বাটেদিয়েই ৰাচিয়াৰ ভৱিষ্যতৰ বিপ্লৱীসকল আগুৱাই যাবলৈ আৰম্ভ কৰিলে।

# ১১

## ৰাজনৈতিক প্ৰচাৰৰ পৰা সশস্ত্ৰ সংগ্ৰামলৈ— সন্ত্ৰাসবাদৰ যুগ ; নাৰডনিক আন্দোলনৰ দ্বিতীয় পৰ্য্যায়



● ৰাচিয়াত পুঁজিবাদৰ বিকাশ আৰু নাৰডনিক চিন্তাধাৰাৰ সীমাবন্ধতা ● আভ্যন্তৰীণ বজাৰৰ প্ৰশ্ন ● নাৰডনিক মতাদৰ্শৰ বিৰুদ্ধে লেনিন আৰু প্লেখানভৰ সংগ্ৰাম ● ১৮৭৬ চনত প্ৰথম নাৰডনিক সংগঠন—'ভূমি আৰু স্বাধীনতা' ● সন্ত্ৰাসবাদৰ সূচনা ● নাৰোডনয়া ভল্য়া—জনতাৰ ইচ্ছা নামৰ সন্ত্ৰাসবাদী সংগঠনৰ জন্ম—১৮৭৯ চন ● 'জেনেৰেল বিভিন্নিবিউচন—সাধাৰণ পুনৰবণ্টনৰ' ৰাজনৈতিক ধাৰণা ● নাৰোডনয়া ভল্য়াৰ মাৰ্ক্সবাদ বিৰোধিতা ● জাৰ দ্বিতীয় আলেকজেণ্ডাৰৰ হত্যা—সন্ত্ৰাসবাদৰ শীৰ্ষবিন্দু—১৮৮১ চন ● সন্ত্ৰাসবাদৰ পৰিণাম ● নাৰডনিক আন্দোলনৰ মাজৰ পৰা মাৰ্ক্সবাদী সংগঠনৰ সূচনা ● উদাৰনৈতিক নাৰডনিক চিন্তাৰ আত্মপ্ৰকাশ ● 'নাৰোডনয়া ভল্য়া' আৰু নাৰডনিকবাদৰ ঐতিহাসিক মূল্যায়ন।

**টোকা আৰু প্ৰসংগ :**


(1) Carr, E H —Bolshevik Revolution 3 Vol. Penguin, England, Vol. 3. p 19.

(2) Lenin, V. I —Petty Bourgeoise and Proleterian Socialism —On Utopian and Scientific Socialism. Progress Publishers, Moscow, 1976. p 31-32.

(3) ibid, p 31.

(4) ibid, p 32.

(5) ibid, p 31—42.

(6) ibid, p 31—42

(7) ibid,—'Two Utopias' p 70—75

(8) Insert to V Kalinins article 'The Peasent Congress' ( Collected Works Vol..9. p 455)—from On Utopian and Scientific Socialism Progress Publishers, Moscow, 1976. p. 47.

(9) Lenin, V I —Petty Bourgeoise and Proleterian Socialism.

(10) ibid. p. 39

Khoros, V , Pantin, I ; Plimak, Ye—The Russian Revolutionary Tradition—Progress Publishers, Moscow. 1988. p. 295-296.

(11) Laqueur, W—Terrorism. Weidenfield & Nicholas, London, 1977. pp. 11—20.

(12) Same as 10. p. 296.

নাৰডনিকসকলৰ এই কৃষক সমাজবাদৰ ( Peasent Socialism ) আদৰ্শৰ কেইটামান ডাঙৰ ঐতিহাসিক দুৰ্বলতা আছিল। কৃষকসকলৰ চৰিত্ৰ আৰু মনোভাব ভালদৰে বুজি উঠিব নোৱৰাৰ বাবে তেওঁলোক ইউটপীয়ান সমাজবাদৰ বিপ্লৱী ৰোমাণ্টিকতাৰ পকনীয়াত সোমাই পৰিছিল। এই খেতিয়ক সমাজক লৈ কৰা ৰোমাণ্টিকতাৰ বিৰুদ্ধে প্ৰথম অৱস্থাৰ পৰা প্লেখানভে কঠোৰ আদৰ্শগত সংগ্ৰাম চলাই আহিছিল। কৃষক সমাজ যে সাধাৰণতে প্ৰগতিশীল নহয়, বৰঞ্চ তেওঁলোক চিন্তা-চেতনাৰ দিশত যে পিছপৰা আৰু ৰক্ষণশীল এই কথা নাৰডনিকসকলে বুজা নাছিল। সমাজৰ বুৰ্জোৱাসকলে নাইবা সৰ্বহাৰা শ্ৰমিক শ্ৰেণীয়েহে যে কেৱল সমাজ বিপ্লৱৰ নেতৃত্ব দিব পাৰে সেই কথা তেওঁলোকে মানি লোৱা নাছিল, তেওঁলোকে শ্ৰমিক শক্তিক উপেক্ষাই কৰিছিল। বুৰ্জোৱা পুঁজিপতিসকলৰ তেওঁলোকে বিৰোধিতা কৰিছিল যদিও বিৰোধিতাৰ কাৰণ আছিল সম্পূৰ্ণ স্বকীয়া, খেতিয়ক সমাজৰ মাজত সমতা নাইকিয়া কৰি খেতিয়কৰ সমূহীয়া মাটিবোৰ দখল কৰি পুঁজিবাদী খেতি গঢ়ি তোলাৰ বাবে আৰু উদ্যোগীকৰণৰ জৰিযতে খেতিয়কৰ সমাজখন থান্‌বান্ কৰা আৰু স্বৈৰতান্ত্ৰিক জাৰ প্ৰশাসনক সমৰ্থন দিয়াৰ বাবে তেওঁলোকে পুঁজিবাদৰ বিৰোধিতা কৰিছিল। পুঁজিবাদী স্তৰটোৰ বিকাশ নোহোৱাকৈয়ে খেতিয়ক কমিউনবোৰৰ জৰিয়তে সমাজবাদী সমতাৰ সমাজ এখন সৃষ্টি কৰিব পৰা যাব বুলি তেওঁলোকে ভাবিছিল। আনহাতে ৰাচিয়াৰ মাৰ্ক্সবাদীসকলে সমাজৰ বিকাশৰ বাবে পুঁজিবাদ, বুৰ্জোৱা গণতন্ত্ৰৰ বিকাশ, সামাজিক স্বাধীনতাবোধ প্ৰতিষ্ঠা আৰু সৰ্বহাৰা শ্ৰমিক শ্ৰেণী গঢ়ি উঠাৰ সমৰ্থন কৰিছিল।

এনে একদেশদৰ্শী মতবাদৰ বাবে নাৰডনিকসকলে ৰাচিয়াৰ কৃষিত পুঁজিবাদৰ অনুপ্ৰবেশৰ ফলত সমাজত হোৱা নতুন পৰিৱৰ্তনবোৰৰ ৰাজনৈতিক তাৎপৰ্য ধৰিব পৰা নাছিল। ৰাচিয়াৰ গাঁও অঞ্চলৰ খেতিয়ক সমাজত যে লাহে লাহে এটা পুঁজিবাদী ধনী খেতিয়ক শ্ৰেণী বা কুলাক গঢ়ি উঠিছে, আৰু ইয়াৰ ফলত ভূমিহীন হৈ দিনে দিনে সৰ্বহাৰা খেতমজুৰৰ সংখ্যাও বাঢ়ি গৈছে এই সত্য নাৰডনিকসকলে দেখিও ইয়াৰ তাৎপৰ্য উপলব্ধি কৰিব পৰা নাছিল। ধনী খেতিয়কসকলে কোনোকালে নিজৰ সা-সুবিধা আৰু মাটি এনেই যে এৰি নিদিয়ে আৰু সেয়ে ভূমিহীন খেতমজুৰসকলে কোনোদিনে স্বাধীনভাৱে খেতি কৰি খাই থাকিবৰ জোখেৰে মাটি কেতিয়াও নাপায়, বা আন অৰ্থত এহাতে ধনী আৰু আনহাতে খেতমজুৰ তথা আধিয়াৰ খেতিয়কৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক স্বাৰ্থ যে একে হ'ব নোৱাৰে ; খেতিয়ক সমাজৰ মাজত সমতাৰ, ঐক্যৰ কথা ক'লেই যে এইবোৰ সমস্যা নিজে নিজে নাইকিয়া হৈ নাযায় সেই কথাই নাৰডনিকসকলে বুজি পোৱা নাছিল। কৃষি বিপ্লৱ আৰু খেতিয়ক সমাজবাদৰ ৰোমাণ্টিক চিন্তাৰ মাদকতাই তেওঁলোকক সমাজৰ এই নিষ্ঠুৰ বাস্তৱ সত্যবোৰৰ প্ৰতি

অন্ধ যেন কৰি তুলিছিল। এই অবহেলাৰ বাবেই নাৰডনিকসকলৰ কৃষিবিপ্লৱক কাৰ্যসূচীবোৰত আৱৰ্তনৰ পৰাই হয়তো ডাঙৰ ভুল সোমাই পৰিছিল।

নাৰডনিকসকলে বিশ্বাস কৰিছিল যে ৰাচিয়াত পুঁজিবাদ, বিশেষকৈ গাঁৱৰ খেতিয়ক সমাজখনত পুঁজিবাদ কেতিয়াও ভালদৰে গঢ়ি উঠিব নোৱাৰে। পশ্চিম ইউৰোপৰ দৰে ৰাচিয়াত ঔদ্যোগিক পুঁজিবাদেও বিকাশ লাভ কৰিব নোৱাৰে কিয়নো এই উদ্যোগবোৰত উৎপন্ন হোৱা বস্তু বিক্ৰীৰ বাবে ৰাচিয়াৰ গাঁও অঞ্চলত এখন ব্যাপক বজাৰ নাই। জাৰতন্ত্ৰ আৰু সামন্তবাদৰ শোষণত ৰাচিয়াৰ খেতিয়কসকল ইমান পৰ্যুদস্ত যে তেওঁলোকে কল-কাৰখানাত উৎপাদিত বয়বস্তুবোৰ কিনিব নোৱাৰে। পুঁজিবাদৰ বিকাশৰ বাবে নাৰডনিকসকলৰ মতে প্ৰথমে নিজৰ দেশত আৰু তাৰ পাছত বিদেশত এখন ডাঙৰ বজাৰ থাকিব লাগিব। ৰাচিয়াত যিহেতু এই দুইখন বজাৰেই নাই গতিকে ইয়াত পুঁজিবাদ কেতিয়াও শক্তিশালীভাৱে গঢ়ি উঠিব নোৱাৰে। শোষণত জৰ্জৰিত হৈ দিনে দিনে দুখীয়া হৈ অহা ৰাচিয়াৰ বিশাল গাঁও অঞ্চলত এনে এখন বজাৰ কোনোদিনেই গঢ়ি নুঠিব।[1]

ৰাচিয়াৰ সমাজত, বিশেষকৈ খেতিয়ক সমাজত পুঁজিৰ বিনিয়োগ আৰু মাটিৰ কেন্দ্ৰীকৰণৰ জৰিয়তে লাহে লাহে এটা যে ধনী খেতিয়কৰ শ্ৰেণী গঢ়ি উঠিছিল, সৰু সৰু পামবোৰ আৰু সামূহিক মাটিৰ পৰম্পৰাৰ ধ্বংসৰ মাজেদি যে ডাঙৰ পুঁজিবাদী কৃষি পামবোৰ গঢ়ি উঠিছিল, সেই কথা নাৰডনিকসকলে ধৰিব পৰা নাছিল, আৰু এই ধনী খেতিয়ক শ্ৰেণীটোৱে খেতমজুৰ আৰু গৰীব খেতিয়কসকলৰ শ্ৰম শোষণৰ জৰিয়তে লাহে লাহে বেছ কিছু অৰ্থ উপাৰ্জন যে কৰিছিল, আৰু এই অৰ্থ যে লাহবিলাহৰ উপকৰণকে ধৰি আধুনিক জীৱন-যাত্ৰাৰ সা-সৰঞ্জামবোৰ কিনি ৰাচিয়াৰ ভিতৰতে কল-কাৰখানাত উৎপাদিত বস্তুৰ বাবে এখন ডাঙৰ বজাৰ সৃষ্টি কৰিছিল, সেই কথাও নাৰডনিকসকলৰ উপলব্ধি হোৱা নাছিল। নাৰডনিকসকলৰ লগত হোৱা মতাদৰ্শগত সংগ্ৰামত লেনিনে পোন প্ৰথমবাৰৰ বাবে এই কথা তথ্য আৰু যুক্তি সহকাৰে প্ৰতিপন্ন কৰি দেখুৱাইছিল। তেৱেঁই প্ৰথমে আঙুলিয়াই দিছিল যে ৰাচিয়াৰ খেতিয়ক সমাজখনত পুঁজিবাদৰ অনুপ্ৰবেশৰ ফলত এফালে ধনী খেতিয়কৰ শ্ৰেণীটো আৰু আনফালে সকলো হেৰুৱাই নিঃস্ব হোৱা খেতমজুৰ গাঁৱলীয়া সৰ্বহাৰাৰ শ্ৰেণী এটা গঢ়ি উঠিছে। আৰু, দিন যোৱাৰ লগে লগে ৰাচিয়াৰ খেতিয়ক সমাজখনত এনে গাঁৱলীয়া সৰ্বহাৰা শ্ৰেণীটোৰ সংখ্যা দ্ৰুতভাৱে বাঢ়ি আহিছে। অকল সেয়ে নহয়, গাঁও অঞ্চলত দেখা দিয়া এই শ্ৰেণী বিভাজনৰ বাবে সমাজৰ কথাবোৰৰ পৰিবৰ্তন ঘটিছিল। ধনী খেতিয়কসকল ক্ৰমান্বয়ে জাৰ স্বৈৰতন্ত্ৰ আৰু পুঁজিবাদৰ সমৰ্থক হৈ পৰিছিল আৰু গৰীব গ্ৰামীন সৰ্বহাৰাসকলৰ স্বাৰ্থ ঔদ্যোগিক সৰ্বহাৰা শ্ৰমিক শ্ৰেণীৰ লগত সাঙোৰ খাই পৰিছিল।

নাৰডনিকসকলে এই সাধাৰণ সত্যবোৰ ধৰিব নোৱাৰাৰ বাবে ৰাচিয়াৰ সমাজৰ চৰিত্ৰ, ইয়াৰ পুঁজিবাদী বিকাশৰ ধাৰা আৰু বিশেষকৈ খেতিয়কসকলৰ বিপ্লৱী চৰিত্ৰ আৰু সম্ভাৱনাৰ বিষয়ে পদে পদে ভুল কৰিছিল।

নাৰডনিক মতাদৰ্শৰ মূল আৰু মাৰ্ক্সবাদৰ লগত ইয়াৰ পাৰ্থক্য বুজিবৰ বাবে লেনিনৰ প্ৰাঞ্জল লেখনীৰ কিছু মুকলি অনুবাদ এইখিনিতে উধৃত কৰাটো প্ৰাসংগিক হ'ব।

"কিছু পৰ্যায়লৈ নাৰডনিক মতাদৰ্শ এক সংহত ( integral ) আৰু সুস্থিৰ ( consistant ) মতাদৰ্শ আছিল। ই ৰাচিয়াত পুঁজিবাদৰ সিদ্ধান্তকাৰী অৱস্থানক অস্বীকাৰ কৰিছিল; ই সমগ্ৰ সৰ্বহাৰাশ্ৰেণীৰ আগবঢ়ুৱা যোদ্ধা হিছাপে কাৰখানাৰ শ্ৰমিকসকলৰ ভূমিকাক মানি লোৱা নাছিল, ই ৰাজনৈতিক বিপ্লৱ আৰু বুৰ্জোৱা ৰাজনৈতিক স্বাধীনতাবোৰৰ গুৰুত্ব স্বীকাৰ নকৰিছিল, ই খেতিয়ক কমিউন আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ মাটিত কৰা খেতি-বাতিক ভেটি কৰি এক তাৎকালিক সমাজতান্ত্ৰিক বিপ্লৱৰ আদৰ্শ প্ৰচাৰ কৰিছিল।"[২]

"খেতিয়কক নাৰডনিকসকলে ভৱিষ্যৎ ৰাচিয়াৰ সমাজৰ মূল মানুহ হিছাপে গণ্য কৰিছিল, আৰু 'খেতিয়ক কমিউনৰ' সমাজবাদী চৰিত্ৰৰ ওপৰত থকা তেওঁলোকৰ দৃঢ় বিশ্বাসৰ পৰা আৰু ৰাচিয়াৰ পুঁজিবাদী বিকাশৰ ভৱিষ্যৎ সম্পৰ্কে তেওঁলোকৰ সন্দেহ-সংশয়ৰ পৰাই এনে ধাৰণাৰ উদ্ভৱ হৈছিল। আনহাতে, মাৰ্ক্সবাদীসকলে শ্ৰমিকক ভৱিষ্যৎ ৰাচিয়াৰ প্ৰতিনিধি হিছাপে গণ্য কৰিছিল, আৰু কৃষি আৰু উদ্যোগ দুইটাখণ্ডতে ৰাচিয়াৰ পুঁজিবাদৰ বিকাশে তেওঁলোকৰ এই মতবাদ আৰু শক্তিশালী কৰি তুলিছিল।"[৩]

কৃষক আন্দোলন সম্পৰ্কে নাৰডনিক আৰু মাৰ্ক্সবাদীসকলৰ দৃষ্টিকোণৰ পাৰ্থক্যৰ বিষয়ে মন্তব্য কৰি তেওঁ লেখিছিল,

"নাৰডনিকসকলে কয় যে কৃষক আন্দোলনে নিজেই মাৰ্ক্সবাদী মতাদৰ্শ ভুল বুলি প্ৰমাণিত কৰে। ই এনে এটা আন্দোলন যি পোনপটীয়াভাৱে সমাজ-তান্ত্ৰিক বিপ্লৱৰ পক্ষ লয়। ই বুৰ্জোৱা ৰাজনৈতিক স্বাধীনতাক স্বীকাৰ নকৰে। ই বৃহৎ উৎপাদনৰ পৰিবৰ্তে ক্ষুদ্ৰ উৎপাদনৰ আদৰ্শৰ পৰা উদ্ভৱ হয়, অৰ্থাৎ এক কথাত ক'বলৈ গ'লে নাৰডনিকসকলৰ মতে খেতিয়ক আন্দোলনেই হ'ল একমাত্ৰ শুদ্ধ, একমাত্ৰ সমাজবাদী আৰু তৎকালিকভাৱে সমাজবাদী ৰূপান্তৰৰ পথ'...[৪]

কিন্তু মাৰ্ক্সবাদীসকলৰ মতে খেতিয়ক আন্দোলনবোৰ হ'ল গণতান্ত্ৰিক চৰিত্ৰৰহে, সমাজবাদী চৰিত্ৰৰ নহয়। ৰাচিয়াৰ গণতান্ত্ৰিক বিপ্লৱৰ, যি বিপ্লৱ সামাজিক আৰু অৰ্থনৈতিক দিশৰ পৰা মূলতে বুৰ্জোৱা, ই এটা প্ৰয়োজনীয় অংশ। এই খেতিয়ক আন্দোলন বুৰ্জোৱা সমাজৰ মূল ব্যৱস্থা যেনে পুঁজি আৰু পণ্য উৎপাদনৰ বিৰুদ্ধে পৰিচালিত নহয়, আনহাতে ই পুৰণা-

সামন্ততান্ত্ৰিক আৰু গ্ৰামাঞ্চলৰ প্ৰাক্‌পুঁজিবাদী সম্পৰ্কবোৰ, বিশেষকৈ জমিদাৰি প্ৰথা আৰু ভূমিদাস প্ৰথাৰ সমস্ত অৱশেষবোৰৰ বিৰুদ্ধে পৰিচালিত। সেয়ে এনে কৃষক আন্দোলনৰ বিজয়ে পুঁজিবাদৰ অৱসান ঘটাব নোৱাৰে। বৰঞ্চ ই পুঁজিবাদৰ বিকাশৰ বাবে অধিক বহল ভেটিহে প্ৰস্তুত কৰি তোলে। বিশুদ্ধ পুঁজিবাদী বিকাশৰ বাট ই খৰতকীয়া আৰু দৃঢ় কৰি তোলে। কৃষক বিপ্লৱৰ পূৰ্ণ বিজয়ে এখন গণতান্ত্ৰিক বুৰ্জোৱা ৰিপাব্লিকৰ বাবে শক্তিশালী ঘাটি তৈয়াৰ কৰি তুলিব, আৰু এনে এখন প্ৰজাতন্ত্ৰত বুৰ্জোৱাৰ বিৰুদ্ধে সৰ্বহাৰাসকলৰ সংগ্ৰাম বিশুদ্ধ ৰূপত বিকাশ লাভ কৰিবলৈ সক্ষম হ'ব।—"[5]

"—এজন মাৰ্ক্সবাদীৰ বাবে গণতন্ত্ৰৰ পথৰ বাহিৰে, ৰাজনৈতিক স্বাধীনতা আৰ্জনৰ পথৰ বাহিৰে, সমাজতন্ত্ৰলৈ উত্তৰণৰ আন কোনো বেলেগ পথ নাই।"[6]

নাৰডনিকসকলৰ এনে মতাদৰ্শক এক কল্পনাবিলাসী ইউটপীয়ান আদৰ্শ বুলি অভিহিত কৰি তেওঁ ইয়াৰ বিষয়ে লেখে যে, নাৰডনিক বুদ্ধিজীৱী আৰু তেওঁলোকৰ সমগোত্ৰীয়সকলে কল্পনা কৰে যে মাটিৰ এক ন্যায়সংগত আৰু নতুন পুনৰবণ্টনৰ জৰিয়তে পুঁজিৰ ক্ষমতা আৰু শাসনৰ অন্ত পেলাব পৰা যাব। মজুৰি দাসত্ব শেষ কৰিব পৰা যাব। আৰু মাটিৰ এনে ন্যায়সংগত আৰু সম-বিভাজন পুঁজিৰ সিদ্ধান্তকাৰী অৱস্থানৰ অধীনতো, টকাৰ শাসন আৰু পণ্য উৎপাদনৰ ( অৰ্থনীতিৰ ) অধীনতো, কাৰ্যকৰী কৰিব পৰা যাব।

এনে 'নাৰডনিক ইউটপীয়া' পুঁজিবাদ আৰু মজুৰি শ্ৰমিক এই দুই মেৰুৰ মাজত অৱস্থান কৰা ক্ষুদ্ৰ সম্পত্তিৰ মালিক (পেটি বুৰ্জোৱা ) সকলৰ শ্ৰেণীসংগ্ৰাম নকৰাকৈয়ে মজুৰি দাসত্ব অন্ত পেলোৱাৰ অলস দিবাস্বপ্নৰ বাহিৰে আন একো নহয়।"

লেনিনে দেখুৱায় যে ইতিহাসৰ দ্বন্দ্বমূলক বিকাশৰ গতি এনেকুৱাই যে নাৰডনিকসকলে পুঁজিবাদী বিকাশৰ বিৰোধিতা কৰি ভূমিৰ পুনৰবণ্টনকে ধৰি যিবোৰ ব্যৱস্থাৰ পোষকতা কৰিছে, সেইবোৰে দৰাচলতে ৰাচিয়াৰ কৃষিৰ ক্ষেত্ৰত পুঁজিবাদী বিকাশৰ বাটহে সুগম কৰিব। আনহাতে ইউটপীয়ান হ'লেও ই সামন্তবাদী অৱশেষৰ পৰা সম্পূৰ্ণভাৱে আঁতৰি আহি পুঁজিবাদী বিকাশ আৰু গণতান্ত্ৰিক বিপ্লৱৰ পক্ষ লৈছেহি। শেষবিচাৰত নাৰডনিক চিন্তাধাৰা বুৰ্জোৱা সমাজদৰ্শনৰে অংশ হৈ পৰিছে।[7] পিছলৈ এই নাৰডনিক মতাদৰ্শৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা 'চচিয়েল ৰিভলিউচনেৰী' ৰাজনৈতিক দলে সৰ্বহাৰা বিপ্লৱৰ সময়ত বুৰ্জোৱাৰ পক্ষ লোৱা কাৰ্যই ইয়াকেই প্ৰমাণ কৰি দিয়ে।...

১৮৭৪ চনত কৃষক অভ্যুত্থান ঘটাবলৈ ব্যৰ্থ হোৱাৰ পাছত নাৰডনিকসকলে নিজৰ কৌশল সলনি কৰিলে।

প্ৰথমে তেওঁলোকৰ মাজত বিপ্লৱৰ কৌশল সম্পৰ্কে এক প্ৰচণ্ড বিতৰ্ক আৰম্ভ হ'ল। ১৮৭৬ চনত চেণ্ট পিটাৰ্চবাৰ্গ নগৰত নাৰডনিকসকলৰ এচাম নেতা ভৱিষ্যতৰ কাৰ্যপন্থা ঠিক কৰিবৰ বাবে মিলিত হ'ল। তেওঁলোকে ভূমি আৰু স্বাধীনতা ( Land and freedom ) নামেৰে প্ৰথমে এটা গোপন সংগঠন গঢ়ি তুলিলে। এই সংগঠনটোৱে ৰাজনৈতিক প্ৰচাৰ অভিযানৰ দ্বাৰা ৰাচিয়াৰ খেতিয়ক সমাজক বিপ্লৱৰ বাবে প্ৰস্তুত কৰি তুলিবৰ বাবে এক দীৰ্ঘম্যাদী আঁচনি হাতত ললে। এই সংগঠনটোৰ নেতাসকলৰ মাজত অন্যতম আছিল জৰ্জি প্লেখানভ।

বেছ কিছুদিন ৰাচিয়াৰ খেতিয়কসকলৰ মাজত কষ্টকৰ বিপ্লৱী প্ৰচাৰকাৰ্য চলোৱাৰ পাছতো কিন্তু সংগঠনটোৱে খেতিয়ক সমাজক বিপ্লৱৰ বাবে জগাই তুলিবৰ বাবে ব্যৰ্থ হ'ল। এই বিফলতাই নাৰডনিকসকলৰ মাজত আকৌ এক বিৰাট আদৰ্শগত সংঘাতৰ সৃষ্টি কৰিলে। ইমানদিনে সযতনে গঢ়ি তোলা কৃষক-সমাজবাদ আৰু কৃষিবিপ্লৱৰ সকলো সূত্ৰ, সকলো কাৰ্যপন্থা ৰাচিয়াৰ খেতিয়ক সমাজৰ পৰীক্ষাগাৰত প্ৰয়োগ কৰাৰ বেলিকা অসম্পূৰ্ণ আৰু অকামিলা বুলি পৰিগণিত হ'ল। এনে ফলাফল অৱশ্যে অৱশ্যম্ভাৱী আছিল। সমাজ সম্পৰ্কে তেওঁলোকৰ যি ভুল বিশ্লেষণ, সি তেওঁলোকক যে বিপ্লৱৰ শুদ্ধ কাৰ্যপন্থাৰ দিক-নিৰ্দেশ দিব নোৱাৰে, এই বিষয়ে আগেয়ে উনুকিয়াই অহা হৈছেই।

নাৰডনিক আন্দোলন এনেয়েও খুব ঐক্যবদ্ধ আৰু সু-সংগঠিত নাছিল, এতিয়া তেওঁলোকৰ মাজত বিভাজন আৰু তীব্ৰতৰ হৈ পৰিল।

এচাম নেতাই তেওঁলোকৰ সকলো পূৰ্বৰ ধ্যান-ধাৰণা পুনৰ পৰীক্ষা কৰাৰ কাম আৰম্ভ কৰিলে, আন এচামে পুৰণা ধৰণে খেতিয়কৰ মাজত কৃষিবিপ্লৱৰ ৰাজনৈতিক প্ৰচাৰকাৰ্যতে লাগি থাকিল। আন এচামে ধৈৰ্য হেৰুৱাই পেলোৱাৰ উপক্ৰম কৰি ক্ৰমে সন্ত্ৰাসবাদৰ ফালে ঢাল খালে। এই চামটোৱে জাৰ দ্বিতীয় আলেকজেণ্ডাৰৰ প্ৰাণ নাশ কৰিবলৈকো প্ৰচেষ্টা চলালে। এই প্ৰচেষ্টা অৱশ্যে বিফল হ'ল।

এই সময়ৰ পৰাই নাৰডনিক আন্দোলন ক্ৰমে ক্ৰমে বেছিকৈ সন্ত্ৰাসবাদৰ ফালে গতি কৰিবলৈ ধৰিলে। গোপন নাৰডনিক সংগঠনৰ সদস্যসকলে সমগ্ৰ ৰাচিয়া জুৰি অত্যাচাৰী আমোলা বিষয়া, জমিদাৰ, পুঁজিপতিসকলক হত্যা কৰিবলৈ চেষ্টা কৰিলে। বহুতকে হত্যাও কৰিলে। স্বৈৰাচাৰৰ বিৰুদ্ধে সন্ত্ৰাসবাদক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰা হৈছে বুলি তেওঁলোকে ব্যাপক প্ৰচাৰ অভিযানো চলালে। ১৮৭৯ চনত ভৰনেজ নগৰীত হোৱা এক সম্মিলনত সন্ত্ৰাসবাদৰ পৃষ্ঠপোষকসকল নাৰডনিক আন্দোলনৰ মাজত মূল শক্তি হিচাপে আত্মপ্ৰকাশ কৰিলে। এই গোটটো 'ৰাজনীতিক' বুলি বিখ্যাত হৈ পৰিল। এই গোটটোৰ'

নেতা আছিল আলেকজেণ্ডাৰ কেৰেনস্কি। এওঁলোকৰ লগত জৰ্জি প্লেখানভৰ গ্ৰাম্যজন (villagers) নামৰ গোটটোৰ প্ৰচণ্ড আদৰ্শগত মতবিৰোধ আৰম্ভ হ'ল। ভৰনেজ সন্মিলনত এই বিৰোধ অত্যন্ত প্ৰকট হৈ পৰিল।

সন্ত্ৰাসবাদত বিশ্বাসী 'ৰাজনীতিক' গোটটোৰ মতামত আছিল যে স্বৈৰতান্ত্ৰিক জাৰ প্ৰশাসনৰ অধীনত দেশত সামান্যতম গণতন্ত্ৰ আৰু স্বাধীনতা নথকাৰ বাবে খেতিয়কসকলৰ মাজত ৰাজনৈতিক প্ৰচাৰ আৰু কাম-কাজ কৰিবলৈ যোৱাটো অৰ্থহীন আৰু বহুক্ষেত্ৰত অসম্ভৱো। কোনো ধৰণৰ গণতান্ত্ৰিক আৰু বৈপ্লৱিক সংগঠন আৰু ৰাজনৈতিক কাম-কাজ কৰাটো এনে পৰিস্থিতিত সম্ভৱপৰ নহয়। গতিকে স্বৈৰতন্ত্ৰী জাৰ প্ৰশাসন আৰু ইয়াৰ খুটিবোৰ যেনে অত্যাচাৰী আমোলাতন্ত্ৰ, পুঁজিপতিহঁত আৰু বৃহৎ সামন্তপ্ৰভুসকলক সন্ত্ৰাসবাদৰ জৰিয়তে দুৰ্বল কৰি লব নোৱাৰিলে ৰাজনৈতিক স্বাধীনতা আৰ্জন কৰা নাযায়। গতিকে এনে কামেই কৰিব লাগিব, অৰ্থাৎ ব্যাপক হাৰত ব্যক্তি সন্ত্ৰাসবাদক এক ৰাজনৈতিক অস্ত্ৰ হিছাপে ব্যৱহাৰ কৰিব লাগিব।

ইয়াৰ বিপৰীতে প্লেখানভৰ গোটটোৱে এহাতে অধ্যয়ন-অনুসন্ধানৰ জৰিয়তে নিজৰ সূত্ৰবোৰ পুনৰ পৰীক্ষা কৰি চোৱা আৰু সেই সময়ত আগৰ দৰে প্ৰচাৰৰ কাম চলাই যোৱাৰ ওপৰতে গুৰুত্ব আৰোপ কৰিলে। সেই বছৰেই চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীত অনুষ্ঠিত হোৱা নাৰডনিকসকলৰ মহাসভাত সন্ত্ৰাসবাদী ৰাজনৈতিক গোটটো 'জনতাৰ ইচ্ছা' (নাৰোডনয়া ভল্য়া)-ৰূপে আৰু প্লেখানভৰ নেতৃত্বত বাকীসকল 'জেনেৰেল ৰিডিষ্ট্ৰিবিউচন' (চৰ্ণি পেৰডেল) নামৰ দুটা ভাগত বিভক্ত হৈ পৰে।

চৰ্ণি পেৰেডল বা জেনেৰেল ৰিডিষ্ট্ৰিবিউচন গোটটোৰ সদস্যসকলে বিশ্বাস কৰিছিল দেশৰ মাটি-সম্পত্তিৰ সুসংহতভাৱে পুনৰবণ্টন কৰিলে, অৰ্থাৎ ডাঙৰ ডাঙৰ জমিদাৰবোৰ, চৰকাৰী খাচ মাটি আৰু গিৰ্জা আদি সামন্তীয় অনুষ্ঠানৰ হাতৰ মাটি দেশৰ খেতিয়কসকলৰ মাজত বিলাই দিলে দেশত শোষণ, অন্যায়, নাইকিয়া হ'ব। সেয়ে খেতিৰ মাটিৰ পুনৰবণ্টনৰ দাবীত তেওঁলোকে ৰাজনৈতিক আন্দোলন গঢ়ি তুলিব বিচাৰিছিল। ৰাছিয়াৰ খেতিয়ক সমাজৰ মাজত এই ধাৰণাবোৰ সোনকালেই জনপ্ৰিয় হৈ উঠিবলৈকো সক্ষম হৈছিল।

কিন্তু, এই মাটিৰ পুনৰবণ্টনৰ সমগ্ৰ ধাৰণাটোৱেই আছিল ৰাজনৈতিক-ভাৱে পাছপৰা এটা প্ৰতিক্ৰিয়াশীল ধাৰণা। ই আছিল কল্পনাপ্ৰসূত বা এটা ইউটপীয়ান চিন্তা। খেতিয়কসকলক অকণ অকণ মাটিৰ গৰাকী কৰি সমাজত সমতা স্থাপন কৰিব বিচৰাৰ এক অলীক কল্পনা মাথোন আছিল। তাৰোপৰি এবাৰ খেতিয়কসকলক এনেদৰে মাটি ভগাই দিয়াৰ পাছত দেখাত সমাজ

বিকাশৰ সাধাৰণ নিয়ম অনুসৰিয়েই এই ক্ষুদ্ৰ ক্ষুদ্ৰ ভূমিখণ্ডবোৰত আৰু সময়ত এইবোৰক গ্ৰাস কৰি বৃহৎ পৰিসৰত পুঁজিবাদী কৃষিকাৰ্য সহজেই গঢ়ি উঠাৰহে বাট খোল খাব। সৰু খেতিয়কসকলৰ এটা ডাঙৰ অংশই ধাৰত পোত গৈ নিজৰ মাটি ধনী মহাজনসকলৰ হাতত হেৰুৱাব। নাৰডনিকসকলে ভবাৰদৰে সমানে মাটি ভগাই দিলেই সমতা আৰু সমাজবাদ প্ৰতিষ্ঠা হৈ নাযায়। বৰঞ্চ ই পুঁজিবাদী বিকাশৰ বাটহে মুকলি কৰিব। তথাপিও এই পুনৰবণ্টনৰ দাবীৰ (জেনেৰেল ৰিডিষ্ট্ৰিবিউচন) এটা প্ৰগতিশীল দিশো নোহোৱা নহয়। ইয়াৰ মাজত সমাজ-বিপ্লৱৰ সহায়ত দেশৰ পৰা ভূমিদাস প্ৰথাৰ ওপৰত নিৰ্ভৰশীল সামন্ততন্ত্ৰক একেবাৰে উৎখাত কৰাৰ লক্ষ্যই সোমাই আছে। কিন্তু গুৰুত্বপূৰ্ণ কথা হ'ল যে সমাজবাদৰ কথা ক'লেও এই দাবী মৰ্মবস্তুৰ দিশৰ পৰা এক বুৰ্জোৱা দাবীহে। যি বুৰ্জোৱা পুঁজিপতি সমাজব্যৱস্থাৰ বিৰোধিতা কৰি নাৰডনিকসকলৰ একাংশই এই দাবী উত্থাপন কৰিছিল, এই ভূমিৰ পুনৰবণ্টনে শেষবিচাৰত কৃষিত পুঁজিবাদৰ বিকাশৰ বাট মুকলি কৰি বুৰ্জোৱা ব্যৱস্থাকে শক্তিশালী কৰাত ইন্ধন যোগালেহেঁতেন।

এই জেনেৰেল ৰিডিষ্ট্ৰিবিউচনৰ ভাবাদৰ্শৰ ৰাজনৈতিক তাৎপৰ্য আৰু প্ৰকৃত সমাজবাদীসকলৰ ভূমিকাৰ বিষয়ে লেনিনে পৰৱৰ্তী লেখনীত কৈছিল যে খেতিয়কসকলৰ, আনকি ধনী অৱস্থাপন্ন খেতিয়কসকলৰো, যিকোনো বৈপ্লৱিক সংগ্ৰামক সমাজবাদীসকলে নিঃচৰ্তভাৱে সমৰ্থন জনাব লাগিব। কিন্তু তেওঁলোকে ভালদৰে বুজিব আৰু বুজাব লাগিব যে খেতিয়কসকলে দাবী কৰা এই 'জেনেৰেল ৰিডিষ্ট্ৰিবিউচন' বা মাটিৰ পুনৰবণ্টন কিন্তু সমাজবাদ নহয়—এই দাবী সমাজবাদৰ পৰা বহু দূৰত। —সমাজবাদে দেশৰ পৰা ধনীসকলৰ, পুঁজিৰ শোষণৰ অৱসান বিচাৰে, মাটিকে ধৰি উৎপাদনৰ সকলো আহিলাৰ ওপৰত ব্যক্তিগত সম্পত্তিৰ অধিকাৰ শেষ কৰিব বিচাৰে—সমাজবাদে দাবী কৰে দেশৰ সকলো মাটি আৰু সকলো কাৰখানা দেশৰ কাম কৰা মানুহৰ হ'ব লাগে, আৰু এওঁলোকে পৰিকল্পিতভাৱে ইয়াত ক্ষুদ্ৰ খণ্ডৰ উৎপাদনৰ পৰিবৰ্তে বৃহৎখণ্ডত উৎপাদন আৰম্ভ কৰিব বিচাৰে।

মাটি আৰু স্বাধীনতাৰ বাবে খেতিয়কসকলৰ সংগ্ৰাম সমাজবাদৰ দিশত এটা ডাঙৰ পদক্ষেপ হ'লেও ইয়াৰ পৰা সমাজবাদলৈ বহুত বহুত দূৰ বাট বৈ যায়।[৪]

'মাৰ্ক্সবাদীসকলৰ বাবে খেতিয়ক আন্দোলনবোৰ গণতান্ত্ৰিক আন্দোলনহে, সমাজবাদী আন্দোলন নহয়।

এই আন্দোলনবোৰৰ বিজয়ে পুঁজিবাদক নাইকিয়া নকৰে, বৰঞ্চ এইবোৰে পুঁজিবাদৰ বিকাশৰ বাবে আৰু ব্যাপক ভেটিহে সৃষ্টি কৰিব আৰু পুঁজিবাদী বিকাশক খৰতকীয়া কৰিবলৈহে সক্ষম হ'ব। কৃষক বিপ্লৱৰ সম্পূৰ্ণ বিজয়ে এখন বুৰ্জোৱা গণতন্ত্ৰৰ বাবেহে শক্তিশালী ভেটি তৈয়াৰ কৰিব।[৫]

(উৎপাদিত সামগ্ৰী আৰু মাটিৰ সমবিতৰণৰ জৰিয়তে সমাজবাদৰ বাট বিচৰা কাম আজিও চলি আছে। কিন্তু সমাজবাদ মানেই পণ্য অৰ্থনীতি ব্যৱস্থাৰ (commodity economy) অৱসান আৰু মাটিৰ ওপৰত ব্যক্তিগত সম্পত্তিৰ অধিকাৰ শেষ কৰাহে বুজায়। এই কথাখিনিৰ আজিৰ প্ৰাসংগিকতা লক্ষ্য কৰি মুকলি অনুবাদ আগবঢ়োৱা হ'ল—লেখক।)

আনহাতে নাৰোডনয়া ভলয়া বা জনতাৰ ইচ্ছা (পিপলছ উইল) নামৰ গোটটোৱে এই মহাসভাৰ পাছত এহাতে সন্ত্ৰাসবাদৰ সপক্ষে খেতিয়ক সমাজৰ মাজত প্ৰচাৰ চলাবলৈ আৰম্ভ কৰিলে আৰু আনহাতে তেওঁলোকৰ বিৰোধীসকলৰ বিপক্ষেও সোচ্চাৰ হৈ পৰিল। ইতিমধ্যে ৰাচিয়াত মাৰ্ক্সবাদৰ চৰ্চা আৰম্ভ হৈ গৈছে আৰু ৰাচিয়াৰ মাৰ্ক্সবাদীসকলে প্ৰথমৰ পৰাই নাৰডনিক মতাদৰ্শৰ বিৰুদ্ধাচৰণ কৰিবলৈ আৰম্ভ কৰিছে। জনতাৰ ইচ্ছা গোটৰ বুদ্ধিজীৱীসকলে এইবাৰ মাৰ্ক্সবাদ আৰু মাৰ্ক্সবাদীসকলৰ বিৰুদ্ধেও প্ৰচাৰ অভিযানত নামি পৰিল। তেওঁলোকে ক'লে যে ৰাচিয়াৰ নিচিনা এখন দেশত, য'ত শ্ৰমিকৰ সংখ্যা দেশৰ মুঠ জনসাধাৰণৰ তুলনাত তেনেই নগণ্য, যি দেশত জনসংখ্যাৰ শতকৰা নব্বৈ ভাগেই বিভিন্ন ধৰণে খেতি-বাতিৰ লগত জড়িত, তাত শ্ৰমিককেন্দ্ৰিক ৰাজনৈতিক মতবাদ কেতিয়াও প্ৰযোজ্য হ'ব নোৱাৰে। মাৰ্ক্সবাদক নাৰডনিক-সকলে ৰাচিয়াৰ সমাজ বাস্তৱৰ লগত খাপ নোখোৱা এক বিজতৰীয়া (এলাযেন) মতবাদ বুলি নাকচ কৰিলে। ইমানতে ক্ষান্ত নাথাকি মাৰ্ক্সবাদীসকলক বিদেশীৰ চৰ, জাৰৰ দালাল আদি বিভিন্ন বিশেষণেৰে বুৰাই দিয়াৰ কাম তেতিয়াৰ পৰাই আৰম্ভ হ'ল।

ইয়াৰ লগে লগে তেওঁলোকৰ ব্যক্তি সন্ত্ৰাসৰ ৰাজনৈতিক অভিযানো চলি থাকিল। এই সন্ত্ৰাসবাদৰ পথ গ্ৰহণ কৰাৰ কাৰণ সম্পৰ্কে আগেয়ে কৈ অহা হৈছেই।

১৮৮১ চনৰ মাৰ্চ মাহত তেওঁলোকে পূৰ্বৰ পৰিকল্পনা অনুসৰি জাৰৰ প্ৰাণনাশৰ আৰু এটা প্ৰচেষ্টা চলালে। ইগনাটি গ্ৰিনিভিট্স্কি নামৰ নাৰডনিক সন্ত্ৰাসবাদী এজনে জাৰ দ্বিতীয় আলেকজেণ্ডাৰৰ গালৈ বোমা নিক্ষেপ কৰিলে। বোমা বিস্ফোৰণত জাৰৰ মৃত্যু হ'ল।

কিন্তু, নাৰডনিকসকলে আশা কৰাৰ দৰে স্বৈৰতন্ত্ৰৰ প্ৰতিভূ জাৰক হত্যা কৰাৰ লগে লগে দেশত চৰকাৰবিৰোধী বৈপ্লৱিক জোৱাৰৰ সৃষ্টি নহ'ল। বৰঞ্চ তেওঁলোকৰ প্ৰবল প্ৰচাৰ সত্ত্বেও খেতিয়ক সমাজৰ মাজত নিহত জাৰৰ প্ৰতি

সমবেদনাৰ লৌতহে বৰলৈ আৰম্ভ কৰিলে। বহুতাইত খেতিয়কসকলে নাৰডনিক বিপ্লৱীসকলক খোলাখুলিকৈ প্ৰত্যাখ্যান কৰিলে, নাৰডনিকসকল প্ৰকৃততে এঘৰীয়া হৈ পৰিল।

এইবাৰ এই সুযোগতে চৰকাৰে সন্ত্ৰাসবাদ দমনৰ নামত সকলো গণতান্ত্ৰিক, বিপ্লৱী আৰু শ্ৰমিক সংগঠনৰ ওপৰত প্ৰচণ্ড নিৰ্যাতন নমাই আনিলে। শয়ে শয়ে মানুহক গ্ৰেপ্তাৰ কৰা হ'ল, নিৰ্বাসিত কৰা হ'ল, পুলিচৰ অত্যাচাৰত দেশৰ চাৰিওফালে চৰকাৰী সন্ত্ৰাস বিয়পি পৰিল।

নাৰডনিকসকলৰো অৱস্থা নাইকিয়া হ'ল।

উপায়ন্তৰ হৈ 'পিপলচ' উইল' গোটৰ কাৰ্যকৰী সমিতিয়ে ঘোষণা কৰিলে যে চৰ্তসাপেক্ষে তেওঁলোকে সন্ত্ৰাসবাদৰ পথ পৰিত্যাগ কৰিবলৈ প্ৰস্তুত। এই চৰ্তসমূহ আছিল যে নাৰডনিক বিপ্লৱীসকলক এক সাধাৰণ ক্ষমাদান কৰিব লাগিব, সন্ত্ৰাসবাদী কাৰ্যকলাপৰ বাবে তেওঁলোকক দোষী সাব্যস্ত কৰিব পৰা নাযাব, ৰাচিয়াৰ সামাজিক আৰু ৰাজনৈতিক জীৱনত সংস্কাৰ আৰু পৰিৱৰ্তন ঘটাবৰ বাবে সমগ্ৰ ৰাচিয়াৰ পৰা প্ৰতিনিধি নিৰ্বাচিত কৰি এখন মহাসভা আহ্বান কৰিব লাগিব, ইত্যাদি। কিন্তু ৰাচিয়াৰ নতুন জাৰ তৃতীয় আলেকজেণ্ডাৰে তেওঁলোকৰ চৰ্তবোৰৰ প্ৰতি কোনোধৰণৰ সঁহাৰি নজনালে, বৰঞ্চ নাৰডনিক-সকলৰ বিৰুদ্ধে প্ৰচণ্ড নিপীড়নহে আৰম্ভ কৰিলে। নাৰডনিকসকলৰ বহুকেজন প্ৰধান নেতা গ্ৰেপ্তাৰ হ'ল আৰু এপ্ৰিল মাহত জাৰ দ্বিতীয় আলেকজেণ্ডাৰক হত্যা কৰাৰ অভিযোগত কেবাজনো নাৰডনিক নেতাক ফাঁচি দিয়া হ'ল।

নাৰডনিক আন্দোলনৰ মাজলৈ নামি আহিল প্ৰচণ্ড এক বিপৰ্যয়।

এই বিপৰ্যয়ে নাৰডনিক নেতাসকলৰ মাজত আকৌ এবাৰ নতুন নতুন চিন্তাধাৰা আৰু আত্মসমালোচনাৰ সূচনা কৰিলে। নতুন ধৰণে কাম-কাজ কৰাৰ কথাও তেওঁলোকে চিন্তা কৰিলে। কিন্তু ৰাচিয়াত তেতিয়া প্ৰচণ্ড স্বৈৰতান্ত্ৰিক সন্ত্ৰাস আৰু নিৰ্যাতনৰ ফলত কোনোধৰণৰ ৰাজনৈতিক কাম-কাজ কৰাৰ কথাটো বাদেই, লেখা-মেলা, চিন্তা-চৰ্চা কৰাৰো বাটবোৰ বন্ধ। সকলো ধৰণৰ গোপন সংগঠন, সকলো গোপন যোগাযোগৰ বাট বন্ধ হৈ গৈছে। এই সৰ্বগ্ৰাসী নিৰ্যাতনৰ পৰা সন্ত্ৰাসবাদত বিশ্বাস নকৰা প্লেখানভৰ নেতৃত্বৰ 'জেনেৰেল ৰিডিষ্ট্ৰিবিউচন' অংশটোও সাৰি নগ'ল। অৱশেষত দেশত তিষ্ঠিব নোৱাৰি প্লেখানভ আৰু আন আন জেলৰ বাহিৰত থকা নেতাসকলে দেশ এৰি পলাই যাবলৈ বাধ্য হ'ল।

এই ক্ষণটো আছিল ৰাচিয়াৰ ইতিহাসৰে এক গুৰুত্বপূৰ্ণ সন্ধিক্ষণ।

দেশৰ বাহিৰলৈ গৈ প্লেখানভকে ধৰি এচাম নেতাই এটা বেলেগ আদৰ্শৰ প্ৰতি আকৃষ্ট হ'বলৈ ধৰিলে। ই আছিল মাৰ্ক্সবাদ। প্লেখানভৰ নেতৃত্বত তেওঁলোকে এটা মাৰ্ক্সবাদী অধ্যয়নচক্ৰ গঢ়ি তুলিলে আৰু প্লেখানভে নিজেই মাৰ্ক্স-

এঙ্গেলচৰ 'সাম্যবাদী ইস্তাহাৰ—কমিউনিষ্ট মেনিফেষ্ট'খন ৰাচিয়ান ভাষালৈ অনুবাদ কৰিলে।

এটা নতুন যুগৰ সূচনা হ'ল।

১৮৮৩ চনত জেনেভাত প্লেখানভৰ নেতৃত্বত প্ৰথমটো ৰাচিয় মাৰ্ক্সবাদী সংগঠন গঢ়ি উঠিল। এই সংগঠনটোৰ নাম দিয়া হ'ল শ্ৰমিকৰ মুক্তিৰ গোষ্ঠী —Emancipation of Labour Group। এই সংগঠনটোৱে পোনপ্ৰথমবাৰৰ বাবে ৰাচিয়াত সক্ৰিয়ভাৱে মাৰ্ক্সবাদী আদৰ্শ প্ৰচাৰৰ কামত লাগি পৰিল। অকল মাৰ্ক্স-এঙ্গেলচৰ লেখনী অনুবাদ কৰাই নহয়, তেওঁলোকে প্ৰথমবাৰৰবাবে ৰাচিয়াৰ সমাজ, ইতিহাস আৰু অৰ্থনীতিৰ বৈজ্ঞানিক আৰু প্ৰণালীবদ্ধ অধ্যয়ন আৰম্ভ কৰিলে যাতে ৰাচিয়াৰ বাস্তৱ পৰিস্থিতিৰ লগত ৰজিতা খুৱাই মাৰ্ক্সবাদৰ শিকনিসমূহক প্ৰয়োগ কৰিবৰ বাবে সৃজনীশীলভাৱে উপায় উদ্ভাৱন কৰিব পৰা যায়।

নাৰডনিকসকল থান্‌বান হৈ পৰিলেও ৰাচিয়াৰ সমাজত বিশেষকৈ বুদ্ধিজীৱী, ছাত্ৰ-যুৱক সম্প্ৰদায় আৰু খেতিয়কৰ সমাজখনতো তেওঁলোকৰ ভাবাদৰ্শ তেতিয়াও শক্তিশালীভাৱেই সোমাই আছিল। ৰাচিয়াৰ কৃষক কমিউনৰ জৰিয়তে 'কৃষক সমাজবাদ' প্ৰতিষ্ঠা আৰু সন্ত্ৰাসবাদী কাৰ্যৰ ব্যক্তিগত বীৰত্বৰ ৰোমাণ্টিকতাই এক বৃহৎ অংশ লোকক আচ্ছন্ন কৰি ৰাখিছিল। বিশেষকৈ বিপৰ্যয়ৰ সন্মুখত নেতাসকলে জাৰতন্ত্ৰৰ ওচৰত আত্মসমৰ্পণ কৰাৰ পাছত, নাৰডনিকসকলে এহাতে ব্যক্তিগত বীৰত্ব, বিপ্লৱী ৰোমাণ্টিকতা আৰু কৃষি বিপ্লৱৰ গুণগান কৰা আৰু আনহাতে মাৰ্ক্সবাদী চিন্তাধাৰাৰ তুমুল বিৰোধিতা আৰম্ভ কৰিছিল। সন্ত্ৰাসবাদৰ পথ ত্যাগ কৰা বুলি ঘোষণা কৰি দৰাচলতে কামৰ বেলিকা বিপ্লৱৰ পথকে ত্যাগ কৰা নাৰডনিকসকলৰ মাজত ক্ৰমান্বয়ে বিপ্লৱ বিৰোধী, শ্ৰমিকশ্ৰেণী বিৰোধী প্ৰতিক্ৰিয়াশীল চিন্তাধাৰাই বেছিকৈ প্ৰাধান্য পাবলৈ আৰম্ভ কৰিছিল। এওঁলোকে এনে কাম-কাজ ঢাকি ৰাখিবলৈ উদাৰনৈতিক —লিবাৰেল চিন্তাধাৰাৰ শ্লোগান আওৰাইছিল। এওঁলোকে ধৰিব পৰা নাছিল যে ঐতিহাসিকভাৱে তথাকথিত 'উদাৰনীতিবাদ' বা লিবাৰেলিজম বিকশিত বুৰ্জোৱা গণতন্ত্ৰৰহে আদৰ্শ, বিপ্লৱীৰ নহয়। ফৰাচী বিপ্লৱৰ সময়ত—বুৰ্জোৱা শ্ৰেণীয়ে এই উদাৰনৈতিক চিন্তাধাৰাৰ খচৰা প্ৰস্তুত কৰিছিল আৰু পশ্চিম ইউৰোপৰ বুৰ্জোৱা গণতন্ত্ৰবোৰত ই লহপহকৈ বিকশিত হৈ আহিছিল। যি নহওক, নাৰডনিকসকলৰ এটা বৃহৎ অংশ এইবাৰ এনেকুৱা উদাৰনৈতিক নাৰডনিক ( Liberal Narodnik ) হিচাপে আত্মপ্ৰকাশ কৰিলে আৰু বুৰ্জোৱা গণতন্ত্ৰ, জাৰতন্ত্ৰী শাসনৰ সমৰ্থক হৈ শ্ৰমিক শ্ৰেণীৰ বিৰোধী হৈ পৰিল।

ৰাচিয়াৰ নতুনকৈ জন্মলাভ কৰা মাৰ্ক্সবাদী সংগঠন আৰু বুদ্ধিজীৱীসকলে জন্মলাভৰে পৰা নাৰডনিকসকলৰ বিভিন্ন দৃষ্টিভংগী আৰু ইয়াৰে শেহতীয়া

অৱতাৰ 'লিবাৰেল নাৰডনিক' চিন্তাধাৰাৰ লগত কঠোৰ, আপোচহীন সংগ্ৰাম কৰিহে বিকাশ লাভ কৰিবলৈ সক্ষম হৈছিল। দৰাচলতে ৰাছিয়াত মাৰ্ক্সবাদৰ প্ৰাথমিক বিকাশৰ ইতিহাস হ'ল নাৰডনিক চিন্তাধাৰাৰ বিৰুদ্ধে কঠোৰ মতাদৰ্শগত সংগ্ৰামৰ কাহিনী।

প্লেখানভ আৰু তেওঁৰ অনুগামীসকলে উপলব্ধি কৰিছিল যে ঐতিহাসিক বস্তুবাদ আৰু মাৰ্ক্সবাদ বিৰোধী এই দৰ্শনৰ প্ৰতিক্ৰিয়াশীল স্বৰূপটো উদঙাই পৰাস্ত কৰিব নোৱাৰিলে ৰাছিয়াত মাৰ্ক্সবাদৰ বিস্তাৰ ঘটোৱা অসম্ভৱ। সেয়ে প্লেখানভৰ নেতৃত্বত 'এমেনিচিপেচন অব লেবাৰ' গোষ্ঠীটোৱে মাৰ্ক্সবাদী চিন্তাৰ আলোকত নাৰডনিক চিন্তাধাৰাৰ বিভিন্ন অৱতাৰবোৰক থকাসৰকাকৈ সমালোচনা কৰিবলৈ আৰম্ভ কৰিলে।

এই সময়ছোৱাতেই প্লেখানভে তেওঁৰ শ্ৰেষ্ঠ ৰচনাবোৰ লেখিবলৈ আৰম্ভ কৰে। নাৰডনিক ভাবাদৰ্শৰ বিৰুদ্ধে মাৰ্ক্সবাদী শিক্ষাৰ আলোকত লেখা তেওঁৰ এই লেখনীবোৰে ৰাছিয়াৰ চিন্তাজগতত প্ৰচণ্ড তোলপাৰ লগাবলৈ ধৰে। প্লেখানভে তেওঁৰ লেখনীত স্পষ্টভাৱে দেখুৱাই দিয়ে যে ৰাছিয়াত ইতিমধ্যেই পুঁজিবাদ অত্যন্ত শক্তিশালী হিচাপে গঢ়ি উঠিবলৈ ধৰিছে আৰু এই পুঁজিবাদৰ পৰা মুক্তি পালেহে ৰাছিয়াৰ মানুহ প্ৰকৃততে মুক্ত হ'ব পাৰিব আৰু এনে মুক্তি সংগ্ৰামৰ নেতৃত্ব দিব পাৰিব একমাত্ৰ ৰাছিয়াৰ বিকাশমান শ্ৰমিক শ্ৰেণীয়েহে। শ্ৰমিক শ্ৰেণীৰ মতাদৰ্শৰে গঢ়ি তোলা এটা দলেহে এই কাম সম্পাদন কৰিব পাৰিব।

প্লেখানভ আৰু তেওঁৰ সতীৰ্থসকলৰ আশাশুধীয়া চেষ্টাৰ ফলত চাওঁতে চাওঁতে ৰাছিয়াত মাৰ্ক্সবাদ জনপ্ৰিয় হৈ উঠিবলৈ আৰম্ভ কৰিলে। চেণ্ট পিটাৰ্চবাৰ্গ নগৰী, কাজান আৰু অন্যান্য নগৰ-চহৰবোৰত মাৰ্ক্সবাদী অধ্যয়ন চক্ৰবোৰ গঢ়ি উঠিবলৈ আৰম্ভ কৰিলে। আৰম্ভণিতে এই সংগঠনবোৰ তেনেই সৰু সৰু হ'লেও এইবোৰেই আছিল ৰাছিয়াত মাৰ্ক্সবাদী সংগঠনৰ ভ্ৰূণ।

১৮৮৯—৯১ চনৰ ভিতৰত এনে সংগঠনবোৰে ৰাজনৈতিক প্ৰচাৰ, শ্ৰমিক সংগঠন, শ্ৰমিকৰ মাজত প্ৰচাৰ আৰু সভা-সমিতি, শোভাযাত্ৰা আদিও মুকলি-ভাৱে উলিয়াবলৈ আৰম্ভ কৰে আৰু ১৮৯১ চনত চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰত ৰাছিয়াৰ শ্ৰমিকসকলে পোনপ্ৰথমবাৰৰ বাবে মে' দিৱস উদ্‌যাপন কৰে।

ৰাছিয়াৰ ৰাজনৈতিক আকাশত আনুষ্ঠানিকভাৱে শ্ৰমিক শ্ৰেণীৰ লালনিচান উত্তোলন কৰা হয়।

এই সময়ছোৱাতেই সমগ্ৰ ৰাছিয়াৰ শ্ৰমিক সংগঠনবোৰক সামৰি লৈ এটা সমাজ গণতান্ত্ৰিক শ্ৰমিকদল গঠনৰ বিষয়ে চিন্তা-ভাবনাৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল। প্লেখানভ আদিয়েও এনে প্ৰয়োজনীয়তাৰ বিষয়ে অনবৰতে সোঁৱৰায়েই আছিল। প্ৰচেষ্টা নোহোৱাও নহয়, ১৮৯৮ চনত ৰাছিয়াৰ মিনস্ক নগৰীত ৰাছিয়াৰ

প্ৰথমটো সমাজ গণতান্ত্ৰিক শ্ৰমিক দল গঠনৰ বাবে পতা কংগ্ৰেছখনৰ কথা এই আলোচনাৰ আৰম্ভণিতেই কৈ অহাই হৈছে। এই প্ৰাথমিক প্ৰচেষ্টাৰ সাংগঠনিক ধাৰাবাহিকতা নাথাকিলেও ৰাছিয়াৰ বিভিন্ন মাৰ্ক্সবাদী শ্ৰমিক সংগঠনৰ মাজত এই মহাসভাই জন্ম দিয়া ৰাজনৈতিক দলটোৰ নাম, স্মৃতি আৰু আদৰ্শ বৈ গ'ল।

আন বহুতো মাৰ্ক্সবাদী শ্ৰমিক সংগঠনৰো জন্ম আৰু বিকাশ হ'বলৈ ধৰিলে। ১৮৯৫ চনত লেনিনৰ উদ্যোগত গঢ়ি উঠা 'লীগ অব ষ্ট্ৰাগল ফৰ দি এমনিচিপেচন অব দি ৱৰকিং ক্লাচ' নামৰ সংগঠনটো কিন্তু দিনে দিনে শক্তিশালী হৈ উঠিবলৈ ধৰিলে। চেণ্ট পিটাৰ্চবাৰ্গৰ কেবাজনো আগশাৰীৰ শ্ৰমিক নেতা আৰু লেনিনে স্থাপন কৰা মাৰ্ক্সবাদী অধ্যয়ন গ্ৰুপৰ সদস্যসকলে গঢ়ি তোলা এই সংগঠনটোৱে অতি সোনকালেই নগৰখনৰ শ্ৰমিক শ্ৰেণীৰ নেতৃত্বকাৰী সংগঠন হৈ পৰিবলৈ সক্ষম হ'ল।

এনে সাংগঠনিক প্ৰচেষ্টাবোৰ কিন্তু সহজসাধ্য নাছিল। এক দীঘলীয়া আৰু কণ্টকৰ প্ৰক্ৰিয়াৰ মাজেদি এই সংগঠনবোৰে বিকাশ লাভ কৰিছিল। বহু সাহসী বিপ্লৱী বুদ্ধিজীৱী, শ্ৰমিক আদিৰ অজস্ৰ কষ্ট, অলেখ আত্মত্যাগৰ মাজেৰে গঢ়ি লৈ উঠিছিল এই সংগঠনবোৰ। আৰু এই সমগ্ৰ প্ৰক্ৰিয়াটোৰ মাজেৰে ক্ৰমে ক্ৰমে নিজৰ মেধা, একাগ্ৰতা আৰু সাংগঠনিক দক্ষতাৰ বলত সন্মুখলৈ ওলাই আহিছিল এজন তৰুণ আইনজীৱীঃ নাম তেওঁৰ ভ্লাদিমিৰ ইলিচ উলিয়ানভ বা লেনিন।

এক দীঘলীয়া পথ পৰিক্ৰমা কৰি আহিছে লেনিনে। নানাধৰণৰ ব্যক্তিগত আৰু সামাজিক সংঘাতৰ কাহিনীৰে পৰিপূৰ্ণ এই কালছোৱাৰ কাহিনী, আৰু ইয়াৰ মাজেৰেই মাৰ্ক্সবাদী বিপ্লৱী আদৰ্শৰ আলোকত ঘটিছে লেনিনৰ বৌদ্ধিক বিকাশ আৰু মানসিক উত্তৰণ। এই অধ্যায়ৰ ঘটনা কেৱল আকৰ্ষণীয়েই নহয়, অত্যন্ত প্ৰেৰণাদায়কো।

নাৰডনিক আন্দোলনৰ পৰা সমাজবাদলৈ উত্তৰণৰ কাহিনীৰ পাছতো এই আন্দোলনৰ তাৎপৰ্য সম্পৰ্কে কিছু কথা ক'বলৈ থাকি যায়। বিশ্বৰ বিপ্লৱী আন্দোলনৰ ইতিহাসত ইয়াৰ নিজস্ব গুৰুত্ব আৰু স্থান আছে। এই আন্দোলনতেই পোন প্ৰথমবাৰৰ বাবে সন্ত্ৰাসবাদক ৰাজনৈতিক সংগ্ৰামৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰিবলৈ বিচৰা হয়। ইয়াৰ পাছৰ পৰা আৰম্ভ কৰি কুৰি শতিকালৈ সমগ্ৰ পৃথিৱী জুৰি সোঁপন্থী, বাওঁপন্থী ৰাজনৈতিক সন্ত্ৰাসবাদ এক বিশ্বজোৰা ঘটনা হৈ পৰে। উন্নত পুঁজিবাদী দেশবোৰৰ পৰা আৰম্ভ কৰি সদ্যস্বাধীন তৃতীয় বিশ্বৰ দেশবোৰতো ই আত্মপ্ৰকাশ কৰে।

ঐতিহাসিকসকলে 'নাৰোডনয়া ভল্যুয়া' সংগঠনটোকে পৃথিবীৰ সকলো সন্ত্ৰাসবাদী সংগঠনৰ আদি বুলি ক'ব খোজে।[11]

সাম্প্ৰতিক পৃথিবীৰ বামপন্থী সন্ত্ৰাসবাদৰ মাজতো এই 'নাৰোডনয়া ভল্যুয়াৰ' কেতবোৰ বৈশিষ্ট্য যেনে—মনোগত ধাৰণাৰ প্ৰভাৱ, চৌদিশৰ বাস্তৱ পৰিস্থিতিৰ প্ৰতি আওকাণ, বিপ্লৱী ৰাজনৈতিক শ্লোগানধৰ্মিতাৰ প্ৰতি আকৰ্ষণ, খৰধৰ, স্বেচ্ছামূলক যোগদান, কম শক্তিৰে ডাঙৰ চমক লগোৱা কাম কৰাৰ প্ৰতি হাবিয়াস আৰু শেহান্তৰত আভ্যন্তৰীণ দ্বন্দ্ব আৰু খেলিমেলিৰ বাবে পতন আদি ঘটা দেখিবলৈ পোৱা যায়।[12] আজিৰ বুৰ্জোৱা গণতন্ত্ৰৰ পৰিবেশত সন্ত্ৰাসবাদতকৈ সংগ্ৰামী শক্তিবোৰৰ হাতত যে অধিক কাৰ্যক্ষম, মানৱীয়, গণ-আন্দোলনৰ অস্ত্ৰ আছে সেই কথাটো পাহৰি যোৱা উচিত নহয়।

'নাৰোডনয়া ভল্যুয়াৰ' বিপ্লৱীসকলে সমাজবিপ্লৱ সংঘটনৰ বাবে সংগ্ৰামৰ শুদ্ধ পথৰ সন্ধান কৰিছিল। এই বাট বিচৰা কাম যে কিমান দুৰূহ তাক তেওঁলোকৰ আন্দোলনৰ ইতিহাসৰ পৰাই বুজিব পৰা যায়। 'নাৰোডনয়া ভল্যুয়াৰ' বিপৰ্যয়ে ৰুচ বিপ্লৱী আন্দোলনলৈ যি প্ৰচণ্ড সংকটৰ বীজ কঢ়িয়াই আনিছিল, আৰু কেনেদৰে মাৰ্ক্সবাদী দৰ্শন আৰু সংগ্ৰামৰ পথেৰে গৈ ৰাছিয়াৰ বিপ্লৱীসকলে সমাধান কৰিলে, সেই বিষয়ে উন্মুকিয়াই অহা হৈছেই। পৰৱৰ্তী অধ্যায়বোৰত এই বিষয়ে আমি আৰু কথা পাই যাম।

# ১২

## কুৰি শতিকাৰ প্ৰাক্কালৰ সমীক্ষা



● ৰাচিয়াৰ উদ্যোগিক বিকাশ আৰু ৰেল যাতায়াতৰ বিস্তাৰ ● বৃহদাকাৰ উদ্যোগ প্ৰতিষ্ঠা ● শক্তিশালী শ্ৰমিক শ্ৰেণীৰ উদ্ভৱ ● কৃষিৰ পুঁজিবাদী ৰূপান্তৰ ● কৃষিত পুঁজিবাদী বিকাশৰ প্ৰুচিয়ান-লাটিফুণ্ডিয়া পথ আৰু মাৰ্কিন পথ ● সামাজিক দ্বন্দ্বসমূহ আৰু শ্ৰমিক আন্দোলন।

এই অধ্যায় লিখোতে সহায় লোৱা কিতাপ আৰু সূত্ৰ ঃ

(1) Carr, E. H., The Bolshevik Revolution, 1917—1923. Vol. I, Penguin Books., London 1966.

(2) Schmidt, S et al. A Short History of the U.S.S.R. Progress Publishers., Moscow. 1984.

১৮৬১ চনৰ সংস্কাৰৰ পৰা কুৰি শতিকাৰ আৰম্ভণিলৈকে এই চাৰিটা দশকত ৰাচিয়াত যথেষ্ট খৰতকীয়াভাৱে উদ্যোগিক বিকাশ হৈছিল। এই কালছোৱাক ৰাচিয়াৰ উদ্যোগিক একচেটিয়া পুঁজিবাদৰ আগৰ যুগ বুলি ক'ব পাৰি। এই সময়ছোৱাতেই ৰাচিয়াত বৃহৎ আকাৰৰ শিল্প উদ্যোগবোৰ গঢ়ি উঠিছিল আৰু সমাজৰ মাজত বুৰ্জোৱা শ্ৰেণীটোৱেও ভালদৰে বিকাশলাভ কৰিছিল। লগে লগে সৰ্বহাৰা শ্ৰমিক শ্ৰেণীটোও ব্যাপক হৈ পৰিছিল।

কুৰি শতিকাৰ আগভাগলৈ ৰাচিয়াই এক লেখত লবলগীয়া উদ্যোগিক শক্তি হিচাপে আত্মপ্ৰকাশ কৰে। যদিও পশ্চিম ইউৰোপৰ উদ্যোগিক দেশবোৰ যেনে ইংলেণ্ড, ফ্ৰান্স, জাৰ্মানী আৰু আমেৰিকাতকৈ ৰাচিয়া তেতিয়াও শিল্প উদ্যোগৰ ক্ষেত্ৰত যথেষ্ট পিছপৰা অৱস্থাত আছিল, তথাপিও চাৰিটা দশকৰ ভিতৰতে ৰাচিয়াৰ উদ্যোগিক বিকাশ আছিল চমকপ্ৰদ। এই সময়ছোৱাত ব্যৱসায় বাণিজ্য আৰু যাতায়াত ব্যৱস্থাৰো দ্ৰুত প্ৰসাৰ ঘটিছিল।

১৮৬১ চনত ৰাচিযাত ৰেলপথ আছিল মাথো ১০০০ কিলোমিটাৰ, কিন্তু কুৰি শতিকাৰ আগভাগতে ই গৈ প্ৰায় ৫৩,০০০ কিলোমিটাৰ হয়গৈ। ৰেল যাতাযাত ব্যৱস্থাই সেই সময়লৈ ৰাচিয়াৰ প্ৰাযবোৰ প্ৰধান নগৰ-চহৰ, শিল্প-প্ৰধান এলেকা, বজাৰ আৰু বন্দৰবোৰৰ মাজত যোগাযোগ স্থাপন কৰাৰ উপৰিও দক্ষিণৰ লো, কয়লা, আৰু খনিজ তেলেৰে সমৃদ্ধ অঞ্চল তথা পূবৰ বিশাল চাইবেৰিয়াৰ প্ৰাকৃতিক সম্পদৰাজিৰ ধনতান্ত্ৰিক ব্যৱহাৰৰ বাট মুকলি কৰি দিছিল। বছৰি ১৫০০—২৫০০ কিলোমিটাৰ পৰ্যন্ত নতুন ৰেলপথ বহুওৱা হৈছিল। ৰাচিয়াৰ পশ্চিমৰ ইউৰোপীয় অংশত এই উদ্যোগিক বিকাশ আছিল অত্যন্ত দ্ৰুত। এই ৰেল উদ্যোগতে লাখ লাখ শ্ৰমিক সোমাই পৰিছিল আৰু সমগ্ৰ ৰেল উদ্যোগ জুৰি শক্তিশালী শ্ৰমিক সংগঠনবোৰো গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল।

কুৰি শতিকাৰ আগভাগত ৰাচিয়াত প্ৰায় ২৫,০০০ শিল্প উদ্যোগ গঢ়ি উঠিছিল আৰু ইয়াত কুৰি লাখতকৈও অধিক শ্ৰমিকে কাম কৰিছিল। খনিজ, ধাতব আৰু কাৰিকৰী খণ্ডত বৃহৎ বৃহৎ উদ্যোগবোৰ গঢ় লৈ উঠিছিল, এনে কিছুমান উদ্যোগ সমগ্ৰ ইউৰোপৰ ভিতৰতেই ডাঙৰ আছিল। আৰু যিহেতু ৰাচিয়াৰ উদ্যোগবোৰ ইমান বৃহৎ আছিল, সেয়ে ঔদ্যোগিক আৰু নিৰ্মাণ খণ্ডবোৰত কাম কৰা শ্ৰমিকৰ সংখ্যাও আছিল বেছি। ৰাচিয়াৰ উদ্যোগীকৰণৰ চৰিত্ৰও ইউৰোপৰ অন্যান্য দেশতকৈ স্বকীয়া আছিল। বাকীবোৰ দেশত এই কাম হৈছিল পৰ্যায়ক্ৰমে। প্ৰথমে লঘু উদ্যোগ, তাৰ পাছত উদ্যোগিক যন্ত্ৰপাতি বনোৱা শিল্প আৰু তাৰ পাছতহে সৰু উদ্যোগ গঢ়ি উঠিছিল। কিন্তু ৰাচিয়াত ধনতান্ত্ৰিক বিকাশ আৰু উদ্যোগীকৰণ বেলিকৈ হোৱাৰ বাবে সকলো-

ষৰণৰ উদ্যোগেই একলগে গঢ়ি উঠিছিল। এই বৃহৎ উদ্যোগীকৰণত চৰকাৰেও যথেষ্ট সহায় কৰিছিল ; দৰাচলতে চৰকাৰী নীতি আৰু সমৰ্থনৰ বাবেই এনে কাৰ্য সম্ভৱপৰ হৈছিল। বিদেশৰ পৰা উদ্যোগিক সামগ্ৰী আমদানিত বাধা দিয়া আৰু বিদেশী পুঁজি ৰাচিয়াত বিনিয়োগ কৰিবলৈ অনুমতি দিয়াৰ ফলত এই কাৰ্য আৰু খৰতকীয়া হৈছিল।

এই উদ্যোগীকৰণৰ প্ৰত্যক্ষ প্ৰভাৱ ৰাচিয়াত শ্ৰমিক শ্ৰেণী সৃষ্টিৰ ওপৰতো পৰিছিল। অন্যান্য দেশৰ দৰে বিৱৰ্তনৰ মাজেৰে ৰাচিয়াৰ শ্ৰমিক শ্ৰেণী গঢ়ি উঠা নাছিল, বৰঞ্চ ইয়াত আধুনিক প্ৰযুক্তি বিদ্যাৰ লগত জড়িত আৰু পশ্চাৎপদ উৎপাদন ব্যৱস্থাৰ লগত সাঙোৰ খাই থকা শ্ৰমিকৰ একে সময়তেই জন্ম হৈছিল।

উদ্যোগীকৰণ মূলতে বৃহদাকাৰ উদ্যোগ প্ৰতিষ্ঠাৰ জৰিয়তে হোৱাৰ বাবে অতি কম সময়তেই ৰাচিয়াত একচেটিয়া পুঁজি আৰু উদ্যোগৰ বিকাশ ঘটিছিল। ১৯ শতিকাৰ শেষ ভাগলৈ, ১৮৮০-৯০ চনতেই ৰাচিয়াৰ উদ্যোগত এক একচেটিয়া (monopoly) চৰিত্ৰ গঢ় লৈ উঠা দেখা যায়, আৰু কুৰি শতিকাৰ প্ৰথম দশকৰ ভিতৰতেই ই ৰাচিয়াৰ অৰ্থনীতিৰ মূল চাৰিত্ৰিক বৈশিষ্ট্য হোৱাৰ বাটত আগবাঢ়ে।" এই একচেটিয়া পুঁজিবাদে অৱধাৰিতভাৱেই এইবাৰ সাম্ৰাজ্যবাদৰ দিশলৈ গতি কৰিবলৈ ধৰে।

ৰাচিয়াৰ কৃষিৰ ক্ষেত্ৰতো পুঁজিবাদী ৰূপান্তৰ নঘটাকৈ থকা নাছিল। ক্ৰমান্বয়ে খেতি-বাতিত যন্ত্ৰপাতিৰ ব্যৱহাৰ বাঢ়ি আহিছিল, শস্যৰ ক্ষেত্ৰতো খাদ্যজাত শস্য যেনে ঘেঁহু মাকৈ আদিৰ লগে লগে নগদ খেতিৰ (cash crops) পয়োভৰ বাঢ়ি আহিছিল। অৰ্থাৎ কৃষিৰ খণ্ডতো মুকলি বজাৰৰ বাবে উৎপাদন আৰম্ভ হৈছিল আৰু ই ক্ৰমান্বয়ে বিশেষায়নৰ ফালে আগবাঢ়িছিল। ৰাচিয়াৰ গাঁৱলীয়া সমাজখনৰ মাজতো গ্ৰামীন বুৰ্জোৱা আৰু সৰ্বহাৰা কৃষি-মজুৰ খেতিয়ক শ্ৰেণীটোও গঢ়ি উঠিছিল।

শিল্পৰ ক্ষেত্ৰত ধনতন্ত্ৰৰ দ্ৰুত বিকাশ, কৃষিতো ধনতান্ত্ৰিক ৰূপান্তৰৰ সময়তো কিন্তু ৰাচিয়াৰ সমাজত সামন্ততন্ত্ৰৰ অৱশেষবোৰ অত্যন্ত শক্তিশালী-ভাৱেই বাচি আছিল। এইবোৰ আছিল অভিজাত ভূস্বামী আৰু জমিদাৰ-সকলৰ হাতত থকা বিৰাট বিৰাট বংশানুক্ৰমিক খাত-পামবোৰ। এনে কিছুমান পাম কিমানযে ডাঙৰ আছিল আজিৰ দিনত কল্পনা কৰিবলৈকো টান। এনে একোখন পামৰ আয়তন আজিৰ পৃথিবীৰ বহুতো দেশতকৈও ডাঙৰ হ'ব। মাত্ৰ ১৫৫ জন বৃহৎ জমিদাৰৰ হাততে বিশাল ৰাচিয়াৰ কুৰি শতাংশতকৈ বেছি খেতিৰ মাটি সোমাই আছিল।

ইউৰোপ আৰু আমেৰিকাত কৃষিৰ ক্ষেত্ৰত ধনতন্ত্ৰৰ বিকাশ মূলতে দুটা বাটেৰে হৈছিল। এটা বাটক বোলা হৈছিল প্ৰুচিয়ান মডেল বা নমুনা—এই

বাটেৰে হোৱা বিকাশত বৃহৎ ভুস্বামীসকলে তেওঁলোকৰ বিৰাট বিৰাট পাম-সমূহত আধুনিক যন্ত্ৰপাতিৰ সহায়েৰে খেতি কৰাইছিল আৰু নগদ ধনৰ বিনিময়ত খেতিত কাম কৰিবলৈ তেওঁলোকে কৃষি শ্ৰমিক নিয়োগ কৰিছিল। আধিয়াৰ আৰু ৰায়তসকলক মাটিৰ পৰা উচ্ছেদ কৰি মজুৰ হিচাপে কামত লগোৱা হৈছিল। কৃষিত ধনতান্ত্ৰিক বিকাশৰ এই ধাৰাক লাটিকুণ্ডিয়াও বোলা হৈছিল। ইউৰোপৰ প্ৰায়বোৰ দেশতে কৃষিত ধনতান্ত্ৰিক ৰূপান্তৰ কাৰ্য এই লাটিকুণ্ডিয়া পন্থাৰেই হৈছিল।

আনহাতে আমেৰিকাত কৃষিত ধনতান্ত্ৰিক ব্যৱস্থা গঢ়ি উঠাৰ প্ৰক্ৰিয়াটো জমিদাৰ আৰু বৃহৎ পামভিত্তিক নহৈ সৰু-মজলীয়া খেতিয়কৰ ওপৰত ভিত্তি কৰিয়েই গঢ়ি উঠিছিল। এই প্ৰক্ৰিয়াত ব্যক্তিগত কৃষকসকলে নিজা নিজা মাটিত উন্নত যন্ত্ৰপাতি, কৃষিকৌশল আৰু পুঁজিৰ বিনিয়োগ কৰি নিজে আৰু বেতনভুক্ত কৃষি শ্ৰমিকৰ শ্ৰমেৰে উৎপাদন কৰিছিল।

কুৰি শতিকাৰ আগভাগত ৰাচিয়াৰ কৃষিৰ পুঁজিবাদী ৰূপান্তৰ এই দুটা বাটৰ কোনটোৰে হ'ব সেই কথা স্পষ্ট হৈ উঠা নাছিল।

এই প্ৰশ্ন সমাধানৰ বাবে দুটা সুকীয়া চিন্তাধাৰা দেখা গৈছিল।

যদি আমেৰিকাৰ দৰে কৃষকভিত্তিক পুঁজিবাদী কৃষি গঢ়ি উঠিবলৈ হয়, তেতিয়াহ'লে বিৰাট বিৰাট জমিদাৰহঁতৰ হাতৰ পৰা মাটি খেতিয়কৰ হাতলৈ আনিব লাগিব। এই বৃহৎ সামন্তীয় ভুসম্পত্তিবোৰৰ অৱশেষবোৰৰ বিনাশ ঘটাই খেতিযকসকলে মাটিৰ লগতে উন্নত যন্ত্ৰপাতি, বীজ, সাৰ আৰু প্ৰয়োজনীয় পুঁজিৰ বাবে কৃষিঋণ পোৱাৰ ব্যৱস্থা কৰিব লাগিব। কিন্তু, বৃহৎ ভুস্বামীসকলে নিজৰ স্বাৰ্থ ধ্বংস কৰি এনে কাম হ'বলৈতো সহজতে এৰি নিদিযে। গতিকে এক কৃষি বিপ্লৱ সাধনৰ জৰিয়তে জমিদাৰহঁতৰ মাটি কাঢ়ি আনি তেওঁলোকৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক ক্ষমতা নাইকিয়া কৰিব লাগিব। অৰ্থাৎ এই পথেৰে ভাবিবলৈ গ'লে কৃষিৰ পুঁজিবাদী ৰূপান্তৰৰ বাবেই জাৰ, আমোলাচক্ৰ আৰু ভুস্বামীহঁতৰ স্বেৰাচাৰী শাসনৰ বিৰুদ্ধে এক কৃষি বিপ্লৱৰ ঐতিহাসিক প্ৰয়োজনীয়তা অনিবাৰ্য হৈ পৰে।

লাটিকুণ্ডিয়া আহিৰ্ৰ বিকাশৰ বাবে ১৫৫ জন অতিবৃহৎ জমিদাৰৰ লগতে মজলীয়া ভুস্বামী, ধনী খেতিয়কসকলৰ হাতলৈ খেতিৰ মাটি আৰু পুঁজি আহিব লাগিব। এনেদৰে দেশত এটা বুৰ্জোৱা ধনী খেতিয়ক বা কুলাক শ্ৰেণীৰ সৃষ্টি হ'ব লাগিব। এই বৰ্গটোৰ হাতলৈ মাটিনো ক'ৰপৰা আহিব ? কুলাক হ'বলৈ জমিদাৰৰ হাতৰ পৰা মাটিতো কোনেও কাঢ়ি আনিব নোৱাৰে। গতিকে এই মাটি সাধাৰণ গৰীব সৰু খেতিয়কসকল আৰু সমূহীয়া মাটিৰ অৱশেষকণৰ পৰাই আহিব লাগিব। গৰীব প্ৰান্তীয় খেতিয়কসকলে নানান কাৰণত মাটি হেৰুৱাই ভুমিহীন হ'লেহে ধনী খেতিয়কসকলে মাটি আৰু তেওঁলোকৰ

পুঁজিবাদী পামবোৰত কাম কৰিবৰ বাবে কৃষি বনুৱা পাব। ধনী কুলাকসকলৰ হাতত মাটিৰ কেন্দ্ৰীকৰণ সাধাৰণ খেতিয়কসকলৰ ওপৰত প্ৰচণ্ড শোষণ নিৰ্যাতনৰ মাজেৰেহে সম্ভৱ হ'ব পাৰে। ৰাচিয়াৰ স্বৈৰতান্ত্ৰিক জাৰ প্ৰশাসন আৰু সামন্তশোষণৰ অধীনত এনে ঘটনা ইতিমধ্যেই ব্যাপকভাৱে ঘটিবলৈ আৰম্ভ কৰিছিল। বিশেষকৈ ইউক্ৰাইনৰ সাৰুৱা কৃষ্ণভূমি (Black Soil) অঞ্চলত এহাতেদি সমাজত পুঁজিবাদী ধনী খেতিয়ক বা কুলাক বৰ্গ এটা আৰু আনহাতে গৰীব দুখীয়া ভূমিহীন আৰু প্ৰান্তীয় খেতিয়কৰ ডাঙৰ বৰ্গ এটা গঢ়ি উঠিছিল। কৃষিত পুঁজিবাদী ৰূপান্তৰৰ ফলত এই অঞ্চলত খাদ্যশস্যও উৎপাদন হৈছিল প্ৰচুৰ পৰিমাণে আৰু আনহাতেদি পুঁজিবাদী শোষণত খেতমজুৰসকলৰ দুখ কুলাইপাচিয়ে নধৰা হৈছিল। গাঁৱৰ সমাজখনত এনে শ্ৰেণীবিভাজন আৰম্ভ হোৱাৰ পাছত শোষণপিষ্ট খেতমজুৰসকলে দলে দলে তাৰ পৰা, ডন অঞ্চল, চাইবেৰিয়া আৰু বিদেশলৈকো প্ৰব্ৰজন আৰম্ভ কৰিছিল।

পশ্চিমৰ পুঁজিবাদী দেশবোৰত মাটিৰ কেন্দ্ৰীকৰণৰ জৰিয়তে কৃষিৰ ক্ষেত্ৰত পুঁজিবাদী ব্যৱস্থা গঢ়ি উঠাৰ পাছতেহে উদ্যোগিক পুঁজিবাদ শক্তিশালীৰূপে বিকাশ লাভ কৰিছিল। কিন্তু ৰাচিয়াত এই দুইটা প্ৰক্ৰিয়া প্ৰায় সামান্তৰাল হিচাপে আৰম্ভ হৈছিল। সমাজবিকাশৰ ( পুঁজিবাদী ) দুটা অৰ্থনৈতিক পৰ্যায় আৰু প্ৰক্ৰিয়া সমান্তৰালভাৱে গঢ় উঠাৰ ফলত ৰাচিয়াৰ সমাজত তীব্ৰ দ্বন্দ্ব আৰু বিৰাট উত্তেজনাৰ সৃষ্টি হৈছিল।

ৰাচিয়াত পুঁজিবাদৰ বিকাশো সকলো ঠাইত সমানভাৱে হোৱা নাছিল। ইউৰোপীয় ৰাচিয়া আৰু দক্ষিণৰ খনিজ অঞ্চলত, ইউক্ৰাইনত এই বিকাশ দ্ৰুতভাৱে হ'লেও ৰাচিয়াৰ বেছিভাগ অঞ্চলতে এই বিকাশ হৈছিল অত্যন্ত চেগাচোৰোকাকৈ আৰু ৰাচিয়াৰ বিশাল গ্ৰামাঞ্চলত তেতিয়াও সমাজৰ সামন্ত-তান্ত্ৰিক সম্পৰ্কবোৰেই কটকটীয়া হৈ আছিল। জাৰতন্ত্ৰৰ অধীনত অনুসৃত সাম্ৰাজ্যবাদী সম্প্ৰসাৰণ নীতিৰ ফলত বহুতো নতুন নতুন এলেকা ৰাচিয়া সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল আৰু এইবোৰত বহুতো বেলেগ বেলেগ জাতিৰ লোকে বসবাস কৰিছিল। ৰাচিয়াৰ সাম্ৰাজ্যত সোমাই পৰা এই এলেকাবোৰ অৰ্থনৈতিকভাৱে অতি পাছপৰা আছিল আৰু ভূমিদাসী সামন্তপ্ৰথাই ইয়াত অত্যন্ত শক্তিশালী আছিল। জাৰতন্ত্ৰী ৰাচিয়াৰ এই এলেকাবোৰ দখল কৰাৰ পাছত ইয়াৰ পুৰণা সামন্তসকলৰ এটা অংশৰ লগতে ৰাচিয়াৰ বহুতো সেনানায়ক, অভিজাতলোকক জমিদাৰি প্ৰদান কৰিছিল। এই জমিদাৰিবোৰত ভূমিদাসপ্ৰথা বিলোপ কৰাৰ আগতে বহুতো ৰাচিয়াৰ ভূমিদাসক জোৰকৈ আনি বহুওৱা হৈছিল। পাছলৈ মাটিৰ সন্ধানত, ব্যৱসায়-বাণিজ্যৰ তাগিদাত নাইবা নকৈ গঢ়ি উঠা কল-কাৰখানাবোৰত কাম বিচাৰি হাজাৰে হাজাৰে ৰাচিয়াৰ খেতিয়কে এইবোৰ এলেকালৈ প্ৰব্ৰজন কৰিছিল। এই প্ৰব্ৰজনৰ ফলত এই

এলেকাবোৰত আদান-প্ৰদানৰ জৰিয়তে আধুনিক চিন্তা-চৰ্চা আৰু ভাবাদৰ্শও এহাতে যেনেদৰে সোমাই আহিছিল আনহাতে এই ঠাইৰ অনা-ৰুচ জাতিসত্তাবোৰৰ মাজত ৰাচিয়াৰ স্বৈৰতান্ত্ৰিক নিৰ্যাতনৰ বিৰুদ্ধে জাতীয় বিক্ষুব্ধিৰ ভাবো গঢ়ি উঠিছিল। ৰাচিয়াত জাতি সমস্যাৰ বীজ এনেধৰণেই গজিবলৈ আৰম্ভ কৰিছিল। জাৰতন্ত্ৰৰ শোষণ-নিৰ্যাতনৰ বিৰুদ্ধে পদানত জাতিবোৰৰ মাজত মুক্তিৰ আকাংক্ষা আৰু আন্দোলনবোৰেও গঢ় লৈ উঠিছিল। ইউক্ৰাইনৰ পৰা আৰম্ভ কৰি এচিয়ালৈকে এই আন্দোলনবোৰ বিয়পি পৰিছিল। বিভিন্ন জনগোষ্ঠীবোৰৰ এই আন্দোলনবোৰ যিহেতু জাৰতন্ত্ৰী শোষণ-নিৰ্যাতন আৰু জাতীয় নিপীড়নৰ বিৰুদ্ধে আছিল সেয়ে পাছৰ জাৰ আৰু স্বৈৰতন্ত্ৰ বিৰোধী সংগ্ৰামবোৰত ৰাচিয়াৰ বিপ্লৱীসকলে এইবোৰকো চামিল কৰি লবলৈ সক্ষম হৈছিল। এই জাতিসত্তাবোৰৰ মাজতো এনে সমবেত সংগ্ৰামৰ প্ৰয়োজনীয়তা আৰু তাৎপৰ্য বুজি উঠা জাতীয় নেতা আৱিৰ্ভাৱ হোৱাৰ কথাও আগতেই উনুকিয়াই অহা হৈছেই। ৰাচিয়াৰ জাতিসমস্যা আৰু পাছৰ কালত ইয়াৰ সমাধানৰ প্ৰচেষ্টাৰ বিষয়ে আমি পাছত বহলাই আলোচনা কৰিবলৈ যত্ন কৰিম, কিন্তু এই সমস্যাৰ উৎপত্তিৰ প্ৰক্ৰিয়া আছিল জাৰতন্ত্ৰী ৰাচিয়াৰ সাম্ৰাজ্যবাদী সম্প্ৰসাৰণ।

কুৰি শতিকাৰ প্ৰত্যুষত ৰাচিয়াৰ সামাজিক আৰু অৰ্থনৈতিক গাঁথনিৰ মূল ছবিখন আছিল এনেধৰণৰ। এইবাৰ আমি এই সময়ছোৱাৰ ৰাজনৈতিক আৰু আদৰ্শাত্মক সংগ্ৰামৰ দিশবোৰত চকুফুৰাই চাবলৈ যত্ন কৰোহঁক।

ৰাচিয়াৰ সমাজত সেইসময়ত নানাধৰণৰ দ্বন্দ্ববোৰ গঢ় লৈ উঠিছিল। পৰস্পৰ বিৰোধী অৰ্থনৈতিক, সামাজিক শক্তি আৰু এইবোৰৰ ৰাজনৈতিক দৰ্শনবোৰৰ মাজত তুমুল বিৰোধ আৰম্ভ হৈছিল। এইবোৰ আছিল এনেধৰণৰ।

এহাতে দেশত গঢ় লৈ উঠা পুঁজিবাদী কৃষি আৰু আনহাতে কৃষিৰ মাজত থাকি যোৱা সামন্তবাদৰ দৃঢ় অৱশেষবোৰৰ মাজত বিৰোধ প্ৰকট হৈ পৰিছিল। ভূস্বামীসকলৰ বৃহৎ খাত-পাম (লাটিকুণ্ডিয়া) আৰু খেতিয়কসকলৰ মাজত থকা সামূহিক মাটি, এই সামন্তীয় আৰু প্ৰাক্-সামন্তীয় উপাদান দুটা কৃষিৰ পুঁজিবাদী ৰূপান্তৰৰ ক্ষেত্ৰত বাধাস্বৰূপ হৈ থিয় দিছিল; আনহাতে পুঁজিবাদে এই বাধাবোৰ আঁতৰাই সমাজৰ পুঁজিবাদী ৰূপান্তৰৰ বাট মুকলি কৰিব বিচাৰিছিল। আগতেই কৈ অহা হৈছে যে ৰাচিয়াৰ কৃষিত লাটিকুণ্ডিয়া (বৃহৎ আধুনিক ব্যক্তিগত কৃষিপাম) আহিঁৰ পুঁজিবাদী ৰূপান্তৰৰ ফালে সমাজ ঐতিহাসিকভাৱে আগ বাঢ়িছিল যদিও বাস্তৱক্ষেত্ৰত কিছুমান এলেকাৰ বাহিৰে কৃষিত পুঁজিবাদী ৰূপান্তৰ সম্ভৱপৰ হোৱা নাছিল। জমিদাৰহঁতৰ বেছিভাগেই মাটিত ট্ৰেক্টৰ লগাই সৰহ উৎপাদন কৰিবলৈ অৰ্থবলেৰে সমৰ্থ আছিল যদিও

মানসিকভাৱে প্ৰস্তুত নাছিল। ভূমিদাসপ্ৰথাৰ ওপৰত বিলাসী জীৱন যাপন কৰি অহা এই শ্ৰেণীটোৱে ইয়াৰ তাৎপৰ্য আৰু প্ৰয়োজনীয়তা উপলব্ধিয়েই কৰা নাছিল। দুই এজন উদ্যোগী জমিদাৰ, ধনী আৰু মজলীয়া খেতিয়কৰ বাহিৰে এই শ্ৰেণীটোৰ বেছিভাগেই খেতিৰ উন্নতি ঘটাবলৈ বিশেষ একো প্ৰয়াস কৰা নাছিল। বাকীবোৰৰতো এনে কাম কৰিবলৈ সম্বলেই নাছিল। অৰ্থ যোগানৰ বাবে ব্যাপকহাৰত কোনো কৃষি ঋণৰ ব্যৱস্থাও গঢ়ি উঠা নাছিল। গতিকে কৃষিৰ ক্ষেত্ৰত সমাজলৈ এক বিৰাট স্থবিৰতা নামি আহিছিল। জমিদাৰ, ধনী খেতিয়ক, দুখীয়া খেতিয়ক সকলোৰে জীৱনযাত্ৰাৰ মান নিম্নগামীহে হৈছিল। ফলত খেতিয়কৰ বিশাল সমাজখনত বিক্ষুব্ধি, অসন্তোষ আৰু উত্তেজনা বাঢ়ি আহিছিল। ইয়াৰ ৰাজনৈতিক ফলাফল কি হৈছিলগৈ তাৰ বিষয়ে আমি ইয়াৰ পাছৰে নাৰডনিকসকলৰ বিষয়ে আলচ কৰা অধ্যায়টোত পাই যাম।

এহাতে পুঁজিবাদৰ বিকাশ আৰু আনহাতে ই সৃষ্টিকৰা শ্ৰমিকশ্ৰেণীৰ মাজত বিৰোধবোৰো প্ৰকট হৈ আহিছিল। উদ্যোগপতিসকলে শ্ৰমিকসকলক কম মজুৰিত বেছিকৈ কাম কৰাই অধিক লাভ কৰিব খোজাৰ চেষ্টাৰ বিপৰীতে অৰ্থনৈতিক দাবী আৰু পাছলৈ ৰাজনৈতিক প্ৰশ্নত শ্ৰম আৰু পুঁজিৰ মাজত দ্বন্দ্ব তীব্ৰ হৈ উঠিছিল।

১৮৬০ চনৰ পৰাই ৰাচিয়াত শ্ৰমিকসকলৰ অসন্তুষ্টি বাঢ়ি আহিছিল। প্ৰথম অৱস্থাত এই অসন্তুষ্টিয়ে হৰতাল আদি কৰাৰ পৰ্যায় পোৱাগৈ নাছিল, কিন্তু ১৮৭০ চন মানৰ পৰা ৰাচিয়াৰ কাৰখানাবোৰত সঘনে হৰতাল হ'বলৈ আৰম্ভ কৰিছিল। দাবী পূৰণৰ বাবে শ্ৰমিকসকলে কাম বন্ধ কৰাৰ কৌশল আৰম্ভ কৰিছিল। আৰু এই ৭০ দশকৰ শেষৰ পৰাই ৰাচিয়াত ডাঙৰ ডাঙৰ শ্ৰমিক সংগঠনবোৰো গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল আৰু সময়ৰ লগে লগে এইবোৰে এটা ৰাজনৈতিক চৰিত্ৰও অৰ্জন কৰিছিল। চেণ্ট পিটাৰ্চবাৰ্গত 'ৰাচিয়াৰ উত্তৰাঞ্চল শ্ৰমিক ইউনিয়ন' ( Northern Union of Russian Workers ) আৰু দক্ষিণৰ অডেচাত 'ৰাচিয়াৰ দক্ষিণাঞ্চলৰ শ্ৰমিক ইউনিয়ন ( Southern Russian Worker's Union ) আৰম্ভ হৈছিল। ১৮৮৫ চনত আৰাখভজুয়েভত ১১ হেজাৰ শ্ৰমিকৰ এটা সু-সংগঠিত ধৰ্মঘট হয় আৰু এই ধৰ্মঘটতেই প্ৰথমবাৰৰ বাবে শ্ৰমিকৰ দৰমহা নিৰ্ধাৰণ আৰু শ্ৰমিক মঙ্গল নীতিৰ ওপৰত ৰাষ্ট্ৰৰ হস্তক্ষেপ দাবী কৰা হয়। এই হৰতালৰ ফলতেই চৰকাৰে এখন শ্ৰমিক নীতি প্ৰৱৰ্তন কৰিবলৈ বাধ্য হয়। সংগ্ৰামৰ মাজেৰে এনেদৰে ৰাচিয়াৰ শ্ৰমিকসকলে শ্ৰমিক নীতি প্ৰণয়নকে ধৰি বহুবোৰ সৰু-ডাঙৰ অধিকাৰ আৰ্জন কৰিবলৈ সক্ষম হয়। এই আন্দোলনবোৰৰ মাজেৰে শ্ৰমিকসকলৰ সচেতনতাও বৃদ্ধি প্ৰায়, তেওঁলোকে বুজি উঠে যে শ্ৰমিকৰ দুখ-দুৰ্দশাৰ মূল কাৰণ হ'ল জাৰ স্বৈৰতন্ত্ৰ। মালিকসকলৰ স্বাৰ্থ ৰক্ষা কৰাত এই জাৰ প্ৰশাসনেই আইন-

কানুন, পুলিচ-মিলিটেৰীৰে সক্ৰিয়। লাহে লাহে সেয়ে শ্ৰমিকসকলৰ মাজৰ সাধাৰণ অৰ্থনৈতিক দাবীবোৰৰ লগতে ৰাজনৈতিক দাবীবোৰো বিশেষকৈ সামাজিক সমতাৰ ধাৰণাবোৰে সোমাই পৰে আৰু শেষত বামপন্থী বিপ্লৱীসকলৰ আদৰ্শাত্মক নেতৃত্বত ইয়েই গৈ জাৰ স্বৈৰতন্ত্ৰ উৎখাত কৰাৰ দাবীত পৰিণত হয়গৈ।

দেশৰ বিকশিত ঔদ্যোগিক অঞ্চল আৰু অনুন্নত কৃষিপ্ৰধান এলেকাবোৰৰ মাজতো দিনে দিনে বিৰোধ বাঢ়ি আহিছিল। এই আটাইবোৰ বিৰোধ জাৰ স্বৈৰতন্ত্ৰৰ ৰাজনৈতিক, জাতীয় আৰু বৌদ্ধিক নিপীড়নৰ বাবে প্ৰকট হৈ উঠিছিল। জাৰ প্ৰশাসনে দেশত কোনোধৰণৰ বিৰোধী ৰাজনৈতিক মতাদৰ্শক সহ্য নকৰিছিল। সকলোধৰণৰ গণতান্ত্ৰিক আদৰ্শৰ ওপৰতে ই প্ৰবল আক্ৰমণ চলাইছিল। কটকটীয়া চেন্সৰ ব্যৱস্থাৰ জৰিয়তে ভাবপ্ৰকাশৰ বাটবোৰ বন্ধ কৰি পেলাইছিল। গোপন পুলিচ আৰু চোৰাংচোৱাৰ সহায়ত ই সমগ্ৰ দেশতে বিয়পাই দিছিল সন্ত্ৰাস। প্ৰায়বোৰ গণতান্ত্ৰিক সংগঠনেই গোপন হৈ পৰিবলৈ বাধ্য হৈছিল। বিভিন্ন অৱদমিত জাতিসত্তাবোৰৰ জাৰ স্বৈৰতন্ত্ৰৰ লগত গঢ়ি উঠা দ্বন্দ্বৰ কথা আগতে উনুকিয়াই অহা হৈছেই।

কুৰি শতিকাৰ প্ৰাক্কালত ৰাচিয়াত বৈপ্লৱিক গণতান্ত্ৰিক আন্দোলনৰ ভিত্তিভূমি গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল। এহাতে পুঁজিবাদ শক্তিশালী হৈ একচেটিয়া চৰিত্ৰ পাবলৈ আৰম্ভ কৰিছিল আৰু আনহাতে বিশাল সৰ্বহাৰাশ্ৰেণীৰো জন্ম হৈছিল। ফলত ৰাচিয়াৰ সমাজত ধনতন্ত্ৰ আৰু স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে সমাজৰ বৈপ্লৱিক ৰূপান্তৰৰ বাবে চিন্তা-চৰ্চা কৰাৰ বাস্তৱ পৰিস্থিতিবোৰৰ সৃষ্টি হৈছিল। সৰ্বহাৰা শ্ৰেণীৰ নেতৃত্বত সমাজত গণতন্ত্ৰ আৰু সমাজবাদৰ সংগ্ৰাম আৰম্ভ কৰাৰ মাহেন্দ্ৰক্ষণ আহি উপস্থিত হৈছিল।

## ১৩

## 'চিম্বিৰস্কৰ যুৱকজন ঃ জীৱনৰ প্ৰথম কুৰিটা বসন্ত'



● লেনিনৰ পৰিয়াল ● নাৰডনিক আন্দোলনৰ প্ৰত্যক্ষ অভিজ্ঞতা—ককায়েকৰ মৃত্যুদণ্ড ● কাজান বিশ্ববিদ্যালয়ত ছাত্ৰ ৰাজনীতি ● প্ৰথম ৰাজনৈতিক নিৰ্বাসন—১৮৮৭ ● চামাৰাত ওকালতি আৰু ৰাজনৈতিক কামকাজৰ সূচনা ● ৰাজধানী চেণ্ট পিটাৰ্চবাৰ্গ অভিমুখে।

এই অধ্যায়টো লেখোতে মূলতেই সহায় লোৱা হৈছে :

Lenin—A Biography—Progress Publishers., Moscow. 1986.

কিতাপখনৰ পৰা।

কিশোর জন্‌গো নদীৰ পাৰৰ এখন সৰু চহৰ, নাম চিম্‌বিৰস্ক।

এই চহৰখনতে ১৮৭০ চনৰ ২২ এপ্ৰিলৰ দিনা ইলয়া নিকোলায়াভিচ্‌ উলয়ানভ আৰু মেৰিয়া আলেকজেন্দ্ৰোভ্‌নাৰ এটি পুত্ৰ সন্তানৰ জন্ম হ'ল। ল'ৰাটিৰ নাম ৰখা হ'ল ভ্লাদিমিৰ ইলিচ উলয়ানভ।

নিকোলায়াভিচ্‌ আছিল এজন শিক্ষক। অশেষ কষ্টৰ মাজেৰে তেওঁ পঢ়াশুনা শেষ কৰি শিক্ষকতাকে জীৱনৰ বৃত্তি হিছাপে গ্ৰহণ কৰিছিল। তেওঁ আছিল নিঝিগৰডস্কায়া জিলাৰ এজন ভূমিদাস খেতিয়কৰ সন্তান। ভূমিদাস প্ৰথা বিলুপ্তিৰ পাছত পোৱা সামান্য মাটিত দেউতাকে কিছুদিন খেতি-বাতি কৰিবলৈ চেষ্টা কৰি সংসাৰ চলাব নোৱাৰি দৰ্জিৰ কাম কৰিবলৈ লয়। অত্যন্ত দৰিদ্ৰতাৰ মাজত তেওঁ অকালমৃত্যু বৰণ কৰিবলগীয়া হয়। কিছুবছৰ শিক্ষকতা কৰাৰ পাছত নিকোলায়াভিচে এই কাম বাদ দি স্কুল পৰিদৰ্শকৰ কামত সোমায় আৰু সময়ত এই বিভাগৰ সঞ্চালকো হয়গৈ। গোটেই জীৱন শিক্ষাজগতৰ লগত জড়িত হৈ তেওঁ চিম্‌বিৰস্ক জিলাত স্কুল স্থাপন আৰু শিক্ষাবিস্তাৰৰ বাবে দেহেকেহে চেষ্টা কৰিছিল।

নিম্নমধ্যবিত্ত পৰিয়ালটিত আৰ্থিক স্বচ্ছলতা কোনোদিনে নাছিল। দেউতাকৰ সামান্য বেতনেৰে মাকে কষ্ট কৰি সংসাৰৰ খৰচ চলাব লাগিছিল। স্কুল পৰিদৰ্শনৰ কামত দেউতাক বেছিভাগ সময় ঘৰৰ পৰা বাহিৰত থাকিছিল আৰু এই সময়ত মাকে অকলে আটাইকেইটা ল'ৰা-ছোৱালীৰ খোৱা-বোৱা, পঢ়াশুনা আদি চাব লাগিছিল। বিয়াৰ পাছতো, সংসাৰৰ নানান লেঠাৰ মাজতো মাক মেৰিয়া আলেকজেন্দ্ৰোভ্‌নাই ঘৰতে পঢ়াশুনা কৰি প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক পদৰ বাবে প্ৰয়োজনীয় পৰীক্ষা পাছ কৰিছিল। কিন্তু এখন ডাঙৰ সংসাৰৰ দায়িত্ব লৈ তেওঁৰ আৰু চাকৰি কৰা নহ'ল। নিজৰ ল'ৰা-ছোৱালী কেইটাৰ শিক্ষাৰ বাবে সেয়ে তেওঁ যথেষ্ট চেষ্টা কৰিছিল। মাক, দেউতাক দুয়ো গভীৰভাৱে গণতান্ত্ৰিক আদৰ্শত বিশ্বাসী আছিল আৰু ইয়াৰ প্ৰভাৱো সন্তান-কেইটিৰ ওপৰত সৰুৰে পৰা পৰিছিল।

চিম্‌বিৰস্কৰ স্কুলতে ভ্লাদিমিৰৰ প্ৰথম শিক্ষাৰম্ভ হয়। সময়ত তেওঁ স্কুলীয়া শিক্ষা সাং কৰি সুখ্যাতিৰে উত্তীৰ্ণ হৈ ওলাই আহে।

ককায়েক আলেকজেণ্ডাৰৰ জৰিয়তে ভ্লাদিমিৰ পোন প্ৰথমবাৰৰ বাবে ৰাজনৈতিক লেখামেলাৰ সংস্পৰ্শলৈ আহে। ককায়েকে সেই সময়ত নানা তৰহৰ গণতান্ত্ৰিক আৰু বিপ্লৱী ভাবাদৰ্শৰ কিতাপ আৰু মাৰ্ক্সবাদী লেখনীবোৰ পঢ়িবলৈ আৰম্ভ কৰিছিল আৰু কণমানি ভ্লাদিমিৰেও এই কিতাপবোৰ পঢ়িবলৈ ধৰিছিল। তেওঁলোকৰ ঘৰত এনেধৰণৰ গণতান্ত্ৰিক ভাবাদৰ্শৰ বহুতো কিতাপ আছিল আৰু অতি কমসময়তে তেওঁ এই কিতাপবোৰ পঢ়ি শেষ কৰিছিল। কণমানি ভায়েকৰ চকুত প্ৰতিভাবান, মেধাৱী ককায়েক আলেকজেণ্ডাৰ আছিল

পৃথিৱীৰ আটাইতকৈ জ্ঞানী লোক। ককায়েকে তেওঁৰ জীৱনত গভীৰ প্ৰভাৱ পেলাইছিল।

ভ্লাদিমিৰৰ ১৬ বছৰ বয়সত অভাৱনীয়ভাৱে উলয়ানভ পৰিয়াললৈ দুৰ্দশা নামি আহে। মস্তিষ্কৰ ৰক্তক্ষৰণ ৰোগ হৈ হঠাৎ এদিন দেউতাকৰ মৃত্যু হয়। লগে লগে পৰিয়ালটো সন্মুখীন হয় আৰ্থিক অনাটনৰ: আমোলাতন্ত্ৰৰ মেৰপেঁচৰ পৰা দেউতাকৰ প্ৰাপ্য পেঞ্চনটো আদায় কৰিবৰ বাবেও বহু কেইমাহ লেখামেলা কৰিবলগীয়া হয়। এই ঘটনাৰ পাছত পৰিয়ালটো অকণমান সুস্থিৰ হৈছেহে মাত্ৰ, এনেতে আৰু এটা অভাৱনীয় দুৰ্যোগ নামি আহিল। হঠাৎ এদিন ঘৰৰ ডাঙৰ ল'ৰা আলেকজেণ্ডাৰক জাৰ তৃতীয় আলেকজেণ্ডাৰক হত্যা কৰিবলৈ ষড়যন্ত্ৰ কৰা বুলি গ্ৰেপ্তাৰ কৰা হ'ল।

ককায়েক আলেকজেণ্ডাৰ যে ইতিমধ্যে নাৰডনিক বিপ্লৱী ৰাজনীতিৰ প্ৰভাৱত পৰিছিল, সেইকথা ঘৰত কোনেও নাজানিছিলেই। বিশ্ববিদ্যালয়ৰ কৃতি ছাত্ৰ আলেকজেণ্ডাৰে যে গোপনে সক্ৰিয় ৰাজনীতিৰ সৈতে যুক্ত হৈ পৰিছিল, সেই কথা তেওঁ ঘৰত জনোৱা নাছিল। আদৰ্শগতভাৱে তেওঁৰ অৱস্থান আছিল নাৰডনিক সন্ত্ৰাসবাদী ৰাজনীতি আৰু মাৰ্ক্সবাদৰ মাজত, মাৰ্ক্সবাদৰ প্ৰতি ক্ৰমে বেছিকৈ ঢাল খাই আহিবলৈ ধৰা সময়তেই তেওঁ এই ষড়যন্ত্ৰৰ অভিযোগত গ্ৰেপ্তাৰ হয়। চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীত এই গোচৰৰ বিচাৰ কৰা হয় আৰু বিচাৰত তেওঁক মৃত্যুদণ্ড দিয়া হয়। বিচাৰৰ ৰায়দানৰ কেইদিনমানৰ ভিতৰতেই এই আদেশ কাৰ্যকৰী কৰা হয়।

ককায়েকৰ মৃত্যুদণ্ডই ভ্লাদিমিৰৰ ওপৰত এক গভীৰ প্ৰভাৱ পেলালে। প্ৰথমেই সন্ত্ৰাসবাদৰ সহায়ত সমাজবিপ্লৱ ঘটাব খোজা ৰাজনৈতিক দৰ্শনৰ ওপৰত তেওঁৰ আস্থা সম্পূৰ্ণভাৱে হেৰাই গ'ল। ওহোঁ, এই পথেদি নহয়। ব্যক্তিগত সন্ত্ৰাসবাদে মানুহৰ মুক্তি আনিব নোৱাৰে। ইয়াৰ বিপৰীতে শ্ৰমিক-শ্ৰেণীৰ মতাদৰ্শ মাৰ্ক্সবাদৰ ওপৰত ভ্লাদিমিৰৰ আস্থা আৰু বিশ্বাস বাঢ়ি আহিল।

আলেকজেণ্ডাৰৰ মৃত্যুৰ পাছত উলয়ানভ পৰিয়ালৰ বৰ বেয়া অৱস্থা হ'ল। বন্ধু-বান্ধৱ, আত্মীয়-স্বজন কোনোৱেই ভয়তে তেওঁলোকৰ ঘৰলৈ নহা হ'ল। আনকি আগৰ বহুতো বিপ্লৱীও। মুখেৰে বিপ্লৱৰ কথা কৈ কামৰ সময়ত মুৰপোলোকা মৰা মধ্যবিত্ত বিপ্লৱীৰ দোদুল্যমান চৰিত্ৰৰ বিষয়ে তেতিয়াই ভ্লাদিমিৰে ভালদৰে বুজি উঠিল।

চিমবিৰস্কত আৰু বেছিদিন থাকিব নোৱাৰিলে পৰিয়ালটো। ১৮৮৭ চনৰ জুন মাহত চহৰ এৰি তেওঁলোক গাঁৱলৈ আঁতৰি যাবলৈ বাধ্য হ'ল। কিছুমাহ গাঁৱত থকাৰ পাছত তেওঁলোক আকৌ ঠাই সলাই কাজান চহৰলৈ উঠি গ'ল। আৰু এই চহৰৰে বিশ্ববিদ্যালয়ত ভ্লাদিমিৰে আইন বিষয়ত নাম ভৰ্তি কৰিলে।

আৰু পোন প্ৰথমবাৰৰ বাবে তেওঁ সক্ৰিয় ছাত্ৰ ৰাজনীতিৰ মাজত সোমাই পৰিল।

সেই সময়ত জাৰ প্ৰশাসনে সকলোধৰণৰ ছাত্ৰ সংগঠনকেই নিষিদ্ধ কৰিছিল। কোনো ছাত্ৰই কোনো ৰাজনৈতিক সংগঠনৰ লগত যুক্ত হ'লেই তেওঁক বিশ্ববিদ্যালয়ৰ পৰা বহিষ্কাৰ কৰা হৈছিল।

এই অৱস্থাতো ছাত্ৰসমাজৰ মাজত বহুতো গোপন গণতান্ত্ৰিক সংগঠন গঢ়ি উঠিছিল, প্ৰগতিশীল দৃষ্টিভংগীৰ ছাত্ৰসকলে এনে গোপন সংগঠনবোৰৰ জৰিয়তে সমাজ আৰু ৰাজনীতি সম্পৰ্কে, বিশেষকৈ গণতান্ত্ৰিক আৰু মাৰ্ক্সবাদী ভাবাদৰ্শৰ চিন্তা-চৰ্চা কৰিছিল। বিশ্ববিদ্যালয়ত চিমবিৰ্স্ক-চামাৰা অঞ্চলৰ ছাত্ৰসকলৰ মাজত গঢ়ি উঠা এনে গোপন সংগঠনটোৰ লগত ভ্লাদিমিৰো জড়িত হৈ পৰিছিল।

১৮৮৭ চনৰ ৪ ডিচেম্বৰত কাজান বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে মিলি পুলিচী নিৰ্যাতনৰ বিৰুদ্ধে এখন প্ৰতিবাদ সভা অনুষ্ঠিত কৰিছিল। এই সভা সংগঠনত আৰু কাম-কাজত যুৱক ভ্লাদিমিৰেও আগ-ভাগ লৈছিল। কৰ্তৃপক্ষই এই ছাত্ৰ প্ৰতিবাদৰ সভা ভাঙি দিবলৈ চেষ্টা কৰাত ভ্লাদিমিৰে কাজান বিশ্ববিদ্যালয়ৰ ছাত্ৰ হিছাপে ইস্তফা দি ওলাই আহিছিল। তাৰ পাছতেই তেওঁক গ্ৰেপ্তাৰ কৰি বিশ্ববিদ্যালয়ৰ লগতে কাজান চহৰৰ পৰাই বহিষ্কাৰ কৰা হৈছিল। কাকুচ্কিন নামৰ চহৰৰ উপকণ্ঠৰ গাঁও এখনত তেওঁক পুলিচৰ নজৰবন্দী হৈ থাকিবলৈ পঠোৱা হৈছিল।

১৭ বছৰীয়া লেনিনৰ বাবে এই নিৰ্বাসন শাপেই বৰ হোৱাদি হ'ল। কাকুচ্কিন গাঁৱত থাকি তেওঁ অধ্যয়নত লাগিল। পুলিচৰ চকুত ধূলি দি আত্মীয়স্বজন আৰু বন্ধুবান্ধৱে আনি দিয়া মাৰ্ক্সবাদৰ কিতাপবোৰ তেওঁ মনপুতি পঢ়িবলৈ লাগিল। পুৱাৰ পৰা দোভাগ নিশালৈকে তেওঁ কেতিয়াবা পঢ়াশুনা কৰিছিল। এই অধ্যয়নৰ কালছোৱাতেই তেওঁৰ মনত ৰাচিয়াৰ বিপ্লৱ যে শ্ৰেণীসংগ্ৰামৰ কণ্টকিত বাটেৰেহে সম্ভৱপৰ হ'ব পাৰে সেই কথাৰ ঐতিহাসিক অনিবাৰ্যতা উপলব্ধি হ'বলৈ ধৰে।

এবছৰ কাল নিৰ্বাসনত থকাৰ পাছত ১৮৮৮ চনত তেওঁক পুনৰ কাজান চহৰলৈ উভতি যাবলৈ অনুমতি দিয়া হ'ল যদিও পুনৰ বিশ্ববিদ্যালয়ত নাম লগাবলৈ বা পঢ়িবলৈ বিদেশলৈ যাবলৈ দিয়া নহ'ল। সেই সময়ত কাজানত নিকোলাই ফেডচিয়াভে আৰম্ভ কৰা মাৰ্ক্সবাদী অধ্যয়নচক্ৰত লেনিনে এইবাৰ যোগদান কৰিলে। পুলিচৰ চকুত ধূলি মাৰি অতি গোপনে তেওঁলোকে এই অধ্যয়নচক্ৰৰ কাম-কাজ চলাবলগীয়া হৈছিল। এই সময়ছোৱাত ৰাচিয়াৰ ছাত্ৰ-যুৱক আৰু বুদ্ধিজীৱী সমাজৰ মাজতো নাৰডনিক চিন্তাধাৰা বৰ জনপ্ৰিয় আছিল। কিন্তু তেতিয়া নাৰডনিকসকলৰ মাজত আগৰ বিপ্লৱী ধ্যান-ধাৰণা আৰু

নাই, জাৰতন্ত্ৰৰ নিৰ্যাতনৰ সন্মুখত নিজক ৰক্ষাবলৈ বেছিভাগ নাৰডনিক নেতা হয় নিষ্ক্ৰিয় হৈ পৰিছে, বা বিদেশলৈ পলাই গৈছে আৰু এচামে সন্ত্ৰাসবাদক বিসৰ্জন দিয়াৰ নামত বৈপ্লৱিক আদৰ্শকে বিতাড়ন কৰি আত্মসমৰ্পণ কৰিছে। এই গোটটোক উদাৰনৈতিক নাৰডনিক (লিবাৰেল নাৰডনিক) বুলি জনা যায়। এফালে ব্যক্তিগত বীৰত্বৰ ৰোমাণ্টিকতা জনমানসত জীয়াই ৰখা আৰু আনহাতে মাৰ্ক্সবাদী চিন্তাধাৰাক বিকোনো প্ৰকাৰে বিৰোধিতা কৰাই এওঁলোকৰ প্ৰধান কাম হৈ পৰিছিল। এওঁলোকৰ লেখা-মেলাত এহাতে কৃষক সমাজবাদ তথা কৃষিবিপ্লৱৰ কথা আৰু আনহাতে মাৰ্ক্সবাদী দৰ্শনৰ অপ্ৰাসংগিক সমালোচনাই মূলতে ঠাই পাইছিল।

কিন্তু, অতীতৰ বৈপ্লৱিক ঐতিহ্য আৰু মৃত্যু ভয়হীন ৰোমাঞ্চকৰ উদ্যমৰ বাবে দেশৰ ছাত্ৰ-যুৱক, বুদ্ধিজীৱী আৰু গাঁও তথা চহৰৰ পেটিবুৰ্জোৱা শ্ৰেণীৰ মাজত তেতিয়াও তেওঁলোকৰ প্ৰচণ্ড প্ৰভাৱ আছিল। সমাজৰ এই শ্ৰেণীবোৰৰ মাজৰ পৰা নাৰডনিকসকলৰ এই প্ৰভাৱ আঁতৰ কৰি ৰাচিয়াত মাৰ্ক্সবাদী আদৰ্শ প্ৰতিষ্ঠাৰ বাবে এই মতাদৰ্শত বিশ্বাসী লেখকসকলে প্ৰথমৰ পৰাই হাতত কলম তুলি ল'ব লগা হৈছিল। তেওঁলোকৰ আলোচনা সভা-সমিতি আদিতো ইয়াৰেই প্ৰতিফলন ঘটিছিল।

ইতিমধ্যে ১৮৮৩ চনত জেনেভাত প্লেখানভৰ নেতৃত্বত গঢ়ি উঠা সংগঠন 'এমেনিচিপেচন অব লেবাৰ' গোষ্ঠীৰ নেতৃত্বত প্লেখানভ আৰু তেওঁৰ সতীৰ্থসকলে নাৰডনিক চিন্তাধাৰাৰ বিৰুদ্ধে মাৰ্ক্সবাদী শিক্ষাৰ আলোকেৰে জেহাদ ঘোষণা কৰিছে। তেওঁলোকৰ লেখনীবোৰে সেই সময়ৰ ৰাচিয়াৰ তৰুণ মাৰ্ক্সবাদীসকলক গভীৰভাৱে প্ৰভাৱিত কৰে আৰু নাৰডনিকবাদৰ বিৰুদ্ধে আদৰ্শাত্মক সংগ্ৰাম গঢ়ি তোলাত প্ৰভূত সহায় কৰে। যুৱক লেনিন সেই সময়ত প্লেখানভৰ লেখনীৰ দ্বাৰা গভীৰভাৱে অনুপ্ৰাণিত হয়।

জাৰৰ গোপন পুলিচে এনেধৰণৰ অধ্যয়নচক্ৰবোৰৰ ওপৰত সততে কঢ়া নজৰ ৰাখিছিল আৰু দেশত বিপ্লৱী আদৰ্শৰ প্ৰসাৰ ৰোধ কৰিবৰ বাবে এইবোৰ কলিতে ধ্বংস কৰিবলৈ চেষ্টা কৰিছিল। ছাত্ৰ সমাজৰ মাজতো পুলিচৰ গোপন চোৰাংচোৱাবোৰ সক্ৰিয় হৈ উঠিছিল। ১৮৮৮ চনত পুলিচে নিকোলাই ফেডচিয়াভৰ মাৰ্ক্সবাদী অধ্যয়নচক্ৰৰ বহুকেইজন সদস্যকে গ্ৰেপ্তাৰ কৰে কিন্তু কিবা কামত সেইদিনা লেনিন কাজান চহৰৰ বাহিৰত থকাত তেওঁ কথমপি সেইবাৰ ধৰাপৰাৰ পৰা সাৰে।

ইয়াৰ পাছতে লেনিনে প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে চেণ্ট পিটাৰ্চবাৰ্গ বিশ্ববিদ্যালয়ত পৰীক্ষা দিবৰ বাবে অনুমতি বিচাৰিলে। কিন্তু, অনুমতি নাহেহে নাহে। এই কালছোৱা তেওঁ বৰ কষ্টৰ মাজেৰে কটাবলগীয়া হৈছিল। এফালে ৰাজনৈতিক কাম-কাজ, আন ফালে পেটৰ দায়ত কৰিব লগা হৈছে যমুনা

শিক্ষকতা, নিজৰ পঢ়াশুনাটো লগতে আছেই। ল'ৰা-ছোৱালী পঢ়াই সেই দিনকেইটা লেনিনে কথমপি পাৰ কৰিছিল। আবেদন কৰাৰ এবছৰৰ পাছত তেওঁলৈ পৰীক্ষা দিয়াৰ অনুমতি আহিল। কিছুদিন কাজানত পঢ়াশুনা কৰি তেওঁ পৰীক্ষা দিবৰ বাবে ৰাজধানীলৈ যায়। এই বিৰাট চহৰখনত তেওঁ পৰীক্ষাৰ বাবে প্ৰস্তুতি চলোৱাৰ লগে লগে মাৰ্ক্সবাদী সংগঠনবোৰৰ লগতো প্ৰাথমিক যোগাযোগৰ কাম আৰম্ভ কৰে। ১৮৯২ চনত সুখ্যাতিৰে আইনৰ পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ চামাৰালৈ উভতি আহে আৰু ওকালতি আৰম্ভ কৰে। কিন্তু তেতিয়াও তেওঁৰ বেছিভাগ সময় মাৰ্ক্সবাদী অধ্যয়ন আৰু ৰাজনৈতিক কাম-কাজতে ব্যয় হৈছিল।

চামাৰাত সেই সময়ত কেবাটাও গোপন বিপ্লৱী অধ্যয়নচক্ৰ আছিল। এই অধ্যয়নচক্ৰবোৰৰ মাজত মাৰ্ক্সবাদী আদৰ্শৰ আলোচনা আছিল যদিও এইবোৰৰ মাজত নাৰডনিক মতবাদৰ প্ৰভাৱ তেতিয়াও প্ৰবল আছিল। চামাৰাত সেই সময়ত সক্ৰিয় ৰাজনীতিৰ পৰা অৱসৰ লোৱা কেবাজনো প্ৰধান বিপ্লৱী নাৰডনিকে বাস কৰিছিল। নাৰডনিক আদৰ্শৰ প্ৰতি তেতিয়ালৈ লেনিনৰ কোনো ধৰণৰ আকৰ্ষণ নাছিল যদিও এই বিপ্লৱীসকলৰ নিস্বাৰ্থ আত্মত্যাগ আৰু বীৰত্বক তেওঁ সন্মান কৰিছিল। এই নেতাসকলক লগ কৰি লেনিনে গোপন ৰাজনৈতিক সংগঠন গঢ়ি তোলাৰ কৌশল আৰু পুলিচৰ চকুত ধূলি মাৰি কেনেদৰে এইবোৰ সংগঠন জীয়াই ৰাখি শক্তিশালী কৰা যায় তাৰ উপায়, এইবোৰৰ পৰিচালনা, গোপন ৰাজনৈতিক প্ৰচাৰ, আৰু কাম-কাজৰ কৌশল সম্পৰ্কে দীঘলীয়া আলোচনা কৰি এই অভিজ্ঞ বিপ্লৱীসকলৰ পৰা কথাবোৰ শিকিবলৈ যত্ন কৰিছিল। পাছলৈ সাম্যবাদী দল গঠনৰ সময়ত তেওঁৰ এই আলোচনাবোৰে প্ৰভূত সহায় কৰিছিল। আনকি গ্ৰেপ্তাৰ হোৱাৰ পাছত পুলিচে কেনেদৰে জেৰা কৰে আৰু সেই জেৰাৰ সন্মুখত বিপ্লৱীসকলে কি কৰা উচিত সেই বিষয়েও সকলো খুটি-নাটি তেওঁ শিকি লবলৈ চেষ্টা কৰিছিল। একেসময়তে তেওঁ নাৰডনিক মতাদৰ্শৰ ভ্ৰান্তিৰ বিৰুদ্ধে মতাদৰ্শগত সংগ্ৰামো আৰম্ভ কৰিছিল। ইতিমধ্যে আগতে উল্লেখ কৰি অহাৰ দৰে নাৰডনিকসকলৰ মাজত সন্ত্ৰাসবাদ পৰিত্যাগৰ নামত উদাৰনৈতিকতা আৰু মাৰ্ক্সবাদ বিৰোধিতাই ভালদৰে গা কৰি উঠিছে। লেনিনে এই বিপদজনক ধাৰাৰ বিৰুদ্ধে সংগ্ৰাম আৰম্ভ কৰিবলগীয়া হ'ল।

যিকোনো ৰাজনৈতিক সংগ্ৰাম প্ৰথমেই আৰম্ভ হয় আদৰ্শ আৰু দৰ্শনৰ জগতখনত, লেখা-মেলাৰ জৰিয়তে। আৰু প্ৰকৃত সমাজবিপ্লৱৰ বাবে এনে আদৰ্শাত্মক সংগ্ৰামৰ বিকল্প একো নাই। এনে সংগ্ৰামৰ জৰিয়তে মানুহৰ মনৰ পৰা ভ্ৰান্ত চিন্তাক আঁতৰ কৰিব নোৱাৰিলে সমাজত সুস্থ চিন্তাৰ বিকাশ অসম্ভৱ। সেয়ে যিকোনো সমাজবিপ্লৱৰ কাহিনীৰ বেছি ভাগেই ঘটনাতকৈ

আদৰ্শগত সংগ্ৰামৰ ইতিহাসেৰেই পৰিপূৰ্ণ হয়। ৰুচ বিপ্লৱৰ ক্ষেত্ৰত এই কথা অধিক সঁচা; আৰু, এই সংগ্ৰামবোৰৰ সম্যক পৰিচয় নোলোৱাকৈ বিপ্লৱৰ কাহিনী আৰু তাৎপৰ্যক প্ৰকৃততে অনুধাৱন কৰা নাযায়।

লেনিনে প্ৰথমে এই সংগ্ৰামৰ বাবে এটা সংগঠন গঢ়ি তুলিবলগীয়া হ'ল। চামাৰাত তেওঁ এটা মাৰ্ক্সবাদী অধ্যয়নচক্ৰ গঢ়ি তুলিলে আৰু ইয়াৰ জৰিয়তেই মাৰ্ক্সবাদৰ প্ৰচাৰৰ লগতে উদাৰনৈতিক নাৰডনিক ভাবাদৰ্শৰ বিৰোধিতা কৰাৰ কামো আৰম্ভ কৰিলে। গভীৰ অধ্যয়নপুষ্ট জ্ঞান, প্ৰখৰ বাস্তৱ বুদ্ধি, কষ্ট-সহিষ্ণুতা, বাক্‌পটুতা আৰু সাংগঠনিক দক্ষতাই অতি সোনকালেই তেওঁক চামাৰাৰ মাৰ্ক্সবাদী মহলৰ অবিসম্বাদী নেতা কৰি তুলিলে। এই সময়তে তেওঁ নিজেও সাম্যবাদী ইস্তাহাৰখন ৰুচ ভাষালৈ অনুবাদ কৰে (এই অনুবাদৰ পাণ্ডুলিপি অৱশ্যে পাছলৈ পোৱা নগ'ল)। লেখা-মেলাৰ কামতো এই সময়ৰ পৰাই তেওঁ মনপুতি আত্মনিবেশ কৰে। বিশেষকৈ উদাৰনৈতিক নাৰডনিক মতাদৰ্শৰ বিষ যুৱক বিপ্লৱীসকলৰ মনৰ পৰা নাইকিয়া কৰিবলৈ তেওঁ হাতত কলম তুলি লয়। অধ্যয়ন চক্ৰৰ সভাত তেওঁ এই প্ৰবন্ধবোৰ পাঠ কৰে। তেওঁৰ সেইসময়ৰ এক গুৰুত্বপূৰ্ণ লেখনী হ'ল ৰাচিয়াৰ খেতিয়কসকলৰ জীৱনৰ ওপৰত ন ন অৰ্থনৈতিক বিকাশৰ প্ৰভাৱৰ ওপৰত লেখা নিবন্ধটো (New Economic Developments in Peasents Life.)।

এই লেখনীতে তেওঁ প্ৰচুৰ তথ্য আৰু তাৰ বিশ্লেষণৰ সহায়ত দেখুৱাই যে নাৰডনিকসকলে ভবাৰ দৰে ৰাচিয়াৰ কৃষিজীৱী সমাজখন বৃহৎ ভূস্বামী জমিদাৰ আৰু সাধাৰণ খেতিয়ক এই দুটা প্ৰধান ভাগতে বিভক্ত নহয়। কৃষিক্ষেত্ৰত পুঁজিবাদী সম্পৰ্কবোৰ ইতিমধ্যে গঢ়ি উঠিবলৈ আৰম্ভ কৰিছে, আৰু ইয়াৰ ফলতেই খেতিয়ক সমাজখনৰ মাজতো ধনী বুৰ্জোৱা খেতিয়ক বা কুলাক, মজলীয়া খেতিয়ক, দৰিদ্ৰ খেতিয়ক আৰু ভূমিহীন সৰ্বহাৰা খেতমজুৰৰ বৰ্গবোৰ গঢ়ি উঠিবলৈ আৰম্ভ কৰিছে আৰু ইয়াৰ ফলত এই শ্ৰেণীবোৰৰ পৰস্পৰৰ মাজতে বিভিন্ন দ্বন্দ্ববোৰ গঢ় লৈ উঠিবলৈ আৰম্ভ কৰিছে। ভূমিহীন খেতিয়কৰ স্বাৰ্থ আৰু ধনী খেতিয়কৰ স্বাৰ্থ যিহেতু একে কেতিয়াও হ'ব নোৱাৰে, গতিকে অৱধাৰিতভাৱে এনে বিৰোধবোৰ গঢ়ি উঠিবলৈ বাধ্য। গতিকে নাৰডনিক-সকলে ভবাৰ দৰে জমিদাৰসকলৰ বিৰুদ্ধে বাকী সমগ্ৰ খেতিয়কক একেগোট কৰি 'খেতিয়ক কমিউনৰ' চিন্তাৰে সমাজবাদ গঢ়িবলৈ যোৱাতো আকাশকুসুম চিন্তাৰ বাহিৰে আন একো নহয়।

আনহাতে স্বৈৰতান্ত্ৰিক জাৰ প্ৰশাসন, আমোলাতন্ত্ৰ আৰু ভূমিদাস সামন্ত-শোষণৰ দ্বাৰা গাঁৱৰ ধনী, মজলীয়া, দুখীয়া সকলো খেতিয়কেই কম বেছি পৰিমাণে পিষ্ট। গতিকে ইয়াৰ বিৰুদ্ধে খেতিয়কৰ সংগ্ৰামৰ এক প্ৰগতিশীল, গণতান্ত্ৰিক, সমৰ্থনযোগ্য দিশ এটাও আছে। কিন্তু সমাজবাদীসকলে

গণতান্ত্ৰিক সংগ্ৰামৰ নামত ধোঁতিয়ক সমাজৰ মাজৰ শ্ৰেণী সংগ্ৰামৰ কথা পাহৰি যাব নোৱাৰে।

লেনিন আৰু তেওঁৰ সহযোগী মাৰ্ক্সবাদীসকলৰ এনে ধৰণৰ প্ৰচাৰে লাহে লাহে চামাৰাৰ ছাত্ৰ-যুৱক আৰু বুদ্ধিজীৱীসকলৰ একাংশক নাৰডনিক মতাদৰ্শৰ ঐতিহাসিক দুৰ্বলতা সম্পৰ্কে সজাগ কৰি তোলে।

ইয়াৰ পাছতেই ১৮৯৩ চনত লেনিনে নিজৰ কৰ্মস্থান পৰিৱৰ্তন কৰে। চামাৰাৰ সীমিত গণ্ডিৰ পৰা এইবাৰ তেওঁ এখন বিশাল কৰ্মক্ষেত্ৰলৈ ওলাই যায়। তেওঁ ওলাল ৰাচিয়াৰ ৰাজধানী চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীলৈ। ইতিমধ্যেই এই নগৰী ৰাচিয়াৰ ঔদ্যোগিক, অৰ্থনৈতিক, সাংস্কৃতিক আৰু ৰাজনৈতিক কেন্দ্ৰস্থল হৈ পৰিছে। চামাৰাত থকা কালতেই লেনিনে চেণ্ট পিটাৰ্চবাৰ্গ আৰু মস্কো নগৰীৰ শ্ৰমিক নেতা আৰু মাৰ্ক্সবাদীসকলৰ লগত প্ৰাথমিক যোগাযোগ গঢ়ি তুলিছিল। এতিয়া এই সমগ্ৰ যোগাযোগৰ সূত্ৰবোৰ একত্ৰিত কৰি এটা শ্ৰমিক শ্ৰেণীৰ সংগঠন গঢ়ি তোলাৰ কথা তেওঁ চিন্তা কৰিলে।

এনে সংগঠনৰ অবিহনে ৰাচিয়াৰ শ্ৰমিক শ্ৰেণীয়ে ৰাজনৈতিক বিপ্লৱৰ নেতৃত্ব দিয়াটো সম্ভৱপৰ নহয়। আৰু ৰাজধানী চেণ্ট পিটাৰ্চবাৰ্গক কেন্দ্ৰ কৰিয়েই এনে সংগঠন গঢ়ি তোলাৰ সুবিধা আৰু সম্ভাৱনা আটাইতকৈ বেছি।

# ১৪

## সাহিত্যৰ সোণালী যুগ-২ ঃ তলস্তয়ৰ আকাশলংঘী প্ৰতিভা



● লিঅ' তলস্তয়ৰ প্ৰথম যুগ ● তলস্তয়ী জীৱন দৰ্শন ● সাহিত্যকৃতি—ভয়না ই মীৰ—যুদ্ধ আৰু শান্তি ● আনা কাৰেনিনা ● পুনৰজীৱন ● তলস্তয়ৰ ৰাজনৈতিক প্ৰচাৰধৰ্মী সাহিত্য ● ব্যক্তিগত জীৱন ● ঐতিহাসিক ভূমিকা।

এই অধ্যায়ৰ বাবে সহায় লোৱা গ্ৰন্থপঞ্জী ঃ

(1) Tolstoy, Lev.—Stories —Raduga Publishers, Moscow. 1983

(2) Tolstoy, Lev. War and Peace Tr Constance Garnett Pan Books Ltd, London. 1972

(3) Plekhanov, G V.—Art and Social life. Progress Publishers, Moscow. 1979.

(4) Lenin—A Biography. Progress Publishers, Moscow. 1986

(5) Lukin, Yuri.—Lenin and Literature. Raduga Publishers, Moscow. 1988 p. 98—112.

(6) Leonov, L. 'Thoughts About Tolstoy' in Stories (No 1), Raduga Publishers., Moscow. 1983.

(7) হালদাৰ, গোপাল (Bengali)—ৰুচ সাহিত্যৰ ৰূপৰেখা,—এ মুখাৰ্জী এণ্ড কোং প্ৰাঃ লিঃ, কলিকতা-১২. ১৯৬৬.

পৃথিৱীৰ শ্ৰেষ্ঠ ঔপন্যাসিক কোন বুলি সুধিলে বহুতেই হয়তো একবাক্যে ক'ব—তলষ্টয়। তলষ্টয় যে বুচ সাহিত্যৰ শ্ৰেষ্ঠ লেখক তাত কোনো সন্দেহ নাই। প্ৰকৃত অৰ্থত ক্লাচিকেল লেখক নহ'লেও তেওঁ আছিল চিৰাচৰিত ধৰণৰ লেখক, ৰাচিয়াৰ মানুহ আৰু সমাজ সম্পৰ্কে তেৱেঁই বোধকৰো শেষ মহাকাব্যিক কথাশিল্পী।

দস্তয়ভস্কিৰ জন্মৰ ৭ বছৰ পাছতেই ১৮২৮ চনত ইয়াচ্‌নায়া পলিয়ানাৰ সেউজীয়া গ্ৰামাঞ্চলৰ এক বিখ্যাত অভিজাত পৰিয়ালত তেওঁ জন্মগ্ৰহণ কৰে। ইয়াতে আছিল তেওঁৰ মাকৰ ফালৰ ককাদেউতাক ভল্‌কন্‌স্কিৰ জমিদাৰি। প্ৰচণ্ড ব্যক্তিত্ববান, সৎ সেনানায়ক এই জমিদাৰৰ একমাত্ৰ জীয়ৰী আছিল লেভ নিকোলায়েভিচ্‌ তলষ্টয়ৰ মাক। মাত্ৰ ডেৰবছৰ বয়সতেই তেওঁ মাকক হেৰুৱায়, সাতবছৰত তেওঁৰ দেউতাকো স্বৰ্গগামী হয়। এগৰাকী দূৰ সম্পৰ্কীয় মাহীয়েক তাতিয়ানাই তেওঁক সৰু কালছোৱা ডাঙৰ-দীঘল কৰিছিলে। ঘৰতেই প্ৰাথমিক শিক্ষা সাং কৰি তেওঁ কাজান বিশ্ববিদ্যালয়ত পঢ়িবলৈ যায়।

যুৱক ছাত্ৰকালত অন্যান্য অভিজাত-পুঙ্গৱৰ লগত তেওঁৰ জীৱনযাত্ৰাৰ কোনো পাৰ্থক্য নাছিল। খেলা-ধুলা, চিকাৰ, ব্যায়াম, বন্ধু-বান্ধৱৰ লগত খুব জুৱাখেলা, মাজে মাজে মদ খাই মাতাল হোৱা, আৰু নিষিদ্ধ অভিজ্ঞতা লাভৰ বাবে বেশ্যালয়লৈ যোৱা—এয়েই আছিল তেওঁৰো সেইকালৰ দিনপঞ্জী। স্বাভাৱিকতেই জুৱা আৰু মদ্যপানৰ ফলত তেওঁ ধাৰতো পোত গৈছিল আৰু আন সকলো অভিজাত যুৱকৰ দৰে ধাৰৰ দেনা শোধ কৰিবৰ বাবে তেওঁ চেণ্ট পিটাৰ্চবাৰ্গলৈ গৈ ৰাজকীয় সেনাবাহিনীৰ বিষয়া হিছাপেও যোগ দিছিল। এই কালছোৱাত তেওঁ ক্ৰিমিয়াৰ যুদ্ধলৈকো যাব লগা হ'ল। আৰু এই সময়ৰ পৰাই তেওঁৰ লেখা-মেলাও আৰম্ভ হ'ল। তেওঁৰ প্ৰথম কিতাপ 'শৈশৱ' (১৮৫২) ইতিমধ্যে প্ৰকাশ পাইছিল। ইয়াৰ পাছতেই তেওঁ সেনাবাহিনীৰ পৰা অৱসৰ লৈ পলিয়ানাৰ জমিদাৰিলৈ উভতি আহিল। জমিদাৰি চলাবলৈ আৰম্ভ কৰাৰ পাছত তেওঁ এক নতুন মানৱতাবাদী জীৱন দৰ্শন গঢ়ি তুলিবলৈ আৰম্ভ কৰিলে। এই জীৱন দৰ্শনৰ কেন্দ্ৰবিন্দু আছিল ৰাচিয়াৰ কৃষক সমাজ। কৃষকসকলৰ মাজত শিক্ষাৰ বিস্তাৰ আৰু জনকল্যাণমূলক কাম-কাজত তেওঁ ব্ৰতী হৈ পৰিল। ইয়াৰ মাজেৰে তেওঁ কিছুমান বিশেষ মতবাদো গঢ়ি তুলিবলৈ ধৰিলে। তেওঁ নিজে জমিদাৰ আছিল, জমিদাৰি চলাইছিল। কিন্তু জমিদাৰি শোষণক তেওঁ কোনোপধ্যে সমৰ্থন কৰা নাছিল। অথচ এই জমিদাৰি ব্যৱস্থাৰ বিলোপসাধনো তেওঁৰ কাম্য নাছিল। সেই যুগত সামন্ততন্ত্ৰৰ বিৰুদ্ধে যি বিপ্লৱী জাগৰণ আৰম্ভ হৈছিল তাকো তেওঁ সমৰ্থন কৰা নাছিল। এই ক্ষেত্ৰত তেওঁৰ মতাদৰ্শ আছিল এনে ধৰণৰ—জমিদাৰে তেওঁৰ অধীনৰ খেতিয়কসকলক পুত্ৰৰ দৰে মৰম স্নেহ কৰিব, নিৰ্যাতন নিপীড়নৰ পৰিৱৰ্তে মৰম আৰু ন্যায়

বিচাৰেৰে সমাজত শৃংখলা ৰাখিব আৰু খেতিয়কসকলেও জমিদাৰক নিজৰ পিতাকৰ দৰে শ্ৰদ্ধা ভক্তি কৰিব আৰু খেতিয়ক জমিদাৰ সকলোৱে শাৰীৰিক পৰিশ্ৰম আৰু শুদ্ধ অন্তঃকৰণেৰে কাম কৰি যাব। তেওঁৰ এই ধাৰণা একপ্ৰকাৰ প্ৰেমেৰে মানুহৰ হৃদয় আৰু প্ৰবৃত্তি জয় কৰাৰ পৰিকল্পনা। কঠোৰ বাস্তৱত এই পৰিকল্পনা বিমানেই অসাৰ, অবাস্তৱ আৰু অসম্ভৱ নহওক লাগিলে তাতে তেওঁৰ চিন্তা নাই। অশান্তিৰে পূৰ্ণ পৃথিৱীৰ মাজত মানুহৰ হৃদয় পৰিৱৰ্তনেৰে শান্তিৰ মৰুদ্যান নিৰ্মাণতেই তেওঁৰ কল্পনা ব্যস্ত। কেৱল কল্পনাই নহয়, সহজ-সৰল অনাড়ম্বৰ জীৱন যাপনেৰে নিজে এক দৃষ্টান্ত দাঙি ধৰিবলৈকো তেওঁ চেষ্টা কৰিলে।

আধুনিক সভ্যতা আৰু ই জন্ম দিয়া জীৱনৰ জটিলতাৰ বিৰুদ্ধে তেওঁ তুলি ধৰিলে প্ৰকৃতিৰ গুণ গৰিমা, এক সৰল, যৌথ কৃষিনিৰ্ভৰ পৰিশ্ৰমী জীৱন-যাত্ৰাৰ আদৰ্শ। এই আদৰ্শ কিন্তু দাৰ্শনিক ৰুচ'ৰ প্ৰকৃতিবাদ আৰু আদিম সৰল মানুহৰ চিন্তাৰ পৰা সুকীয়া। সামন্ত নিপীড়ন আৰু ইয়াৰ জটিল ধৰ্মীয় দৰ্শনৰ বিপৰীতে ৰুচ'ই দাঙি ধৰিছিল প্ৰকৃতিক পৰম সত্য ৰূপে, আৰু সামন্তশোষণে পিষ্ট কৰি নষ্ট কৰা মানুহৰ আগত দাঙি ধৰিছিল আদিম মানুহক, যি মানুহ আছিল সকলোফালৰ পৰা স্বাধীনচিতীয়া, মুক্ত। ৰুচ'ৰ আদৰ্শ আছিল ব্যক্তি স্বাতন্ত্ৰ্যৰ আদৰ্শ—বুৰ্জোৱা সমাজৰ জীৱনাদৰ্শ। আনহাতে তলষ্টয়ৰ আদৰ্শ আছিল এই চিন্তাৰেই বিৰোধী মতবাদ। তেওঁ ব্যক্তি স্বাতন্ত্ৰৰ নামত পুঁজিবাদী সমাজক সমৰ্থন কৰা নাছিল, বৰঞ্চ ইয়াৰ বিৰোধিতা কৰি এক পৰিশ্ৰমী, সৰল, খেতিয়কৰ যৌথ সমাজ বান্ধোনৰ কল্পনা কৰিছিল।

মতাদৰ্শৰ দিশৰ পৰা ই পশ্চাৎপদ আৰু অবাস্তৱ হ'লেও সামন্ততন্ত্ৰ আৰু পুঁজিবাদী সমাজৰ বিৰুদ্ধে ইয়াত যি বিৰোধিতাৰ বীজ নিহিত আছিল, তলষ্টয়ৰ অনভিপ্ৰেতভাৱে সি ৰাচিয়াৰ মানুহক এই ব্যৱস্থাক উৎখাত কৰিবলৈ অনুপ্ৰেৰণাহে যোগাইছিল।

তলষ্টয়ৰ চিন্তাৰ আৰু এটা দিশ উল্লেখ কৰাটো ভাল হ'ব।

তলষ্টয়ে আনন্দ আৰু আত্মাৰ উৎকৰ্ষ সাধনৰ বাবে শাৰীৰিক পৰিশ্ৰমৰ যি নিদান দিছিল, সি খেতিয়কসকলৰ বাবে নাছিল; খেতিয়কেতো পৰিশ্ৰম কৰিবই, ই তেওঁৰ বাবে স্বভাৱসিদ্ধ, স্বাভাৱিক কথা। তেওঁ এই নিদান দিছিল আয়াসপ্ৰিয়, বিলাসী, শ্ৰমবিমুখ অভিজাত আৰু বুৰ্জোৱা শ্ৰেণীক। আনৰ কষ্টৰ ফল শোষণ কৰি নিজে আৰামত থকাৰ বিপৰীতে এই শ্ৰেণীবোৰক তেওঁ পৰিশ্ৰম কৰিবলৈ কৈছিল। এয়ে আছিল তলষ্টয়ৰ পূৰ্ণজীৱন লাভৰ পথ।

তলষ্টয়ৰ এই চিন্তা ভাৰতীয় দাৰ্শনিক চিন্তাৰ লগত, য'ত শাসক ৰজাক কৰ্মযোগী হ'বলৈ, শাৰীৰিক পৰিশ্ৰম কৰিবলৈ, হাল বাবলৈ আৰু লগতে

জ্ঞানাৰ্জন তথা সংসাৰৰ বিলাস-বাসনা ত্যাগ কৰি ৰাজৰ্ষি হ'বলৈ কোৱা হয় তাৰ লগত বহুতো সাদৃশ্য আছিল। তলষ্টয়ৰ চিন্তাই সেয়ে পৃথিৱীৰ বহুতো দেশৰ লগতে ভাৰতকো অনুপ্ৰাণিত কৰিছিল। মহাত্মা গান্ধীও তলষ্টয়ৰ এই চেতনাৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱিত হৈছিল।

তলষ্টয়ৰ সমগ্ৰ ৰচনাৰ মাজেৰে এনে জীৱনাদৰ্শই প্ৰকাশ পাইছিল। সৃষ্টিশীল উপন্যাসৰ মাজত অন্তঃসলিলা ফল্গুৰ দৰে, আৰু ৰাজনৈতিক প্ৰচাৰ পত্ৰবোৰৰ জৰিয়তে প্ৰত্যক্ষভাৱে তেওঁ ইয়াকে প্ৰকাশ কৰিছিল।

তলষ্টয়ৰ চিন্তাৰ এই প্ৰাথমিক আলোচনাৰ অন্তত আমি তেওঁৰ জীৱন আৰু সাহিত্যকৃতিৰ প্ৰসংগলৈ আহোঁ।

প্ৰথম কিতাপ 'শৈশৱ' প্ৰকাশৰ পাছতে 'কৈশোৰ' আৰু 'যৌৱন' নামে ইয়াৰ পৰৱৰ্তী খণ্ডদুটাও প্ৰকাশিত হয়। ইতিমধ্যে তেওঁৰ বিখ্যাত 'কচাক' প্ৰকাশিত হৈছে। ১৮৬৪ চনৰ পৰা পলিয়ানাৰ জমিদাৰিতে তেওঁ আৰম্ভ কৰে তেওঁৰ অন্যতম শ্ৰেষ্ঠ উপন্যাস—'ভয়না ই মীৰ—যুদ্ধ আৰু শান্তি'।

বহুতো বিখ্যাত সাহিত্য সমালোচকৰ মতে এই উপন্যাসখন অদ্যাবধি কেৱল ৰুচ সাহিত্যৰে নহয় পৃথিৱীৰেই শ্ৰেষ্ঠতম উপন্যাস। ৰুচ সমাজ জীৱন ইয়াৰ বহু বৈচিত্ৰ্যতা, দ্বিধা, দ্বন্দ্ব আৰু সবলতাৰে যিমান সুন্দৰভাৱে এই উপন্যাসত ফুটি উঠিছে, অন্য কোনো উপন্যাসতে তাৰ তুলনা পাবলৈ নাই। তলষ্টয়ৰ জীৱন দৰ্শনো ইয়াৰ মাজত সকলো শিল্পগুণ বজাই ৰাখি প্ৰচ্ছন্নভাৱে ফুটি উঠিছে। ইয়াৰ মৰ্মাংশ সংক্ষেপে এনে—

মহাকাব্যধৰ্মী এই উপন্যাস ৰচিত হৈছে নাপোলয়েঁৰ মস্কো অভিযানৰ ঘটনাকালত। এই যুগত যুদ্ধৰ পৰিৱেশত ৰুচ সমাজ জীৱনৰ উত্থান-পতন মানৱীয় কাহিনীৰ মাজেৰে ফুটি উঠিছে। যুদ্ধৰ ভগ্নাৱশেষৰ পৰা নৱজীৱনৰ জন্ম-যান্ত্ৰণা আৰু নাপোলয়েঁৰ পতনৰ পিছত অহা শান্তিত ইউৰোপৰ মানুহৰ আশাভংগৰ পৰ্যায়লৈকে ইয়াৰ ব্যাপ্তি। মূলতে যুদ্ধৰ পৰিৱেশত তিনিটা ৰুচ অভিজাত পৰিয়ালৰ কাহিনীৰেই এই উপন্যাস গঢ়ি উঠিছে। ধীৰ, স্থিৰ গতিত আগবাঢ়িছে উপন্যাসৰ এই কাহিনী ভাগ, আৰু কাহিনীৰ মাজেৰে ফুটি উঠিছে যুদ্ধৰ প্ৰচণ্ড গতিৰ মাজেৰে সাধাৰণ মানুহৰ জীৱন কাহিনী—অকল কাহিনীয়েই নহয়, জীৱন দৰ্শনো। ৫৫৯টা চৰিত্ৰ থকা এই মহাকাব্যত কিছু কথা অত্যন্ত স্পষ্ট, যুদ্ধ শৌৰ্য-সাহস-বীৰত্বৰ প্ৰতীক নহয়, ই হত্যাৰেই অন্য এক ৰূপ, ইয়াক সেনাপতিসকলৰ চতুৰ পৰিকল্পনাই পৰিচালনা নকৰে, কৰে সাধাৰণ মানুহৰ প্ৰয়াসে—জনজীৱনৰ কেতবোৰ অজান নিগূঢ় নিয়মে। যুদ্ধৰ ধ্বংসৰ মাজেৰেও ঘোষিত হয় জনজীৱনৰ মহত্ত্ব। এই মহাকাব্যত তলষ্টয়ৰ ৰোমাঞ্চ বিৰোধী, বীৰত্ব বিৰোধী, ইতিহাসৰ মোহ বিধ্বংসী চিন্তা-চেতনা ছত্ৰে ছত্ৰে প্ৰবাহিত হৈ আছে। জীৱনক খ্ৰীষ্টীয় অহিংসা আৰু অভিমানহীন

সাঁহক্‌ তাৰে গ্ৰহণ কৰাটোৱেই মানৱ জীৱনৰ প্ৰকৃত কৰ্তব্য আৰু ধৰ্ম বুলি গ্ৰহণ কৰিবলৈ ইঙ্গিত কোৱা হৈছে। আৰু ইয়াৰ লগতে জড়িত কৰা হৈছে নীতিনিষ্ঠভাৱে জীৱন যাপন কৰাৰ প্ৰয়োজনীয়তা। তলস্টয়ৰ এই উপন্যাসত এক নৈতিক জীৱন-জিজ্ঞাসাৰ সুৰ অনবৰত বাজি আছে আৰু ইয়েই উপন্যাসখনক এক মহৎ চৰিত্ৰ প্ৰদান কৰিছে—মানুহৰ জীৱনৰ সাৰ্থকতা এক সৎ, নৈতিক আৰু বিশ্বভাতৃত্বৰ আদৰ্শৰে পূৰ্ণ জীৱন যাপনত, এয়ে ইয়াৰ অন্যতম শিক্ষা।

ইয়াৰ পিছতেই প্ৰকাশ পায় তলস্টয়ৰ দ্বিতীয় উপন্যাস 'আনা কাৰেনিনা।' যুদ্ধ আৰু শান্তিৰ বিশাল ব্যাপ্তিৰ তুলনাত এইখন এখন নিটোল পাৰিবাৰিক উপন্যাস। যদিও তলস্টয়ে সাহিত্যত 'এটা নিটোল গল্পৰ' প্ৰয়োজনীয়তা স্বীকাৰ নকৰিছিল, তথাপিও ইয়াৰ কাহিনী বিন্যাস কিন্তু সুগঠিত। আনা কাৰেনিনা এগৰাকী অভিজাত গৃহিণী—স্বামী, পুত্ৰ লৈ তেওঁৰ সুখৰ সংসাৰ। হঠাতে তেওঁ লগ পালে এজন প্ৰাণৱন্ত বিলাসী যুৱক ভ্ৰুণস্কিক। সংসাৰৰ বান্ধোনৰ পৰা প্ৰেমৰ অন্বেষণত ওলাই আহিল আনা, ভ্ৰুণস্কিৰ লগত তেওঁ পলাই গ'ল ইউৰোপলৈ। কিন্তু এই কাংক্ষিত প্ৰেমময় জীৱনে তেওঁক সুখ দিব নোৱাৰিলে, শান্তি দিব নোৱাৰিলে। ধৰ্ম, নীতি, মান-মৰ্যাদা, সংসাৰ সকলো এৰি আহি অপমান, লাঞ্ছনা, কামনা, ঈৰ্ষা আৰু অস্বস্তিত দিন কটাবলৈ ধৰিলে। লাহে লাহে আনা আৰু ভ্ৰুণস্কিৰ মনত বোধোদয় ঘটিল, জীৱন সম্পৰ্কে উপলব্ধি আহিল, কিন্তু তেতিয়া আৰু সময় নাই। নীতিভ্ৰষ্ট আপোনপেটীয়া জীৱনে তেওঁলোকক টানি লৈ গ'ল অমোঘ ট্ৰেজেদিৰ ফালে। আনাই ৰেলৰ তলত পৰি আত্মহত্যা কৰিলে, ভ্ৰুণস্কি গ'ল যুদ্ধলৈ, ভগ্ন কিন্তু নীতিনিষ্ঠ মন লৈ।

আনা আৰু ভ্ৰুণস্কিৰ কাহিনীৰ সমান্তৰাল হিছাপে তলস্টয়ে আঁকিছে আৰু এখন সংসাৰৰ চিত্ৰ, সাধাৰণ খেতিয়ক লেভিন আৰু তেওঁৰ পৰিবাৰৰ। গাঁৱৰ সাধাৰণ কৃষকৰ জীৱন যাপনৰ মাজেদি তেওঁলোকে দেখুৱাইছে নীতিনিষ্ঠ জীৱনৰ মহত্ব। এনেদৰে খেতিয়কৰ মাজেদি তলস্টয়ে প্ৰকাশ কৰিছে তেওঁৰ জীৱনবোধ—পৰিশ্ৰম, আত্মদান, নৈতিক জীৱনৰ মাজেদি মানুহৰ কল্যাণ, শান্তি আৰু জীৱনৰ মৰ্যাদা লাভৰ প্ৰক্ৰিয়া। মানুহৰ অন্তৰৰ স্বাভাৱিক পথ আৰু পৰিণতিও ইয়েই, নীতি ধৰ্মৰ মাজেদিয়েই ইয়াৰ সাৰ্থকতা। 'যুদ্ধ আৰু শান্তিতো' তেওঁ জীৱনদৰ্শন দেখুৱাইছে এজন নিৰক্ষৰ সৎ খেতিয়কৰ মাজেদিয়েই।

এই উপন্যাসক বহুতে পৃথিৱীৰ শ্ৰেষ্ঠ মনোবিশ্লেষণমূলক উপন্যাস বুলি কয়, কিন্তু ই হ'ল স্বাভাৱিক, সুস্থ মনৰ বিশ্লেষণ, দস্তয়ভস্কিৰ দৰে দ্বিধাবিভক্ত অসুস্থ মনৰ অনুসন্ধান নহয়।

তলষ্টয়ৰ তৃতীয় বৃহৎ উপন্যাস হ'ল 'পুনৰজীৱন'। জীৱনৰ অপৰাহ্নৰ উপন্যাস এইখন। এই সময়লৈ তলষ্টয় ধৰ্ম আৰু নৈতিকতাৰ বিষয়ে অধিক আগ্রহী হৈ উঠিছে, অকল আগ্রহীয়েই নহয়, নিজৰ জীৱন, ৰীতি সকলো তেওঁ সলাই পেলাইছে—একপ্রকাৰ নীতিশিক্ষা আৰু ধৰ্মশিক্ষাৰ প্রচাৰকৰ ভূমিকা লবলৈ আৰম্ভ কৰিছে। আৰু ইয়াৰ ফলাফল তেওঁৰ লেখনীতো পৰিছে। তেওঁৰ এই তৃতীয় বৃহৎ উপন্যাসতো ই স্পষ্ট। কিন্তু শিল্পীৰ কলা নৈপুণ্যই তথাপিও ইয়াক কলাৰ পৰিসীমাৰ বাহিৰলৈ, প্রচাৰধৰ্মী সাহিত্যৰ স্তৰলৈ লৈ যোৱা নাই।

এক অভিজাত যুৱক নেখ্লুডভে ছুটীত আত্মীয়ৰ ঘৰলৈ ফুৰিবলৈ আহোঁতে এক কিশোৰী দাসীকন্যাক প্রতাৰণা কৰে। ছুটীৰ শেষত তেওঁ গুচি যায় কিন্তু দাসীকন্যা অন্তঃসত্বা হয়। তাৰ পাছত দাসীকন্যা কাতিয়াই এটা মৃত সন্তান প্রসৱ কৰে। প্রেমৰ ক্ষেত্রত প্রতাৰিত কাতিয়া গৃহচ্যুতা হয় আৰু অৱধাৰিত গতিৰে অন্ধকাৰ পৃথিৱীলৈ নামি যায়। কাতিয়া গণিকা হয় আৰু শেষত গৈ নৰহত্যাত জড়িত হৈ পৰে। ইমান দিনে নেখ্লুডভে কাতিয়াক পাহৰি পেলাইছিল। যৌৱনৰ প্রথম দেহজ প্রেম আৰু প্রতাৰণাৰ কথা তেওঁৰ মনত নাছিল। কিন্তু হঠাৎ এদিন আদালতত হত্যাৰ অভিযোগত অভিযুক্ত কাতিয়াক তেওঁ দেখা পালে। কৌতূহলে তেওঁক বিচাৰ কক্ষলৈ টানি আনিলে আৰু এনেদৰেই তেওঁৰ জীৱনলৈ আহিল পৰিৱৰ্তন। তেওঁৰ বিবেক জাগি উঠিল, তেওঁ নিজৰ পাপৰ দায়িত্ব স্বীকাৰ কৰি কাতিয়াক উদ্ধাৰ কৰিবলৈ উঠিপৰি লাগিল। তেওঁ কাতিয়াক নিজৰ কৰি গ্রহণ কৰিবলৈ সংকল্প ললে। কিন্তু এই কামত তেওঁ বাধা পালে প্রচুৰ। ৰাষ্ট্ৰৰ দ্বাৰা দণ্ডিত কাতিয়াক আইন আদালত আৰু বিচাৰকসকলে নতুন জীৱনৰ সুবিধা নিদিয়ে। অত্যন্ত নিদাৰুণ-ভাৱে তলষ্টয়ে ইয়াত চৰকাৰী আইনৰ প্রহসনমূলক চৰিত্র ফুটাই তুলিছে। আৰু ধৰ্ম—গির্জা—চৰকাৰী ধৰ্মৰ ধ্বজাধাৰী গির্জাৰ হৃদয়হীন কাৰবাৰক প্রচ্ছন্ন ব্যঙ্গেৰে থকাসৰকা কৰিছে তলষ্টয়ে। মানৱীয়তাৰ ধৰ্ম হেৰুৱাই পেলোৱা সমাজৰ তথাকথিত বিবেকৰক্ষী গির্জাৰ ভয়াবহ দুষ্কৃতিক ক্ষমাহীনভাৱে উদঙাই দিছে তেওঁ। এনেদৰে, এই সমগ্র প্রক্রিয়াটোৰ মাজেৰে অন্তৰাত্মাৰ বোধোদয় আৰু বিবেকৰ জাগৰণৰ জৰিয়তে নেখ্লুডভৰ এক নৱজীৱনৰ উন্মেষ ঘটিছে—এয়ে তেওঁৰ পুনৰজীৱন। যীশুখ্রীষ্টৰ মৃত্যুৰ পাছতো পুনৰজীৱনৰ প্রতীকী আদৰ্শৰে তলষ্টয়ে দেখুৱাইছে নীতি আৰু বিবেকৰ জাগৰণৰ জৰিয়তে মানুহৰ পুনৰজন্ম। কিন্তু, যি পৰাকী নাৰী কাতিয়াৰ বাবে প্রাণপাত কৰি নেখ্লুডভে এই সত্যৰ সন্ধান পালে মানৱীয় নীতি ধৰ্মৰ পৰা স্খলিত সেই নাৰীৰ মুক্তি কিন্তু তলষ্টয়ে নেদেখুৱালে।

এই তিনিখন মহৎ উপন্যাসৰ জৰিয়তে তলষ্টয়ে বাচিয়াৰ জীৱনৰ এখন

বাস্তৱ ছবি অংকন কৰাৰ লগে লগে যি নতুন জীৱনবোধৰ প্ৰচাৰ কৰিলে, তাৰ প্ৰভাৱ কিন্তু ৰাচিয়াৰ জীৱনত অতি গভীৰভাৱে পৰিল। কিন্তু, ইয়াৰ স্বাভাবিক বিকাশ তলস্তয়ে বিচৰা আত্মত্যাগ আৰু সহজ গ্ৰামীণ জীৱনৰ দিশলৈ নগৈ, অন্যায়ৰ বিৰুদ্ধে সচেতনতাৰ বৃদ্ধিৰ জৰিয়তে সমাজৰ সাৰ্বিক ৰূপান্তৰৰ আকাংক্ষালৈহে ই প্ৰবাহিত হ'ল। অনাকাংক্ষিতভাৱেও তলস্তয়ৰ মহান লেখনীয়ে জগাই গ'ল এক সমাজ বিপ্লৱৰ ভ্ৰূণ। মানুহে জীৱনৰ অৰ্থ নৈতিকতাৰ মাজতেই বিচাৰিবলৈ ধৰিলে, কিন্তু সেই নৈতিকতা খেতিয়ক সমাজৰ মাজত নহয়, ভৱিষ্যতৰ গৰ্ভত সোমাই থকা সমাজবাদী সমাজৰ মাজতহে সন্ধান কৰিলে।

এই তিনিখন উপন্যাসৰ উপৰিও তলস্তয়ে আৰু প্ৰচুৰ গল্প তথা উপন্যাস লিখিছিল। এই আটাইবোৰৰ মাজেৰে তেওঁৰ জীৱনবীক্ষা তেওঁ ফুটাই তুলিছিল। আগ বয়সৰ 'কচাক' গল্পটোৰ পৰা আৰম্ভ কৰি 'সুখৰ সংসাৰ', 'ইভান ইলিচৰ মৃত্যু', 'পাগলৰ স্মৃতিকথা', 'হাজি মুৰাদ', 'ক্ৰয়েটসাৰ সোনাটা' আদি তেওঁৰ গুৰুত্বপূৰ্ণ লেখনী। অন্ধকাৰৰ প্ৰতাপ, শিক্ষাৰ ফল আদি কেবাখনো নাটকো তেওঁ লিখিছিল। এই আটাইবোৰে তেওঁৰ দুৰ্মদ সাহিত্য প্ৰতিভাৰেই চিনাকি বহন কৰে।

এই সৃষ্টিধৰ্মী সাহিত্যৰ বাহিৰেও তেওঁ নিজৰ জীৱন-দৰ্শনৰ আৰু মতবাদৰ ওপৰত কিছুমান লেখা লিখিছিল। সাহিত্য আৰু সমাজৰ বিচাৰত এইবোৰো গুৰুত্বে অসাধাৰণ। এই লেখাবোৰৰ বিষয়ে এতিয়া আমি সামান্য আলোচনা কৰো।

তলস্তয়ৰ এই মতবাদৰ লেখাবোৰৰ মাজেদিয়েই প্ৰকাশ পাইছে তেওঁৰ জীৱনাদৰ্শ অকৃত্ৰিম আৰু অবিকৃতভাৱে। তেওঁৰ অন্যতম লেখা হ'ল 'মোৰ জবানবন্দি'। ইয়াত মনীষী ৰুচ'ৰ দৰে তেওঁ সমাজ আৰু জীৱন সম্পৰ্কে নিজস্ব দৃষ্টিভংগী দাঙি ধৰিছে। আত্মসংগ্ৰাম আৰু আত্মজিজ্ঞাসাৰ সাৰ্থক চিত্ৰ এইখন। লগতে ই হ'ল এখন নীতিবাদৰ দলিল। ইয়াত তেওঁ আকৌ এবাৰ ৰুচ কৃষকসমাজৰ ওপৰত আস্থা স্থাপন কৰিছে আৰু ৰুচিয়াৰ ভৱিষ্যতৰ পথ খ্ৰীষ্ট প্ৰচাৰিত সাম্যৰ ভিত্তিত গঠিত এক যৌথ পৰিশ্ৰমৰ কৃষি-ব্যৱস্থা বুলি নিৰ্দেশ কৰিছে। ধৰ্মৰ সহায়ত সমাজ সংগঠন নহয়, ধৰ্ম আৰু নৈতিকতাৰে ব্যক্তিত্বৰ বিকাশৰ জৰিয়তে সুস্থ সমাজ স্থাপনৰ চিন্তা কৰিছে। তলস্তয়ৰ এই দৰ্শন মৰ্মৰ দিশৰ পৰা নাৰডনিকসকলৰ দৰ্শনৰ ওচৰ সম্বন্ধীয়। সমাজবাদী চিন্তাৰ পৰা ই দূৰৰ বস্তু। চৰিত্ৰৰ দিশৰ পৰা ই পশ্চাৎপদ আৰু নৈৰাজ্যবাদী হ'লেও ৰুচ ৰাষ্ট্ৰ আৰু গিৰ্জা-যাজক কবলিত ধৰ্মৰ দুষ্কৃতিৰ পৰা ই বহুত নিৰ্মল আৰু উন্নত ধাৰা। আৰু, ৰাষ্ট্ৰ আৰু গিৰ্জাৰ নিপীড়ন আৰু অন্যায়ৰ বিৰুদ্ধে ইয়াৰ প্ৰতিবাদ ইয়াৰ অন্যতম শক্তি।

'শিল্প কি ?' এই লেখনীত তলস্তয়ে সকলোধৰণৰ কৃত্ৰিমতা, বাক্-চাতুৰ্য পৰিহাৰ কৰি সৰলভাৱে সত্যক দাঙি ধৰাতেই শিল্পৰ লক্ষ্য নিৰ্দিষ্ট কৰিছে। কিন্তু, তেওঁৰ এই সত্য বাস্তৱত হ'লেও ই হ'ল নীতিবোধৰ তুলাচনীৰে জোখা বাস্তৱতাহে। এই অবৈজ্ঞানিক দৃষ্টিভংগী আৰু জগতে নিষ্ক্ৰিয় প্ৰতিৰোধৰ ধাৰণাই তেওঁক প্ৰকৃততে বাস্তৱিক সত্যৰ পৰা দূৰলৈহে লৈ গৈছে। এনেদৰে বিভিন্ন পুস্তিকাৰ জৰিয়তে তলস্তয়ে বিভিন্ন দিশৰ ওপৰত আলোকসন্ধানী লেখা এৰি থৈ গৈছে।

এতিয়া তলস্তয়ৰ ব্যক্তিগত জীৱন কেনেকুৱা আছিল চোৱা যাওক।

তলস্তয়ৰ স্ত্ৰী আছিল সোফিয়া আন্দ্ৰেয়ভনা, তেৰটি পুত্ৰকন্যাৰ জননী। তেওঁ আছিল সাধাৰণ ৰক্তমাংসৰ নাৰী, তলস্তয়ৰ দৰে কালজয়ী প্ৰতিভা নহয়। গতিকে তলস্তয়ৰ জীৱন দৰ্শন, আত্মত্যাগ, আত্মনিপীড়ন আৰু ঔদাসীন্যৰ পৰিবৰ্তে তেওঁ আছিল বিষয় বুদ্ধিশীলা, নিজৰ সন্তানৰ ভৱিষ্যতৰ বাবে চিন্তিত মাতৃ এগৰাকী। যিমানেই বিষয় সম্পত্তি আৰু পাৰ্থিৱ সুখ-দুখৰ প্ৰতি তলস্তয়ৰ বিৰাগ বাঢ়িল, সিমানে সোফিয়াই জমিদাৰি সা-সম্পত্তিৰ প্ৰতি চকু দিলে। তলস্তয়েও সকলো সম্পত্তি পৰিবাৰক সঁপি দিলে। কিন্তু, ইয়াৰ পিছতে তেওঁ নিজৰ জীৱনদৰ্শন মানি নোলোৱাত স্ত্ৰীৰ প্ৰতি বিৰাগ হৈ উঠিল, অত্যন্ত স্বাৰ্থপৰ বুলি সোফিয়াক তেওঁ গণ্য কৰিলে। শেষ বয়সত তেওঁৰ ধাৰণা হ'ল যে এই পাৰিবাৰিক স্বাৰ্থপৰ বন্ধন তেওঁৰ নৈতিক জীৱন-যাপনৰ বাটৰ এক ডাঙৰ অন্তৰায়। বৃদ্ধ তলস্তয়ে ঘৰ এৰি বাহিৰ ওলাই আহিল আৰু সেই যাত্ৰাতে অসুস্থ হৈ পৰি মৃত্যুবৰণ কৰিলে।

সোফিয়াক বহুযুগ মানুহে ভুল বুজিলে, ভাবিলে তেওঁৰ দুৰ্ব্যৱহাৰৰ বাবেই তলস্তয়ে গৃহত্যাগ কৰি ওলাই আহিল। সত্য কিন্তু এনেকুৱা নহয়। এই কথা ঠিক যে সোফিয়াই স্বামীৰ মতাদৰ্শ গ্ৰহণ কৰা নাছিল। কিন্তু পাৰিবাৰিক কৰ্তব্যৰ কোনো ত্ৰুটি তেওঁৰ নাছিল। তলস্তয়ৰ সমগ্ৰ লেখনী বাৰে বাৰে অসীম ধৈৰ্যৰে তেওঁ নকল কৰি দিছিল। তলস্তয়ে এটা পৃষ্ঠাকে কেতিয়াবা পঞ্চাশ বাৰতকৈও বেছিকৈ কাটি লিখিছিল। স্বামীৰ পৰিচৰ্যাতো তেওঁ কোনোকালে হেমাহি কৰা নাছিল। কিন্তু, স্বামীৰ আদৰ্শবাদ, নৈতিকতা আৰু ধৰ্মৰ আদৰ্শ গ্ৰহণ কৰি তেওঁ নিজৰ সন্তানসকলৰ ভৱিষ্যৎ সংশয়াচ্ছন্ন কৰিবলৈ ৰাজী নাছিল।

তলস্তয়ৰ পাৰিবাৰিক জীৱনো আছিল এখন উপন্যাসৰ দৰেই।

শেহান্তৰত তলস্তয়ৰ ঐতিহাসিক ভূমিকাৰ কথা বিচাৰ কৰি চাব লাগিব। তলস্তয়ৰ লেখনী আৰু মতাদৰ্শই কেৱল ৰাছিয়াতে যে গভীৰ প্ৰভাৱ পেলাইছিল তেনে নহয়, সমগ্ৰ পৃথিৱীৰ এটা প্ৰজন্মক তেওঁ অনুপ্ৰাণিত কৰি গৈছিল। তেওঁ আছিল অন্যায়ৰ বিৰুদ্ধে প্ৰচণ্ড এক প্ৰতিবাদী সত্তা; নিজস্ব নীতি-ধৰ্মৰ

জীৱনাদৰ্শৰে তেওঁ কৈছিল—সমাজ অসত্য, সভ্যতাও সত্য নহয়, ৰাষ্ট্ৰ হ'ল এক অত্যাচাৰী ব্যৱস্থা, গিৰ্জা শাসক শ্ৰেণীৰ পাপ কাৰ্যৰ সহচৰ, ব্যক্তিগত সম্পত্তি হ'ল আনৰ পৰা লুণ্ঠিত বস্তু, পাৰিবাৰিক বান্ধোন হ'ল মিছা চলনাৰ ফান্দ, কামনা-বাসনা সকলো অলীক, শিল্প সাহিত্যও নীতিবোধৰ গুণেৰে পুষ্ট নহ'লে অসাৰ, পৃথিৱীত সত্য হ'ল প্ৰাকৃতিক জীৱন—কৃষক সমাজৰ শ্ৰমসাৰ্থক ধৰ্ম আৰু নীতিনিষ্ঠ যৌথ জীৱনেই মানৱ মুক্তিৰ চৰম পথ। তলষ্টয়ৰ এই নীতিনিষ্ঠ সংগ্ৰামী সত্তা কিন্তু সামাজিক দৃষ্টিৰ পৰা অতি গুৰুত্বপূৰ্ণ। তেওঁৰ জীৱন আৰু দৰ্শনে ৰুচ সমাজক অন্যায় অত্যাচাৰৰ বিৰুদ্ধে সচেতন কৰিলে। বিবেকৰ জাগৰণ শিকালে। তেওঁৰ মতবাদ সময়ৰ সোঁতত গৃহীত নহ'লেও, তেওঁৰ প্ৰতিবাদী সত্তাই জাতিক, বিশ্বমানৱক জগাই তুলিলে। এই দুৰ্জয় তপস্বীৰ নীতিনিষ্ঠ দুৰ্বাৰ লেখনীৰ আগত কি জাৰ, কি গিৰ্জা, কি সমাজসংস্কাৰ কোনোৱেই বাধা হ'ব নোৱাৰিলে, তেওঁ হৈ পৰিল ৰুচ জনসাধাৰণৰ প্ৰতিবাদী আত্মা। লেনিনৰ মতেও 'তলষ্টয়ৰ সামাজিক মতবাদ প্ৰতিক্ৰিয়াশীল হ'লেও তেওঁ নিজৰ অজ্ঞাতসাৰেই বিদ্ৰোহকে পুষ্ট কৰি গ'ল, বিপ্লৱক কৰি গ'ল পৰোক্ষ সহায়তা আৰু শিল্প সাহিত্যক কৰি গ'ল জনসাধাৰণৰ প্ৰতি দায়িত্বশীল।'

এই দায়িত্বশীল সাহিত্যৰ তলষ্টয়ী পৰম্পৰা আজিও পৃথিৱীৰ প্ৰতিজন প্ৰগতিশীল লেখকে শ্ৰদ্ধাৰে স্বীকাৰ কৰে আৰু নিষ্ঠাৰে পালন কৰিবলৈ চেষ্টা কৰে। আৰু এই চৰিত্ৰই তলষ্টয়ৰ সাহিত্যকৃতিক যুগজয়ী গৰিমা প্ৰদান কৰিলে।

তুৰ্গেনভ, দস্তয়ভস্কি আৰু তলষ্টয় আছিল উনবিংশ শতিকাৰ শেষ ভাগৰ সাহিত্যৰ সোণালী যুগৰ আলোকময় দীপৰ দৰে। এওঁলোকৰ উপৰিও সেই যুগটোতে আত্মপ্ৰকাশ কৰিছিল আৰু বহুত প্ৰতিভাবান লেখকে যি নিজৰ লেখনীৰে সাহসীভাৱে সমাজৰ কদৰ্য ব্যৱস্থাৱলীৰ স্বৰূপ উদ্‌ঘাটন কৰি জনগণক সচেতন কৰিছিল আৰু ইয়াৰ অৱসানৰ বাবে পথনিৰ্দেশ দিছিল। গণতন্ত্ৰী আৰু সমাজবাদী ভাৱনা-চিন্তাৰ জোৱাৰো তেওঁলোকেই আৰম্ভ কৰিছিল। নাৰডনিক আন্দোলনৰ যুগৰ মাজেৰে, ইয়াৰ সমস্ত ঘাত-প্ৰতিঘাতৰ মাজেৰে তেওঁলোকে মানুহৰ চিন্তাক সমাজবাদ আৰু সত্যৰ ফালে যোৰ খুৱাই দিছিল। এই সময়ছোৱাতেই সাল্‌তীকভ-শ্চেদ্ৰিনৰ দৰে শক্তিশালী ব্যঙ্গলেখক, ঔপন্যাসিক, উচ্‌পেনস্কিৰ দৰে ৰুচ সমাজৰ কৃষিত পুঁজিবাদী বিকাশৰ ছিদ্ৰ প্ৰথমে আঁকিব পৰা কথাশিল্পী, লেস্‌কভ, গাৰশিনৰ দৰে কথাৰ যাদুকৰ জন্ম হৈছিল। এই সকলো লিখকৰ বিভিন্ন মতাদৰ্শ সত্ত্বেও বৈশিষ্ট্য আছিল পৰিৱৰ্তনৰ প্ৰতি উগ্ৰ কামনা আৰু সমাজ পৰিৱৰ্তনৰ বাবে জনসাধাৰণৰ ওপৰতেই সম্পূৰ্ণ আস্থা

স্থাপন। সেয়ে এওঁলোকে সাহিত্যক এক ব্যাপক আৰু নতুন সামাজিক ভূমিকা প্ৰদান কৰিবলৈ সক্ষম হৈছিল।

এই যুগটোৰ শেষৰ ফালে, বিশেষকৈ নাৰডনিক ৰাজনৈতিক মতাদৰ্শৰ ঐতিহাসিক বিপৰ্যয়ৰ মাজেৰে শক্তিশালীভাৱে সমাজতান্ত্ৰিক আৰু বস্তুবাদী সাহিত্যৰ ধাৰাটোৱেও গঢ় লৈ উঠিছিল। এওঁলোক আছিল মূলতে প্ৰবন্ধকাৰ। ৰুচ সমাজজীৱনৰ অৱক্ষয় যুগটোৰ মাজেৰে তেওঁলোকে সমাজতন্ত্ৰৰ গুণগান আৰম্ভ কৰিছিল, জন্ম লৈছিল নিকোলাই মিখাইলভ্স্কি আৰু জৰ্জ প্লেখানভ। মাৰ্ক্সবাদী দৰ্শনৰ ভিত্তিত তেওঁলোকে সমাজ বিপ্লৱৰ মতাদৰ্শক্ৰমে জনসাধাৰণৰ মনত জনপ্ৰিয় কৰি আনিবলৈ সক্ষম হৈছিল। লেনিনৰ আত্মপ্ৰকাশো এই যুগটোৰ শেষলৈহে। নীতিবোধ আৰু ধৰ্মচিন্তাৰ পৰিৱৰ্তে এইবাৰ ৰাজনীতিয়ে সাহিত্যত প্ৰাধান্য পাব।

# ১৫

## 'ৰাচিয়াত মাৰ্ক্সবাদৰ প্ৰসাৰ'



● ৰাচিয়াৰ বুৰ্জোৱা সমাজ আৰু মাৰ্ক্সবাদী চিন্তা ● মাৰ্ক্সবাদ প্ৰচাৰত চৰকাৰী প্ৰশ্ৰয় ● ৰাচিয়াৰ শ্ৰমিকশ্ৰেণীৰ বিকাশ আৰু মাৰ্ক্সবাদী আদৰ্শ ● শ্ৰমিকৰ মাজত প্ৰথম ৰাজনৈতিক সংগঠন আৰু অৰ্থনৈতিক দাবী ● ইউৰোপীয় শ্ৰমিক আন্দোলনৰ ট্ৰেডইউনিয়নবাদী ধাৰা—সংস্কাৰমুখী চিন্তা ● শ্ৰমিক আন্দোলনক ৰাজনৈতিক চৰিত্ৰ প্ৰদানত মাৰ্ক্সবাদীসকলৰ গুৰুত্ব ● লেনিনৰ প্ৰথম ৰাজনৈতিক প্ৰচাৰপত্ৰ—আৰু গণ-ৰাজনৈতিক কাম-কাজৰ সূচনা ● শ্ৰমিকশ্ৰেণীৰ সংগঠন আৰু আদৰ্শৰ বিষয়ে উপলব্ধি।

**এই অধ্যায়টো লেখোতে সহায়লোৱা সূত্র আৰু কিতাপ :**

(1) Carr, E.H.—The Bolshevik Revolution 3 Vol. Penguin. Books, London, 1983.

(2) Lenin, A Biography—Progress Publishers, Moscow, 1988

(3) Schmidt, S. et al. A Short History of the U.S.S.R. Progress Publishers, Moscow.

(4) সোভিয়েট ইউনিয়নেৰ কমিউনিস্ট (বলচেভিক) পার্টিৰ ইতিহাস (Bengali). National Book Agency pvt. Ltd., Calcutta-73. 1979.

ৰাচিয়াত মাৰ্ক্সবাদ জনপ্ৰিয় হৈ উঠাৰ কাৰণ কি ?

যি হাৰত ৰাচিয়াত মাৰ্ক্সবাদী আদৰ্শ প্ৰচাৰ হৈছিল সি আছিল সঁচাকৈয়ে বিস্ময়কৰ। ৰাচিয়াতকৈ বহু আগতেই পুঁজিবাদৰ বিকাশ হোৱা পশ্চিম ইউৰোপৰ বহুকেইখন দেশতেই কিন্তু যথেষ্ট সংখ্যক ঔদ্যোগিক শ্ৰমিক আৰু শ্ৰমিক সংগঠন থকা সত্বেও, এই সংগঠনবোৰৰ মাজত মাৰ্ক্সবাদী চিন্তাৰ ব্যাপক প্ৰচাৰ থকা সত্বেও, সমাজৰ বিভিন্ন স্তৰৰ মানুহৰ মাজত মাৰ্ক্সবাদী আদৰ্শ ৰাচিয়াৰ দৰে ইমান কম সময়তে বিয়পি পৰি জনপ্ৰিয় হৈ উঠিব পৰা নাছিল।

এই দেশবোৰৰ তুলনাত ৰাচিয়াত পুঁজিবাদ আছিল নতুন, দুৰ্বল আৰু পঁয়ালগা, সমাজ আছিল সকলো ফালৰ পৰা পিছপৰা।

শাপেই বৰ হোৱাদি ৰাচিয়াৰ এই পশ্চাৎপদ আৰ্থসামাজিক অৱস্থাৰ বাবেই ইয়াত মাৰ্ক্সবাদৰ বিস্তাৰ আৰু জনপ্ৰিয়তা বোধকৰো বেছি হ'ল। সমাজৰ বিভিন্ন শ্ৰেণীবোৰে মাৰ্ক্সবাদৰ মাজত নিজৰ ভাব-চিন্তা আৰু স্বাৰ্থৰ লগত মিলাকৈ বহুতো উপাদান বিচাৰি পালে, গতিকে তেওঁলোকে মাৰ্ক্সবাদক সম্পূৰ্ণকৈ গ্ৰহণ নকৰিলেও নিজৰ নিজৰ কামত অহা অংশখিনি গ্ৰহণ কৰিব খুজিলে। ফলত এই আদৰ্শ দেশত বহুলভাৱে বিয়পি পৰাতো সহজ হৈ পৰিল।

কথাটো অলপ গভীৰভাৱে আলোচনা কৰাটো ভাল হ'ব।

ইউৰোপৰ উন্নত দেশবোৰৰ তুলনাত বহুত পলমকৈ ৰাচিয়াত উদ্যোগীকৰণ আৰু পুঁজিবাদৰ বিকাশ হৈছিল। অকল সেয়ে নহয়, এহাতে জাৰ আমোলাতন্ত্ৰৰ স্বৈৰতান্ত্ৰিক প্ৰশাসনে আৰু আনহাতে দেশৰ বৃহৎ সামন্তীয় জমিদাৰসকলে পুঁজিবাদৰ অবাধ বিকাশৰ ক্ষেত্ৰত সদায় বাধাপ্ৰদান কৰি আহিছিল।

ফলত ৰাচিয়াত পুঁজিবাদৰ বিকাশ হৈছিল লাহে লাহে দুৰ্বলভাৱে।

এনে পৰিস্থিতিত ৰাচিয়াৰ বুৰ্জোৱা শ্ৰেণীটো, মধ্যবিত্ত সমাজখন আৰু শ্ৰমিকসকলৰ বিকাশো আছিল দুৰ্বল আৰু বিলম্বিত।

চহৰৰ ব্যৱসায়ী, বুৰ্জোৱা আৰু পেটিবুৰ্জোৱাসকলে জন্মলগ্নৰ পৰাই বৰ বৰ জমিদাৰহঁতৰ পৰা সকলো দিশত বাধা পাই আহিছিল। এই সামন্ত অভিজাতসকলে সমাজত তেওঁলোকৰ সন্মান আৰু মৰ্যাদা লাভৰ ক্ষেত্ৰত সদায় হেঙাৰ দি আহিছিল আৰু নানাধৰণৰ আইন কানুন, অধ্যাদেশবোৰৰ জৰিয়তে সামাজিক আৰু বিশেষকৈ ৰাজনৈতিকভাৱে তেওঁলোকক হেঁচা মাৰি ধৰি ৰাখিবলৈ চেষ্টা কৰিছিল। মাৰ্ক্সবাদৰ মাজত যিহেতু সমাজ বিকাশৰ ইতিহাসত সামন্তশ্ৰেণীৰ উচ্ছেদৰ মাজেৰে সমাজত বুৰ্জোৱাসকলে নিজৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰি সাম্য, আৰু গণতন্ত্ৰৰ প্ৰতিষ্ঠা কৰে বুলি ব্যাখ্যা আছে, গতিকে মাৰ্ক্সবাদী দৰ্শন এইটো স্তৰলৈকে বুৰ্জোৱাহঁতৰ বাবে ভাল লগা হোৱাতো অস্বাভাৱিক নহয়।

সামন্তবাদৰ বিৰুদ্ধে ৰাচিয়াৰ বুৰ্জোৱাৰ সংগ্ৰামৰ বৌদ্ধিক সেয়ে মাৰ্ক্সবাদী আদৰ্শৰ মাজত তেওঁলোকে প্ৰেৰণা বিচাৰি নোপোৱা নহয়। ইতিহাস বিশ্লেষণৰ জৰিয়তে মাৰ্ক্সে প্ৰতিপন্ন কৰিছিল যে সামন্ত সমাজৰ মাজৰ পৰা সৃষ্টি হোৱা বুৰ্জোৱা শ্ৰেণীটোৱে সেই সমাজত প্ৰগতিশীল ধ্যান-ধাৰণা বহন কৰে ; সামন্তীয় স্বৈৰতন্ত্ৰৰ পৰিৱৰ্তে বুৰ্জোৱা গণতন্ত্ৰ এক আগবঢ়া প্ৰগতিশীল আৰু কাম্য সামাজিক স্তৰ ঃ বুৰ্জোৱা নেতৃত্বই ৰাজনৈতিক সংগ্ৰামৰ জৰিয়তে, বিপ্লৱৰ সহায়ত, পশ্চাৎপদ, প্ৰতিক্ৰিয়াশীল সামন্তসমাজৰ অৱসান ঘটাই সমাজক ধনতন্ত্ৰ, গণতান্ত্ৰিক ব্যৱস্থা আৰু বিকাশৰ দিশত আগবঢ়াই লৈ যায়।

ৰাচিয়াৰ বুৰ্জোৱা আৰু মধ্যবিত্তসকলে মাৰ্ক্সৰ লেখনীৰ এই খিনি কথা সাদৰেৰে গ্ৰহণ কৰিছিল কাৰণ তেওঁলোকৰ নিজস্ব ৰাজনৈতিক প্ৰতিষ্ঠাৰ সংগ্ৰামৰ বাবে ই বৰ শক্তিশালী আহিলাৰ দৰে আছিল।

কিন্তু ইয়াৰ পাছতে মাৰ্ক্সবাদক তেওঁলোকে বৰ্জন কৰিছিল। অৰ্থাৎ সমাজত পুঁজিবাদৰ বিকাশে জন্ম দিয়া সৰ্বহাৰা শ্ৰেণী, আৰু বুৰ্জোৱাৰ বিৰুদ্ধে সৰ্বহাৰা শ্ৰেণীৰ সংগ্ৰাম আৰু সময়ত বিপ্লৱৰ জৰিয়তে সৰ্বহাৰাসকলে বুৰ্জোৱা সমাজক উফৰাই এখন সমাজবাদী সমাজ প্ৰতিষ্ঠা কৰাৰ ঐতিহাসিক অনিবাৰ্যতাক তেওঁলোকে স্বীকাৰ স্বাভাৱিকতেই নকৰিছিল। কিন্তু, স্বীকাৰ নকৰিলেও উদ্যোগিক সৰ্বহাৰা শ্ৰেণী আৰু ইয়াৰ বাঢ়ি অহা ৰাজনৈতিক শক্তিক তেওঁলোকে উপেক্ষা কৰিব পৰা নাছিল। সেয়ে তেওঁলোকে মাৰ্ক্সবাদৰ পৰা সৰ্বহাৰা বিপ্লৱৰ অংশটো বাদ দিবৰ বাবে নানা তৰহৰ সংস্কাৰমুখী মতবাদৰ সৃষ্টি কৰিছিল আৰু সময়ে সময়ে এনে মতবাদৰ জৰিয়তে মাৰ্ক্সবাদৰ সংশোধন ঘটাবলৈকো প্ৰয়াস কৰিছিল। বুৰ্জোৱা আৰু পেটিবুৰ্জোৱাহঁতৰ এনেধৰণৰ প্ৰৱণতাৰ বাবে মাৰ্ক্সবাদৰ মাজত, 'অৰ্থনীতিবাদ—ইকনমিজম' আৰু 'আইনী বা লিগেল মাৰ্ক্সপন্থীসকলৰ' জন্ম হৈছিল। এই বিষয়ে আমি সবিশেষ পাছত পাম। কিন্তু, সামন্তবাদ বিৰোধী সংগ্ৰামত ৰাচিয়াৰ বুৰ্জোৱাই যিহেতু মাৰ্ক্সবাদৰ আদৰ্শক নিজৰ কামত লগা যেন পাইছিল আৰু সেইদৰে ইয়াক গ্ৰহণো কৰিছিল, গতিকে, সমাজৰ বিভিন্ন মাধ্যমৰ যোগেদি দেশৰ বিভিন্ন স্তৰৰ মাজত এই আদৰ্শ বিয়পি পৰাতো সহজ হৈছিল।

পেটিবুৰ্জোৱাসকলৰ মাজৰ পৰা জাৰ স্বৈৰতন্ত্ৰ আৰু জমিদাৰহঁতৰ বিৰুদ্ধে কৃষি বিপ্লৱৰ আদৰ্শ আগত লৈ কেনেদৰে নাৰডনিক মতাদৰ্শৰ আবিৰ্ভাৱ হৈছিল সেই বিষয়ে আগতে কৈ অহা হৈছে। এওঁলোকেও মাৰ্ক্সবাদী আদৰ্শৰ কিছুমান মূল সূত্ৰ ( শ্ৰমিক শ্ৰেণীৰ ভূমিকা বাদ দি ) গ্ৰহণ কৰি এইবোৰ প্ৰচাৰ কৰিছিল আৰু পাছলৈ মাৰ্ক্সবাদৰ বিৰোধিতাৰ যুগতো এইবোৰ এৰা নাছিল আৰু বিৰোধিতাৰ দ্বাৰাও ইয়াক মানুহৰ মাজত তেওঁলোকে চিনাকি কৰি তুলিছিল। সমাজ বিপ্লৱৰ আদৰ্শ দেশৰ মানুহৰ মাজত ব্যাপকভাৱে বিয়পাই

তোলাত নাৰডনিকসকলৰ ভূমিকাও কম নহয়। সমাজৰ পেটিবুৰ্জোৱাসকলৰ মাজত মাৰ্ক্সবাদী ভাবাদৰ্শই স্বাভাৱিকতে বিস্তাৰ লাভ কৰিবলৈ সক্ষম হৈছিল।

নাৰডনিকসকলক জাৰ চৰকাৰে ভয় কৰিছিল। সেয়ে নাৰডনিক ভাবাদৰ্শৰ বিৰুদ্ধে মাৰ্ক্সবাদীসকলে যেতিয়া ভাবাদৰ্শগত সংগ্ৰাম আৰম্ভ কৰিছিল, তেতিয়া তাত চৰকাৰেও পৰোক্ষভাৱে প্ৰশ্ৰয় দিছিল। ৰাচিয়াৰ মাৰ্ক্সবাদীসকলে প্ৰথম অৱস্থাত নাৰডনিক বিপ্লৱী ৰোমাণ্টিকতাৰ প্ৰভাৱৰ পৰা দেশৰ যুৱকসকলক মুক্ত কৰিবৰ বাবে কঠোৰ সংগ্ৰাম চলাবলৈ বাধ্য হৈছিল। তেতিয়াও শ্ৰমিক শ্ৰেণীৰ মাজত সংগঠন শক্তিশালী কৰিবলৈ সক্ষম নোহোৱা মাৰ্ক্সবাদীসকলে নাৰডনিক মতাদৰ্শৰ লগত আপোচহীনভাৱে যুঁজিছিল। চৰকাৰেও কিছুদিনলৈ এনে সংগ্ৰাম চলিবলৈ দিছিল। পাছলৈ অৱশ্যে স্বৈৰতান্ত্ৰিক চৰকাৰে মাৰ্ক্সবাদী-সকলৰ ওপৰত প্ৰচণ্ড নিৰ্যাতন নমাইছিল, কিন্তু প্ৰথমছোৱাত চৰকাৰী প্ৰশ্ৰয়ে মাৰ্ক্সবাদী আদৰ্শ বিস্তাৰ পৰাত কিছুদূৰ ইন্ধন নোযোগোৱা নহয়। পাছলৈ চৰকাৰৰ অনুগ্ৰহত এচাম পেটিবুৰ্জোৱা বুদ্ধিজীৱীয়ে আইনসম্মত পন্থাৰে মাৰ্ক্সবাদী ৰাজনীতি কৰিবৰ বাবেও প্ৰয়াস কৰিছিল আৰু মাৰ্ক্সবাদৰ বৈপ্লৱিক সাৰবস্তুক একপ্ৰকাৰ সংস্কাৰমুখী কাম-কাজলৈ ৰূপান্তৰ কৰিব খুজিছিল। এই সংশোধনবাদী প্ৰৱণতাক আইনী মাৰ্ক্সবাদ বোলা হৈছিল আৰু ইয়াৰ বিষয়ে পৰৱৰ্তী অধ্যায়ত আমি আৰু কিছু কথা পাই যাম।

ৰাচিয়াত হোৱা দ্ৰুত উদ্যোগীকৰণৰ ফলত যি সৰ্বহাৰা শ্ৰমিক শ্ৰেণী কম সময়ৰ ভিতৰতে গঢ় লৈ উঠিছিল, তেওঁলোকৰ মাজত স্বাভাৱিকতেই মাৰ্ক্সবাদী আদৰ্শই নিজৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ভিত্তি বিচাৰি পাইছিল। ইউৰোপৰ অন্য ঠাইৰ তুলনাত ৰাচিয়াৰ শ্ৰমিকসকলে মাৰ্ক্সবাদক অধিক সহজে নিজৰ কৰি লৈছিল। ইয়াৰ কিছুমান ঐতিহাসিক আৰু সামাজিক কাৰণ নথকা নহয়। সময়ৰ দিশৰ পৰা নবীন ৰাচিয়াৰ শ্ৰমিক শ্ৰেণীয়ে এহাতে পুঁজিপতি আৰু আনহাতে সামন্ত প্ৰভু আৰু এওঁলোকৰ ৰক্ষক জাৰ স্বৈৰতন্ত্ৰৰ লগত নিজৰ সামান্যতম অধিকাৰৰ বাবে প্ৰথমৰ পৰাই কঠোৰ যুঁজ কৰিবলগীয়া হৈছিল। বুৰ্জোৱা বিপ্লৱ সংগঠিত হৈ যোৱা ইংলেণ্ড, ফ্ৰান্স আদি দেশৰ শ্ৰমিকতকৈ ৰাচিয়াৰ শ্ৰমিক স্বাভাৱিকতেই ৰাজনৈতিকভাৱে আছিল অধিক সচেতন আৰু সংগ্ৰামী। তাৰোপৰি ইউৰোপৰ ভিতৰত জাতীয় বুৰ্জোৱাৰ বিলম্বিত বিকাশৰ বাবে পৃথিবীজুৰি চলা উপনিৱেশ দখলৰ প্ৰতিযোগিতাত ৰাচিয়া একেবাৰে পিছ পৰি গৈছিল। ইংলেণ্ড, ফ্ৰান্স আদি দেশত উপনিৱেশিক শোষণৰ দ্বাৰা আৰ্জিত সম্পদৰ যি সামান্যতম ভাগ শ্ৰমিক শ্ৰেণীয়ে পাইছিল, ৰাচিয়াত তাৰো কোনো বাট নাছিল। ফলত পশ্চিমীয়া দেশবোৰত শ্ৰমিক শ্ৰেণীৰ মাজত যিবোৰ মোহ, লোভ আৰু ভ্ৰান্ত ধাৰণা সোমাইছিল নাইবা বুৰ্জোৱা গণতন্ত্ৰৰ যিবোৰ অনুষ্ঠান শক্তিশালীভাৱে গঢ় উঠিছিল, উপনিৱেশিক শোষণৰ এয়েহাই

যেনেদৰে বহুতৰে চকুত ক্ষমক লগাইছিল, যেনেদৰে ই পেটিবুর্জোৱা মধ্যবিত্ত সকলৰ বাবে উপনিৱেশিক প্ৰশাসনত ভাল ভাল সংস্থান আৰু পদৱীৰ সৃষ্টি কৰিছিল, ব্যৱসায়ৰ ন ন বাট উলিয়াইছিল. ৰাচিয়াৰ মধ্যবিত্ত আৰু শ্ৰমিকৰ বাবে এইবোৰ বাট নাছিল। গণতান্ত্ৰিক অধিকাৰ, বুর্জোৱা স্বাধীনতা আৰু সংসদীয় অনুষ্ঠানত অংশগ্ৰহণৰ সুযোগ তেওঁলোকৰ বাবে বন্ধ আছিল। গতিকে তেওঁলোক দেশৰ ভিতৰতে সামাজিক আৰু ৰাজনৈতিক মৰ্যাদাৰ বাবে অধিক কঠোৰ সংগ্ৰামত লিপ্ত হৈ পৰিবলগীয়া হৈছিল। মাৰ্ক্সবাদী আদৰ্শ বিস্তাৰৰ বাবে এনে পৰিবেশ বেছি অনুকূল আছিল।

ইয়াৰ লগতে যোগ হৈছিল ৰাচিয়াৰ মাৰ্ক্সবাদীসকলৰ ঐকান্তিক প্ৰচেষ্টা।

গভীৰ নিষ্ঠাৰে, প্ৰচণ্ড কষ্ট-ক্লেশৰ মাজেৰে, জাৰৰ গোপন পুলিচৰ চকুত ধূলি দি, সময়ত চৰম আত্মত্যাগ আৰু বলিদানেৰে তেওঁলোকে ৰাচিয়াৰ শ্ৰমিক, যুৱছাত্ৰ, বুদ্ধিজীৱী, মধ্যবিত্ত আৰু কৃষক শ্ৰেণীৰ মাজত মাৰ্ক্সবাদী আদৰ্শ প্ৰচাৰৰ কামত ব্ৰতী হৈছিল। তেওঁলোকৰ প্ৰচণ্ড প্ৰচেষ্টাই ৰাচিয়াৰ সমাজত মাৰ্ক্সবাদক জনপ্ৰিয় কৰি তোলাৰ লগে লগে বিভিন্ন ধৰণৰ সুবিধাবাদী বিচ্যুতি, সংস্কাৰবাদী ভ্ৰান্তিৰ পৰা মাৰ্ক্সবাদৰ বিপ্লৱী সত্তাক ৰক্ষা কৰি ইয়াক গ্ৰহণীয় আৰু জনপ্ৰিয় কৰি তুলিছিল।

১৮৯৩ চনত লেনিন যেতিয়া ৰাজধানী চেণ্ট পিটাৰ্চবাৰ্গ নগৰীলৈ আহে, সেইসময়ত নগৰখনৰ বিভিন্ন ঠাই আৰু অনুষ্ঠানবোৰত মাৰ্ক্সবাদী অধ্যয়ন-চক্ৰবোৰ গঢ়ি উঠিছে। কাৰখানাৰ শ্ৰমিকবোৰৰ মাজত এনে চক্ৰবোৰৰ জন্ম হৈছে। লেনিনে চেণ্ট পিটাৰ্চবাৰ্গলৈ আহি পোৱাৰ দুদিনৰ ভিতৰতে তেওঁ নগৰৰ উকিল এজনৰ সহকাৰী হিছাপে নিযুক্ত হয়। কিন্তু, ওকালতিতকৈ তেওঁৰ মন আছিল ৰাজনীতিত। এই সময়তেই তেওঁ ‘টেকনলজিকেল ইনষ্টিটিউটৰ’ মাৰ্ক্সবাদী অধ্যয়নচক্ৰৰ সদস্য হয়।

সেই সময়ত মহানগৰীৰ আন আন চক্ৰবোৰৰ দৰে এই সংগঠনটোৰো কাম-কাজ আছিল সীমিত। চক্ৰৰ সদস্যবোৰে মাৰ্ক্সবাদৰ সূত্ৰবোৰ অধ্যয়ন কৰিছিল, সাহিত্য-চৰ্চা কৰিছিল, বিভিন্ন আৰ্থ-সামাজিক সমস্যাবোৰ মাৰ্ক্সবাদী দৃষ্টিকোণৰ পৰা পৰীক্ষা কৰি চাইছিল আৰু এইবোৰৰ বিষয়ে প্ৰবন্ধ আদি প্ৰস্তুত কৰি চক্ৰত পাঠ কৰিছিল। গভীৰ নিষ্ঠাৰে তেওঁলোকে এই কাম-কাজবোৰ কৰিছিল। কিন্তু, ইয়াৰ বাহিৰে বিশেষ ৰাজনৈতিক কাম-কাজ, বিশেষকৈ শ্ৰমিক শ্ৰেণীৰ মাজত ৰাজনৈতিক প্ৰচাৰ আৰু সংগঠনৰ কাম-কাজ বা তেওঁলোকক শিক্ষাদান আদি কৰাৰ কামত বিশেষ আগবাঢ়িব পৰা নাছিল। শ্ৰমিকসকলৰ মাজৰ আগৰণুৱা নেতা আৰু সাধাৰণ শ্ৰমিকসকলৰ লগত নিবিড় যোগাযোগ গঢ়ি তুলিলেও ৰাজনৈতিকভাৱে শ্ৰমিকসকলক শিক্ষিত কৰি সংগঠিত কৰাৰ কাম

কোনেও কাৰিব পৰা নাছিল। গোটেই কামবোৰ কিছু পৰিমাণে ৰোমাণ্টিক, ল'ৰামতীয়া আৰু অগভীৰ আছিল।

লেনিনে আহি প্ৰথমৰ পৰাই জড়তা আৰু সীমাবদ্ধতা ভাঙি নিজৰ সংগঠনটোক শ্ৰমিক শ্ৰেণীৰ ৰাজনৈতিক শিক্ষা, সংগঠন আৰু সংগ্ৰামৰ এটা কেন্দ্ৰ হিছাপে গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল।

সেই সময়ছোৱাতেই চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীত শ্ৰমিক সংগ্ৰামবোৰো আৰম্ভ হ'বলৈ ধৰিছিল। বিভিন্ন দাবীৰ ভিত্তিত তেওঁলোকে প্ৰতিবাদ, হৰতাল আদি কৰিবলৈ ধৰিছিল। তেওঁলোকৰ দাবীবোৰ আছিল সাধাৰণভাৱে অৰ্থনৈতিক।

শ্ৰমিকসকলে সেই সময়ত দিনে কাৰখানাত ১৫-১৬ ঘণ্টাকৈ কাম কৰিবলগীয়া হৈছিল। কিন্তু এই কঠোৰ পৰিশ্ৰমৰ বেতন আছিল সামান্য। শিশু আৰু মহিলা শ্ৰমিকৰ ক্ষেত্ৰত দৰমহা আছিল অতি কম। কোনো ধৰণৰ সা-সুবিধা আৰু নিৰাপত্তা নোহোৱাকৈ অতি বেয়া অৱস্থাত শ্ৰমিকসকলে কাম কৰিবলগীয়া হৈছিল আৰু অস্বাস্থ্যকৰ বস্তিত তেওঁলোকে বাস কৰিছিল। মহানগৰীৰ কাৰখানাবোৰৰ চৌদিশে গঢ়ি উঠা এই বস্তিবোৰত দৰিদ্ৰতা, নিৰক্ষৰতাৰ লগতে নানা তৰহৰ অসামাজিক আৰু অনৈতিক পৰিবেশ বিৰাজ কৰিছিল। শ্ৰমিক আন্দোলনবোৰৰ মূল দাবী আছিল এই দুৰৱস্থাবোৰ দূৰ কৰাৰ। বেতন বৃদ্ধি, থকা ঠাইৰ সুব্যৱস্থা আৰু কামৰ সময় কমোৱা আছিল মূল দাবী। চৰিত্ৰৰ দিশৰ পৰা এই দাবীবোৰ আছিল অৰ্থনৈতিক দাবী। ৰাজনৈতিক সাৰবস্তু এই দাবীবোৰৰ মাজত তেনেই কম আছিল কিয়নো শ্ৰমিকসকলে তেতিয়া তেওঁলোকৰ দুখ-দুৰ্দশাৰ কাৰণ পুঁজিবাদী ব্যৱস্থা সম্পৰ্কে সচেতন হৈ উঠা নাছিল।

অৰ্থাৎ শ্ৰমিক শ্ৰেণীৰ আন্দোলনবোৰৰ চৰিত্ৰ মূলতে অৰ্থনৈতিক দাবীৰ ভিত্তিত কৰা এক প্ৰকাৰৰ ট্ৰেড ইউনিয়নবাদ আছিল।

মাৰ্ক্সবাদী দৃষ্টিকোণৰ পৰা লেনিন আৰু তেওঁৰ আগৰণুৱা সতীৰ্থসকলে বুজিব পাৰিছিল যে শ্ৰমিক আন্দোলনৰ এই ধাৰাটো অতি বিপদজনক। ইয়াৰ তাৎপৰ্য বুজিবলৈ আমি ইউৰোপৰ শ্ৰমিক আন্দোলনৰ ধাৰাৰ এটা সামান্য আভাস লোৱাতো প্ৰয়োজন।

ইউৰোপৰ ভিতৰত ইংলেণ্ডতে প্ৰথম ঔদ্যোগিক বিপ্লৱ আৰম্ভ হোৱাৰ ফলত ইয়াতেই উদ্যোগিক শ্ৰমিক শ্ৰেণী প্ৰথমে গঢ় লৈ উঠে। কিন্তু, বৃটেইনৰ শ্ৰমিক শ্ৰেণীয়ে সংগঠিতভাৱে ৰাজনৈতিক প্ৰশ্নত কেতিয়াও হস্তক্ষেপ নকৰিলে; বৰঞ্চ অৰ্থনৈতিক আৰু সামাজিক দাবীত ধৰ্মঘট, হৰতাল আদিৰ জৰিয়তে ঐতিহাসিকভাৱে এক সংস্কাৰমুখী প্ৰৱণতাহে ললে। বৃটেইনৰ শ্ৰমিক শ্ৰেণী ক্ৰমান্বয়ে ট্ৰেড ইউনিয়ন আন্দোলনৰ পাকৰ মাজত সোমাই পৰিল। বৃটিছ

শ্ৰমিক শ্ৰেণীৰ এনে সংস্কাৰমুখিতাৰ কাৰণ হিছাপে ইংলেণ্ডৰ উপনিৱেশিক শাসন-শোষণে সৃষ্টি কৰা প্ৰাচুৰ্যৰ কণমান অংশ তেওঁলোকলৈকে অহাৰ কথা আগেয়ে উল্লেখ কৰি অহা হৈছে। এনে সংস্কাৰ প্ৰৱণতা, অৰ্থনীতিবাদ আৰু ৰাজনীতি বিমুখিতাৰ লগত খাপ খোৱাকৈ নানা তৰহৰ মতবাদো ইংলেণ্ডৰ শ্ৰমিক শ্ৰেণীৰ মাজত গঢ়ি উঠিছিল। কল্পনাবিলাসী সমাজবাদী (ইউটপীয়ান চচিয়েলিষ্ট) ৰবাৰ্ট অৱেনে (১৭৭১-১৮৫৮) পুঁজিবাদী ব্যৱস্থাক তীব্ৰ সমালোচনা কৰিলেও সামাজিক অসমতাৰ মূল কাৰণ হিছাপে চিহ্নিত কৰিছিল অজ্ঞানতাকহে। তেওঁৰ মতে উপযুক্ত শিক্ষা আৰু সংস্কাৰৰ দ্বাৰা সামাজিক অসমানতা দূৰ কৰিব পৰা যাব। স্বাভাৱিকতেই তেওঁৰ কল্পনাবিলাস ব্যৰ্থ হৈছিল, কিন্তু, তেওঁৰ মতাদৰ্শৰ প্ৰভাৱে বৃটিছ শ্ৰমিক শ্ৰেণীৰ সংস্কাৰমুখী প্ৰৱণতাক ভালকৈয়ে ইন্ধন যোগাইছিল। ১৮৩০ চনত ইংলেণ্ডৰ শ্ৰমিক শ্ৰেণীয়ে কঠোৰ অৰ্থনৈতিক পৰিস্থিতি আৰু একপক্ষীয় শাসনৰ বিৰুদ্ধে যি চাৰ্টিষ্ট আন্দোলন আৰম্ভ কৰিছিল, প্ৰচুৰ গণ-বৈপ্লৱিক সম্ভাৱনা থকা সত্বেও এই আন্দোলন একপ্ৰকাৰ জংগী সংস্কাৰমুখিতাত পৰিণত হয় (এই আন্দোলন পাছত বৃটিছ লেবাৰ পাৰ্টিত চামিল হৈ পৰে)। জাৰ্মানী আৰু ফ্ৰান্সৰ শ্ৰমিক শ্ৰেণীৰ মাজতো একে ধৰণৰ প্ৰৱণতা শক্তিশালী হৈ উঠা দেখা যায়।

লেনিন আৰু তেওঁৰ সতীৰ্থসকলে দেখিলে যে এই ট্ৰেড ইউনিয়নবোৰে মূলতে অৰ্থনৈতিক দাবীৰ ভিত্তিত ডাঙৰ ডাঙৰ আন্দোলন সংগঠিত কৰি শ্ৰমিকসকলৰ বাবে মালিক পক্ষৰ আৰু চৰকাৰৰ পৰা বহুতো সা-সুবিধা আদায় কৰি লয় যদিও এইবোৰে শ্ৰমিক শ্ৰেণীক শোষণ কৰাৰ যি বুৰ্জোৱা ব্যৱস্থা, তাৰ বিৰুদ্ধে কোনোধৰণৰ ৰাজনৈতিক স্থিতি নলয়। এনে ব্যৱস্থাৰ অৱসানৰ দাবী নোতোলে। সেয়ে বুৰ্জোৱাসকলেও ট্ৰেড ইউনিয়ন আন্দোলনক নীতিগতভাৱে সমৰ্থনেই জনায়। অৰ্থাৎ সহজ ভাষাত ক'বলৈ গ'লে ট্ৰেড ইউনিয়নবাদে শ্ৰেণী-সংগ্ৰামৰ প্ৰশ্নটো পৰিহাৰ কৰি শেষ বিচাৰত বুৰ্জোৱা শ্ৰেণীৰ স্বাৰ্থকেই ৰক্ষা কৰে।

ৰাচিয়াৰ শ্ৰমিক শ্ৰেণীৰ আন্দোলনো যাতে এনেদৰে ট্ৰেড ইউনিয়ন আন্দোলনৰ অৰ্থনীতিবাদৰ পিটনি বোকাত সোমাই নপৰে তাৰবাবে এইবোৰৰ মাজত ৰাজনৈতিক চেতনাবোধৰ সঞ্চাৰ কৰাটো প্ৰয়োজন। অৰ্থনৈতিক দাবী তুলি সংস্কাৰমূলক আন্দোলন কৰাতকৈ বুৰ্জোৱা শ্ৰেণীকে উৎখাত কৰি সমগ্ৰ শিল্প উদ্যোগ আৰু ৰাজনৈতিক ক্ষমতা শ্ৰমিক শ্ৰেণীৰ নিয়ন্ত্ৰণলৈ অনাৰ বৈপ্লৱিক কাৰ্যসূচী লব লাগিব।

এই লক্ষ্য আগত লৈয়েই ৰাচিয়াৰ মাৰ্ক্সবাদীসকলে শ্ৰমিকৰ মাজত ৰাজনৈতিক প্ৰচাৰত নামি পৰিল, আৰু, শ্ৰমিক আন্দোলনবোৰক স্বৈৰতান্ত্ৰিক চৰকাৰৰ

বিৰুদ্ধে পৰিচালিত কৰি এইবোৰক এটা ৰাজনৈতিক চৰিত্ৰ প্ৰদান কৰিবলৈ চেষ্টা কৰিছিল।

লেনিনে নিজে আগভাগ লৈ শ্ৰমিক নেতাসকলক লগ ধৰা, শ্ৰমিকসকলৰ মাজত শিক্ষা আৰু ৰাজনৈতিক চেতনা বঢ়াবৰ বাবে সভা-সমিতি, অধ্যয়ন চক্ৰ, আলোচনা আদি অনুষ্ঠিত কৰাৰ ওপৰত গুৰুত্ব দিছিল। তেওঁ নিজেও এইবোৰত গভীৰভাৱে জড়িত হৈ পৰিছিল; অধ্যয়ন চক্ৰবোৰত ভাষণ দিছিল, প্ৰচাৰ পুস্তিকা লিখিছিল আৰু শ্ৰমিকসকলৰ মাজত ৰাজনৈতিক প্ৰচাৰৰ লগতে গোপন সংগঠন গঢ়ি তোলা, গোপন কাম-কাজ কৰা আৰু আনকি জাৰৰ গোপন পুলিচক কেনেদৰে মোকাবিলা কৰিব লাগিব, সেই পৰ্যন্ত শিক্ষা দান কৰিছিল।

এনে ৰাজনৈতিক কাম-কাজবোৰৰ মাজেৰে লেনিন আৰু তেওঁৰ সতীৰ্থ-সকলৰ কেইটামান গুৰুত্বপূৰ্ণ উপলব্ধি হৈছিল। ব্যাপক আলাপ-আলোচনাৰ জৰিয়তে তেওঁলোকে এই কথাবোৰ থিৰ কৰিছিল আৰু ইয়াৰ মাজেৰে তেওঁলোকে লেনিনৰ চিন্তাৰ নেতৃত্বক মানি লবলৈ আৰম্ভ কৰিছিল।

এই উপলব্ধিকেইটা আছিল এনে ধৰণৰ।

প্ৰথমতে, ৰাচিয়াৰ মাৰ্ক্সবাদীসকলে তেতিয়ালৈকে যেনেদৰে এক সীমিত চক্ৰৰ মাজত প্ৰচাৰকাৰ্য চলাই আহিছিল, যেনেদৰে কেৱল শ্ৰমিক নেতাসকলৰ লগত যোগাযোগ ৰাখি কাম কৰিছিল, তাৰ পৰিবৰ্তে তেওঁলোকে ৰাচিয়াৰ ব্যাপক শ্ৰমিক আৰু জনসাধাৰণৰ মাজত বৈপ্লৱিক, ৰাজনৈতিক প্ৰচাৰৰ কাম-কাজ আৰম্ভ কৰাৰ প্ৰয়োজনীয়তা বুজি পালে।

সেই সময়ৰ চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীৰ চৌপাশে আৰম্ভ হোৱা শ্ৰমিক আন্দোলনবোৰৰ মাজত সোমাই পৰি এইবোৰক মাৰ্ক্সবাদী ৰাজনৈতিক চিন্তাৰে শিক্ষিত আৰু পৰিচালিত কৰাৰ প্ৰয়োজন তেওঁলোকে অনুভৱ কৰিলে। এই ধৰণৰ প্ৰাথমিক কাম-কাজ তেওঁলোকে আৰম্ভ কৰিছিলেই। এইবাৰ সংস্কাৰমুখী অৰ্থনীতিবাদৰ বিপৰীতে শ্ৰমিক আৰু জনগণক শোষণ কৰা জাৰ স্বৈৰতন্ত্ৰ, সামন্তবাদ আৰু বুৰ্জোৱা সমাজক সমূলঞ্চে উৎখাত কৰিবৰ বাবে আহ্বান জনাই প্ৰচাৰপত্ৰ লেখা আৰু বিতৰণ কৰাৰ মাজেৰে তেওঁলোকে এই কাম জোৰদাৰভাৱে আৰম্ভ কৰিলে।

চেণ্ট পিটাৰ্চবাৰ্গৰ চেময়ানিকভ কাৰখানাৰ শ্ৰমিকসকলৰ ধৰ্মঘটৰ সময়ত লেনিনৰ তত্বাৱধানত এনে প্ৰথমখন প্ৰচাৰপত্ৰ লেখা হয়। ১৮৯৪ চনত বিতৰণ কৰা এইখনেই আছিল এনে প্ৰথম ৰাজনৈতিক প্ৰচাৰপত্ৰ।

ইয়াৰ পাছত চেণ্ট পিটাৰ্চবাৰ্গৰ ডক শ্ৰমিকসকলৰ আন্দোলনৰ সময়ত মাৰ্ক্সবাদীসকলে 'ডক শ্ৰমিকে কিহৰ বাবে আন্দোলন কৰা উচিত' নামৰ আন এখন প্ৰচাৰপত্ৰ প্ৰকাশ কৰে। শ্ৰমিকসকলৰ মাজত ব্যাপক হাৰত বিতৰণ কৰা

এই প্রচাৰ পত্ৰখনে তৎকালে এক বিৰাট ৰাজনৈতিক প্ৰভাৱ পেলাবলৈ সক্ষম হয়, আৰু ই ডক শ্ৰমিকসকলক আন্দোলনত জয়লাভ কৰাতো সহায় কৰে।

এই কাম কাজবোৰত লাভ কৰা সাফল্যৰ পাছত ৰাচিয়াৰ মাৰ্ক্সবাদীসকলে সীমিত ৰাজনৈতিক প্ৰচাৰকাৰ্য চলোৱাতকৈ গণ-ৰাজনৈতিক আন্দোলনত অংশগ্ৰহণ কৰা আৰু এনে আন্দোলন গঢ়ি তোলাৰ গুৰুত্ব উপলব্ধি কৰিবলৈ ধৰে। ৰাচিয়াৰ সমগ্ৰ মাৰ্ক্সবাদী মহলত এই নতুন কাৰ্যপন্থা লৈ গভীৰ আলোচনা হয়।

লেনিন আৰু তেওঁৰ সতীৰ্থসকলৰ দ্বিতীয় উপলব্ধিটো আছিল সাংগঠনিক। ই জন্ম হৈছিল প্ৰথমটোৰ পৰাই। বহুদিনৰ পৰাই ৰাচিয়াৰ মাৰ্ক্সবাদীসকলে এটা শ্ৰমিক শ্ৰেণীৰ ৰাজনৈতিক দলৰ প্ৰয়োজনীয়তাৰ কথা উপলব্ধি কৰিছিল। এতিয়া গণ-ৰাজনৈতিক আন্দোলনৰ কাৰ্যসূচী হাতত লবলৈ গৈ ইয়াৰ তৎকালীন প্ৰয়োজন তেওঁলোকে গভীৰভাৱে বুজি উঠিলে। এনে সংগঠনৰ ৰূপৰ বিষয়ে লেনিনৰ চিন্তা প্ৰথমৰ পৰাই খুব স্পষ্ট আছিল। তেওঁ প্ৰায়ে কৈছিল যে ৰাচিয়াৰ শ্ৰমিক শ্ৰেণীয়ে সমাজতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰিবলৈ হ'লে সমগ্ৰ শ্ৰমিক শ্ৰেণীৰ অগ্ৰগামী বাহিনী হিছাপে এটা নেতৃত্বকাৰী সংগঠন লাগিব। মাৰ্ক্সবাদী চিন্তাধাৰাৰ ভিত্তিত গঢ়ি তোলা এনে সংগঠনেহে সমাজ বিপ্লৱ সম্পন্ন কৰাৰ বাট দেখুৱাব পাৰিব।

এতিয়া এনে এটা সংগঠন গঢ়ি তুলিবৰ বাবেও প্ৰাথমিক কাম-কাজ আৰম্ভ কৰা হ'ল।

লেনিনে নিজৰ অধ্যয়ন চক্ৰৰ জৰিয়তে চেণ্ট পিটাৰ্চবাৰ্গ, মস্কো আৰু আন আন নগৰৰ মাৰ্ক্সবাদী শ্ৰমিক সংগঠনবোৰৰ লগত যোগাযোগ আৰম্ভ কৰিলে।

তেওঁলোকৰ তৃতীয় উপলব্ধিটো আছিল আদৰ্শগত।

শ্ৰমিক শ্ৰেণী আৰু ব্যাপক জনসাধাৰণৰ মাজত ৰাজনৈতিক কাম-কাজ কৰিবলৈ যাওঁতে, বিশেষকৈ সংগঠন গঢ়াৰ ক্ষেত্ৰত আগবাঢ়োতে তেওঁলোকে ৰাইজৰ মাজত বহুধৰণৰ বিপ্লৱবিৰোধী ৰাজনৈতিক চিন্তা প্ৰবলভাৱে থকাটো দেখিবলৈ পালে। এই চিন্তাধাৰাবোৰ মাৰ্ক্সবাদী আদৰ্শ প্ৰচাৰৰ বাটত বাধাস্বৰূপ আছিল।

এনে এবিধ চিন্তা আছিল নাৰডনিকসকলৰ কৃষি বিপ্লৱ আৰু কৃষক সমাজবাদৰ আদৰ্শ। ৰাচিয়াৰ জনমানসত এনে চিন্তাধাৰাৰ ব্যাপকতা, বিশেষকৈ ইয়াৰ শেহতীয়া উদাৰনৈতিক প্ৰৱণতাবোৰ ভালকৈয়ে শিপাই আছিল। ইয়াৰ বিষয়ে আগৰ অধ্যায়ত বিতংকৈ কিছু আলোচনা কৰা হৈছেই। ইয়াৰ উপৰিও তেওঁলোকে দেখিলে যে সমাজবাদত বিশ্বাসীসকলৰ মাজতো এচামে আইন-সঙ্গত উপায়েৰে মাৰ্ক্সবাদ প্ৰচাৰ কৰা, সংগঠন কৰা আদি কাম-কাজৰ পোষকতা কৰে। এওঁলোকে মাৰ্ক্সবাদৰ বিপ্লৱী সাৰ কথাখিনি বাদ দি ইয়াক এক সমাজ

সংস্কাৰৰ আহিলা হিচাপে মূলতে ব্যৱহাৰ কৰিব খোজে। এনে 'আইনী মাৰ্ক্সবাদীসকলে' শেষ বিচাৰত বুৰ্জোৱা সমাজ ব্যৱস্থাক উৎখাত কৰাৰ পৰিৱৰ্তে ইয়াক ৰক্ষা কৰাতহে সহায় কৰেগৈ। আকৌ সমাজবাদী শিবিৰৰ আন এচামে 'অৰ্থনীতিবাদত' বিশ্বাস কৰিছিল। এওঁলোকে অৰ্থনৈতিক প্ৰশ্নত ব্যাপক আন্দোলন আদি গঢ়ি তোলাৰ কথা কৈছিল যদিও এওঁলোকেও মাৰ্ক্সবাদৰ বিপ্লৱী সত্তাক ত্যাগ কৰি অৰ্থনৈতিক সংস্কাৰৰ ফালে আগবাঢ়িছিল। শ্ৰমিকসকলক তেওঁলোকে মূলতে জংগী ট্ৰেড ইউনিয়নবাদৰ ফালে লৈ যাব বিচাৰিছিল।

উদাৰনৈতিক নাৰডনিক দৃষ্টিভংগী, আইনী মাৰ্ক্সবাদ আৰু অৰ্থনীতিবাদৰ এই ভাবাদৰ্শবোৰ ৰাচিয়াৰ শ্ৰমিক, বুদ্ধিজীৱী, ছাত্ৰ যুৱক মহলৰ লগতে সমাজতান্ত্ৰিক শিবিৰৰ মাজতো গভীৰভাৱে শিপাই আছিল। সমাজ-গণতান্ত্ৰিকসকলৰ মাজতো ইয়াৰ ভাল প্ৰভাৱ আছিল। মাৰ্ক্সবাদৰ বিকাশৰ বাটত এনে ভাবাদৰ্শবোৰ একো একোটাহঁত ডাঙৰ আদৰ্শাত্মক বাধা স্বৰূপ আছিল। লেনিন আৰু তেওঁৰ সতীৰ্থসকলে ভালদৰে উপলব্ধি কৰিছিল যে এক ব্যাপক আৰু গভীৰ আদৰ্শাত্মক সংগ্ৰামৰ জৰিয়তে এইবোৰক পৰাস্ত কৰি মানুহৰ মনৰ পৰা নাইকিয়া কৰিব পাৰিলেহে মাৰ্ক্সবাদৰ বিজয় সুনিশ্চিত হ'ব।

এই আদৰ্শগত ৰাজনৈতিক সংগ্ৰামৰ কাহিনীকেই আমি পাছৰ অধ্যায়বোৰত ঘটনা প্ৰবাহৰ মাজেদি দেখা পাম।

# ১৬

## 'শ্ৰমিক শ্ৰেণীৰ সংগঠনৰ বীজ ৰোপণ'



● লেনিন আৰু প্লেখানভৰ পৰিচয় ঃ প্ৰথম বিদেশ ভ্ৰমণ ● পেৰী কমিউন আৰু বিদেশৰ অভিজ্ঞতা ● প্ৰথম সংগঠন—শ্ৰমিক শ্ৰেণীৰ মুক্তিৰ বাবে সংগ্ৰাম কৰাৰ লীগ—লীগ অব ষ্ট্ৰাগল ফৰ দি এম্যানিচিপেচন অব দি ৱৰ্কিং ক্লাচ ● গণ ৰাজনৈতিক আন্দোলনৰ উপলব্ধি—থৰ্ণটন কাৰখানাৰ তাঁতীসকলৰ আন্দোলন ● লেনিন আৰু নাদেজাদা ক্ৰুপস্কায়া ● শ্ৰমিক আন্দোলন আৰু বিপ্লৱী প্ৰচাৰ ● প্ৰথম বাতৰি কাকত প্ৰকাশৰ প্ৰচেষ্টা, বিফলতা আৰু গ্ৰেপ্তাৰ ● চাইবেৰিয়ালৈ নিৰ্বাসন—১৮৯৭ চন।

এই অধ্যায়টো লেখোতে সহায়লোৱা সূত্ৰ আৰু কিতাপ ঃ


(1) Carr, E.H.—The Bolshevik Revolution., 3 vol. Penguin Books, London. 1983.

(2) Lenin—A Biography, Progress Publishers, Moscow. 1986

(3) Schmidt. S, et al—A Short History of the USSR. Progress Publishers, Moscow.

(4) Encyclopedia Brittanica. Vol. 19. 1957.

(5) Khoros V; Pantin, I, Plimak Ye—The Russian Revolutionary Tradition., Progress Publishers, Moscow. 1988.


এই অধ্যায়টো সাধাৰণভাৱে আলোচনাত্মক অধ্যায় হোৱা বাবে ইয়াত তথ্য আৰু সূত্ৰনিৰ্দেশ প্ৰয়োজন হোৱা নাই। সেয়ে কেৱল সহায় লোৱা কিতাপকেইখনৰ নিৰ্দেশ মাত্ৰ দিয়া হ'ল।

১৮৯৫ চন।

সেই বছৰে চেণ্ট পিটাৰ্চবাৰ্গৰ বিভিন্ন মাৰ্ক্সবাদী সংগঠনে লগ লাগি ভৱিষ্যতৰ কাৰ্যপন্থা আৰু সংগঠনৰ বিষয়ে স্থিৰ কৰিবলৈ এক আলোচনা পাতে। ইয়াত চাওঁতে চাওঁতে ৰাজধানীৰ উপৰিও মস্কো, কিয়েভ আৰু ৱিলন'ৰ সমাজ গণতান্ত্ৰিক গোটবোৰেও অংশগ্ৰহণ কৰে। এই সভাতে আনুষ্ঠানিকভাৱে প্ৰথমবাৰৰ বাবে সীমাবদ্ধ গণ্ডীৰ মাজত মাৰ্ক্সবাদ প্ৰচাৰৰ পুৰণা আৱৰ্ত ভাঙি গণ বিপ্লৱী আন্দোলনৰ বাট গ্ৰহণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়।

সেইদিনাই ৰাচিয়াৰ বিপ্লৱে এক নতুন গতিপথ লাভ কৰিলে।

শ্ৰমিকসকলক ৰাজনৈতিকভাৱে শিক্ষিত কৰি তুলিবৰ বাবে সহজ ভাষাত বিভিন্ন লেখামেলা প্ৰকাশ কৰা আৰু বিদেশত থকা প্লেখানভৰ 'এমেনিচিপেচন অব লেবাৰ' গোষ্ঠীৰ লগতো ঘনিষ্ঠ যোগাযোগ গঢ়ি তোলাৰ সিদ্ধান্ত লোৱা হয়।

আৰু, এই কাম সম্পাদন কৰিবৰ বাবে সভাই চেণ্ট পিটাৰ্চবাৰ্গৰ পৰা লেনিন আৰু মস্কোৰ পৰা স্পনটাইক প্ৰতিনিধি কৰি বিদেশলৈ পঠিয়াবলৈকো ঠিক কৰে।

এপ্ৰিল মাহৰ শেষৰ ফালতে মাত্ৰ কিছুদিন আগতে নিউমোনিয়া ৰোগত ভুগি উঠা দুৰ্বল লেনিনে বিদেশলৈ যাত্ৰা কৰে।

জেনেভা নগৰীত প্ৰথমবাৰৰ বাবে তেওঁ প্লেখানভক লগ পায়। এই দুই মাৰ্ক্সবাদী বুদ্ধিজীৱীৰ মিলন আছিল এক ঐতিহাসিক ঘটনা। দুয়োৰে মাজত বহুতো মতপাৰ্থক্য থকা সত্বেও, ( এই বিষয়ে পাছত আলোচনা কৰা হৈছে ) প্ৰবীণ প্লেখানভ আৰু নবীন লেনিনৰ মিলনে ৰাচিয়াৰ সমাজ গণতান্ত্ৰিক ন ন চিন্তা আৰু কাম-কাজৰ এক নতুন জোৱাৰৰ সৃষ্টি কৰিলে।

বিদেশত থকা মাৰ্ক্সবাদীসকলৰ লগত দেশৰ ভিতৰৰ বিপ্লৱীসকলৰ এই প্ৰথমবাৰৰ বাবে এক সুদৃঢ় যোগাযোগ গঢ়ি উঠিল। এই সময়তেই বিদেশৰ পৰা ৰাচিয়াৰ শ্ৰমিকসকলৰ বাবে এখন জনপ্ৰিয় আলোচনী প্ৰকাশ কৰাৰো উদ্যোগ লোৱা হয়, আলোচনীখনৰ নাম দিয়া হয় 'ৰবটনিক' ( শ্ৰমিক )।

এই ভ্ৰমণত লেনিনে বিদেশত থকা ৰুচ বিপ্লৱীসকলৰ উপৰিও বিভিন্ন শ্ৰমিক নেতাক লগ ধৰে। ছুইজাৰলেণ্ডত কিছুদিন থাকি তেওঁ পেৰিচলৈ যায় আৰু তাত কাৰ্ল মাৰ্ক্সৰ জোঁৱায়েক পল লাফাৰক লগ কৰে। তেওঁ এজন প্ৰসিদ্ধ মাৰ্ক্সবাদী নেতা আৰু ফৰাচী শ্ৰমিক দলৰ প্ৰতিষ্ঠাপক আছিল। পেৰিচত থকা কালত তেওঁ 'পেৰী কমিউনৰ' বিষয়েও গভীৰভাৱে অধ্যয়ন কৰে আৰু ইয়াৰ পৰা ৰাজনৈতিক শিক্ষা লবলৈ চেষ্টা কৰে।

পেৰী কমিউন আছিল পৃথিৱীত সৰ্বহাৰাসকলে পোন প্ৰথমবাৰৰ বাবে ক্ষমতা দখল কৰা আৰু নতুন পদ্ধতিৰে দুমাহৰ অধিক কাল এই ক্ষমতা টিকাই

ৰথাৰ ধ্বংসাত্তকাৰী ঘটনা। এই প্ৰচেষ্টাৰ অভিজ্ঞতাৰ মাজেৰে এটা কথা সুনিশ্চিত হৈ পৰিছিল যে সৰ্বহাৰা শ্ৰেণীয়ে শাসন ক্ষমতা দখলৰ পাছত ইয়াক টিকাই ৰাখিবলৈ আৰু পৰিচালিত কৰিবলৈ কেতিয়াও পুৰণা বুৰ্জোৱা শাসনযন্ত্ৰ আৰু ব্যৱস্থাবোৰৰ সহায় লব নোৱাৰে, সফলকাম হ'বলৈ হ'লে তেওঁলোকে পুৰণা ব্যৱস্থাক সমূলঞে উৎখাত কৰি নতুন ব্যৱস্থা গঢ়ি তুলিবই লাগিব। পেৰী কমিউনৰ এই ৰাজনৈতিক শিক্ষাই লেনিন আৰু ৰুচ সমাজ-গণতন্ত্ৰী-সকলক গভীৰভাৱে প্ৰভাৱিত কৰিছিল।

জাৰ্মানীলৈ আহি লেনিনে জাৰ্মান শ্ৰমিক আন্দোলনৰ নেতা ৱিলহেল্ম লাইবক্‌নেখ্‌টকো লগ ধৰে। সেই সময়ত জীৱিত ফ্ৰেডৰিখ এঙ্গেলচ শাৰীৰিক-ভাৱে অসুস্থ হৈ থকাৰ বাবে লেনিনে লগ কৰিব নোৱাৰিলে। চেপ্টেম্বৰ মাহত, দীঘলীয়া বিদেশ ভ্ৰমণৰ অন্তত এক ব্যাপক আন্তৰ্জাতিক যোগাযোগ ব্যৱস্থা গঢ়ি তুলি লেনিন দেশলৈ উভতি আহে।

আহিযেই আৰম্ভ হয় কাম-কাজৰ এক নতুন পৰ্ব।

তেওঁ আহিয়েই ৰাচিয়াৰ মস্কো, ৱিলন' আৰু আন আন ঠাইৰ সমাজ-গণতান্ত্ৰিক গোটবোৰৰ নেতাসকলক লগ ধৰে। তেওঁৰ তেতিয়া এটাই লক্ষ্য, সোনকালে ৰাচিয়াত মাৰ্ক্সবাদী আদৰ্শৰ ভিত্তিত এটা শ্ৰমিক শ্ৰেণীৰ সংগঠন গঢ়ি তুলিব লাগে।

দুমাহ মানৰ ভিতৰতেই তেওঁৰ সপোন দিঠকত পৰিণত হ'ল।

সেই বছৰৰে ডিচেম্বৰ মাহত চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীৰ মাৰ্ক্সবাদী চক্ৰসমূহ এটা সংগঠনত চামিল হ'ল। লেনিনৰ নেতৃত্বত তেওঁলোকে 'লীগ অব ষ্ট্ৰাগল ফৰ দি এমানিচিপেচন অব দি ৱৰকিং ক্লাচ' (শ্ৰমিক শ্ৰেণীৰ মুক্তিৰ বাবে সংগ্ৰাম কৰাৰ লীগ) নাম দি এটা সংগঠন গঢ়ি তোলে। চেণ্ট পিটাৰ্চবাৰ্গৰ মাৰ্ক্সবাদী সমাজ-গণতান্ত্ৰিক শক্তিসমূহ ঐক্যবদ্ধ হৈ পৰে।

এই সংগঠনটো আছিল এটা সম্পূৰ্ণ নতুন ধৰণৰ সংগঠন। ইয়াৰ আদৰ্শই যে সুকীয়া আছিল তেনে নহয়, ইয়াৰ গঠন প্ৰণালীও আছিল বেলেগ।

আৰম্ভণিৰ পৰাই ইয়াৰ ৰাচিয়াৰ আন কোনো শ্ৰমিক সংগঠনত নথকা কেতবোৰ বৈশিষ্ট্য আছিল।

ইয়াৰ আছিল এক শ্ৰমিক শ্ৰেণীৰ শৃংখলাবোধেৰে গঠিত শক্তিশালী কেন্দ্ৰীয় নেতৃত্ব আৰু এই নেতৃত্বৰ গঠন আৰু কাম-কাজ চলিছিল মাৰ্ক্সবাদসম্মত গণতান্ত্ৰিক কেন্দ্ৰিকতাৰ নীতিৰ ভিত্তিত। কাম-কাজবোৰ উপযুক্তভাৱে সকলোৰে মাজত ভগাই দিয়া হৈছিল আৰু ওপৰৰ পৰা তললৈ এক শৃংখলাবদ্ধ গণতান্ত্ৰিক পৰিবেশ আৰু নিয়মীয়াকৈ কাম কৰাৰ ব্যৱস্থাবোৰ গঢ়ি তোলা হৈছিল।

কামৰ লক্ষ্যও আছিল সুকীয়া।

তেতিয়ালৈকে ৰাচিয়াৰ মাৰ্ক্সবাদী শ্ৰমিক সংগঠনবোৰৰ কাম-কাজ আছিল তেনেই সীমিত। আগৰণুৱা শ্ৰমিক নেতাসকলৰ মাজত ৰাজনৈতিক আলোচনা, শ্ৰেণীসংগ্ৰাম আৰু বিপ্লৱৰ বাণী প্ৰচাৰ, মাৰ্ক্সবাদী তত্ত্ব আৰু দেশৰ সমস্যা-বোৰৰ অধ্যয়ন কৰাৰ মাজতে ই সীমাবদ্ধ আছিল।

কিন্তু, লেনিনৰ নেতৃত্বত এই নতুন সংগঠনে ব্যাপক জনগণৰ মাজত মাৰ্ক্সবাদৰ প্ৰচাৰ আৰু বিপ্লৱৰ বাবে গণ-বৈপ্লৱিক পন্থা গ্ৰহণ কৰিলে। অকল প্ৰচাৰেই নহয়, শ্ৰমিক শ্ৰেণীক ৰাজনৈতিকভাৱে শিক্ষিত কৰা আৰু সংগঠিত কৰাৰ বাবে শ্ৰমিক আন্দোলনৰ মাজত সংগঠনটোৱে সক্ৰিয়ভাৱে জঁপিয়াই পৰিবলৈকো আৰম্ভ কৰিলে।

থৰ্ণটন কাৰখানাৰ ৫০০ শ্ৰমিকৰ আন্দোলনতে লীগে শ্ৰমিক আন্দোলনৰ লগত ৰাজনৈতিকভাৱে যুক্ত হোৱাৰ প্ৰথমটো পৰীক্ষা আৰম্ভ কৰে। এই কাৰখানাৰ ৫০০ জন তাঁতীয়ে আৰম্ভ কৰা আন্দোলনটোত তাঁতীসকলৰ দাবীবোৰৰ বিষয়ে বহুল আলোচনা চলাবলৈ কাৰখানাৰ শ্ৰমিকসকল আৰু লীগৰ সমাজ-গণতান্ত্ৰিকসকলৰ এখন যুটীয়া সভা আহ্বান কৰা হয়। লেনিনৰ উদ্যোগত এই প্ৰচেষ্টাৰ জৰিয়তে পোন প্ৰথমবাৰৰ বাবে শ্ৰমিকসকলে যে কেৱল অৰ্থনৈতিক দাবীৰ ভিত্তিত আন্দোলন কৰিলে এনে নহয়, ইয়াৰ লগে লগে দেশৰ সমগ্ৰ স্বৈৰতান্ত্ৰিক শাসন আৰু পুঁজিবাদৰ ওৰ পেলাবৰ বাবে আগবাঢ়িব লাগিব আৰু এনে পথেৰেহে যে মুক্তি সম্ভৱপৰ এই ৰাজনৈতিক শিক্ষা বাস্তৱ জীৱনৰ পৰীক্ষাগাৰত সফলতাৰে প্ৰতিষ্ঠা কৰা হ'ল। লেনিনৰ উদ্যোগত লীগে এই ধৰ্মঘটৰ পৰিপ্ৰেক্ষিতত শ্ৰমিক শ্ৰেণীৰ কৰ্তব্য আৰু দায়িত্বৰ বিষয়ে সোঁৱৰাই দি এখন প্ৰচাৰ পত্ৰও প্ৰকাশ কৰে।

লীগৰ এই উদ্যোগৰ ফলত সমগ্ৰ চেণ্ট পিটাৰ্চবাৰ্গৰ শ্ৰমিকসকলৰ মাজত এক গভীৰ প্ৰভাৱ পৰে। এই সৰু আন্দোলনটোৰ প্ৰতি অন্যান্য কাৰখানাৰ শ্ৰমিকসকলৰ সমৰ্থন আদায় কৰাৰ জৰিয়তে শ্ৰমিক ঐক্য সুদৃঢ় কৰাৰ প্ৰচেষ্টাবো আৰম্ভণি হয়।

নতুন আদৰ্শ, নতুন কৌশল, নতুন সংগঠন এই আটাইবোৰে ৰাচিযাৰ বুকুত এক আগেয়ে নোহোৱা ধৰণৰ শ্ৰমিক আন্দোলন আৰু ৰাজনীতিৰ সূত্ৰপাত কৰে। ইয়াৰ পিছৰ পৰা দেশৰ ৰাজনীতি আৰু একে হৈ নাথাকিল। ৫০০ তাঁতীৰ আন্দোলনৰ মাজেৰে যি নতুন বীজ সিঁচা হৈ গ'ল, তাৰ গজালি চাওঁতে চাওঁতেই লহপহকৈ গজি উঠিবলৈ ধৰিলে। পিটাৰ্চবাৰ্গৰ আহিৰ্ত ৰাচিয়াৰ অন্যান্য ঠাইতো শ্ৰমিকসকলৰ সংগ্ৰামী আৰু ৰাজনৈতিক তৎপৰতা বাঢ়ি আহিল।

অচিৰেই এনে সংগঠন আৰু প্ৰচেষ্টাবোৰৰ মাজত পাৰস্পৰিক যোগাযোগো আৰম্ভ হ'ল।

ৰাছিয়াৰ শ্ৰমিক শ্ৰেণীয়ে গণতান্ত্ৰিক আৰু সমাজবাদী বিপ্লৱ সমাধা কৰাৰ ঐতিহাসিক দায়িত্ব পালন কৰিবলৈ জাগি উঠিল।

অমানুষিক কাম আৰু উত্তেজনাৰে ভৰা দিন আছিল সেইবোৰ।

গোটেই দিনটো শ্ৰমিক সভা-সমিতি আদিত যোগ দি, সংগঠনৰ কাম-কাজ কৰি গধূলি ভাগৰে-জোগৰে লেনিন ঘৰলৈ উভতি আহে। জাৰৰ চোৰাংচোৱা আৰু পুলিচৰ চকুত ধূলি দি আত্মগোপন কৰি আছিল তেওঁ তেতিয়া। আহোঁতে বাটত তেওঁ কেতিয়াবা এগৰাকী শিক্ষয়িত্ৰীৰ ঘৰত সোমায়, কিছুসময় বহে, কণমানি ঘৰটোত শিক্ষয়িত্ৰী আৰু তেওঁৰ মাকৰ লগত বহি একাপ গৰম চাহ খায়, কথাপাতি দিনটোৰ ভাগৰ পলুৱায়।

১৮৯৪ চনতে প্ৰথমে তেওঁ এই শিক্ষয়িত্ৰী গৰাকীক লগ পায়। তেতিয়া সেই শিক্ষয়িত্ৰী গৰাকীয়ে চেণ্ট পিটাৰ্চবাৰ্গৰ বহু কেইটা কাৰখানাত শ্ৰমিকসকলক শিক্ষিত কৰিবৰ বাবে খোলা এখন দেওবৰীয়া স্কুলত বিনাবেতনে কাম কৰে। তিনি বছৰৰ ওপৰ কাল গভীৰ আগ্ৰহৰ স'তে তেওঁ এনেদৰে কাম কৰি আহিছে।

পৰিয়ালটোৰ মাজতেই আগৰ পৰা সোমাই আছিল বিপ্লৱী ৰাজনীতিৰ ভ্ৰূণ। দেউতাক আছিল এজন বিপ্লৱী বুদ্ধিজীৱী। নিজেও তেওঁ অতি কম বয়সৰ পৰাই মাৰ্ক্সবাদী ৰাজনীতিৰ প্ৰতি আকৰ্ষিত আছিল। এই শিক্ষয়িত্ৰী গৰাকী আছিল নাদেজদা ক্ৰুপস্কায়া।

দিনটোৰ কামৰ শেষত, কণমানি কোঠাটোত বহি প্ৰায়ে লেনিনে মাক-জীয়েকৰ লগত নানা তৰহৰ কথা পাতিছিল। দিনটোৰ কামৰ কথা, শ্ৰমিক সংগঠনৰ নানান সমস্যা আৰু ৰাজনীতিৰ কথা কৈছিল লেনিনে আৰু শ্ৰমিক-সকলক শিক্ষা দিয়া নিজৰ স্কুলখনৰ কথা কৈছিল ক্ৰুপস্কায়াই। সহজ-সৰল-ভাৱে দাৰিদ্ৰ্যতাৰ মাজেৰে জীৱন নিৰ্বাহ কৰা শিক্ষয়িত্ৰী গৰাকী আৰু তৰুণ লেনিনৰ মাজত লাহে লাহে এক গভীৰ বন্ধুত্ব গঢ় উঠিছিল।

আৰু সোনকালেই দুয়ো অনুভৱ কৰিবলৈ ধৰিছিল যে তেওঁলোকৰ মাজৰ সম্পৰ্কই অজানিতে বন্ধুত্বৰ সীমনা চেৰাই এক গভীৰ প্ৰেমৰ ফালে তেওঁলোকক লৈ গৈছিল।

সেই সময়তেই সমগ্ৰ চেণ্ট পিটাৰ্চবাৰ্গ নগৰী এলানি শ্ৰমিক আন্দোলনত উত্তাল হৈ উঠে।

বিভিন্ন কাৰখানাত ধৰ্মঘট আৰম্ভ হয়।

পুঁজিবাদে জন্ম দিয়া শ্ৰমিক শ্ৰেণীয়ে ক্ৰমে পুঁজিবাদৰ বিৰুদ্ধে সংগঠিত আৰু সক্ৰিয় হৈ উঠিবলৈ ধৰে। কাৰখানাৰ মালিকসকলৰ স্বাৰ্থৰক্ষা কৰিবৰ বাবে স্বৈৰতান্ত্ৰিক চৰকাৰে শ্ৰমিকসকলৰ ওপৰত নমায় নিৰ্যাতন। পুলিচী দমনেৰে শ্ৰমিকসকলৰ দাবী আৰু আন্দোলনক ধ্বংস কৰাৰ চেষ্টা চলে। লীগৰ সদস্য-সকল কাৰখানাবোৰৰ শ্ৰমিক আন্দোলনৰ মাজত জঁপিয়াই পৰে। প্ৰচাৰ, সংগঠন

আৰু ৰাজনৈতিক কাম-কাজৰ দ্বাৰা তেওঁলোকে বুজাবলৈ ধৰে যে একমাত্ৰ অৰ্থ-নৈতিক দাবীৰ ভিত্তিত আন্দোলন কৰি শ্ৰমিকসকলে কেতিয়াও নিজৰ অৱস্থা উন্নত কৰিব নোৱাৰে। কিয়নো এনে আন্দোলনবোৰ এটা সময়ত নিৰ্মম চৰকাৰী দমনৰ মুখত ভোটা হৈ পৰে। চৰকাৰে ধনী উদ্যোগপতিসকলৰ স্বাৰ্থ ৰক্ষা কৰিবৰ বাবে সদায়েই শ্ৰমিক আন্দোলনবোৰ দমাই ৰাখিবলৈ চেষ্টা কৰে। সেয়ে শ্ৰমিকসকলে অৰ্থনৈতিক দাবীৰ সীমনা চেৰাই স্বৈৰতান্ত্ৰিক চৰকাৰৰ বিৰুদ্ধে গণতন্ত্ৰ আৰু স্বাধীনতাৰ বাবে ৰাজনৈতিকভাৱে যুঁজিব লাগিব সমাজবাদৰ বাবে। তেতিয়াহে শ্ৰমিক শ্ৰেণীৰ নেতৃত্বত দেশৰ সমগ্ৰ মেহনতী মানুহক মুক্ত কৰিব পৰা যাব।

শ্ৰমিক আন্দোলনৰ মাজত লীগৰ এনে বৈপ্লৱিক প্ৰচাৰে গভীৰ ৰাজনৈতিক প্ৰভাৱ পেলাবলৈ সক্ষম হয়। লীগে এইবাৰ নিজে শ্ৰমিক আন্দোলন সংগঠিত কৰিবলৈ আগবাঢ়ে।

১৮৯৬ চনত, মে জুন মাহত চেণ্ট পিটাৰ্চবাৰ্গৰ প্ৰায় ৩০,০০০ বস্ত্ৰশিল্পৰ শ্ৰমিক আন্দোলনত লীগে এক গুৰুত্বপূৰ্ণ সাংগঠনিক ভূমিকা লয়। আন্দোলন-কাৰী শ্ৰমিক আৰু লীগৰ প্ৰতিনিধিসকলৰ এক যুটীয়া সভাত শ্ৰমিকসকলৰ কামৰ সময় দিনে চাৰে দহ ঘণ্টা নিৰ্ধাৰণ কৰিবলৈ দাবী কৰাৰ সিদ্ধান্ত লোৱা হয়। লীগৰ তৰফৰপৰা এই দাবীৰ যথাৰ্থতা প্ৰতিপন্ন কৰি আন্দোলনটোৰ বিষয়ে ৰাইজক জনোৱাৰ বাবে এখন ৰাজনৈতিক প্ৰচাৰপত্ৰ বিলি কৰা হৈছিল। প্ৰায় এমাহ কাল জুৰি চলা এই আন্দোলনে যদিও দাবীবোৰ আদায় কৰাৰ ক্ষেত্ৰত সফলকাম হ'ব পৰা নাছিল তথাপিও শ্ৰমিক শ্ৰেণীক ৰাজনৈতিকভাৱে শিক্ষিত কৰি তোলাত এই আন্দোলনৰ গুৰুত্ব আছিল অপৰিসীম। এই আন্দোলনৰ পাছতে চৰকাৰে কাৰখানাৰ কামৰ সময় চাৰে এঘাৰ ঘণ্টাত বান্ধি দিবলৈ বাধ্য হৈছিল।

লেনিনৰ উদ্যোগত ইতিমধ্যে বিভিন্ন ঠাইৰ সমাজ-গণতান্ত্ৰিক সংগঠনবোৰৰ নেতৃত্বত হোৱা শ্ৰমিক আন্দোলনবোৰৰ মাজত এক সমন্বয় সূত্ৰ স্থাপন কৰিবৰ বাবে আৰু শ্ৰমিক আন্দোলনৰ মাজত মাৰ্ক্সবাদী ৰাজনৈতিক দৰ্শন প্ৰচাৰ কৰিবৰ বাবে এখন শ্ৰমিক শ্ৰেণীৰ বাতৰি কাকতৰ পৰিকল্পনা কৰা হয়। বাতৰি কাকত-খনক সংযোগ, সমন্বয় আৰু সংগঠনৰ হাতিয়াৰ হিছাপে ব্যৱহাৰ কৰিব পৰা যাব বুলি তেওঁ আশা কৰিছিল। জাৰ চৰকাৰেতো মুকলিমুৰীয়াকৈ এনে কাকত প্ৰকাশ কৰিবলৈ নিদিয়ে, গতিকে এনে কাকত গোপনে প্ৰকাশ আৰু বিতৰণ কৰাৰ বাহিৰে আন উপায় নাই।

নাৰেদাৰ্মা ক্ৰুপস্কায়াৰ কণমানি ঘৰটোতে গোপনে এই কাকতৰ কাম-কাজ আৰম্ভ কৰা হ'ল। কাকতখনৰ নাম ৰখা হ'ল ৰবচেয়ি ডায়াল' ( Robocheye Dyelo )। ডিচেম্বৰ মাহত ( ১৮৯৫ চন ) কাকতখনৰ প্ৰথম সংখ্যাটোৰ পাণ্ডু-লিপি প্ৰস্তুত হৈ উঠিল।

এনেতে আহিল বিপৰ্য্যয়।

৮ ডিচেম্বৰৰ নিশা জাৰৰ গোপন পুলিচে লেনিনকে ধৰি লীগৰ কেবাজনো নেতাক গ্ৰেপ্তাৰ কৰিলে।

কাকতখনে প্ৰকাশৰ মুখ দেখা নাপালে।

লেনিনক ফাটেকত ৰখা হ'ল। কিন্তু, কাৰাগাৰৰ ভিতৰৰ পৰাও তেওঁ কৌশলেৰে ৰাজনৈতিক কাম-কাজ চলাই যাবলৈ ধৰিলে। আনকি ৰাজনৈতিক প্ৰচাৰপত্ৰ লেখিও বাহিৰলৈ পঠাবলৈ ধৰিলে। লীগৰ গ্ৰেপ্তাৰ নোহোৱাকৈ থকা নেতা আৰু বিভিন্ন সংগঠনক তেওঁ ৰাজনৈতিক পৰামৰ্শ তথা নিৰ্দেশ দি থাকিবলগীয়া হৈছিল। নেমু টেঙাৰ ৰসেৰে ৰুটিৰ দোৱাতত চিঞাহী বনাই তেওঁ সেই সময়ত লেখিবলগীয়া হৈছিল। চন্তৰী আহি পালে এই দোৱাত চিঞাহী কেতিযাবা খাই পেলাবলগীয়াও হৈছিল। টেঙাৰ ৰসেৰে লেখা আখৰবোৰ অদৃশ্য আছিল—এনে দৰে লেখা কাগজবোৰ গোপনে বাহিৰলৈ লৈ যোৱাৰ পাছত তেওঁৰ সতীৰ্থসকলে জুইত তপতাই বা গৰম পানী ঢালি আখৰবোৰ স্পষ্ট কৰি লৈ নিৰ্দেশবোৰ পঢ়িছিল। এনেদৰে জেলৰ ভিতৰৰ পৰা তেওঁ বাহিৰত থকা সতীৰ্থসকলৰ লগত যোগাযোগ কৰিছিল।

লেনিনকে ধৰি মুল নেতাসকল গ্ৰেপ্তাৰ হোৱাৰ পাছতো কিন্তু লীগ নিষ্ক্ৰিয় হৈ পৰা নাছিল। নতুন সাংগঠনিক কৌশলেৰে গঢ়ি তোলা এই অনুষ্ঠানে মুল নেতাসকলৰ অনুপস্থিতিত কাম-কাজ চলাই যাবলৈ সক্ষম হৈছিল। প্ৰথম বিপৰ্যয়তে ই থানবান হৈ যোৱা নাছিল। লীগৰ নেতাসকলে পূৰ্ণ উদ্যমেৰে কাম-কাজ কৰি গৈছিল আৰু লেনিন কাৰাগাৰত থকা অৱস্থাতেই আগেয়ে কৈ অহা বস্ত্ৰশিল্পৰ শ্ৰমিকৰ বৃহৎ আন্দোলন গঢ়ি তুলিছিল। এই সময়তে লীগে নিজৰ আদৰ্শ আৰু সংগঠন চেণ্ট পিটাৰ্চবাৰ্গৰ বাহিৰেও মস্কো, কিয়েভ আদি ঠাইলৈকো বিয়পাই দিবলৈ সক্ষম হৈছিল।

চৈধ্যমাহ লেনিন কাৰাগাৰত আছিল। এই কালছোৱাত তেওঁ প্ৰচুৰ পঢ়া-শুনা কৰিছিল আৰু গৱেষণা আৰু লেখামেলাৰ কামত নিজকে নিযোজিত কৰি ৰাখিছিল। এই সময়ছোৱাতে তেওঁ ৰাচিয়াত পুঁজিবাদৰ বিকাশ (Development of Capitalism in Russia) নামৰ এটা গুৰুত্বপূৰ্ণ প্ৰবন্ধ লেখিবলৈ আৰম্ভ কৰে। ঊনবিংশ শতিকাৰ আগভাগৰ অৰ্থনীতি সম্পৰ্কে এই কালছোৱাত তেওঁ লেখা আন এটা গুৰুত্বপূৰ্ণ প্ৰবন্ধ পাছত অৱশ্যে বিচাৰি পোৱা নগ'ল।

জেলত থকা কালছোৱাতে তেওঁ ৰাচিয়াত এটা ঐক্যবদ্ধ সমাজ-গণতান্ত্ৰিক দল গঢ়ি তোলাত গুৰুত্ব দিয়ে আৰু এনে এটা দলৰ ঘোষণাপত্ৰ, ৰাজনৈতিক কাৰ্যসূচীৰ খচৰা আদিও প্ৰস্তুত কৰি বাহিৰলৈ পঠায় আৰু এনে এটা দল গঠন কৰিবৰ বাবে ৰাচিয়াৰ মুল শ্ৰমিক সংগঠন, সমাজ-গণতান্ত্ৰিক বিপ্লৱী গোটবোৰক

এখন কংগ্রেছ বা মহাসভা অনুষ্ঠিত কৰিবৰ বাবে তেওঁ সতীৰ্থসকলক বাৰে বাৰে অনুৰোধ কৰে।

চৈধ্যমাহ কাৰাগাৰত থকাৰ পাছত লেনিনৰ বিচাৰৰ ৰায় দিয়া হয়। ১৮৯৭ চনৰ ১৩ ফেব্ৰুৱাৰীৰ দিনা তেওঁক পূব চাইবেৰিয়ালৈ তিনিবছৰৰ বাবে নিৰ্বাসন দিয়া হয়। এই সময়ছোৱাত তেওঁ চাইবেৰিয়াৰ চুচেনস্কয় নামৰ ঠাইখনত পুলিচৰ নজৰবন্দী হৈ থাকিব লাগিব।

আনফালে লেনিন চাইবেৰিয়াত থাকোতেই ১৯৯৮ চনত ৰাচিয়াৰ বিভিন্ন সমাজ-গণতান্ত্ৰিক গোট লগ লাগি মিনস্ক নগৰীত এখন মহাসভা পাতি 'ৰাচিয়াৰ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দল' নামৰ ৰাজনৈতিক দলটো গঠন কৰে। এই মহাসভা আৰু দলটোৰ বিষয়ে এই কিতাপৰ আৰম্ভণিতে উল্লেখ কৰি অহা হৈছে।

# ১৭

## ‘আদৰ্শগত সংগ্ৰামৰ সূচনা’



● তত্ত্ব আৰু বিপ্লৱ ● নাৰডনিক মতাদৰ্শৰ অৱশেষৰ বিৰুদ্ধে সংগ্ৰাম ● প্ৰথম যুক্তফ্ৰণ্টৰ কৌশল ● ‘আইনী মাৰ্ক্সবাদী’ মতাদৰ্শৰ বিৰুদ্ধে সংগ্ৰাম ● অৰ্থনীতিবাদী ধ্যান-ধাৰণা আৰু ইয়াৰ বিৰুদ্ধে সংগ্ৰাম ● শ্ৰমিক আন্দোলনৰ স্বতঃস্ফূৰ্ততাৰ তত্ত্ব।

টোকা আৰু প্ৰসঙ্গ ঃ

(1) Lenin, V I , Collected Works. Vol. 5. p. 517-18

(2) ibid

(3) Lenin, V.I., 'What the friends of the people are and how they fight the social democrates. Progress Publishers, Moscow

(4) ibid

(5) Carr E.H., The Bolshevik Revolution. Penguin Books, London. 3 Vol.

(6) ibid

ৰুচ বিপ্লৱৰ বিষয়ে কৰা যিকোনো আলোচনাতে সততে এটা কথা মনত ৰখাতো প্ৰয়োজন যে ই যেনেদৰে এহাতে এক ৰাজনৈতিক আৰু অৰ্থনৈতিক বিপ্লৱ আছিল, তেনেদৰে একেধাৰে ই আছিল এক বিৰাট বৌদ্ধিক বিপ্লৱো। সমাজৰ বহুতো সু-প্ৰতিষ্ঠিত ধ্যান-ধাৰণা, মূল্যবোধ, আদৰ্শ আৰু বিশ্বাসক ই সমূলঞে উৎখাত কৰি ন ন চিন্তা-চৰ্চাৰ সঞ্চাৰ কৰিছিল।

প্ৰকৃতপক্ষে ৰাজনীতি আৰু সংগঠনৰ জগতখনত কাম আৰম্ভ হোৱাৰ আগতে চিন্তাৰ জগতখনতহে বিপ্লৱৰ কাম আৰম্ভ হৈছিল।

যুগ পৰিৱৰ্তনত এনেকুৱাই হয়।

ন ন চিন্তা-ভাবনা, নতুন নতুন আদৰ্শই মানুহৰ মনৰ জগতখনত প্ৰথমে পৰিৱৰ্তন আনে। পুৰণি চিনাকি পৃথিৱীৰ বহুতো কথা নকৈ চাবলৈ শিকায়। আৰু এই বোধোদয়ে মানুহক পৃথিৱীখনকে পৰিৱৰ্তন কৰিবলৈ অনুপ্ৰাণিত কৰে।

সমাজত যেতিয়া সমাজ পৰিৱৰ্তনৰ ন ন ভাবধাৰা উত্থাপিত হয়, তেতিয়া তাৰ বিৰুদ্ধে ক্ষমতাসীন শ্ৰেণীটো জাঙুৰ খাই উঠে। তেওঁলোকেও নানা নতুন তথ্য, নতুন তত্ত্বৰে এই বিপ্লৱী তত্ত্বক পৰাজিত কৰিবলৈ, পথভ্ৰষ্ট কৰিবলৈ আৰু ইযাক সেৰেঙা, পনীয়া কৰি বৈপ্লৱিক গুণ নাইকিযা কৰিবলৈ ঃ ইয়াক বিপ্লৱৰ পৰিৱৰ্তে সংস্কাৰৰ আহিলা কৰি তুলিবলৈ আহোপুৰুষাৰ্থ চেষ্টা কৰে।

শাসকগোষ্ঠীৰ সুবিধাভোগী বুদ্ধিজীৱী আৰু চিন্তানায়কসকলৰ এনে অপচেষ্টাৰ বিৰুদ্ধে বিপ্লৱীসকলে বিপ্লৱী তত্ত্বক দিনে ৰাতিয়ে ৰক্ষা কৰা, তাক আৰু গভীৰ, ব্যাপক আৰু কাৰ্যক্ষম কৰি তোলা, বিপ্লৱবিৰোধী ষড়যন্ত্ৰৰ বুদ্ধিজাল ফালি বৈপ্লৱিক তত্ত্বক প্ৰচাৰ কৰাৰ তীব্ৰ সংগ্ৰামত লিপ্ত হ'ব লগা হয়।

শুদ্ধ বিপ্লৱী তত্ত্বৰ অবিহনে শুদ্ধ প্ৰযোগ বা বিপ্লৱ অসম্ভৱ। সেয়ে বিপ্লৱী তাত্ত্বিক সংগ্ৰামৰ গুৰুত্বও অসাধাৰণ।

ৰুচ বিপ্লৱৰ ক্ষেত্ৰতো বিপ্লৱীসকলে মাৰ্ক্সবাদী ৰাজনৈতিক আদৰ্শৰ সহায়ত প্ৰথমৰ পৰাই বুৰ্জোৱা ভাবাদৰ্শ আৰু বিভিন্ন পথভ্ৰষ্ট লোকসকলৰ বিৰুদ্ধে প্ৰচণ্ড বৌদ্ধিক সংগ্ৰাম কৰি আহিবলগীয়া হৈছে। সমাজত প্ৰচলিত প্ৰাচীন-পন্থী ধ্যান-ধাৰণা, বুৰ্জোৱা দৰ্শন আৰু বিৰোধী ৰাজনৈতিক মতবাদবোৰৰ বিৰুদ্ধেই নহয়, বিপ্লৱী মাৰ্ক্সবাদী শিবিৰৰ মাজতে গঢ়ি উঠা কেতবোৰ বিপ্লৱ-বিৰোধী ধ্যান-ধাৰণাৰ বিৰুদ্ধে প্ৰচণ্ড মতাদৰ্শগত সংগ্ৰাম পৰিচালনা কৰি মাৰ্ক্সবাদী আদৰ্শক সঠিক বাটত বাৰে বাৰে প্ৰতিষ্ঠা কৰিবলগীয়া হৈছে।

এই বৌদ্ধিক আৰু মতাদৰ্শগত সংগ্ৰামবোৰৰ কাহিনী বাদ দি এই মহাবিপ্লৱৰ কথা বুজি উঠাতো সম্ভৱপৰ নহয়।

এই সংগ্ৰামবোৰ এবাৰেই আৰম্ভ হৈ এবাৰেই শেষ হৈ গৈছিল তেনে নহয়। বাৰে বাৰে, নতুন নতুন ৰূপত এইবোৰে আত্মপ্ৰকাশ কৰিছিল। সেয়ে এটা

অধ্যায়ৰ পৰিসীমাতে এইবোৰৰ আলোচনা শেষ কৰাতো সম্ভৱ নহয়। প্ৰতিটো আহিবলগীয়া অধ্যায়ৰ মাজত আমি এনে বিভিন্ন সংগ্ৰামবোৰৰ পৰিচয় পাই থাম।

প্ৰথম অৱস্থাতেই ৰাচিয়াৰ বিপ্লৱীসকলে মাৰ্ক্সবাদ বিৰোধী তিনিটা মতবাদৰ বিৰুদ্ধে তুমুল সংগ্ৰাম চলাবলগীয়া হয়। এই সংগ্ৰামবোৰ তাৎপৰ্যপূৰ্ণ, কিয়নো আজিও মাৰ্ক্সবাদীসকলে একেধৰণেই বিৰোধীসকলৰ সৈতে প্ৰায় সাদৃশ্য থকা সংগ্ৰামেই কৰি আহিবলগীয়া হৈছে। আজি গ্লাচনষ্ট আৰু পেৰেষ্ট্ৰইকাৰ যুগত ইয়াৰ গুৰুত্ব আৰু তাৎপৰ্য খুব প্ৰকট হৈ পৰিছে। সময় আৰু পৰিস্থিতিৰ পৰিবৰ্তনৰ লগে লগে সংগ্ৰামৰ বাহ্যিক ৰূপবোৰ সলনি হৈছে যদিও, আচল যিবোৰ বুনিয়াদী প্ৰশ্ন লৈ এইবোৰ আৰম্ভ হৈছিল, তাৰ বিশেষ পৰিৱৰ্তন হোৱা নাই।

এনে প্ৰথমটো মতাদৰ্শগত সংগ্ৰাম আছিলে নাৰডনিক মতবাদৰ শেহতীয়া ৰূপ 'উদাৰনৈতিক নাৰডনিক' মতৰ বিৰুদ্ধে। এই সংগ্ৰামৰ বিষয়ে এই কিতাপৰ পূৰ্বৱৰ্তী অধ্যায়ত কিছু কথা ইতিমধ্যে আলোচনা কৰি অহা হৈছে। দেশৰ উঠি অহা যুৱকসকলৰ মনৰ পৰা নাৰডনিক বীৰ বিপ্লৱীসকলৰ ৰোমাঞ্চকৰ কাৰ্যৰ ৰোমাণ্টিক অৱশেষ নাইকিয়া কৰিবৰ বাবে কিমান কষ্টকৰ চেষ্টা কৰিবলগীয়া হৈছিল তাক লেনিনৰ তলত উল্লেখ কৰা উদ্ধৃতিৰ পৰা অনুমান কৰিব পাৰি।

"প্ৰায় প্ৰতিজন যুৱকেই যৌৱনৰ প্ৰথম ভাগত এই সন্ত্ৰাসবাদী বীৰসকলক খুব আগ্ৰহেৰে ভক্তি কৰিছিল—এই বীৰত্বৰ পৰম্পৰাৰ আকৰ্ষণ নাইকিয়া কৰিবৰ বাবে এক সংগ্ৰাম চলাবলগীয়া হৈছিল, আৰু এই সংগ্ৰামত 'সমাজ-গণতান্ত্ৰিক' যুৱকসকলে ইমানদিনে সম্মান জনাই অহা সেই লোকসকলৰ লগতো সকলোধৰণৰ ব্যক্তিগত সম্পৰ্ক ছেদ কৰিবলগীয়া হৈছিল, যি সকলে 'নাৰোডনয়া ভলুয়াৰ' আদৰ্শৰ প্ৰতি ( নাৰডনিকসকলৰ সংগঠন ) সমৰ্থন জনাইছিল।"[1]

১৮৯৩ চনৰ পৰা লেনিনে উদাৰনৈতিক নাৰডনিক প্ৰৱণতাৰ বিৰুদ্ধে লেখিবলৈ আৰম্ভ কৰে। নাৰডনিক চিন্তাধাৰাৰ উদাৰনৈতিক অৱতাৰে কেনেদৰে শেষ বিচাৰত বুৰ্জোৱা শ্ৰেণী আৰু স্বৈৰতান্ত্ৰিক প্ৰশাসনক সহায় কৰে তাক তেওঁ উদঙাই দেখুৱায়। প্ৰথম লেখাটো আছিল 'তথাকথিত বজাৰৰ প্ৰশ্নটোৰ প্ৰসঙ্গত' (On the So Called Market Quetsion )[2] নামৰ প্ৰবন্ধ এটা।

আগতেই কৈ অহা হৈছে কেনেদৰে নাৰডনিকসকলে ৰাচিয়াত পুঁজিবাদ বিকাশৰ প্ৰশ্নটো এৰাই গৈছিল। তেওঁলোকৰ মত আছিল যে ৰাচিয়াত যিহেতু এখন আভ্যন্তৰীণ বজাৰ নাই, গতিকে ইয়াত পুঁজিবাদে বিকাশ লাভ কৰাতো

সম্ভৱ নহয়। লেনিনে প্ৰচুৰ তথ্য আৰু যুক্তিৰে দেখুৱালে যে কেনেদৰে ৰাচিয়াত পুঁজিবাদী কৃষি গঢ়ি উঠি এখন ডাঙৰ আভ্যন্তৰীণ বজাৰ সৃষ্টি কৰিছে। ইয়াৰ দ্বাৰা তেওঁ নাৰডনিকসকলৰ ভ্ৰান্ত চিন্তাধাৰা নস্যাৎ কৰি পেলায়। ইয়াৰ পাছৰ বছৰেই, ১৮৯৪ চনত তেওঁ মাৰ্ক্সবাদ বিৰোধী অপপ্ৰচাৰৰ মোকাবিলা কৰিবৰ বাবে এখন কিতাপ লেখি উলিয়ায়। নাৰডনিকসকলে তেওঁলোকৰ বাতৰি কাকত 'ৰুস্কয়ে বগাটষ্টট'ত নিজকে জনগণৰ বন্ধু বুলি দাবী কৰি মাৰ্ক্সবাদ বিৰোধী এক অভিযান আৰম্ভ কৰিছিল। লেনিনে তেওঁৰ "এই জনগণৰ বন্ধুসকল কোন ? আৰু কেনেকৈ তেওঁলোকে সমাজ—গণতন্ত্ৰী-সকলৰ বিৰোধিতা কৰে' ( What the friends of the people are and how they fight the social democrates )[৪] নামৰ কিতাপখনত নাৰডনিক যুক্তিবোৰ খণ্ডন কৰে। নাৰডনিকসকলৰ দৃষ্টিভংগীয়ে মূলতে মধ্যবিত্ত পেটিবুৰ্জোৱা শ্ৰেণীৰ দৃষ্টিভংগী—এহাতে যেনেকৈ বাস্তৱৰ লগত ই সংগতিহীন আনহাতে সংস্কাৰমুখী আন্দোলনৰ গণ্ডীৰ মাজতে যে ই সীমিত তাক তেওঁ দেখুৱাই দিয়ে। খেতিযক সমাজৰ মাজত গঢ়ি উঠা পুঁজিপতি ধনী খেতিয়ক-সকলৰ বিষযে তেওঁলোক নিমাত, তেওঁলোকে মূলতে এই শ্ৰেণীটোৰেই মুখপাত্ৰ হিছাপে কাম কৰে আৰু জনগণৰ বন্ধু বোলোতে তেওঁলোক যে প্ৰকৃততে ধনী খেতিযক, বেপাৰী আৰু বুৰ্জোৱাৰ বন্ধু সেই কথা ওলাই পৰে। ৰাচিয়াত বিপ্লৱ এই খেতিয়কসকলে অকলে সম্পন্ন কৰিব নোৱাৰে, বৰঞ্চ ৰাচিয়াৰ শ্ৰমিক-শ্ৰেণীৰ নেতৃত্বত খেতিযকসকলে আৰু খাটিখোৱা শ্ৰেণীৰ দৃঢ় মিত্ৰতাইহে এই বিপ্লৱ সম্পন্ন কৰিব।

লেনিনৰ এই লেখাই ৰাচিয়াৰ মাৰ্ক্সবাদী মহলত প্ৰচণ্ড আলোড়ন তোলে। লিবাৰেল নাৰডনিকসকলৰ ধুঁৱলী-কুঁৱলী চিন্তাৰ বিপৰীতে ৰাচিয়াৰ বিপ্লৱত শ্ৰমিক আৰু খেতিয়কসকলৰ মাজৰ সম্পৰ্ক আৰু ভূমিকা সম্পৰ্কে ৰাজনৈতিক চিন্তাধাৰাই স্বচ্ছতা পাবলৈ আৰম্ভ কৰে।[৫]

এই নাৰডনিকসকলৰ বিৰুদ্ধে চলোৱা সংগ্ৰামত পোন প্ৰথমবাৰৰ বাবে আন এটা ৰাজনৈতিক কৌশলৰ সফল পৰীক্ষা চলোৱা হ'ল ; সি হ'ল যুক্তফ্ৰন্টৰ কৌশল। এটা নিৰ্দিষ্ট প্ৰশ্নত বিভিন্ন আপাত-বিৰোধী শক্তিৰ লগত এক সাধাৰণ শত্ৰুৰ বিৰুদ্ধে ঐক্যবদ্ধ হৈ একেলগে কাম কৰা আৰু জয়লাভ কৰাৰ কৌশল প্ৰয়োগ কৰা হ'ল। নাৰডনিকসকলৰ বিৰুদ্ধে সংগ্ৰামত লেনিন আৰু সমাজ-গণতান্ত্ৰিকসকলে 'আইনী মাৰ্ক্সবাদী' নামে জনাজাত হৈ পৰা গোটটোৰ লগত একেলগে কাম কৰিছিল।

ৰাচিয়াত সেই সময়ত মুকলিভাৱে, আইনসম্মত প্ৰথাৰে মাৰ্ক্সবাদী চিন্তা-চৰ্চা কৰাৰ, কাকত, আলোচনী আদিত মাৰ্ক্সবাদ সম্পৰ্কে লেখা এটা প্ৰৱণতাই গা কৰি উঠিছিল। ইয়াৰ গুৰি ধৰিছিল এচাম বুদ্ধিজীৱীয়ে। আইনসম্মত

প্ৰথাৰে কাম-কাজ কৰাৰ বাবে এওঁলোকক আইনী মাৰ্ক্সবাদী বা লীগেল মাৰ্ক্সিষ্ট বোলা হৈছিল। এওঁলোকে মাৰ্ক্সবাদক সৰ্বহাৰা বিপ্লৱৰ দৰ্শন হিছাপে ব্যৱহাৰ কৰাতকৈ এক জংগী সংস্কাৰৰ আহিলা হিছাপেহে ব্যৱহাৰ কৰিব বিচাৰিছিল।

এওঁলোকে নাৰডনিক মতবাদৰ তীব্ৰ বিৰোধিতা কৰিছিল। দৰাচলতে কোনো ধৰণৰ শ্ৰমিক সংগঠন আদিৰ লগত প্ৰত্যক্ষভাৱে জড়িত নথকাৰ বাবে আৰু নাৰডনিক আদৰ্শক সমালোচনা কৰাৰ বাবে জাৰ প্ৰশাসনে এই আইনী মাৰ্ক্সবাদীসকলক মুকলিভাৱে চিন্তা-চৰ্চা কৰাৰ কিছু সুযোগ দিছিল। জাৰ দ্বিতীয় আলেকজেণ্ডাৰৰ হত্যাকাণ্ডৰ পাছত প্ৰশাসনে নাৰডনিকসকললৈ বেছ ভয় কৰিছিল, আৰু সেয়ে তেওঁলোকৰ বিৰোধীসকলক কিছু স্বাধীনতা দিছিল।[5]

এই আইনী মাৰ্ক্সবাদী ধাৰাটোৱে ১৮৯০ চনতে প্ৰথমে আত্মপ্ৰকাশ কৰে।

তেওঁলোকৰ প্ৰথম প্ৰধান নেতা আছিল পিটাৰ ষ্ট্ৰুভ। 'ৰাচিয়াৰ অৰ্থনৈতিক বিকাশ সম্পৰ্কে এক সমালোচনাত্মক সমীক্ষা' ( Critical Notes On The Question of Economic Development of Russia ) নামৰ কিতাপখনত তেওঁ ১৮৯৪ চনত এই মতাদৰ্শ স্পষ্টকৈ প্ৰথমবাৰ দাঙি ধৰে। ই মূলতে আছিল মাৰ্ক্সবাদী শিক্ষাৰ এক বুৰ্জোৱা উদাৰনৈতিক ব্যাখ্যা। তেওঁলোকে মাৰ্ক্সবাদৰ সহায় লৈ নাৰডনিক মতাদৰ্শৰ বিৰোধিতা কৰিছিল, নাৰডনিক খেতিয়ক সমাজ-বাদৰ ধাৰণা ভুল আৰু পুঁজিবাদৰ বিৰোধিতা অসাৰ বুলি তেওঁলোকে কৈছিল। ৰাচিয়াৰ সমাজৰ স্বাভাৱিক বিকাশত গঢ়ি উঠা পুঁজিবাদৰ তেওঁলোকে এক প্ৰগতিশীল ভূমিকা দেখা পাইছিল। নাৰডনিকৰ খেতিয়ক সমাজবাদৰ বিপৰীতে তেওঁলোকে কিন্তু সৰ্বহাৰা বিপ্লৱ আৰু সৰ্বহাৰা সমাজবাদৰ পৃষ্ঠপোষকতা কৰা নাছিল, বৰঞ্চ ৰাচিয়াৰ সমাজত এক উদাৰনৈতিক বুৰ্জোৱা গণতন্ত্ৰ প্ৰতিষ্ঠাৰ জৰিয়তে দেশৰ বিকাশ সম্ভৱ বুলি কৈছিল।[6]

যি সময়ত বিশ্বত পুঁজিবাদৰ প্ৰগতিশীল ভূমিকা শেষ হৈ গৈছে, সেই সময়ত তেওঁলোকে ৰাচিয়াত পুঁজিবাদ আৰু বুৰ্জোৱা গণতন্ত্ৰৰ অবাধ বিকাশৰ স্বপ্ন দেখিছিল। এই বাটেদিয়েই ক্ৰমান্বয়ে আগবাঢ়ি গৈ ৰাচিয়াত সমাজবাদ প্ৰতিষ্ঠা কৰিব পৰা যাব বুলি ভাবিছিল। বিপ্লৱৰ জৰিয়তে সৰ্বহাৰাৰ একনায়কত্ব প্ৰতিষ্ঠা আৰু শ্ৰেণীসংগ্ৰামৰ প্ৰয়োজনীয়তাক তেওঁলোকে কৌশলেৰে অস্বীকাৰ কৰিছিল। নব্য কাণ্টিয় ধ্যান-ধাৰণাৰে তেওঁলোকে নিজৰ মতবাদৰ দাৰ্শনিক পৰিমণ্ডল ৰচনা কৰিছিল।

কেৱল আইনী উপায়েৰেই কাম-কাজ কৰাই নহয়, আইনী মাৰ্ক্সবাদীসকলে সমগ্ৰ মাৰ্ক্সবাদী দৰ্শনকে বুৰ্জোৱা গণতন্ত্ৰৰ পৰিসীমাৰ ভিতৰৰ এক ৰাজনৈতিক মতবাদ হিছাপে প্ৰতিষ্ঠা কৰি পনীয়া কৰি পেলোৱাৰ প্ৰয়াস কৰিছিল।

তেওঁলোকৰ এই আপোচমুখী, সংস্কাৰবাদী মতবাদে শেষ বিচাৰত বুৰ্জোৱা শ্ৰেণীৰেই স্বাৰ্থ ৰক্ষা কৰাত সহায়ক হৈ পৰিছিল।

এই সুবিধাবাদী ধাৰা ৰাচিয়াৰ বামপন্থী মহলৰ ভিতৰত, বিশেষকৈ পেটি-বুৰ্জোৱা শ্ৰেণীৰ মাজত যথেষ্ট জনপ্ৰিয় হৈ উঠিছিল।

পাছলৈ এওঁলোক গৈ বস্তুবাদী দৰ্শনৰে বিৰোধী হৈ পৰিছিল, আৰু বস্তুবাদী দৰ্শনৰ বিপৰীতে আদৰ্শবাদী ধৰ্মীয় প্ৰৱণতাকো পৃষ্ঠপোষকতা কৰিছিল। ৰুচ বিপ্লৱৰ পাছত এওঁলোক কেৱল বুৰ্জোৱা প্ৰতিবিপ্লৱী শিবিৰৰ সহযাত্ৰী হোৱাই নহয়, ৰাজতন্ত্ৰৰো সমৰ্থক হৈ পৰিছিল।

১৮৯৪ চনতেই, আইনী মাৰ্ক্সবাদী মতবাদ প্ৰথম স্পষ্টকৈ প্ৰকাশ পাওঁতেই লেনিনে ইয়াৰ বুৰ্জোৱা চৰিত্ৰ উদঙাই দি ইয়াক কঠোৰভাৱে সমালোচনা কৰিছিল। যেতিয়াই এওঁলোকে ৰাচিয়াত সমাজবাদ গঢ়ি উঠাৰ পূৰ্বচৰ্ত হিছাপে এক শক্তিশালী পুঁজিবাদ, বুৰ্জোৱা গণতন্ত্ৰৰ আচাৰ-অনুষ্ঠান, সামাজিক স্বাধীনতা আদি গঢ়ি তোলাৰ কথা কৈছিল, পুঁজিবাদৰ চৰম বিকাশৰ পাছত ইয়াৰ অৱক্ষয়ৰ মাজেদিহে সমাজবাদৰ চৰ্ত গঢ়ি উঠিব বুলি কৈছিল, তেতিয়াই লেনিনে তেওঁলোকক বুৰ্জোৱা স্বাৰ্থ ৰক্ষাকাৰী আৰু ৰাচিয়াত গঢ়ি উঠা শক্তিশালী শ্ৰমিক শ্ৰেণীৰ ৰাজনৈতিক ভূমিকাক অস্বীকাৰ কৰা বিপ্লৱবিৰোধী শক্তি হিছাপে সমালোচনাৰে থকাসৰকা কৰিছিল। শ্ৰমিকৰ পৰিৱৰ্তে বুৰ্জোৱাৰ ৰাজনৈতিক ভূমিকাক ডাঙৰ কৰি দেখাৰ বিপদজনক প্ৰৱণতা যে এক প্ৰতিবিপ্লৱী কাৰবাৰহে তাক তেওঁ প্ৰতিপন্ন কৰিছিল। আৰু, বাস্তৱিকতেই বিপ্লৱৰ সময়ত এওঁলোক গৈ প্ৰতিবিপ্লৱী শিবিৰত চামিল হৈছিলগৈ।

এই বিপদজনক মতাদৰ্শৰ বিৰুদ্ধেও লেনিন আৰু সমাজ-গণতন্ত্ৰীসকলে আপোচহীন তাত্ত্বিক সংগ্ৰাম চলাবলগীয়া হৈছিল।

তৃতীয়তো বিপদজনক প্ৰৱণতা আছিল 'অৰ্থনীতিবাদ'—ইকনমিজম। ই আছিল ৰাচিয়াৰ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ এটা সুবিধাবাদী ধাৰা। এই ধাৰাৰ প্ৰথম প্ৰবক্তা আছিল প্ৰকুপভিচ্ আৰু কুচকভা। তেওঁলোকে শ্ৰমিক শ্ৰেণীৰ আন্দোলনক মূলতে অৰ্থনৈতিক সংগ্ৰাম আৰু ট্ৰেড ইউনিয়নৰ কাম-কাজৰ মাজত সীমাবদ্ধ ৰাখি ইয়াক সযতনে ৰাজনীতিৰ পৰা নিলগাই ৰাখিব বিচাৰিছিল। শ্ৰমিকসকলৰ কাম-কাজৰ অৱস্থাৰ উন্নতি, অধিক মজুৰি আৰু সা-সুবিধা, কামৰ নিৰাপত্তা আদি দাবীৰ মাজত শ্ৰমিকসকলক নিমগ্ন ৰাখি ৰাজনৈতিক সংগ্ৰামৰ দায়িত্ব উদাৰনৈতিক বুৰ্জোৱা ভাবাদৰ্শৰ বুদ্ধিজীৱীসকলৰ হাতত ৰখাতো উচিত বুলি মত পোষণ কৰিছিল। সমাজত শ্ৰমিক শ্ৰেণীৰ সংগঠিত, নেতৃত্বক অস্বীকাৰ কৰি তেওঁলোকে মজদুৰ আন্দোলনবোৰ কেৱল স্বতঃস্ফূৰ্ততাৰ ওপৰত এৰি দিয়াই নহয়, স্বতঃস্ফূৰ্ততাই শ্ৰমিক আন্দোলনৰ মূল চৰিত্ৰ বুলি অভিহিত কৰিছিল। শ্ৰমিক শ্ৰেণীৰ স্বতন্ত্ৰীয়া ৰাজনৈতিক-

দলৰ ভূমিকাকো তেওঁলোকে খৰ্ব কৰিছিল। ই আছিল মাৰ্ক্সবাদৰ এক প্ৰকাৰ সংশোধনবাদী প্ৰৱণতা, পাছলৈ বাৰ্ণষ্টাইন আদি নেতাই অৰ্থনীতিবাদক শ্ৰমিক শ্ৰেণী, ৰাজনীতি আৰু সাংগঠনিক কাম-কাজৰ পৰা বিচ্ছিন্ন কৰি এক বিমূৰ্ত চিন্তাৰ ৰূপ দিবলৈ চেষ্টা কৰিছিল। এই মতবাদে শ্ৰমিক আন্দোলনৰ মাজত ট্ৰেড ইউনিয়ন সুবিধাবাদৰ বীজ সুমুৱাই দি আন্দোলনৰ আৰু বিশেষকৈ শ্ৰমিক শ্ৰেণীৰ সংগঠিত ৰাজনৈতিক দল গঠনৰ বাটত প্ৰচুৰ বাধাৰ সৃষ্টি কৰিছিল।

এই বিপদজনক প্ৰৱণতাৰ বিৰুদ্ধে লেনিন আৰু তেওঁৰ সমাজ-গণতন্ত্ৰী সতীৰ্থসকলে যতিহীন সংগ্ৰাম চলাব লগা হৈছিল। 'কি কৰা উচিত' নামৰ কিতাপখনত তেওঁ এই চিন্তাক উদঙাই দি নস্যাৎ কৰিবলৈ সক্ষম হৈছিল।

এই সংগ্ৰামবোৰৰ কথা আমি পৰৱৰ্তী অধ্যায়বোৰত একাদিক্ৰমে পাই যাম। এই অধ্যায়ত এই তিনিটা মূল তাত্বিক সংগ্ৰামৰ উল্লেখ কৰি বিৰোধী মতবাদবোৰৰ সামান্য পৰিচয় দাঙি ধৰা হ'ল যাতে বিপ্লৱৰ ঘটনাক্ৰম আৰু বিকাশৰ কাহিনী বুজি উঠাত পাঠকসকলৰ সহায় হয়।

এইবাৰ আমি চাইবেৰিয়াৰ নিৰ্জন প্ৰান্তলৈ উভতি যাওঁ; তাত বিপ্লৱে কেনেদৰে পোখা মেলিছে তাক চাওঁগৈ।

# ১৮

## চাইবেৰিয়াৰ নিৰ্জন প্ৰান্তত প্ৰাৰম্ভিক তাত্ত্বিক বিকাশ



● চাইবেৰিয়াৰ চুচেনস্কয় গাঁৱত লেনিনৰ নিৰ্বাসিত জীৱনৰ আৰম্ভণি ● ৰাচিয়াৰ বিপ্লৱত শ্ৰমিক শ্ৰেণীৰ দলৰ কৰ্তব্য কি ● গণতান্ত্ৰিক বিপ্লৱ আৰু সমাজতান্ত্ৰিক বিপ্লৱ চিঙিব নোৱৰা যোগসূত্ৰেৰে বন্ধা ● বৈপ্লৱিক তত্ত্বৰ অবিহনে বৈপ্লৱিক আন্দোলন সম্ভৱ নহয় ● ৰাচিয়াত পুঁজিবাদী বিকাশৰ ধাৰা সম্পৰ্কে লেনিনৰ তাত্ত্বিক লেখনী ● আন্তৰ্জাতিক সমাজ-গণতান্ত্ৰিক আন্দোলনত সংশোধনবাদ—এডুৱাৰ্ড বাৰ্ণষ্টাইনৰ তত্ত্ব আৰু ইয়াৰ বিৰুদ্ধে সংগ্ৰাম ● বিপ্লৱ আৰু বিপ্লৱী সংগঠন।

টোকা আৰু প্ৰসঙ্গ :


(1) Lenin, V I —Collected Works Volume 14. p. 256

(2) এই লেখাটোৰ ইংৰাজী নাম হ'ল—'Tasks of the Russian Social Democrates'

(3) Lenin, V I —Collected Works. Vol-2. p-336.

(4) ibid, p. 343

(5) ibid, Vol. 4 p. 211-212.

(6) ibid, Vol 3 p. 31—69.

(7) Lenin, A Biography—Prepared by Institute of Marxism-Leninism of Central Committee of C. P. S. U. Progress Publishers, Moscow. 1986. P. 65—109

(8) ibid, p. 65—109.

বিস্তীৰ্ণ চাইবেৰিয়া !

চৌদিশে ধূ-ধূকৈ মুকলি প্ৰান্তৰ, প্ৰচণ্ড ধুমুহা আৰু হিমেল বতাহে কঁপাই থোৱা খোলা সমভূমি !

এই বিশাল চাইবেৰিয়াৰ এক অখ্যাত চুকৰ এখন সৰু গাঁও চুচেনস্কয়।

এই গাঁওখন আন বহুত অখ্যাত গাঁৱৰ দৰে কোনোদিনেই হয়তো প্ৰখ্যাত নহ'লেহেঁতেন। বিশাল সমতলৰ ধূসৰ আকাশৰ তলৰ আন বহু অনামী জনপদৰ দৰে অস্তিত্বহীন অস্তিত্ব লৈ থাকিলহেঁতেন।

কিন্তু, ১৮৯৭ চনৰ ১৩ ফেব্ৰুৱাৰীৰ দিনা এই অখ্যাত গাঁওখনলৈ নিৰ্বাসিত কৰা হ'ল, এনে এজন ৰাজবন্দীক যি পৰৱৰ্তী বছৰবোৰত অকল ৰাচিয়াৰে নহয়, সমগ্ৰ পৃথিবীৰে মানৱ জাতিৰ ইতিহাসৰ গতি ঘূৰাই দিব।

ৰাজবন্দীজন আছিল ভ্লাদিমিৰ ইলিচ লেনিন।

লেনিন নামটো অৱশ্যে তেওঁ তেতিয়াও গ্ৰহণ কৰা নাছিল।

জাৰ প্ৰশাসনৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ অপৰাধত ১৪ মাহ বিচাৰাধীন হৈ বন্দীজীৱন কটোৱাৰ পাছত তেওঁক তিনি বছৰৰ বাবে পূব চাইবেৰিয়াৰ এই গাঁওখনলৈ নিৰ্বাসন দিয়া হয়।

আৰম্ভ হ'ল এক সুকীয়া পৰ্যায়ৰ। ৰাজধানী চেণ্ট পিটাৰ্চবাৰ্গৰ শ্ৰমিক ৰাজনীতি সংগঠনৰ বিৰামহীন দিনবোৰৰ পৰা প্ৰথমে জেলত আৰু তাৰ পাছত দীঘলীয়া নিৰ্বাসনত তেওঁ চিন্তা কৰাৰ প্ৰচুৰ সময় পালে। আৰম্ভ হ'ল অধ্যয়ন। চাইবেৰিয়ালৈ নিৰ্বাসনৰ বাবে আহোঁতেও বাটত মস্কোত বৈ তেওঁ অধ্যয়ন কৰাৰ সুযোগ পাইছিল। অন্যান্য সাধাৰণ বন্দীৰ দৰে 'অপৰাধী কাফিলাত', তেওঁ আহিব লগা হোৱা নাছিল। নিজাববীয়াকৈ নিৰ্বাসনৰ ঠাইলৈ আহিবলৈ তেওঁক চৰকাৰে অনুমতি দিছিল। প্ৰায় একে সময়তে নাদেজ্দা ক্ৰুপস্কায়াৰো চাইবেৰিয়ালৈ নিৰ্বাসন হয়। লেনিনে তেওঁৰ 'বাগদত্তাক' একেখন গাঁৱতে নিৰ্বাসন দিবৰ বাবে আবেদন জনালে। কৰ্তৃপক্ষই তেওঁৰ এই অনুৰোধো মানি ললে। ক্ৰুপস্কায়া চুচেনস্কায়া গাঁৱলৈ অহাৰ পাছত ১৮৮৯ চনৰ জুলাই মাহৰ ১০ তাৰিখে নিৰ্বাসনতে দুয়োৰে বিয়া হৈ গ'ল।

গাঁৱৰ এটা সৰু পঁজাঘৰ লৈ দুয়ো যুগ্ম জীৱনৰ পাতনি মেলিলে। এই পঁজাঘৰতে দাম্পত্য জীৱনৰ লগতে আৰম্ভ হ'ল যুগ্ম অধ্যয়নৰ এক অধ্যায়।

ক্ৰুপস্কায়া অহাৰ পাছতহে লেনিনে গম পালে যে সেই বছৰৰে মাৰ্চ মাহত মিন্স্ক নগৰীত ৰাচিয়াৰ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দল গঠনৰ প্ৰথমখন মহাসভা অনুষ্ঠিত হৈ গৈছে, খবৰটো পাই তেওঁ আনন্দত উৎফুল্লিত হৈ উঠিল। ইমান দিনে বাৰে বাৰে তেওঁ ইয়াকেই বিচাৰি আহিছিল, শ্ৰমিক শ্ৰেণীৰ নিজস্ব সংগঠনৰ অবিহনে ই ৰাজনৈতিক ভূমিকা পালন কৰিব নোৱাৰিব বুলি সদায় সকিয়াই আহিছিল। আনকি জেলত বিচাৰাধীন হৈ থাকোতেই তেওঁ এনে

দলৰ খচৰা কাৰ্যসূচী পৰ্যন্ত প্ৰস্তুত কৰি উলিয়াইছিল। লেনিনে এই দল গঠনৰ কাৰ্যক 'ৰাচিয়াৰ বৈপ্লৱিক আন্দোলনৰ লগত যুক্ত হ'বৰ বাবে ৰাচিয়াৰ শ্ৰমিক আন্দোলনে গ্ৰহণ কৰা আটাইতকৈ মহত্তম পদক্ষেপ' বুলি অভিহিত কৰিলে।[1]

লেনিন আৰু ক্ৰুপস্কায়াই এইবাৰ অধ্যয়ন, অনুবাদ কাৰ্য, আৰু বিভিন্ন ঠাইৰ সহকৰ্মীসকলৰ লগত যোগাযোগ গঢ়ি তোলাৰ কাম হাতত ললে আৰু লাহে লাহে চিঠিপত্ৰ আৰু বন্ধুবৰ্গৰ জৰিয়তে এক ব্যাপক যোগাযোগৰ ব্যৱস্থাও গঢ়ি তুলিবলৈ সক্ষম হ'ল। এই সময়তেই লেনিনে তেওঁৰ নিৰ্বাসন কালৰ তাত্ত্বিক কাম-কাজবোৰ আৰম্ভ কৰিলে। 'ৰাচিয়াৰ সমাজ-গণতান্ত্ৰিকসকলৰ সন্মুখৰ কৰ্তব্য'[2] নামৰ এখন পুস্তিকাত ৰাচিযাৰ বিপ্লৱত শ্ৰমিক শ্ৰেণীৰ দলৰ ভূমিকা কেনে হ'ব সেই বিষয়ে তেওঁ স্পষ্ট ৰূপৰেখা দাঙি ধৰিলে।

এই তাত্ত্বিক কামৰ ভিত্তি আছিল এনে ধৰণৰ।

ৰাচিয়াৰ বিপ্লৱ স্বাভাৱিকতেই দুটা স্তৰৰ মাজেৰে সমাধা হ'ব। প্ৰথমটো স্তৰত এক বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন হ'ব। এই পৰ্যাযত সামন্তবাদ আৰু স্বৈৰতন্ত্ৰৰ অৱশেষবোৰ ধ্বংস কৰি দেশত মুক্ত গণতন্ত্ৰ আৰু পুঁজিবাদী বিকাশৰ পথ মুকলি হ'ব। ৰাচিয়াত এখন গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা হ'ব। এই পৰ্যায়টোৰ সমসাময়িকভাৱে ৰাচিয়াৰ শ্ৰমিক শ্ৰেণীয়ে পুঁজিবাদৰ বিৰুদ্ধে সংগ্ৰাম চলাই যাব আৰু বিপ্লৱৰ দ্বিতীয় পৰ্যাযত পুঁজিবাদক উৎখাত কৰি সৰ্বহাৰা একনায়কত্বৰ সহায়ত দেশত সমাজবাদ প্ৰতিষ্ঠা কৰিব।

বিপ্লৱৰ এই দুটা স্তৰ সম্পৰ্কে বিশেষ মতানৈক্য নাছিল, প্ৰায সকলো সমাজ-গণতান্ত্ৰিক লোকে ইয়াক তাত্ত্বিকভাৱে মানি লৈছিল। কিন্তু ঐতিহাসিক বিকাশৰ সাধাৰণ প্ৰক্ৰিয়াত গণতান্ত্ৰিক বিপ্লৱ বুৰ্জোৱা শ্ৰেণীয়ে নেতৃত্ব দি সংঘটিত কৰে, আৰু সমাজবাদী বিপ্লৱত শ্ৰমিক শ্ৰেণীয়ে নেতৃত্ব দিয়ে।

তেতিয়াহ'লে ৰাচিয়াত গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰিবলৈ বুৰ্জোৱা নেতৃত্বৰ বাবে বৈ থাকিব লাগিব নেকি? বহুতৰ ধাৰণা এনেকুৱাই আছিল।

লেনিনে ক'লে যে ৰাচিয়াৰ পৰিস্থিতিত য'ত শক্তিশালী সৰ্বহাৰা শ্ৰমিক শ্ৰেণী গঢ়ি উঠিছে, তাত দুইটা পৰ্যায়ৰ বিপ্লৱত অগ্ৰণী ভূমিকা শ্ৰমিকসকলেই লব লাগিব। গণতান্ত্ৰিক বিপ্লৱত সফলতাৰে নেতৃত্ব দিবলৈ ৰাচিয়াৰ বুৰ্জোৱা ঐতিহাসিকভাৱে সক্ষম নহয়। আৰু সেয়ে দুইটা বিপ্লৱৰ পৰ্যায়ৰ মাজত এক 'চিঙিব নোৱৰা যোগসূত্ৰ'—Indissoluble link আছে। এটাৰ পাছত এটা নহয়, দুইটা প্ৰায় সমান্তৰালভাৱেই আৰম্ভ হ'ব। সেয়ে শ্ৰমিক শ্ৰেণীৰ দলে এহাতে যেনেদৰে সামন্তবাদ আৰু স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে দেশৰ সমগ্ৰ গণতান্ত্ৰিক শক্তি আৰু উদাৰনৈতিক বুৰ্জোৱাৰ লগত একেলগ হৈ, আগভাগ লৈ সংগ্ৰাম কৰিব লাগিব তেনেদৰে আনহাতেদি দেশৰ সমগ্ৰ খাটিখোৱা জনতাক ঐক্যবদ্ধ কৰি বুৰ্জোৱাৰ পুঁজিবাদী শোষণৰ বিৰুদ্ধেও যুঁজিব লাগিব।

যদি এই তাত্ত্বিক ভিত্তি ( চিঙিব নোৱৰা যোগসূত্ৰৰ ) মানি লোৱা নাযায়, তেনে বিপ্লৱৰ কাৰ্যসূচী লওঁতে শ্ৰমিক শ্ৰেণীৰ দলে পদে পদে ভুল কৰিব আৰু প্ৰথমে কেৱল গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰিবলৈ গৈ বুৰ্জোৱাৰে স্বাৰ্থৰক্ষাকাৰী নেগুৰত পৰিণত হ'বগৈ। সেয়ে বিপ্লৱৰ দুইটা পৰ্যায়ৰ নেতৃত্ব সৰ্বহাৰাৰ আটাইতকৈ অগ্ৰগামী আৰু বিপ্লৱী অংশ শ্ৰমিক শ্ৰেণীৰ দলৰ হাতত থাকিব লাগিব।[৩]

লেনিনৰ এই তাত্ত্বিক লেখাই দলৰ কাম-কাজৰ গতি সম্পৰ্কে এক স্পষ্ট দিশ দাঙি ধৰে।

তাত্ত্বিক কাম-কাজৰ গুৰুত্ব সম্পৰ্কে সমাজ-গণতান্ত্ৰিক শক্তিবোৰৰ মাজত সেই সময়ত উপলব্ধিও কম আছিল আৰু বহুতো অনীহাও আছিল। বহুতো নৈৰাজ্যবাদী, হঠকাৰী ধ্যান-ধাৰণা বিপ্লৱীসকলৰ মনত সোমাই আছিল। বাস্তৱ পৰিস্থিতিক অধ্যয়ন কৰি কাৰ্যকৌশল নিৰূপণ কৰা কষ্টকৰ প্ৰক্ৰিয়াৰ মাজেৰে নগৈ হুৰমুৰকৈ আন্দোলন আৰু বিপ্লৱৰ মাজত জাঁপিয়াই পৰাৰ প্ৰৱণতা বেছ প্ৰবল আছিল। এনে ধৰণৰ কথাবোৰ এটা শক্তিশালী বিপ্লৱী দল গঠনৰ বাটত ডাঙৰ অন্তৰায়, আৰু ই বিপ্লৱৰে প্ৰচণ্ড ক্ষতিসাধন কৰে।

এনে নৈৰাজ্যবাদী ধ্যান-ধাৰণাৰ বিপৰীতে শ্ৰমিক শ্ৰেণীৰ দলে নিজৰ তাত্ত্বিক ভিত্তি মজবুত কৰি লোৱাৰ ওপৰত লেনিনে প্ৰাথমিক গুৰুত্ব আৰোপ কৰে। তেওঁ কয়, "বৈপ্লৱিক তত্ত্বৰ অবিহনে কোনো ধৰণৰ বৈপ্লৱিক আন্দোলন সম্ভৱ নহয় —Without revolutionary theory there can be no revolutionary movement."[4]

লেনিনৰ এই সিদ্ধান্ত সমাজ-গণতান্ত্ৰিকসকলে গ্ৰহণ কৰি ললে।

মাৰ্ক্সবাদক এক অন্ধ মতবাদ—'দগ্‌মা' হিছাপে গ্ৰহণ কৰিলে নহ'ব, পৰিস্থিতিৰ লগত ৰজিতা খুৱাই ইয়াক বিকশিত কৰি লব লাগিব। নন তত্ত্বৰ সৃষ্টি কৰিব পাৰিব লাগিব। নহ'লে শ্ৰমিক শ্ৰেণীৰ বৈপ্লৱিক আন্দোলনৰে বিকাশ নহ'ব। "আমি মাৰ্ক্সৰ তত্ত্বক এটা স্বয়ংসম্পূৰ্ণ বা অলংঘনীয় বস্তু বুলি নাভাবো; ইয়াৰ বিপৰীতে আমি এই কথাত সম্পূৰ্ণ পতিয়ন গৈছো যে ই কেৱলমাত্ৰ এটা বিজ্ঞানৰ ভেটিহে যাক জীৱনৰ লগত সংগতি ৰাখিবৰ বাবে সমাজবাদীসকলে সকলো দিশত বিকশাই তুলিব লাগিব। আমি ভাবো যে মাৰ্ক্সৰ তত্ত্বৰ স্বাধীন বিকাশ ৰাছিয়াৰ সমাজবাদীসকলৰ বাবে বিশেষকৈ প্ৰয়োজন। এই তত্ত্বই মাথো আমাক দিক দৰ্শনৰ মূল সূত্ৰবোৰ দিয়ে যিবোৰৰ প্ৰয়োগ ইংলেণ্ডত ফ্ৰান্সতকৈ বা ফ্ৰান্সত জাৰ্মানীতকৈ আৰু জাৰ্মানীত ৰাছিয়াতকৈ সুকীয়া সুকীয়া হ'ব।"[5]

শ্ৰমিকশ্ৰেণীৰ বিপ্লৱী দল গঠন কৰাৰ বাটত তত্ত্বৰ গুৰুত্ব আৰু পুৰণা তত্ত্বক অন্ধভাৱে আঁকোৰগোজ হৈ ধৰি থাকি বা মতান্ধভাৱে অনুসৰণ নকৰি দেশৰ

বিশেষ পৰিস্থিতিৰ লগত ৰাজিতা খুৱাই সৃজনশীলভাৱে বিকশাই তোলাৰ ঐতিহাসিক প্ৰয়োজনীয়তা ৰাচিয়াৰ সমাজ গণতান্ত্ৰিক আন্দোলনৰ মাজত এইদৰেই প্ৰতিষ্ঠা কৰা হয়। ই প্ৰথমবাৰ বাবে এটা নতুন সংগঠন গঢ়ি তোলাৰ বাট মোকলালে বুলি ক'ব পাৰি।

সমাজবাদৰ সংগ্ৰাম পুঁজিবাদৰ বিৰুদ্ধে। ৰাচিযাৰ সমাজবাদীসকলে এহাতে সামন্তবাদ আৰু স্বৈৰতন্ত্ৰ আৰু আনহাতে পুঁজিবাদৰ লগত যুঁজ কৰিব লাগিব। ইয়াৰ ভিতৰত আগতে কৈ অহাৰ দৰে বিপ্লৱৰ দুইটা পৰ্যায় জুৰি পুঁজিবাদৰ বিৰুদ্ধে যুঁজ কৰিব লাগিব। কিন্তু, তাৰ বাবে ৰাচিযাৰ পুঁজিবাদৰ চৰিত্ৰ, বিকাশৰ কাহিনী, ইয়াৰ সবলতা আৰু দুৰ্বলতাৰ বিষয়ে বিপ্লৱীসকলে নিৰহ-নিপানীকৈ জানি লব লাগিব। তেতিয়ালৈকে ৰাচিয়াত পুঁজিবাদৰ বিকাশ সম্পৰ্কে বহু আলোচনা-বিলোচনা হৈ গৈছিল যদিও, এটা বিপ্লৱী দলৰ কাৰ্যপন্থা নিৰূপণ কৰিব পৰাকৈ, শ্ৰমিক শ্ৰেণীৰ দৃষ্টিকোণৰ পৰা কোনো প্ৰামাণ্য বিশ্লেষণ প্ৰকাশ পোৱা নাছিল। ফলত শ্ৰমিক সংগঠনসমূহৰ এই গুৰুত্বপূৰ্ণ প্ৰশ্নটোত বহুতো খেলিমেলি আছিল। নিৰ্বাসনৰ কালছোৱাতে লেনিনে ১৮৯৮ চনৰ আগষ্টৰ পৰা ৯৯ চনৰ জানুৱাৰীৰ মাজত 'ৰাচিয়াত পুঁজিবাদৰ বিকাশ' নামৰ এখন গুৰুত্বপূৰ্ণ তাত্ত্বিক দলিল লেখি উলিযায়। ৩ বছৰৰ কষ্টসাধ্য গৱেষণাৰ ফচল হিছাপে এই কিতাপখন প্ৰকাশ পায়। কিতাপ হিছাপে প্ৰকাশ পোৱাৰ কিছুদিনৰ ভিতৰতেই প্ৰথম সংস্কৰণৰ প্ৰায় ২৪০০ কপি সম্পূৰ্ণভাৱে বিক্ৰী হৈ যায়।

লেনিনৰ সকলো লেখা আছিল প্ৰয়োজনৰ তাগিদাত লেখা। মাৰ্ক্সবাদী তত্ত্বক ৰাচিয়াৰ সমাজ বাস্তৱত প্ৰয়োগ কৰিবৰ বাবে তাত্ত্বিক বিকাশৰ যি প্ৰয়োজন হৈছিল তাকে পূৰণ কৰিবলৈকে তেওঁ মূলতে হাতত কলম তুলি লৈছিল। এই কামত স্বাভাৱিকতে তেওঁ তত্ত্ব আৰু পৰিস্থিতিৰ অপব্যাখ্যা কৰা সকলৰ বিপৰীতে কঠোৰ সমালোচনা কৰিবলগীয়া হৈছিল। সেয়ে তেওঁৰ প্ৰায়বোৰ লেখাৰে ৰূপ আছিল 'পলিমিকেল'—বিতৰ্কবাদী।

এই কিতাপখনো তাৰ খুব ব্যতিক্ৰম নাছিল। তথাপিও এইখনেই আছিল তেওঁ লেখা প্ৰথম গুৰুত্বপূৰ্ণ তাত্ত্বিক দলিল। ইয়াত তেওঁ ৰাচিয়াৰ পুঁজিবাদী বিকাশৰ কেতবোৰ মৌলিক ৰূপ আৰু প্ৰশ্ন সম্পৰ্কে আলোচনা কৰিছিল।

প্ৰথমটো প্ৰশ্ন আছিল ৰাচিয়াৰ আভ্যন্তৰীণ বজাৰ এখন বিকাশৰ প্ৰশ্নটো। নাৰডনিকসকলে কেনেদৰে ৰাচিয়াত এই আভ্যন্তৰীণ বজাৰৰ বিকাশ ঘটা নাই বুলি কৈ ৰাচিয়াৰ পুঁজিবাদী বিকাশৰ প্ৰশ্নটোকে লঘু কৰিব খুজিছিল তাক আগেয়ে উল্লেখ কৰি অহা হৈছেই। লেনিনে আগেয়েও ইয়াৰ বিৰোধিতা কৰিছে। এই কিতাপত তেওঁ তথ্যসহকাৰে দেখুৱায় যে ৰাচিয়াৰ গাঁৱৰ খেতিয়ক সমাজখনত কেনেকৈ পুঁজিবাদী বিকাশ হৈছে, কেনেদৰে এচাম ধনী পুঁজিবাদী

খেতিয়ক আৰু এচাম ভূমিহীন খেতমজুৰ গঢ়ি উঠিছে আৰু এই পুঁজিবাদী খেতিয়কসকলে কেনেদৰে এখন আভ্যন্তৰীণ বজাৰৰ সৃষ্টি কৰিছে, কল-কাৰখানাত উৎপাদিত বিভিন্ন বস্তু কিনিছে আৰু সমাজক পুঁজিবাদী দিশত আগবঢ়াত সহায় কৰিছে।

খেতিয়ক সমাজত পুঁজিবাদ বিকাশৰ দুটা পথ। প্ৰথম পথটো হ'ল ভূস্বামীসকলৰ পথ আৰু দ্বিতীয়তো হ'ল বিপ্লৱী পথ। প্ৰথম পথটোত সামন্ত মাটিগিৰিহঁতে ৰায়তক নানান কৌশলেৰে উচ্ছেদ কৰি মাটি নিজৰ হাতলৈ আনে আৰু তাত যন্ত্ৰ আৰু খেতমজুৰৰ হতুৱায় কাম কৰাই উৎপাদন কৰে। দ্বিতীয় বৈপ্লৱিক পথটোত খেতিয়কসকলে সামন্ত ভূস্বামীসকলক উৎখাত কৰি মাটি দখল কৰে আৰু তাত নিজে, তথা মজুৰ লগাই আধুনিক পদ্ধতিৰে শইচ উৎপন্ন কৰে। এই দ্বিতীয় পথটোত ধনী আৰু মজলীয়া খেতিয়কসকলেই উপকৃত হয় আৰু দুখীয়াসকল ক্ৰমে গৈ খেতমজুৰত পৰিণত হয়। তথাপিও বিপ্লৱী-সকলে সদায় এই দ্বিতীয় পথটোকে বাছি লব লাগিব, কিয়নো ই হ'ল খৰতকীয়া বৈপ্লৱিক পথ। আৰু যদি সামন্তবাদ বিৰোধী গণতান্ত্ৰিক বিপ্লৱ সৰ্বহাৰাৰ নেতৃত্বত সম্পাদন কৰিব পৰা যায় তেনেহ'লে গৰীব খেতিয়ক আৰু কৃষি মজুৰ সকলৰ লগ লাগি কৃষিৰ সমাজবাদী ৰূপান্তৰৰ কামো সহজে কৰিব পৰা যায়। সেয়ে খেতিয়কসকলক সামগ্ৰিকভাৱে বিপ্লৱৰ প্ৰথম পৰ্যায়ত আৰু কৃষি সৰ্বহাৰা-সকলক দ্বিতীয় পৰ্যায়ত শ্ৰমিকসকলে বিপ্লৱৰ দৃঢ় মিত্ৰ কৰি লব লাগিব।[৫]

লেনিনৰ এই কিতাপখনে এহাতে যেনেদৰে উদাৰনৈতিক নাৰডনিক আৰু আইনী মাৰ্ক্সবাদীসকলৰ চিন্তাধাৰাক ধূলিসাৎ কৰি দিয়ে, আনহাতে বিপ্লৱী শিবিৰত পুঁজিবাদী বিকাশ সম্পৰ্কে আৰু পুঁজিবাদৰ বিৰুদ্ধে ৰাজনৈতিক আৰু কৃষিভিত্তিক কাৰ্যব্যৱস্থা নিৰ্ণয় কৰা সম্পৰ্কে, বিপ্লৱী উপলব্ধি গভীৰ আৰু ব্যাপক কৰি তোলাত সহায় কৰে। ৰাচিয়াৰ পুঁজিবাদী বিকাশৰ বৈশিষ্ট্য, চৰিত্ৰ আৰু গতি সম্পৰ্কে এখন স্পষ্ট ছবি সন্মুখত ফুটি উঠে।

ইয়াৰ পাছতেই তেওঁ নিৰ্বাসনকালৰ শেষ তাত্বিক সংগ্ৰামত জড়িত হৈ পৰিব লগা হয়। এই সংগ্ৰাম আৰম্ভ কৰিবলগা হয় আন্তৰ্জাতিক সমাজ-গণতান্ত্ৰিক শ্ৰমিক আন্দোলনৰ মাজত জাৰ্মানীক কেন্দ্ৰ কৰি গঢ়ি উঠা এটা বিপজ্জনক সংশোধনবাদী প্ৰৱণতাৰ বিৰুদ্ধে। এই প্ৰৱণতা কেৱল জাৰ্মানীতে সীমাবদ্ধ থকা নাছিল, ই আহি ৰাচিয়াত সোমাইছিলহি আৰু ৰাচিয়াৰ বিপ্লৱী শিবিৰক ক্ষতিগ্ৰস্ত কৰিবলৈ আৰম্ভ কৰিছিল।

এই সংশোধনবাদ আৰম্ভ হৈছিল এডুৱাৰ্ড বাৰ্ণষ্টাইন নামৰ জাৰ্মান সমাজ-গণতান্ত্ৰিক নেতা এজনৰ লেখনীক কেন্দ্ৰ কৰি। ১৮৯৬—৯৮ চনৰ ভিতৰত 'সমাজবাদৰ সমস্যা—প্ৰব্লেমচ্ অব চীচিয়েলিজম' নামেৰে তেওঁ এলানি প্ৰবন্ধ লেখে। নব্য কাণ্টিয় আৰু হেগেলীয় বস্তুবাদী দৰ্শনক কেন্দ্ৰ কৰি তেওঁৰ

মাক্সৰ বৈজ্ঞানিক সমাজবাদৰ সমগ্র শিক্ষাকে নস্যাৎ কৰি দিয়াৰ চেষ্টা কৰিলে।

শ্ৰমিক শ্ৰেণীৰ ক্ষেত্ৰত তেওঁ ট্ৰেড ইউনিয়নৰ কাম-কাজতে প্ৰাধান্য দিছিল। শ্ৰমিকসকলে মূলতে অৰ্থনৈতিক সংগ্ৰামৰ বাবে আগ্ৰহী আৰু তেওঁলোকে এনে সংগ্ৰামৰ মাজতে থাকিব লাগে বুলি তেওঁ কৈছিল। ৰাজনীতিৰ মাজলৈ শ্ৰমিকসকল সোমাই পৰাৰ বিৰোধিতা কৰি তেওঁ শ্ৰমিক শ্ৰেণীৰ স্বতন্ত্ৰীয়া ৰাজনৈতিক দল গঠনৰে বিৰোধিতা কৰিছিল। ৰাজনৈতিক সংগ্ৰাম জলাঞ্জলি দি অৰ্থনৈতিক সংগ্ৰামৰ জৰিয়তে সাধাৰণ মানুহৰ জীৱনৰ মান, শ্ৰমিকৰ অৱস্থা উন্নত কৰিব পৰা যায়। তেওঁৰ মতে সমাজৰ বিকাশ বিপ্লৱেৰে নহয় বিৱৰ্তনেৰেহে হয়, আৰু এনে হোৱাহে উচিত। শ্ৰমিক শ্ৰেণীৰ নেতৃত্বত বিপ্লৱ কৰা, সৰ্বহাৰাৰ একনায়কত্ব প্ৰতিষ্ঠাৰ ধাৰণা আদি তেওঁ ভুল বুলি কৈছিল; এবেদৰে বৈপ্লৱিক তত্বৰো প্ৰয়োজনীয়তা তেওঁ অস্বীকাৰ কৰিছিল। মাক্সবাদক সংশোধন কৰি তেওঁ ইয়াক এটা উদাৰনৈতিক সংস্কাৰবাদী আন্দোলনলৈ ৰূপান্তৰিত কৰিব খুজিছিল। তেওঁ এই পৰ্যন্তও কৈছিল যে সমাজত 'আন্দোলনেই হ'ল মূল বস্তু, লক্ষ্য সাধন হ'ল গোণ'—The movement is everything, the aim is nothing।

বাৰ্ণষ্টাইনৰ এনে বিপজ্জনক সংশোধনবাদী প্ৰৱণতা আছিল শ্ৰমিক শ্ৰেণীৰ মতাদৰ্শৰ ঘোৰ বিৰোধী। ৰাচিয়াৰ 'আইনী মাক্সবাদী' আৰু অৰ্থনীতিবাদী-সকলে এই মতবাদ তৎকালে গ্ৰহণ কৰিছিল।

এই মতবাদৰ বিৰুদ্ধে সমগ্র পৃথিবীব্যাপী বিপ্লৱী সমাজ-গণতান্ত্ৰিকসকল সোচ্চাৰ হৈ উঠে। জাৰ্মানীৰ কাৰ্ল কাউট্‌স্কি, প্লেখানভ আৰু লেনিনে এই মতবাদ খণ্ডন কৰিবলৈ কলম তুলি লয়। বাৰ্ণষ্টাইনৰ এই সংশোধনবাদী, অৰ্থনীতিবাদী ধাৰাই যে প্ৰতিবিপ্লৱী আৰু বুৰ্জোৱাসকলকে সহায় কৰে তাক তেওঁলোকে প্ৰতিপন্ন কৰি দেখুৱায়।

এনে মতাদৰ্শগত আৰু তাত্বিক সংগ্ৰামবোৰৰনো প্ৰয়োজন কি? শ্ৰমিক-শ্ৰেণীৰ বিপ্লৱী ৰাজনীতিক ধ্বংস কৰি বুৰ্জোৱাক শক্তিশালী কৰাৰ বাবে যিবোৰ নতুন সংশোধনবাদী তত্ব আহি শ্ৰমিক আন্দোলনৰ মাজত সোমাই বিভ্ৰান্তিৰ সৃষ্টি কৰেহি, সেইবোৰৰ বিৰুদ্ধে সংগ্ৰাম চলালেহে ভুল ধাৰণাবোৰ আঁতৰ কৰিব পাৰি আৰু বিপ্লৱী শক্তিক সুসংহত কৰি তুলিব পাৰি।

বিপ্লৱ শূন্যত নহয়। ইয়াৰ বাবে লাগে শক্তিশালী সংগঠন। ৰাচিয়াৰ পৰিস্থিতিয়ে সমাজ-বিপ্লৱ সম্পন্ন কৰিবৰ বাবে এটা নতুন ধৰণৰ বিপ্লৱী সংগঠন দাবী কৰে। এই সংগঠন ইউৰোপৰ সংসদীয় ৰাজনীতিত সোমাই পৰা সমাজবাদী দলবোৰৰ দৰে ঢিলা সংগঠন হ'লে নহ'ব, বা নাৰডনিকসকলৰ দৰে

জনসাধাৰণৰ পৰা বিচ্ছিন্ন বিপ্লৱী সংগঠন হ'লেও নহ'ব। নতুন সংগঠনটো হ'ব লাগিব সৰ্বহাৰা শ্ৰেণীৰ বৈপ্লৱিক সংগ্ৰামৰ আহিলা। বাৰ্ণষ্টাইনৰ সংশোধনবাদ, অৰ্থনীতিবাদ আৰু আইনী মাৰ্ক্সবাদীসকলৰ বিৰুদ্ধে চলোৱা তাত্ত্বিক আৰু আদৰ্শাত্মক সংগ্ৰামৰ মাজেৰে ৰাচিয়াৰ সমাজ গণতান্ত্ৰিক আন্দোলনৰ মাজত যি বৈপ্লৱিক একতা স্থাপন কৰা হৈছে তাক সংহত কৰিবলৈ, ৰক্ষা কৰিবলৈ, বিকশাই তুলিবলৈ এটা ফটফটীয়া মাৰ্ক্সবাদী সংগঠনৰ প্ৰয়োজন।[8] ইয়াৰ অবিহনে সমাজ-বিপ্লৱ অসম্ভৱ। লেনিনে আগৰ পৰাই এই বিষয়ে চিন্তাৰি আহিছে। এতিয়া তেওঁ এনে এটা দল সক্ৰিয়ভাৱে সংগঠিত কৰিবৰ বাবে আগবাঢ়িল।

ইতিমধ্যে ১৮৯০ চনৰ ২৯ জানুৱাৰীত নিৰ্বাসনৰ মিয়াদ শেষ হ'ল। মুক্ত লেনিনে এইবাৰ নতুন উছাহেৰে এই কাম সম্পন্ন কৰিবলৈ আগবাঢ়িল।

# ১৯

## 'ইস্ক্ৰা প্ৰভাত'— দল গঠনৰ প্ৰথম পৰ্যায়



● এখন সৰ্ব ৰাচিয়া বিপ্লৱী বাতৰি কাকতৰ চিন্তা ● লেনিনৰ বিদেশ যাত্ৰা আৰু প্লেখানভৰ লগত সাক্ষাৎ ● ইস্ক্ৰা প্ৰকাশনৰ প্ৰাৰম্ভিক সমস্যা ● 'লেনিন' নামটোৰ আত্মপ্ৰকাশ ● ৰাচিয়াত ইস্ক্ৰা সহায়ক সমিতি গঠন—গোপন সংগঠনৰ আৱৰ্ভাৱ ● শ্ৰমিক শ্ৰেণীৰ ৰাজনৈতিক দলৰ বৈশিষ্ট্য কেনে ● শ্ৰমিক শ্ৰেণীৰ ৰাজনৈতিক সচেতনতাৰ প্ৰশ্ন ● দল গঠনত বাতৰি কাকতৰ ভূমিকা।

**টোকা আৰু প্ৰসংগ ঃ**

(1) Lenin—A Biography. Progress Publishers, Moscow. p. 69
(2) ibid, p. 71
(3) ibid, p. 80
(4) Lenin quoted by E H Carr in Bolshevik Revolution. Penguin Books, London. Vol I p 27
(5) "The history of all country bear witness that by its own resources alone the working class alone is in a position to generate only a trade union consciousness—ie a conviction of the necessity of coming together in unions, of carrying on a struggle with the masters, of securing from the government the promulgation of this or that law indispensible for the workers and so forth"—Lenin quoted by E. H Carr in the Bolshevik Revolution, Vol I pp 28.
(6) "The Teaching of socialism has grown out of philosophical, historical and economic theories worked out by the educated representative of the possessing classes—or the intelligensia Similarly in Russia the theoritical teachings of social democracy has arisen altogether independently of the spontaneous growth of the worker's movement, has arisen as the natural and inevitable result of the development of thought among the revolutionary socialist intelligensia"—Lenin quoted by E H Carr, ibid p 28.
(7) The spontaneous struggle of the proleteriate will not become a genuine "class struggle, until this struggle is led by strong organisation of the revolutionary"—Lenin quoted by E. H. Carr ibid—p. 30.

শ্রমিক শ্রেণীৰ ৰাজনৈতিক দল গঢ়ি তোলাতো মাৰ্ক্সবাদবিৰোধী বিভিন্ন মতাদৰ্শৰ বিৰুদ্ধে তীব্ৰ সংগ্ৰামৰ মাজেদিহে সম্ভৱপৰ হৈছিল। এইবোৰ মতবাদে শ্রমিক শ্ৰেণীৰ স্বকীয়া ৰাজনৈতিক দলৰ প্ৰয়োজনীয়তা মানি লোৱা নাছিল। কিমান যে এনে মতবাদৰ সৃষ্টি হোৱা নাছিল! প্ৰথমে দেখাত এনে বহুত মতবাদ বেছ বিপ্লৱী যেনেই লাগে, কিন্তু, অলপ গভীৰভাৱে চালেহে দেখা যায় যে এইবোৰ আচলতে বিপ্লৱ বিৰোধী বুৰ্জোৱা শ্ৰেণীৰ ভাবাদৰ্শহে। চোৰাংকৈ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত সোমাই পৰা এই ভাবাদৰ্শবোৰ চিনাক্ত কৰি পৰাস্ত কৰাতো কিমান টান কাম তাক দল সংগঠনৰ কাহিনীৰ পৰাই ধৰিব পাৰি। অথচ, এই কাম কৰিব নোৱাৰিলে শ্রমিক শ্রেণীৰ দল সংগঠনেই কৰিব পৰা নাযায়। আজিও পৃথিবীৰ বামপন্থী আন্দোলনবোৰৰ মাজত এনে প্ৰৱণতাবোৰ বাৰে বাৰে উত্থাপিত হোৱা দেখা যায়। সেয়ে ৰুচ বিপ্লৱৰ প্ৰাক্কালৰ এই মতাদৰ্শগত সংগ্ৰামবোৰৰ কাহিনী আজিও প্ৰাসংগিক হৈ আছে।

নিৰ্বাসনৰ মিয়াদ শেষ হোৱাত ( ২৯ জানুৱাৰী, ১৮৯০ ) লেনিনে চাইবেৰিয়া এৰি যাবলৈ ওলাল। ৰাজধানী চেণ্ট পিটাৰ্চবাৰ্গত সোমোৱাত তেওঁৰ ওপৰত তেতিয়া নিষেধাজ্ঞা আছে। সেয়ে তেওঁ ৰাজধানীৰ কাষৰ 'পস্কভ' বোলা ঠাই টুকুৰাত থকাৰ ঠিক কৰিলে। পৰিবাৰ নাদেজদা ক্ৰুপস্কায়াৰ নিৰ্বাসনৰ মিয়াদ উকলিবলৈ তেতিয়াও এবছৰ বাকী আছে। গতিকে লেনিন অকলেই যাব লগা হ'ল।

তেওঁৰ মনত তেতিয়া কেৱল মাত্ৰ এটা চিন্তা, কেনেদৰে ৰাচিয়াৰ শ্ৰমিক শ্ৰেণীৰ এটা বিপ্লৱী ৰাজনৈতিক দল গঢ়ি তোলা যায়। এহাতে বিভিন্ন সুবিধাবাদী প্ৰৱণতাৰ বিৰুদ্ধে মতাদৰ্শগত সংগ্ৰাম চলাই যাব লাগে, আনহাতে জাৰৰ চোৰাং পুলিচৰ চকুত ধূলি দি বিশাল ৰাচিয়াৰ বিভিন্ন ঠাইৰ বিপ্লৱী শক্তিবোৰৰ মাজত ঘনিষ্ঠ যোগাযোগ গঢ়ি তুলিব লাগে, একতা গঢ়িব লাগে। এই দুইটা কাম আৰম্ভ কৰিবৰ বাবে লেনিনে সেইসময়ত এখন সৰ্ব ৰাচিয়া বাতৰি কাকত প্ৰকাশ কৰাৰ কথা ভাবিলে আৰু ইয়াৰ জৰিয়তে যোগাযোগ আৰু মতাদৰ্শগত সংগ্ৰাম চলাই এটা বিপ্লৱী দল গঠনৰ ভিত্তি তৈয়াৰ কৰাটো সম্ভৱপৰ হ'ব বুলি ভাবিলে। এনে এখন কাগজৰ জৰিয়তে এখন নতুন মহাসভা আহ্বান কৰি এটা নতুন সংগঠনৰ সূত্ৰপাত কৰিব পৰা যাব। কিন্তু, এনে এখন বিপ্লৱী কাকতে তেতিয়া ৰাচিয়াৰপৰা প্ৰকাশ কৰাতো সম্ভৱপৰ নহয়। সেয়ে এই কাকতখন বিদেশৰ পৰা প্ৰকাশ কৰি গোপনে ৰাচিয়াত বিতৰণ কৰিব লাগিব। ইয়াৰ বাবে লাগিব এক শক্তিশালী সংগঠন আৰু যোগাযোগ ব্যৱস্থা। এই পৰিকল্পনা লৈ লেনিনে প্ৰথমে নিৰ্বাসনত থকা তেওঁৰ সতীৰ্থ বিপ্লৱীসকলৰ লগত যোগাযোগ কৰিলে। সকলোৱে তেওঁৰ পৰিকল্পনাত সন্মতি জনালে। তাৰ পিছত তেওঁ মস্কো আৰু চেণ্ট পিটাৰ্চবাৰ্গৰ সহকৰ্মীসকলক লগ ধৰিলে।

গোপনে ভেদপচনা খৰি তেওঁ ৰাজধানীলৈ গ'ল। সকলোতে তেওঁ বিপ্লৱীসকলৰ সমৰ্থন পালে। ইয়াৰ পাছত তেওঁ কাম-কাজৰ ভিত্তি আৰু বহল কৰিবৰ বাবে ৰাচিয়াৰ বিভিন্ন ঠাই ভ্ৰমণ কৰিলে। তাত তেওঁ সমাজ-গণতান্ত্ৰিক শক্তিবোৰৰ পৰা তেওঁৰ পৰিকল্পনাৰ বাবে সমৰ্থনৰ লগতে কাম আৰম্ভ কৰিবৰ বাবে অৰ্থও সংগ্ৰহ কৰিলে।[1] এবাৰ এনেকৈ গোপনে ৰাজধানীলৈ যাওঁতে তেওঁ আকৌ আৰৰ গোপন পুলিচৰ হাতত ধৰা পৰিল। ১০ দিন তেওঁক আটকবন্দী কৰি ৰখা হ'ল। অৱশ্যে নিৰ্দিষ্ট প্ৰমাণৰ অভাৱত তেওঁ খালাচ পালে। ইয়াৰ পাছত তেওঁ আৰু দেৰি নকৰি বিদেশলৈ যাবলৈ ওলাল, সোনকালেই তেওঁ কৰ্তৃপক্ষৰ পৰা পাৰপত্ৰ আৰু যাৱতীয় অনুমতি লাভ কৰিবলৈকো সক্ষম হ'ল।[2]

১৯০০ চনৰ জুলাই মাহত তেওঁ বিদেশ যাত্ৰা আৰম্ভ কৰিলে। বিদেশৰ পৰা দুখন প্ৰকাশন ওলাব, 'ইস্ক্ৰা' বা ফিৰিঙতি নামেৰে এখন বাৰ্তাৰ কাকত আৰু 'জাৰয়া' বা প্ৰভাত নামেৰে এখন তাত্ত্বিক আলোচনী। ৰাচিয়াৰ সমাজ-গণতান্ত্ৰিক বিপ্লৱীসকলৰ সক্ৰিয় সমৰ্থন আৰু সাহায্যৰ ওপৰত ভিত্তি কৰি এই কাম হাতত লোৱা হ'ল।

লেনিন আৰু তেওঁৰ দুজন ৰাচিয়াৰ সতীৰ্থ পণ্টৰেচভ আৰু মাৰটভ প্ৰথমে চুইজাৰলেণ্ডলৈ গ'ল। তাত সেইসময়ত প্লেখানভ আৰু তেওঁৰ সতীৰ্থ-সকলে মাৰ্ক্সবাদৰ চিন্তা-চৰ্চা কৰি আছিল আৰু ৰাচিয়াৰ বিভিন্ন বৈপ্লৱিক সমস্যা সম্পৰ্কে অধ্যয়ন আৰু তাত্ত্বিক সংগ্ৰাম চলাই গৈছিল। লেনিনে তেওঁৰ পৰিকল্পনা কাৰ্যত ৰূপায়ণ কৰিবৰ বাবে প্লেখানভ আৰু তেওঁৰ সতীৰ্থসকলক লগ কৰিলেহি। তেওঁলোকৰ লগত লগ লাগি কাগজখন উলিয়াব পাৰিলে সোনকালেই ইয়াক প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱা যাব।

প্লেখানভৰ গোটেইটোৱে কাগজ দুখন প্ৰকাশৰ পৰিকল্পনাটো ভাল পালে। প্ৰচুৰ তাত্ত্বিক আলোচনাৰ পাছত তেওঁলোকে ইয়াক গ্ৰহণ কৰিলে আৰু একেলগে কাম কৰিবলৈ মান্তি হ'ল। কিন্তু, সমস্যাৰ তাতে অন্ত নপৰিল।

প্লেখানভ সেই সময়ৰ কেৱল ৰাচিয়াৰে নহয়, আন্তৰ্জাতিক মাৰ্ক্সবাদী মহলতে এজন সন্মানিত ব্যক্তি। বিদেশত দীঘলীয়া স্বেচ্ছা-নিৰ্বাসনৰ কালছোৱাত তেখেতে অবিৰতভাৱে মাৰ্ক্সবাদৰ বিকাশৰ বাবে কাম কৰি আহিছে। এই প্লেখানভে এতিয়া আলোচনী দুখনৰ সম্পূৰ্ণ সম্পাদকীয় নিয়ন্ত্ৰণ তেওঁৰ হাতত থাকিব লাগিব বুলি দাবী জনালে। এই প্ৰশ্ন লৈ যথেষ্ট আলোচনা আৰু তৰ্ক হ'ল। লেনিনে ইয়াৰ বিপৰীতে সমূহীয়া নেতৃত্বৰ প্ৰস্তাৱ দাঙি ধৰিলে যিটো প্লেখানভে বিৰোধিতা নকৰিলেও মানি নললে। অৱশেষত আলোচনা আৰু বিতৰ্কৰ মাজেৰে ঠিক হ'লগৈ যে আলোচনী দুখনৰ বাবে এখন ৬ জনীয়া সম্পাদনা সমিতি থাকিব আৰু প্লেখানভ এই সমিতিৰ মুৰব্বী হ'ব। বাকী

কেইজন সদস্যৰ এটা ভোটৰ পৰিৱৰ্তে তেওঁৰ হাতত দুটা ভোট থাকিব। সম্পাদনাৰ ক্ষেত্ৰত এটা সমিল-মিলসৈ আছিলেও আলোচনী দুখনৰ সাংগঠনিক দিশটো লেনিনে নিজৰ নিয়ন্ত্ৰণত ৰাখিলে আৰু সমগ্ৰ যোগাযোগ ব্যৱস্থাৰ গোপনীয়তাৰ বাবে কাকতখন জুৰিখৰ পৰিৱৰ্তে মিউনিখৰ পৰা প্ৰকাশ কৰিবলৈ ঠিক কৰিলে। ৰাচিয়াৰ সংগঠন বিদেশত থকা প্ৰবাসী ৰাচিয়ানসকলৰ পৰা তেওঁ নিলগাই ৰাখিব বিচাৰিছিল।

ইস্ক্ৰাৰ প্ৰথম সংখ্যাটো জাৰ্মানীৰ ষ্টাটগাৰ্ট চহৰৰ পৰা প্ৰকাশ কৰা হয়, ইয়াৰ পিছত মিউনিখ্‌ আৰু শেষত ইয়াক জুৰিখৰ পৰাই প্ৰকাশ কৰা হয়। এই সময়ত লেনিনে গোপনীয়তাৰ খাতিৰত মেয়াৰ, জৰ্দানভ আদি বিভিন্ন ছদ্মনাম গ্ৰহণ কৰিছিল। ১৯০১ চনৰ ডিচেম্বৰ মাহত তাত্বিক আলোচনী জাৰয়া বা প্ৰভাতত এটা প্ৰবন্ধত তেওঁ প্ৰথমে লেনিন নামটো ব্যৱহাৰ কৰে। তেতিয়াৰ পৰাই বিশ্বজুৰি তেওঁৰ এইটো নামেই প্ৰখ্যাত হ'বলৈ আৰম্ভ কৰে। আৰু, এই সময়ৰ পৰা নিজৰ মেধা, অধ্যয়ন, গৱেষণা আৰু নীতিৰ স্পষ্টতাৰ বাবে তেওঁ ইস্ক্ৰাৰ সম্পাদকীয় সমিতিৰো মূল নেতৃত্বকাৰী কেন্দ্ৰ হৈ পৰে।[৪]

বিদেশত থাকি ৰুচ ভাষাত কাকত উলিওৱা কামটো বৰ সহজ কথা নাছিল। প্ৰেছৰ টাইপ বা আখৰ পাবলৈ নাই, অৰ্থনৈতিক নাটনি, আখৰ সজোৱা মানুহ পাবলৈ টান, ছপাশাল বিচাৰি উলিওৱা সমস্যা আদি বহুতো অসুবিধা এটা এটাকৈ অতিক্ৰম কৰিবলগীয়া হৈছিল। ইয়াৰ উপৰিও গোপনীয়তা ৰক্ষা কৰি ৰাচিয়াৰ লগত যোগাযোগ ৰক্ষা কৰাটো আছিল এটা বিৰাট সময় লগা আৰু কষ্টসাধ্য কাম। কাকতখন প্ৰকাশ কৰি তাক ৰাচিয়ালৈ চোৰাংকৈ পঠাব লাগে—তাৰ স্বকীয়া সাংগঠনিক সমস্যাতো আছেই।

ইয়াৰ বাবে লাহে লাহে সমগ্ৰ ৰাচিয়া জুৰি সমাজ-গণতান্ত্ৰিক আৰু শ্ৰমিক-সকলৰ মাজত ইস্ক্ৰা সহায়ক সমিতিবোৰ গঢ়ি তোলা হ'ল। এই সমিতিবোৰে কাকতখন বিতৰণ কৰা, খবৰ দিয়া, পইচা-পাতি তোলা আৰু দৰকাৰ হ'লে ইয়াক ৰাচিয়াৰ ভিতৰত আকৌ গোপনে ছপাই বিতৰণ কৰাৰ কামবোৰ কৰিবলৈ ধৰিলে। এনেদৰে বিশাল ৰাচিয়াৰ বিভিন্ন বিপ্লৱী গোটৰ মাজত ঘনিষ্ঠ যোগাযোগ আৰু একতা স্থাপিত হ'ল।

ৰাচিয়াৰ এই সমিতিবোৰ আৰু বিদেশৰ প্ৰকাশনৰ মাজত যোগাযোগ ৰক্ষা কৰিছিল এদল অতি দুৰ্দান্ত সাহসী পুৰুষ আৰু মহিলাই। এওঁলোক আছিল ইস্ক্ৰাৰ এজেন্ট। প্ৰচুৰ বিপদ বিঘিনি নেওচি এওঁলোকে সীমান্ত পাৰ হৈ বিদেশলৈ খবৰ আৰু পইচা পঠোৱা, গোপনে ইস্ক্ৰা সীমান্ত পাৰ কৰি আনি স্থানীয় সমিতিবোৰক দিয়াৰ কাম কৰিছিল। জাৰৰ গোপন পুলিচৰ চকুত ধূলি মাৰি প্ৰচণ্ড কষ্ট আৰু নিষ্ঠাৰে বিনা পাৰিশ্ৰমিকে এই কাম কৰা বিপ্লৱীসকলৰ বহুতো ৰোমাঞ্চকৰ বীৰত্বৰ কাহিনী শুনিবলৈ পোৱা যায়।

ইস্ক্ৰা প্ৰকাশ পোৱাৰ আগতেই লেনিনে আলোচনীখনৰ সম্পাদকীয় সমিতিৰ ঘোষণাপত্ৰ এখন লেখি উলিয়ায়। ইয়াতেই ইস্ক্ৰাৰ মূল লক্ষ্য হিছাপে চিহ্নিত কৰা হৈছিল শ্ৰমিক আন্দোলনৰ বাবে এটা বিপ্লৱী পাৰ্টি সংগঠন কৰাৰ কামক। আৰু এই সংগঠনৰ কাম সকলোধৰণৰ দোদুল্যমানতা, অনভিজ্ঞতা আৰু সুবিধাবাদৰ বিৰুদ্ধে যুঁজ কৰিহে সম্পন্ন কৰিব পৰা যাব বুলি কোৱা হৈছিল। আৰু এনে এটা বিপ্লৱী সংগঠনেহে দেশৰ সকলো গণতান্ত্ৰিক শক্তিক ঐক্যবদ্ধ কৰি স্বৈৰতন্ত্ৰক ওফৰাই পেলাব পাৰিব বুলি কোৱা হৈছিল।

ইস্ক্ৰা কাকতখন প্ৰকাশৰ লগে লগে এটা নতুন যুগৰ সূচনা হ'ল। আৰু এই সময়ৰ পৰাই সমগ্ৰ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত অবিসম্বাদী নেতা হিছাপে লেনিনে আত্মপ্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলে।

ইস্ক্ৰাৰ মূল লক্ষ্য আছিল এটা শ্ৰমিক শ্ৰেণীৰ দল গঢ়ি তোলা।

কিন্তু এই দলটোনো কেনেকুৱা ধৰণৰ দল আছিল ?

প্ৰথমৰ পৰাই বাৰে বাৰে লেনিনে দলটোৰ দুটা বৈশিষ্ট্যৰ ওপৰত জোৰ দিছিল। প্ৰথমটো হ'ল, এই দলটো দৃঢ় আৰু শুদ্ধ তত্ত্বৰ ভিত্তিত গঢ়ি তুলিব লাগিব কিয়নো বিপ্লৱী তত্ত্ব অবিহনে বিপ্লৱ সম্ভৱ নহয়। এই বিষয়ে উল্লেখ কিয়াই অহা হৈছেই।

দ্বিতীয়তে সমাজ-গণতান্ত্ৰিক সচেতনতা বা শ্ৰেণীগত ৰাজনৈতিক সচেতনতা এই দলৰ মূল বৈশিষ্ট্য হ'ব লাগিব। আৰু এনে শ্ৰেণী সচেতনতা শ্ৰমিক সংগঠনৰ মাজত নিজে নিজে স্বতঃস্ফূৰ্তভাৱে গঢ় লৈ নুঠে। ই শ্ৰমিকসকলৰ মাজলৈ বাহিৰৰ পৰাহে আহে। গতিকে নতুন দলটোতো এনেদৰে সচেতনতা সুমুৱাই দিব আৰু বিকশিত কৰিব লাগিব।[4]

তেতিয়াৰ পৰাই বিশ্বত কমিউনিষ্ট দল গঠনৰ এই দুটা মূল নীতিৰ দৰে হৈ পৰে। সেয়ে সাধাৰণভাৱে কমিউনিষ্ট দলক, আৰু বৰ্তমান আলোচনাৰ প্ৰেক্ষাপটত বিশেষভাৱে ৰাচিয়াৰ কমিউনিষ্ট দলক বুজি উঠিবৰ বাবে আমি এই দ্বিতীয় প্ৰসংগতো কিছু খৰচি মাৰি আলোচনা কৰাটো ভাল হ'ব।

কমিউনিষ্ট দল শ্ৰমিক দল কেৱল নহয়, ই হ'ল শ্ৰমিক শ্ৰেণীৰ দল। আৰু, যদিওবা ইয়াক শ্ৰমিক শ্ৰেণীৰ দল বুলি কোৱা হয়, এই দল কেৱল শ্ৰমিকসকলেই গঠন নকৰে। বৰঞ্চ এই দল মূলতে গঠন কৰে বুদ্ধিজীৱীসকলে, যি শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থক সচেতনভাৱে প্ৰতিনিধিত্ব কৰে, ৰক্ষা কৰে, ইয়াৰ বাবে প্ৰয়োজনীয় তত্ত্বৰ সৃষ্টি কৰে, বিকাশ ঘটায়, সংগঠন কৰে আৰু সামগ্ৰিকভাৱে শ্ৰমিক শ্ৰেণীক নেতৃত্ব দিয়ে। এই দলত শ্ৰমিকসকলৰ অন্তৰ্ভুক্তি একান্তই বাঞ্চনীয় যদিও শ্ৰমিক থাকিবই লাগিব বুলি ইয়াত কোনো ধৰাবন্ধা কথা নাই।

শ্ৰমিক শ্ৰেণীৰ আন্দোলনবোৰে নিজেই সমাজ পৰিবৰ্তন কৰিবলৈ বাবে যথেষ্ট নহয়, কিয়নো এই আন্দোলনবোৰৰ নিজৰে বিৰাট ঐতিহাসিক সীমাবদ্ধতা থাকে। শ্ৰমিক আন্দোলনবোৰে স্বাভাৱিকতে মালিকৰ বিৰুদ্ধে, শোষকৰ বিৰুদ্ধে যুঁজ কৰোতে শ্ৰমিকৰ মাজত এক প্ৰকাৰ অৰ্থনীতিবাদী বা ট্ৰেড ইউনিয়নৰ সচেতনতাহে জন্ম দিয়ে। যি সচেতনতাৰ নিজেই স্বতঃস্ফূৰ্তভাৱে শোষকক উচ্ছেদ কৰি ক্ষমতা দখল কৰাৰ ৰাজনৈতিক সচেতনতালৈ উত্তৰণ নঘটে। সেয়ে এনে ৰাজনৈতিক সচেতনতা শ্ৰমিক আন্দোলনৰ মাজলৈ বাহিৰৰ পৰা আমদানি কৰি সুমুৱাব লাগে, আৰু এই কামটোৱেই কৰে শ্ৰমিক শ্ৰেণীৰ দলে।

লেনিনৰ ভাষাত, "পৃথিবীৰ সকলো দেশৰ ইতিহাসে আমাক এই শিক্ষাকেই দি আহিছে যে শ্ৰমিক শ্ৰেণীয়ে ইয়াৰ নিজস্ব সম্পদেৰে কেৱলমাত্ৰ এক ট্ৰেড ইউনিয়ন সচেতনতাৰ জন্ম দিবলৈহে সক্ষম হয়। অৰ্থাৎ এক ইউনিয়নৰ সংগঠনত একগোট হোৱাৰ উপলব্ধি, মালিকসকলৰ লগত সংগ্ৰাম চলাই যোৱাৰ, আৰু চৰকাৰক শ্ৰমিকসকলৰ প্ৰয়োজনীয় ইটো সিটো আইন প্ৰণয়নৰ বাবে বাধ্য কৰাবলৈহে তেওঁলোক সক্ষম হয়।"[5]

ৰাজনৈতিক সচেতনতা শ্ৰমিকসকলৰ মাজত নিজে নিজে উদ্ভৱ নহয়।

তেনেহ'লে বাহিৰৰ ই কেনে উৎসৰ পৰা, কেনেদৰে আহে ?

"সমাজবাদী শিক্ষাৰ উদ্ভৱ হৈছে সমাজৰ সম্পত্তিশালী শ্ৰেণীবোৰৰ এচাম শিক্ষিত প্ৰতিনিধিয়ে বা বুদ্ধিজীৱীসকলে উদ্ভাৱন কৰা দাৰ্শনিক, ঐতিহাসিক আৰু অৰ্থনৈতিক তত্ত্ববোৰৰ পৰা।...একেধৰণে ৰাচিয়াতো সমাজ-গণতন্ত্ৰৰ তাত্ত্বিক শিক্ষাবোৰ শ্ৰমিক আন্দোলনৰ স্বাভাৱিক স্বতঃস্ফূৰ্ত গতিধাৰাৰ পৰা সম্পূৰ্ণ স্বতন্ত্ৰীয়াভাৱে বিকাশ লাভ কৰিছে। বৈপ্লৱিক সমাজবাদী বুদ্ধিজীৱী সকলৰ মাজত 'চিন্তাৰ' বিকাশৰ স্বাভাৱিক আৰু অৱশ্যম্ভাৱী পৰিণতি হিছাপেই ইয়াৰ উৎপত্তি হৈছে।"—লেনিন[6]

অৰ্থাৎ দলটো গঢ়ি তুলিব লাগিব চিন্তাশীল বুদ্ধিজীৱীসকলৰ দ্বাৰা, যি বিভিন্ন দিশত বৈপ্লৱিক তত্ত্বৰ বিকাশ ঘটাব আৰু এনে তত্ত্ব সংগঠনৰ জৰিয়তে শ্ৰমিক আন্দোলনৰ মাজলৈ সুমুৱাই আনি তেওঁলোকৰ চেতনাৰ ৰাজনৈতিক উত্তৰণ ঘটাব আৰু এনেদৰে শ্ৰমিক শ্ৰেণীক তেওঁলোকৰ ঐতিহাসিক দায়িত্ব—সমাজবাদ প্ৰতিষ্ঠাৰ দিশত নেতৃত্ব দিব। এইটো নহয় যে শ্ৰমিকসকলৰ মাজৰ পৰা এনে বুদ্ধিজীৱী নোলাব। এনে বুদ্ধিজীৱী যি শ্ৰেণীৰ মাজৰ পৰাই নাহক কিয়, মাৰ্ক্সবাদী তত্ত্বৰ আলোকত তেওঁলোক নিজ শ্ৰেণীচ্যুত হৈ শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থৰ লগত জড়িত হৈ পৰে আৰু এনে চিন্তাশীল লোকসকলে গঠন কৰা দলটো হৈ পৰে শ্ৰমিক শ্ৰেণীৰ দল—চিন্তাশীল ব্যক্তিৰ দল—নেতাৰ দল।

শ্ৰমিক শ্ৰেণীৰ দল আৰু শ্ৰমিক শ্ৰেণী একে বস্তু নহয়। দুইটাকে সানি-

পুটুকি পেলাব নোৱাৰি। দল হ'ল ইয়াৰ অগ্ৰণী বাহিনী, গাইড আৰু নেতা যি বিপ্লৱী তত্ত্ব, কাৰ্যসূচী আৰু সংগঠনেৰে শ্ৰমিক শ্ৰেণীক ৰাজনৈতিকভাৱে নেতৃত্ব দিয়ে। দলে জনসাধাৰণক নেতৃত্ব দিয়ে, ই নিজে কিন্তু এটা জন-সংগঠন নহয়।

"সৰ্বহাৰাৰ স্বতঃস্ফূৰ্ত সংগ্ৰাম কেতিয়াও প্ৰকৃত শ্ৰেণীসংগ্ৰাম নহয়, যেতিয়ালৈকে ইয়াক বিপ্লৱীসকলৰ শক্তিশালী সংগঠন এটাই নেতৃত্ব নিদিয়ে।"—লেনিন[7]

এনে শক্তিশালী বিপ্লৱী সংগঠন হিচাপে সমাজ-গণতান্ত্ৰিক দলটো গঢ়ি তুলিবৰ বাবে ইয়াৰ যিবোৰ গুণ থাকিব লাগিব সেই বিষয়েও এক সুত্ৰ নিৰ্দেশনা তুলি ধৰা হ'ল। স্বৈৰতান্ত্ৰিক ৰাচিয়াত এই দলটোৰ কঠোৰ নিয়মানুবৰ্তিতা থাকিব লাগিব, সদস্যসকল গোপনীয়তাৰ দিশত অতি সচেতন হ'ব লাগিব, জাৰৰ পুলিচ, ৰাষ্ট্ৰৰ চোৰাংচোৱাৰ চকুত ধূলি দিব পৰা কৌশলী হ'ব লাগিব। দলটোৰ সংগঠন কেন্দ্ৰীভূত হ'ব লাগিব আৰু ইয়াক পৰিচালনা কৰিব লাগিব পেশাদাৰী বিপ্লৱীয়ে। আজিও বিশ্বৰ যিকোনো বিপ্লৱী কমিউনিষ্ট দল গঠনত এই সূত্ৰ কেইটা পালন কৰিবলৈ চেষ্টা কৰা হয়।

ইস্ক্ৰাৰ পাতত এই নতুন ধৰণৰ শ্ৰমিক দলৰ বিষয়ে প্ৰতিটো সংখ্যাতে বিভিন্ন নিবন্ধ প্ৰকাশ পাবলৈ ধৰিলে। ৰাচিয়াৰ বিভিন্ন সমাজ-গণতান্ত্ৰিক সংগঠন, আৰু প্ৰথম কংগ্ৰেছে প্ৰতিষ্ঠা কৰি যোৱা সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ বিভিন্ন বিচ্ছিন্ন গোটবোৰৰ মাজত ই নতুন চিন্তাৰ সূচনা কৰিলে। এটা নতুন ধৰণৰ শক্তিশালী দল গঠন কৰাৰ বিষয়ে সকলোৱে উপলব্ধি কৰিলে। এনেদৰে কাকতখনে দেশৰ বিপ্লৱী শক্তিবোৰৰ মাজত যোগাযোগ স্থাপন কৰি ক্ৰমে বিপ্লৱৰ মুখপত্ৰৰ দৰে হৈ পৰিল। ইয়াত বিপ্লৱৰ বিভিন্ন সমস্যা সম্পৰ্কে আলোচনা চলিল, বিভিন্ন প্ৰশ্নত আৰম্ভ হ'ল বিতৰ্ক আৰু ক্ৰমে ইয়াৰ মাজেৰে প্ৰকৃত সমাজ-গণতান্ত্ৰিক শ্ৰমিক দল এটাৰ খচৰা কাৰ্যসূচী এখনে ৰূপ পাবলৈ ধৰিলে।

এখন বিপ্লৱী বাতৰি কাকত প্ৰতিষ্ঠাত লেনিনৰ নীতি আৰু কৌশল সফল হ'ল। ৰাচিয়াত এটা নতুন বিপ্লৱী সমাজ-গণতান্ত্ৰিক শ্ৰমিক দল গঠনৰ বাবে প্ৰয়োজনীয় যোগাযোগ, মত বিনিময় আৰু জনমত গঠনৰ বাহন হৈ এই কাকতখনে এক ঐতিহাসিক দায়িত্ব পালন কৰিলে। অৱশেষত দল গঠনৰ বাবে এখন মহাসভা বা কংগ্ৰেছ সংগঠিত কৰাৰ সিদ্ধান্ত লোৱা হ'ল আৰু তাৰ তাৰিখ পৰ্যন্তও স্থিৰ কৰা হ'ল।

## (২০)

# 'ইস্ক্ৰা বিতৰ্ক' আৰু 'কি কৰা উচিত'— দল গঠনৰ সফল প্ৰচেষ্টা



● দল গঠনৰ ৰাজনৈতিক বিতৰ্ক ● ৰুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ ৰাজনৈতিক কাৰ্যসূচী প্ৰণয়নৰ প্ৰক্ৰিয়া ● ভূমিৰ ৰাষ্ট্ৰীয়কৰণৰ বিতৰ্ক ● 'কি কৰা উচিত—হোৱাত ইজ টু বি দান' ● সমালোচনাৰ স্বাধীনতা—বিপ্লৱী আন্দোলনত ইয়াৰ তাৎপৰ্য ● স্বতঃস্ফূৰ্ত্ততা বনাম সচেতন প্ৰচেষ্টা—ইস্ক্ৰাৰ গুৰুত্বপূৰ্ণ বিতৰ্ক ● বিপ্লৱী সংগঠনৰ ৰাজহাড়—পেশাদাৰী বিপ্লৱী ● দল গঠনৰ বাবে মহাসভা সংগঠনৰ প্ৰচেষ্টা ● 'মতবাদৰ ঐক্য' দল গঠনৰ গুৰুত্বপূৰ্ণ চৰ্ত।

টীকা আর প্রসংগ ঃ

(1) 'Not a programme for a party engaged in political struggle but a declaration of principles—rather a programme for students.'—Lenin, quoted by E.H. Carr. in Bolshevik Revolution. Volume I., Penguin Books London, p. 39.

(2) Carr, E.H.—The Bolshevik Revolution. Vol. I p. 39. (ibid).

(3) ibid p. 40.

(4) ibid p. 40.

(5) ibid p. 40.

(6) Lenin, V. I—Collected Works, Vol. 6 p. 148-49

(7) Lenin—A Biography (The Persecutors of Zemstvo and the Hannibals of Liberalism—Lenin.); Progress Publishers, Moscow.

(8) Lenin, V.I.—Collected Works—Vol. 6 p. 148-49.

(9) Lenin, V.I.—What is to be done—Progress Publishers, Moscow. 1947. Reprint 1983. pp. 8—24.

(10) ibid pp. 29—44

(11) ibid pp. 54—93.

(12) ibid pp. 124—139.

ইস্ক্রা কাৰ্কতখনে বাচিয়াৰ এটা বিপ্লৱী শ্ৰমিক দল গঠনৰ ভিত্তি তৈয়াৰ কৰিলে ; কিন্তু এই কাম ভবাৰ দৰে ইমান সহজে, বিনাদ্বন্দ্বই হোৱা নাছিল। প্ৰতি পদে পদে ইয়াৰ বাবে তাত্ত্বিক সংগ্ৰাম চলাব লগীয়া হৈছিল আৰু বিতৰ্কৰ মাজেৰেহে দল গঠনৰ কামত আগবাঢ়িব পৰা গৈছিল। বাহিৰৰ কথাতো বাদেই, ইস্ক্ৰাৰ সম্পাদকীয় সমিতিৰ মাজতেই প্ৰতিটো প্ৰশ্নতে তুমুল বিতৰ্ক হৈছিল আৰু ই কেতিয়াবা প্ৰচণ্ড তিক্ততাৰ ফালেও গৈছিল। এই সম্পাদকীয় সমিতিৰ মাজত হোৱা মতানৈক্য আৰু বিতৰ্কবোৰৰ কাহিনীৰ পৰাই আমি সেই সময়ৰ বিপ্লৱ আৰু বিপ্লৱ বিৰোধী মতাদৰ্শগত সংগ্ৰামবোৰৰ আভাস এটা পাব পাৰো। বিপ্লৱৰ গতি-প্ৰকৃতি আৰু ইয়াৰ শ্ৰেণী দৃষ্টিভংগী বুজিবৰ বাবে কিছু ক্ষেত্ৰত পুনৰাবৃত্তিৰ দোষদুষ্ট হ'লেও আমি এই আলোচনা কৰাৰ চেষ্টা কৰিব লাগিব।

ইস্ক্ৰাৰ সম্পাদনা সমিতিৰ সদস্য ছজন আছিল ক্ৰমে প্লেখানভ, লেনিন, এক্সেলৰড, জাচুলিচ, পটৰেচভ আৰু মাৰটভ। ইয়াৰ ভিতৰত প্লেখানভ, এক্সেলৰড আৰু জাচুলিচ আছিল চুইজাৰলেণ্ডত প্লেখানভে প্ৰতিষ্ঠা কৰা 'লিবাৰেচন অব লেবাৰ' নামৰ সংগঠনটোৰ প্ৰতিনিধি, বাকী দুজন আছিল ৰাচিয়াৰ পৰা লেনিনৰ লগত যোৱা নেতা।

এটা নতুন বিপ্লৱী সমাজ-গণতান্ত্ৰিক শ্ৰমিক দল গঠন কৰাৰ সম্পৰ্কে এটা সময়ত সম্পাদনা সমিতিৰ আটাই কেইজন সদস্যই ঐক্যমতত উপনীত হ'ল। ইয়াৰ পিছতেই আহি পৰিল দলটোৰ বাবে এখন কাৰ্যসূচী প্ৰণয়নৰ প্ৰশ্ন। এনে এখন কাৰ্যসূচীৰ খচৰা প্ৰথমে প্লেখানভে প্ৰস্তুত কৰি উলিয়ালে। সম্পাদনা সমিতিৰ বৈঠকত এইখন উত্থাপন কৰাৰ লগে লগে লেনিনে এই খচৰা কাৰ্যসূচীখন অত্যন্ত অস্পষ্ট হৈছে বুলি সমালোচনা কৰিলে। ৰাচিয়াৰ পুঁজিবাদী বিকাশৰ তেতিয়াৰ পৰ্যায়ত এনে এখন কাৰ্যসূচী বাস্তৱসম্মত হোৱা নাই বুলি তেওঁ ইয়াৰ দুৰ্বলতাবোৰ তুলি ধৰিলে আৰু কাৰ্যসূচীত 'সৰ্বহাৰাৰ একনায়কত্বৰ' ধাৰণাটো অন্তৰ্ভুক্ত নকৰাৰ বাবে বিৰোধিতা কৰিলে। প্লেখানভৰ কাৰ্যসূচীখনক লেনিনে 'ৰাজনৈতিক সংগ্ৰামত জড়িত থকা দলৰ কাৰ্যসূচী হোৱা নাই বুলি অভিহিত কৰি ক'লে যে এইখন হৈছে এখন 'আদৰ্শৰ ঘোষণাপত্ৰ মাথোন—এক ছাত্ৰ সংগঠনৰ কাৰ্যসূচীৰ লেখীয়া বস্তু'।[1]

লেনিনে এইবাৰ নিজৰ তৰফৰ পৰা এক বিকল্প কাৰ্যসূচী দাঙি ধৰিলে। এই কাৰ্যসূচীখনক ইতিহাসত 'ব্লেই দলিল' বুলি কোৱা হয়। সম্পাদনা সমিতিত ইয়াৰ পিছত প্ৰচণ্ড বিতৰ্ক চলিল। কেতিয়াবা কেতিয়াবা এই বিতৰ্ক উত্তপ্ত হৈ পৰিবলৈ ধৰিলে। অৱশেষত প্লেখানভৰ মূল খচৰাখনৰ কিছু সংশোধন আৰু লেনিনৰ খচৰাখনৰ কিছু অংশ ইয়াত সংযোজন কৰি এখন খচৰা কাৰ্যসূচীক সম্পাদনা সমিতিয়ে চূড়ান্ত ৰূপ দিবলৈ সক্ষম হ'লগৈ। লেনিনে কিছু সালসলনিৰ পিছত পুঁজিবাদ আৰু সমাজবাদী বিপ্লৱ সম্পৰ্কীয় প্লেখানভৰ

শ্ৰমিকসকলৰ দাবী, কৃষক আৰু ইয়াত এখন কৃষি কাৰ্যসূচী আৰু 'সৰ্বহাৰাৰ একনায়কত্বৰ' ৰাজনৈতিক ধাৰণা অন্তৰ্ভুক্ত কৰালে।[২]

কিনো আছিল দলৰ এই প্ৰথম কাৰ্যসূচীখনত? কেনেকৈনো, কোনবোৰ দাবী আৰু পদক্ষেপেৰে তেওঁলোকে ৰাচিয়াত বিপ্লৱ ঘটোৱাৰ পৰিকল্পনা কৰিছিল?

এই কাৰ্যসূচীখনত কিছুমান তাৎকালিক আৰু দীৰ্ঘম্যাদী লক্ষ্য ঠিক কৰি লোৱা হৈছিল।

তাৎকালিক লক্ষ্য হিছাপে লোৱা হৈছিল স্বৈৰতন্ত্ৰক উৎখাত কৰাটো। স্বৈৰাচাৰী জাৰ প্ৰশাসনক ক্ষমতাচ্যুত কৰি দেশত এখন নতুন সংবিধান প্ৰণয়নৰ বাবে দেশৰ সমগ্ৰ জনসাধাৰণক (whole people) সামৰি লৈ এখন সাংবিধানিক সভা (Constituent Assembly) আহ্বান কৰাৰ লক্ষ্য লোৱা হৈছিল।[৩]

এই ন সংবিধান প্ৰণয়নৰ বাবে সাংবিধানিক সভা আহ্বান কৰাৰ দাবীটোৱে অক্টোবৰ বিপ্লৱৰ শেষলৈকে সমগ্ৰ ৰাচিয়াৰ এটা প্ৰধান দাবী আছিল। বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ পৰ্যায়ত এই দাবীৰ প্ৰতি লেনিন আৰু কমিউনিষ্টসকলে সম্পূৰ্ণ সমৰ্থন জনাইছিল, কিন্তু, অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লৱৰ পাছত তেওঁলোকেই এই দাবীক কেনেদৰে বিসৰ্জন দিলে তাৰ কাহিনী আৰু প্ৰেক্ষাপট আমি পিছত পাই যাম।

দীৰ্ঘম্যাদী লক্ষ্য হিছাপে দেশত সমাজবাদ প্ৰতিষ্ঠা এই কাৰ্যসূচীত ঘোষণা কৰা হ'ল।

কাৰ্যসূচীৰ ঘোষিত লক্ষ্য পূৰণৰ বাবে যিবোৰ ৰাজনৈতিক দাবী তুলি ধৰা হ'ল, সেইবোৰ আছিল এনে ধৰণৰ—

দেশত সাৰ্বজনীন আৰু সমান ভোটাধিকাৰ ব্যৱস্থা প্ৰৱৰ্তন কৰিব লাগিব। দেশৰ প্ৰতিজন নাগৰিকৰে ভোট দিয়াৰ অধিকাৰ থাকিব আৰু সকলোৰে ভোটৰ মূল্য সমান হ'ব। ৰাচিয়াত সেই সময়ত ভোটাধিকাৰ অত্যন্ত সীমিত আৰু অসমান আছিল; দেশৰ ধনী আৰু সম্পত্তিশালী লোকসকলে স্থানীয় নিৰ্বাচন-সমূহত অসমান ভোটাধিকাৰ ব্যৱস্থাৰ বাবে নিজৰ সংখ্যাতকৈ বহুতো বেছি ভোট নিয়ন্ত্ৰণ কৰিছিল।

দ্বিতীয়তো দাবী আছিল স্বাধীনতাৰ। ৰাচিয়াৰ জনগণৰ বাবে বিবেক, কথা কোৱাৰ, প্ৰকাশ আৰু প্ৰেছৰ, সমবেত হৈ সভা-সমিতি পতাৰ আৰু সংগঠন কৰাৰ স্বাধীনতা দাবী কৰা হ'ল।

দেশত এক নিৰপেক্ষ আইন ব্যৱস্থা গঢ়ি তুলিবৰ বাবে বিচাৰকসকলক মুক্ত নিৰ্বাচনৰ দ্বাৰা নিৰ্বাচিত কৰিবৰ বাবে দাবী কৰা হ'ল।

ৰাষ্ট্ৰৰ প্ৰশাসনৰ পৰা ধৰ্মৰ সৰ্বগ্ৰাসী প্ৰভাৱ নাইকিয়া কৰিবৰ বাবে ৰাষ্ট্ৰ

আৰু গির্জাৰ পৃথকীকৰণ, আৰু ইয়াৰ ভিত্তিতে এক ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ প্ৰশাসন ব্যৱস্থা গঢ়ি তোলাৰ দাবী জনোৱা হ'ল।

সকলোৰে বাবে মুক্ত, বিশ্বজনীন শিক্ষাব্যৱস্থা প্ৰৱৰ্তনৰ দাবী জনোৱা হ'ল।[4]

অৰ্থনৈতিক দাবীবোৰ আছিল কল-কাৰখানাত ৮ ঘণ্টীয়া কামৰ সময় নিৰূপণ কৰা, শিশু শ্ৰমিকৰ মকৰল ব্যৱস্থা বে-আইনী কৰা, মহিলা শ্ৰমিকৰ বাবে কামৰ পৰিমাণ কমাই দিয়া, বৃদ্ধ বয়স আৰু কামত আঘাত পাই কৰ্মক্ষমতা হেৰুৱা লোকৰ বাবে বীমাৰ ব্যৱস্থা কৰা, শ্ৰমিকক জৰিমনা কৰা ব্যৱস্থা আৰু কামৰ বাবে ধনৰ পৰিবৰ্তে বস্তুৰে মজুৰি দিয়াৰ ব্যৱস্থা অৱসানৰ বাবে দাবী জনোৱা হ'ল।[5]

খেতিয়কসকলৰ বাবে চৰকাৰ আৰু ভূস্বামীসকলে বাজেয়াপ্ত কৰা মাটি ওভতাই দিয়াৰ দাবী উত্থাপন কৰা হ'ল।

লেনিনে খেতিয়কসকলৰ বাবে দিয়া কৃষি কাৰ্যসূচীৰ দফাটোত গাঁও অঞ্চলত শ্ৰেণীসংগ্ৰাম গঢ়ি তোলা আৰু খেতিৰ মাটি ৰাষ্ট্ৰীয়কৰণ কৰাৰ দাবী অন্তৰ্ভুক্ত কৰিব বিচাৰিছিল। মাটি ৰাষ্ট্ৰীয়কৰণ প্ৰকৃততে সমাজতান্ত্ৰিক বিপ্লৱৰ কাৰ্যসূচীৰ ভিতৰত পৰে। খেতিয়কক বাজেয়াপ্ত মাটি ওভতাই দিয়া মানে কৃষিৰ ক্ষেত্ৰত পুঁজিবাদী বিকাশৰ বাট কাটি দিয়াহে হয়, কিন্তু বাজেয়াপ্ত ভূমিকে ধৰি সমগ্ৰ মাটি ৰাষ্ট্ৰীয়কৰণ কৰিলে ইয়াৰ সমাজবাদী ৰূপান্তৰ সম্ভৱপৰ হ'ল-হেঁতেন। সেয়ে তেওঁ 'ৰাচিয়াৰ সমাজ-গণতন্ত্ৰৰ কৃষি কাৰ্যসূচী' নামৰ লেখনীত লেখিছিল যে যদিও খেতিয়কসকলক মাটি ঘূৰাই দিয়াৰ প্ৰস্তাৱটোৱে মূলতে ৰাচিয়াৰ সমাজৰ পুঁজিবাদী ৰূপান্তৰৰ পথহে সুগম কৰিব, দলে এই কথাটো গাঁও অঞ্চলত শ্ৰেণীসংগ্ৰাম ব্যাপক কৰি তোলাৰ কামত ব্যৱহাৰ কৰিব লাগে, আৰু যেতিয়াই সময় হয় তেতিয়া মাটিৰ ৰাষ্ট্ৰীয়কৰণৰ দাবী তুলিব লাগে।[6]

কিন্তু, সম্পাদনা সমিতিৰ বাকীসকল সদস্যই এই সময়ত লেনিনৰ এই গাঁও অঞ্চলত শ্ৰেণীসংগ্ৰাম বিকশাই তোলা আৰু মাটিৰ ৰাষ্ট্ৰীয়কৰণ কৰাৰ প্ৰস্তাৱ দুটা মানি নললে। ফলত দলৰ খচৰা কাৰ্যসূচীৰ পৰা এই দফা দুটা তেতিয়া বাদ পৰি ৰ'ল।

এই কাৰ্যসূচী প্ৰস্তুত কৰা সময়ত সম্পাদনা সমিতিৰ মাজত তুমুল বিতৰ্ক আৰম্ভ হৈছিল। এই বিতৰ্ক আছিল মূলতে মতাদৰ্শৰ বিতৰ্ক। চুইজাৰলেণ্ডত থকা প্ৰবাসী ৰুচ নেতাসকল পশ্চিম ইউৰোপৰ বিভিন্ন উদাৰনৈতিক বা লিবাৰেল আৰু আদৰ্শবাদী বা আইডিয়েলিষ্টিক মতাদৰ্শৰ প্ৰভাৱলৈ আহিছিল, মূলতে বুৰ্জোৱা শ্ৰেণীৰ লগত যুক্ত এই মতাদৰ্শবোৰে তেওঁলোকৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলাইছিল আৰু পশ্চিমীয়া বুৰ্জোৱা গণতন্ত্ৰৰ অপেক্ষাকৃত মুক্ত পৰিবেশত

তেওঁলোক এই ভাবাদৰ্শবোৰৰ প্ৰতি বহুখিনি সহনশীল হৈ পৰিছিল। আনহাতে ৰাচিয়াৰ বৈৰতান্ত্ৰিক সমাজত এনে মতাদৰ্শৰ কোনো স্থান নাছিল। লেনিনে সেয়ে নীতিগতভাৱে সকলো ধৰণৰ বুৰ্জোৱা উদাৰনৈতিক প্ৰৱণতাৰ বিৰুদ্ধে কঠোৰ মনোভাৱ গ্ৰহণ কৰিছিল। কিন্তু 'ইস্ক্ৰা' সম্পাদকীয় সমিতিৰ মাজত এই সংগ্ৰাম চলাই প্ৰথম অৱস্থাত লেনিন সিমানদূৰ সফলকাম হোৱা নাছিল। সেয়ে প্ৰথম অৱস্থাত গৃহীত হোৱা পাৰ্টিৰ খচৰা কাৰ্যসূচীত বহুতো উদাৰনৈতিক প্ৰৱণতা বৈ গৈছিল।

এই খচৰা কাৰ্যসূচীখন ইস্ক্ৰাৰ ১৯০২ চনৰ ২১ জুনৰ সংখ্যাটোত প্ৰকাশ পায়।

লেনিনে কিন্তু এই সংগ্ৰাম তথাপিও এৰি নিদিলে। এই উদাৰনৈতিক প্ৰৱণতাৰ বিৰুদ্ধে তেওঁ লেখিবলৈ আৰম্ভ কৰিলে। তেওঁ জানিছিল যে শ্ৰমিক শ্ৰেণীৰ দল গঠনত যদি প্ৰথমৰ পৰা এনে মতাদৰ্শক সামান্যতমো প্ৰশ্ৰয় দিয়া হয়, তেনে ইয়েই সময়ত গোজেই গছ হোৱাৰ দৰে বাঢ়ি গৈ দলৰ ক্ষতি কৰিব। 'জেমষ্টভ্ৰ অত্যাচাৰীহঁত আৰু উদাৰনৈতিকতাৰ হানিবল।'[7] নামে প্ৰবন্ধটোৰে আৰম্ভ কৰি তেওঁ 'ৰুচ সমাজ-গণতান্ত্ৰিকৰ কৃষি কাৰ্যসূচী' নামৰ লেখাত ইয়াৰ অধিক বিকাশ ঘটায়।[8] ইয়াৰ পাছতে তেওঁ ৰুচ সমাজতান্ত্ৰিক আন্দোলনৰ মাজত থকা সকলোধৰণৰ সুবিধাবাদী, সংস্কাৰবাদী, ফালৰি কটা সংশোধনবাদী চিন্তাৰ বিপৰীতে সংগ্ৰাম চলাবলৈ এখন কিতাপ লেখি উলিয়ায়—কিতাপখনৰ নাম 'কি কৰা উচিত'—হোৱাট ইজ টু বি দান? এই কিতাপখনত তেওঁ সেই সময়ৰ ৰুচ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজৰ আটাইবোৰ প্ৰধান বিতৰ্কৰ বিষয়ে আলোচনা কৰি সেইবোৰৰ প্ৰকৃত চৰিত্ৰ নিৰ্ণয় কৰা, সাৰ সংকলন কৰা আৰু ক্ষতিকৰ মতবাদবোৰ ধ্বংস কৰাৰ চেষ্টা কৰিছিল। লেনিনৰ এই তাত্ত্বিক লেখনীৰ সামান্য আভাস নললে এই আলোচনা সম্পূৰ্ণ নহ'ব।

এই কিতাপখনত মূলতে অৰ্থনীতিবাদী প্ৰৱণতাক সমালোচনাৰ মূল লক্ষ্য কৰি লোৱা হৈছিল। বাৰ্ণষ্টাইনৰ সংশোধনবাদ আৰু অৰ্থনীতিবাদৰ বিষয়ে সামান্য উল্লেখ আগেয়ে কৰি অহা হৈছে। এতিয়া মূল বিতৰ্কৰ বিষয়কেটাৰ চমু পৰিচয় লবলৈ চেষ্টা কৰো।

প্ৰথম বিতৰ্কৰ বিষয়টো আছিল 'সমালোচনাৰ স্বাধীনতা' লৈ। অৰ্থনীতি-বাদীসকলৰ এটা প্ৰধান বক্তব্য আছিল যে সমাজ-গণতান্ত্ৰিকসকলৰ সকলো কথা মুক্তভাৱে সমালোচনা কৰাৰ স্বাধীনতা থাকিব লাগিব। দেখাত কথাটো ভালেই যেন লাগে—প্ৰগতিশীল যেনেও লাগে—সমালোচনাৰ স্বাধীনতাকণো খৰ্ব কৰা উচিতনে? কিন্তু কথাটো ইমান সৰল নহয়। অৰ্থনীতিবাদী-সকলে কি বস্তু সমালোচনা কৰাৰ স্বাধীনতাৰ কথা, কি পৰিস্থিতিত উত্থাপন কৰিছিল সেই কথাটোতো এৰাই গ'লে নহ'ব। তেওঁলোকে মূলতে মাৰ্ক্সবাদৰ

মূল সূত্ৰবোৰেই সমালোচনা কৰি নস্যাৎ কৰিব বিচাৰিছিল। সমাজৰ বিকাশত শ্ৰেণী আৰু শ্ৰেণীসংগ্ৰামৰ ভূমিকা, বুৰ্জোৱা গণতন্ত্ৰ যে বুৰ্জোৱাসকলে কৌশলেৰে বিভিন্ন অনুষ্ঠানৰ সহায়েৰে একপ্ৰকাৰ বুৰ্জোৱা একনায়কত্ব চলায় মাৰ্ক্সবাদৰ এই শিকনি, শ্ৰমিক শ্ৰেণীযে সমাজবাদ প্ৰতিষ্ঠাৰ বাবে লব লগা বৈপ্লৱিক ভূমিকাৰ শিক্ষা—এই আটাইবোৰ মৌলিক প্ৰশ্নকেই তেওঁলোকে বিভিন্ন বুৰ্জোৱা দৰ্শনেৰে সমাজ-গণতন্ত্ৰৰ নামতেই প্ৰসংগ সঙ্গতি নথকাকৈ সমালোচনা কৰিব বিচাৰে। অবৈজ্ঞানিক পদ্ধতিৰে বৈজ্ঞানিক সমাজ-বিজ্ঞানৰ নীতিক নাকচ কৰিবলৈকে তেওঁলোকে সমালোচনাৰ স্বাধীনতা বিচাৰে।

লেনিনে অৰ্থনীতিবাদীসকলৰ মতাদৰ্শৰ শ্ৰেণী অৱস্থান যে পেটিবুৰ্জোৱা উদাৰনৈতিকতা তাক উদঙাই দেখুৱাই কয় যে সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত সদায় দুটা ধাৰা থাকে। এটা ধাৰা হ'ল বিপ্লৱী মাৰ্ক্সবাদী ধাৰা আৰু আনটো হ'ল এক নতুন সুবিধাবাদী ধাৰা যি মাৰ্ক্সবাদৰ মূল শিক্ষাক সমালোচনাৰ স্বাধীনতাৰ নামত (বা বিভিন্ন সময়ত বিভিন্ন প্ৰশ্নত) বিকৃত কৰিব খোজে। মাৰ্ক্সবাদৰ বিপ্লৱী মৰ্মবস্তুক পনীয়া কৰি এওঁলোকে শ্ৰমিক শ্ৰেণীৰ ক্ষতিসাধন কৰে আৰু এনেদৰেই বুৰ্জোৱা স্বাৰ্থৰ পক্ষত গৈ থিয় হয়গৈ। সমালোচনাৰ স্বাধীনতাৰ নামত এই ধাৰাই শ্ৰমিক শ্ৰেণীৰ আন্দোলনৰ মাজত বুৰ্জোৱা মতাদৰ্শ সুমুৱাবলৈ চেষ্টা কৰিছে। এনে প্ৰচেষ্টাই সমাজ-গণতান্ত্ৰিক দলক সোনকালেই এটা বিপ্লৱী দলৰ পৰা সংস্কাৰমুখী দললৈ ৰূপান্তৰিত কৰিব।[৪]

বৈপ্লৱিক আন্দোলনৰ মাজত এই দুটা ধাৰাৰ অস্তিত্ব আৰু ইয়াৰ মাজৰ সংগ্ৰামেই হ'ল তথাকথিত দুই ভাবাদৰ্শৰ দুই লাইনৰ সংগ্ৰাম আৰু এই সংগ্ৰামৰ মাজেদিয়েই দ্বান্দ্বিক পদ্ধতিৰে বিপ্লৱৰ বিকাশো সম্ভৱপৰ হয়।

দ্বিতীয় মূল বিতৰ্কটো আছিল স্বতঃস্ফূৰ্ত্ততা আৰু সচেতন প্ৰচেষ্টাৰ বিতৰ্ক। আগেয়েই উল্লেখ কৰি অহা হৈছে যে সমাজ-গণতান্ত্ৰিক (বা সাম্যবাদী) সকলে সচেতনভাৱে কাম কৰি জনগণক বিপ্লৱৰ বাবে সচেতন, সংগঠিত আৰু উদ্বুদ্ধ কৰি তোলে, জনসাধাৰণৰ, আনকি শ্ৰমিক শ্ৰেণীৰ মাজতো স্বতঃস্ফূৰ্ত-ভাৱে প্ৰকৃত বিপ্লৱী ৰাজনৈতিক শ্ৰেণী সচেতনতাৰ জন্ম নহয়। কিন্তু, অৰ্থ-নীতিবাদীসকলে দাবী কৰিছিল যে জনসাধাৰণ তথা শ্ৰমিক শ্ৰেণীৰ মাজত স্বতঃস্ফূৰ্তভাৱে যি সচেতনতাৰ জন্ম হয়, সিহে সত্য আৰু উচিত, বাহিৰৰ পৰা আৰোপ কৰা সচেতনতা কৃত্ৰিম। সেয়ে সমাজ-গণতান্ত্ৰিকসকলে জনগণৰ স্বতঃস্ফূৰ্ত সচেতনতাক মুখ্য গুৰুত্ব দিব লাগে—অৰ্থাৎ শ্ৰমিক আন্দোলনত বিপ্লৱী ৰাজনীতি নহয়, ট্ৰেড ইউনিয়নবাদক প্ৰাধান্য দিব লাগে। ট্ৰেড ইউনিয়নৰ কাম-কাজ, হৰতাল আদিয়েই শ্ৰমিক শ্ৰেণীক সচেতন কৰি তুলিব আৰু সমাজবাদৰ দিশত সমাজক লৈ যাব। সাম্যবাদী ইস্তাহাৰত কোৱা হৈছে যে সংগঠিত সুসংহত মানৱ সমাজৰ বাবে সচেতন আৰু উদ্দেশ্যধৰ্মী সংগঠনৰ প্ৰয়োজন। কিন্তু

অৰ্থনীতিবাদী সকলে ইয়াকেই উপেক্ষা কৰে। এনেদৰে তেওঁলোকে শেষ বিচাৰত শ্ৰমিক শ্ৰেণীৰ এটা বিপ্লৱী ৰাজনৈতিক দল গঢ়ি তোলাৰ কামকে বিৰোধিতা কৰে।

এনে ধাৰণাৰ বিপৰীতে এই কিতাপখনত লেনিনে অৰ্থনীতিবাদী সকলৰ সকলো তত্ত্বক কঠোৰ সমালোচনা কৰি খণ্ডন কৰে। তেওঁ দেখুৱাই যে বিপ্লৱীয়ে জনগণ আৰু শ্ৰমিকৰ মাজত নিজে নিজে ৰাজনৈতিক সচেতনতা গঢ়ি উঠিব বুলি বোন্দাপৰ দি বৈ থাকিব নোৱাৰে, বৰঞ্চ বিপ্লৱী তত্ত্বৰ সহায়েৰে শ্ৰমিক শ্ৰেণী আৰু জনগণৰ মাজত সচেতনভাৱে ৰাজনৈতিক শ্ৰেণী-সচেতনতা গঢ়ি তুলিব লাগিব।[10] আৰু এই কামৰ বাবেই গঢ়ি তুলিব লাগিব এটা বিপ্লৱী ৰাজনৈতিক দল। আৰু, এনে দল কাৰ্যকৰী হ'বলৈ হ'লে বিপ্লৱী তত্ত্বৰ ভিত্তিত কেন্দ্ৰীয় শৃংখলা আৰু নিয়মানুৱৰ্তিতাৰে পেচাদাৰী বিপ্লৱীসকলক লৈ ইয়াক সংগঠিত কৰি তুলিব লাগিব।[11]

শ্ৰমিক আন্দোলনক ট্ৰেড ইউনিয়ন আন্দোলনৰ মাজত সুমুৱাই ৰাখি অৰ্থ-নীতিবাদীসকলে ইয়াৰ ৰাজনৈতিক বিকাশৰ গতি অৱৰুদ্ধ কৰি পেলাব খোজে, শ্ৰমিক শ্ৰেণীৰ ঐতিহাসিক অগ্ৰগামী ভূমিকা খৰ্ব কৰি পেলাব খোজে। ইস্ক্ৰাৰ সম্পাদকীয় সমিতিৰ মাজত থকা এনে ধৰণৰ অৰ্থনীতিবাদী আৰু উদাৰনৈতিক তথা সুবিধাবাদী প্ৰৱণতাবোৰো উদঙাই দেখুৱাই লেনিনে বাৰে বাৰে এটা সংহত দল গঠনৰ প্ৰয়োজনীয়তা দোহাৰে। আনকি এই দল সংগঠনৰ পদ্ধতিগত সমস্যা, গোপনীয়তাৰ সমস্যা, দলৰ মাজৰ অনুশাসন, গণতান্ত্ৰিক কেন্দ্ৰিকতাৰ প্ৰশ্ন, স্থানীয় আৰু সৰ্ব ৰাচিয়া ভিত্তিত দলৰ কাম-কাজ আদিৰ বিষয়ে নতুন নতুন আৰু মৌলিক চিন্তাৰ অৱতাৰণা কৰে।[12]

এই কিতাপখনে ৰাচিয়াৰ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত সুবিধাবাদৰ বিৰুদ্ধে বিপ্লৱী ৰাজনীতিক দৃঢ় আৰু গভীৰ কৰি তোলাত আৰু বিপ্লৱীসকলক ঐক্যবদ্ধ কৰি তোলাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। ১৯০২ চনত জাৰ্মানীৰ ষ্টাটগাৰ্ট চহৰৰ পৰা প্ৰকাশিত হোৱা এই কিতাপখনে পাৰ্টি সংগঠন গঢ়ি তোলা আৰু বিপ্লৱী দলৰ চৰিত্ৰ সম্পৰ্কে সমাজ-গণতান্ত্ৰিকসকলৰ চিন্তাধাৰা স্পষ্ট আৰু নিৰ্দিষ্ট কৰে আৰু লগতে আন্দোলনৰ মাজত দুই লাইনৰ সংগ্ৰাম আগবঢ়াই বিপ্লৱী আৰু সুবিধাবাদী এই দুই শিবিৰ বিভাজনৰ কাম দ্ৰুততৰ কৰে।

ইতিমধ্যে দল গঠনৰ বাবে মহাসভা অনুষ্ঠিত কৰাৰ উদ্যোগ আৰম্ভ হৈ গৈছে। মহাসভাৰ আগে আগে লেনিন লণ্ডনলৈ যায়। লণ্ডনৰ পৰা এইবাৰ ইস্ক্ৰা প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱা হয়। বৃটিছ সমাজ-গণতান্ত্ৰিক দলৰ সাহাৰ্যত এই নগৰৰ পৰা কাকতখনৰ প্ৰকাশ আৰম্ভ কৰা হয়। এই সময়তেই লেনিনে 'ইউৰোপ আৰু ৰাচিয়াৰ কৃষি প্ৰশ্নত মাৰ্ক্সবাদী দৃষ্টিভংগী' নামৰ লেখাটো শেষ কৰি উলিয়ায়। ইয়াত তেওঁ সকলো ধৰণৰ নাৰভনিক মতবাদৰ বিৰুদ্ধে কৃষি সমস্যা সম্পৰ্কত মাৰ্ক্সবাদী দৃষ্টিভংগী দাঙি ধৰে।

১৯০৩ চনৰ আৰম্ভণিতে লেনিনে লণ্ডনত চেণ্ট পিটাৰ্চবাৰ্গ, আৰু উত্তৰ ৰাচিয়াৰ বহুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ প্ৰতিনিধিসকলৰ লগত এখন সভা পাতে আৰু তাতে কংগ্ৰেছৰ বাবে সাংগঠনিক সমিতি এখন গঠন কৰা হয়।

ইয়াৰ পাছত ৰাচিয়াত পেস্কভ চহৰত বাকী এনে সংগঠনবোৰক সামৰি লৈ এই সমিতিখন বহুলাই অধিক প্ৰতিনিধিত্বমূলক কৰি তোলা হয়। এই সমিতিখনতো ইস্ক্ৰাপন্থী বিপ্লৱীসকলৰেই সংখ্যাধিক্য আছিল। এই কথাটো সেই সময়ত এটা গুৰুত্বপূৰ্ণ কথা আছিল। কিয়নো বহুচ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত তেতিয়া বহুতো মতবাদৰ বহুতো সুকীয়া সুকীয়া দৃষ্টি-ভংগীৰ মানুহ সোমাই আছিল। অসংগঠিত আৰু সোলোক-ঢোলোক এই আন্দোলনৰ মাজত নাৰডনিক, নৈৰাজ্যবাদী, উদাৰনৈতিক দৰ্শন বৰ কম নাছিল। এনে পৰিৱেশত এটা সংহত দল গঠনৰ বাবে মতবাদৰ ঐক্য বৰ প্ৰয়োজনীয় কথা আছিল। সেয়ে লেনিনে প্ৰথমৰ পৰাই খুব সাৱধান আছিল যাতে মহাসভাৰ বাবে বিভিন্ন সংগঠনৰ পৰা প্ৰতিনিধি নিৰ্বাচিত হৈ আহোঁতে বিপ্লৱীসকলে সদায় অগ্ৰাধিকাৰ পায়। ইস্ক্ৰাত প্ৰকাশিত খচৰা দলিলৰ সমৰ্থকসকল অহাটো তেওঁ কামনা কৰিছিল।

অৱশেষত ব্ৰুচেলচ নগৰীত, ১৯০৩ চনৰ ৩০ জুলাইৰ দিনা এই মহাসভা আৰম্ভ হ'ল। ইমান দিনে ৰাচিয়াত এটা ঐক্যবদ্ধ আৰু কাৰ্যক্ষম বিপ্লৱী সমাজ-গণতান্ত্ৰিক শ্ৰমিক দল গঠনৰ বাবে ইস্ক্ৰা কাকতখনৰ জৰিয়তে যি অভিনৱ প্ৰচেষ্টা আৰম্ভ কৰা হৈছিল, তাৰ সফল পৰিসমাপ্তি ঘটিল। মহাসভাত এনে এটা দলৰ ভেটি স্থাপন কৰা হ'ল। আগৰ মিনস্ক নগৰীত হোৱা প্ৰথম প্ৰচেষ্টাক স্বীকৃতি জনাই ইয়াৰ ধাৰাবাহিকতাত এই মহাসভাক দ্বিতীয় কংগ্ৰেছ বোলা হ'ল।

দ্বিতীয় মহাসভাত শ্ৰমিক শ্ৰেণীৰ দল গঠন হ'ল আৰু দল গঠনৰ লগে লগেই ৰাচিয়াৰ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত প্ৰথমটো গুৰুতৰ ঐতিহাসিক বিভাজনৰ সৃষ্টি হ'ল। মহাসভাই জন্ম দিয়া দলটোৰ ভিতৰতে এই মহাসভাতেই বলচেভিক আৰু মানচেভিক নামে দুটা সুকীয়া গোটে জন্ম লাভ কৰিলে।

ই এক ঐতিহাসিক ঘটনা। এই বিভাজনৰ কাৰণ, ঘটনা আৰু ফলাফলৰ বিষয়ে আমি এইবাৰ আলোচনা কৰিবলৈ যত্ন কৰিম।

# ২১

## দ্বিতীয় কংগ্ৰেছ আৰু শিবিৰ বিভাজন



● ৰুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ দ্বিতীয় মহাসভা, ১৭ জুলাই ১৯০৩ ● ৰাজনৈতিক কাৰ্যসূচী গৃহীত ● দলীয় সদস্য পদৰ যোগ্যতাৰ মাপকাঠি ● বিপ্লৱী দল আৰু গণসংগঠন ● বলচেভিক—সংখ্যাগৰিষ্ঠ আৰু মেনচেভিক সংখ্যালঘিষ্ঠ গোট ● সাংগঠনিক নিৰ্বাচন।

টীকা আর প্রসংগ :


(1) Lenin—A Biography—Progress Publishers, Moscow. 1986 p. 94.

(2) Carr, E.H.—The Bolshevik Revolution. Penguin Books. 3 Vol.; Vol I p. 38.

(3) ibid p. 40.

(4) ibid p. 41.

(5) idid p. 42.

(6) ibid p. 43.

**Other Sources—**

সোভিয়েট ইউনিয়নের কমিউনিস্ট (বলশেভিক) পার্টির ইতিহাস (Bengali) National Book Agency (Pvt) Ltd. 1944.

১৯০৩ চনৰ ১৭ জুলাইৰ দিনা বেলজিয়ামৰ ব্ৰুচেলচ নগৰীত বুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ দ্বিতীয় মহাসভা অনুষ্ঠিত হ'ল। এটা ময়দা বখা গুদামঘৰত মহাসভাৰ কাম-কাজ আৰম্ভ হ'ল। আবেগপ্ৰৱণ ভাষণেৰে প্লেখানভে মহাসভাৰ উদ্বোধন কৰিলে। প্ৰথম দিনাই প্লেখানভক চেয়াৰমেন আৰু লেনিন আৰু ক্ৰাচিকভক ভাইচ চেয়াৰমেন হিচাপে নিৰ্বাচিত কৰা হ'ল। কিন্তু, ব্ৰুচেলচ নগৰীত মহাসভাই শান্তিৰে কাম-কাজ সমাধা কৰিবলৈ নাপালে। পুলিচ আৰু চোৰাংচোৱাৰ উৎপাতত প্ৰতিনিধিসকলে স্থান পৰিবৰ্তন কৰি লণ্ডনলৈ আঁতৰি যাব লগা হ'ল। লণ্ডনতহে দ্বিতীয় মহাসভাৰ কাম সম্পূৰ্ণ হ'ল।

এই মহাসভালৈ ২৬ টা দলীয় সংগঠনৰ মুঠ ৪৩ জন প্ৰতিনিধি আহিছিল। সংগঠন হিচাপে ভোটৰ তাৰতম্যতা থকাত ৪৩ জন প্ৰতিনিধিৰ হাতত মুঠ ভোট আছিল ৫১ টা। ইহুদী জাতীয় সংগঠন বাণ্ডৰ সদস্যৰ হাতত আছিল ৩ টা ভোট। আৰু ১৪ জন প্ৰতিনিধিৰ হাতত পৰামৰ্শকাৰী ভোটদানৰ ক্ষমতা আছিল। মূল প্ৰশ্নত এওঁলোকে ভোট দিব নোৱাৰিছিল।[1] প্ৰতিনিধিসকলৰ ভিতৰত ৩০ জনেই আছিল ইস্ক্ৰাপন্থী—কাকতখনত প্ৰকাশ পোৱা কাৰ্যসূচীৰ সমৰ্থক বিপ্লৱীসকলক এই নামেৰে অভিহিত কৰা হৈছিল। ২ জন ঘোৰ অৰ্থনীতিবাদীয়েও এই মহাসভালৈ প্ৰতিনিধি হৈ আহিছিল।[2]

মহাসভাৰ কাৰ্যক্ৰমণিকাৰ মূল বিষয়সমূহ আছিল—দলৰ ৰাজনৈতিক কাৰ্যসূচী গৃহীত কৰা, দলৰ বিধি-ব্যৱস্থা বিশেষকৈ সদস্যভুক্তিৰ চৰ্তবোৰ নিৰ্ণয় কৰা, কেন্দ্ৰীয় সমিতিৰ নিৰ্বাচন আৰু দলৰ কেন্দ্ৰীয় মুখপত্ৰৰ সম্পাদনা সমিতি গঠন। মহাসভাত এই প্ৰতিটো বিষয়ৰ ওপৰত তুমুল বিতৰ্ক আৰম্ভ হ'ল।

প্ৰথম মতানৈক্য আৰম্ভ হয় বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱত সমাজ-গণতান্ত্ৰিক সকলৰ কৰ্তব্য লৈ।

ৰাচিয়াত যে বুৰ্জোৱা বিপ্লৱ সম্পন্ন হোৱা নাই, সেই বিষয়ে সকলো একমত আছিল। গতিকে সমাজতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰাৰ আগতে বুৰ্জোৱা বিপ্লৱ সম্পন্ন কৰিব লাগিব। এচামৰ মতে ৰাচিয়াত সেয়ে এই বিপ্লৱ সম্পূৰ্ণ কৰিবৰ বাবে বুৰ্জোৱা আৰু তেওঁলোকৰ ৰাজনৈতিক দলবোৰক সহায়-সমৰ্থন কৰা উচিত আৰু জাৰ স্বৈৰতন্ত্ৰক উৎখাত কৰি এই বিপ্লৱ সম্পন্ন হোৱাৰ পাছত সমাজ-গণতান্ত্ৰিকসকলে এহাতে বিপ্লৱী বিৰোধী দলৰ ভূমিকা পালন কৰা আৰু আনহাতে সমাজতান্ত্ৰিক বিপ্লৱৰ কাম আগবঢ়াই নিয়াৰ প্ৰচেষ্টা কৰা উচিত। সমাজতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰিবৰ বাবেই প্ৰথমতে বুৰ্জোৱা স্বাধীনতাবোৰ আৰ্জন কৰি লোৱাটো ভাল। তেওঁলোকৰ মতে বিপ্লৱৰ প্ৰথম পৰ্যায়টো যিহেতু বুৰ্জোৱা বিপ্লৱৰ স্তৰ, গতিকে ৰাজক্ষমতাতো ইয়াৰ নেতৃত্ব বুৰ্জোৱাৰ হাতত থকাটো সমীচীন।

আনহাতে লেনিন আৰু তেওঁৰ অনুগামীসকলে ইয়াৰ ঘোৰ বিৰোধিতা

কৰিলে। তেওঁলোকৰ মত হ'ল যে ৰাছিয়াৰ বুৰ্জোৱা শ্ৰেণী ইমান শক্তিশালী নহয় যে নিজে তেওঁলোকে জাৰ স্বৈৰতন্ত্ৰক পৰাস্ত কৰি দেশত গণতন্ত্ৰ আৰু স্বাধীনতা প্ৰতিষ্ঠা কৰিব। বৰঞ্চ তেওঁলোকে সুযোগ-সুবিধা পালেই স্বৈৰতন্ত্ৰ আৰু সামন্ত শক্তিবোৰৰ লগত আপোচ কৰিব আৰু দেশৰ খাটিখোৱা জনগণৰ স্বাৰ্থৰ বিপৰীতে প্ৰতিবিপ্লৱৰ পক্ষ গ্ৰহণ কৰিব। আনহাতে ৰাছিয়াৰ দিনে দিনে বাঢ়ি অহা শ্ৰমিক শ্ৰেণী ৰাজনৈতিকভাৱে শক্তিশালী হৈ অহাৰ লগে লগে ই বুৰ্জোৱাক অপসাৰিত কৰি গণতান্ত্ৰিক বিপ্লৱৰো নেতৃত্ব গ্ৰহণ কৰিব। সমাজ-গণতন্ত্ৰী দলৰ নেতৃত্বত শ্ৰমিকসকলে আৰু শোষিত জনতাই এই বিপ্লৱৰ নেতৃত্ব দি বিজয় লাভ কৰাৰ পাছত সেই বিজয়ৰ ফল বুৰ্জোৱাক এৰি দিয়াৰ কোনো যুক্তি নাই। গতিকে গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰোতে স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে বুৰ্জোৱাৰ লগ লাগিলেও বিপ্লৱ সম্পন্ন হোৱাৰ লগে লগেই বুৰ্জোৱা গণতন্ত্ৰ প্ৰতিষ্ঠা বা শক্তিশালী কৰাৰ কামত নালাগি সমাজতান্ত্ৰিক বিপ্লৱো সম্পন্ন কৰি পেলোৱাৰ দিশত আগবাঢ়িব লাগিব।

যিহেতু বিপ্লৱৰ দুইটা স্তৰতেই শ্ৰমিক শ্ৰেণী নেতৃত্বত থাকিব, সেয়ে এই দুইটা পৰ্যায় দুটা সুকীয়া বস্তু নহয় বৰঞ্চ ইহঁত এক 'চিঙিব নোৱৰা যোগসূত্ৰৰে' বান্ধ খাই আছে। এটাৰ পৰা আনটো পৰ্যায়ক সেয়ে পৃথক কৰি চাব নোৱাৰি আৰু দুইটাৰ মাজত বিৰতি আছে বুলিও ক'ব নোৱাৰি।

প্ৰচণ্ড বিতৰ্ক হ'লেও এই প্ৰশ্নটোত অৱশ্যে মহাসভাত কোনো স্পষ্ট বিভাজন নহ'ল। সকলোৱে খচৰা কাৰ্যসূচীকে মানি ললে। কিন্তু, দুইটা চিন্তাৰ মাজৰ পাৰ্থক্য কিন্তু শেষ হৈ নগ'ল আৰু পাছলৈ বলচেভিক আৰু মানচেভিক গোটৰ মাজৰ ব্যৱধান বা পাৰ্থক্যৰ ইও এটা মূল কাৰণ হৈ পৰিল। মানচেভিকসকলে প্ৰথমটো আৰু বলচেভিকসকলে লেনিনৰ দ্বিতীয়টো মত গ্ৰহণ কৰিলে।

ইয়াৰ পাছত মহাসভাৰ কাৰ্যসূচীৰ আলোচ্য বিষয় আছিল দলৰ বিধি-ব্যৱস্থা আৰু সদস্যভুক্তিৰ চৰ্তসমূহ থিৰ কৰা। এই প্ৰশ্নত আটাইতকৈ বেছি তৰ্ক হ'ল আৰু সভাৰ দুটা গোটৰ মাজৰ বিভিন্নতা স্পষ্ট হৈ পৰিল।

সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ কোন সদস্য হ'ব পাৰিব? সদস্য হ'বৰ বাবে আবেদনকাৰীৰ কোনবোৰ গুণাগুণ থাকিব লাগিব?

এই প্ৰশ্নটোত লেনিনে অতি কঠোৰ মত পোষণ কৰিছিল। এটা শৃংখলাবদ্ধ সুসংহত দল গঠনৰ বাবে সদস্যভুক্তিৰ যোগ্যতা সম্পৰ্কে তেওঁ প্ৰস্তাৱ দিছিল যে যি লোকেই দলৰ কাৰ্যসূচী গ্ৰহণ কৰে আৰু ইয়াক বৈষয়িকভাৱে আৰু ইয়াৰ যিকোনো এটা সংগঠনতে ব্যক্তিগত অংশগ্ৰহণেৰে সাহায্য কৰে, তেনে লোকেই দলৰ সদস্য হ'বৰ বাবে যোগ্য বিবেচিত হ'ব।[৩]

এই ব্যক্তিগত অংশগ্ৰহণৰ প্ৰশ্নটোতে আটাইতকৈ বেছি মতভেদ হ'ল।

নতুন দলটো কেনে হোৱা উচিত সেই বিষয়ে লেনিনৰ বৰ স্পষ্ট আৰু দৃঢ় ধাৰণা আছিল। তেওঁ পেশাদাৰী বিপ্লৱীৰে গঠিত এটা সৰু, সুসংগঠিত আৰু শৃংখলাবদ্ধ দল গঠন কৰাটো বিচাৰিছিল। দলৰ দুৱাৰ যিকোনো সুবিধাবাদী লোকৰ বাবে মুকলি কৰি দি ইয়াক সোলাক-ঢোলোক এক গণসংগঠনৰ লেখীয়া বস্তু কৰি তোলাৰ তেওঁ ঘোৰ বিৰোধী আছিল। সেয়ে যেই সেই মানুহ যাতে দলত সোমাব নোৱাৰে তাৰ বাবে দলৰ সদস্যলকলৰ বাবে সংগঠনৰ কামত ব্যক্তিগত অংশগ্ৰহণৰ চৰ্তটো বাধ্যতামূলক কৰিব বিচাৰিছিল।

শত্ৰুপক্ষক লেনিনে কোনোদিন তুচ্ছজ্ঞান কৰা নাছিল। তেওঁ বুজিছিল যে জাৰৰ সংগঠিত গোপন পুলিচ বাহিনীৰ লগত মোকাবিলা কৰিবলৈ হ'লে দলৰ সদস্যসকল সুদক্ষ পেশাদাৰী বিপ্লৱী হ'ব লাগিব। সকলো সময়তেই তেওঁলোকে কেৱল বিপ্লৱৰ স্বাৰ্থতে কাম কৰিব লাগিব। আজৰি সময়ত ৰাজনীতি কৰিব বিচৰা বিপ্লৱী, অনভিজ্ঞ মানুহেৰে বুৰ্জোৱা বা পেটিবুৰ্জোৱাৰ ৰাজনৈতিক দল চলাব পাৰি—সাম্যবাদী বিপ্লৱী দল গঠন কৰিব নোৱাৰি।

ইয়াৰ উপৰিও দলটো তাত্ত্বিক আৰু আদৰ্শগতভাৱে বিশুদ্ধ হৈ থকাতো অতীব প্ৰয়োজন। যদি এই দিশত সামান্যতমো ঢিলাই দিয়া হয় তেনে নৰ্দমাৰ গেলাপানী বৰষুণৰ বতৰত ওফন্দি আহি চোতাল সোমোৱাদি বুৰ্জোৱা মতাদৰ্শৰ আৱৰ্জনা আহি বিপ্লৱী দলৰ মাজত সোমাই ইয়াৰ ক্ষতিসাধন কৰিবলৈ বেছি সময় নালাগে।

এটা বিপ্লৱী ৰাজনৈতিক দল নিজে কেতিয়াও গণসংগঠন হ'ব নোৱাৰে। এনে দলে বিভিন্ন গণসংগঠন গঢ়ি তুলিব পাৰে কিন্তু নিজে এনে চৰিত্ৰ গ্ৰহণ কৰাটো আত্মহত্যাৰে নামান্তৰ। এনে দলে জনসাধাৰণৰ লগত বিভিন্ন গণসংগঠনৰ মাধ্যমেৰে যোগাযোগ ৰাখে, নেতৃত্ব দিয়ে। এনে গণসংগঠনবোৰে দলৰ ৰাজনৈতিক নেতৃত্ব মানি লয়, কিন্তু, এইবোৰ দলৰ প্ৰত্যক্ষ অংশ নহয়। দল আৰু গণসংগঠনৰ মাজত এই পাৰ্থক্যতো ৰক্ষা কৰিব নোৱাৰিলে বিপ্লৱী দলে কেতিয়াও বিপ্লৱ সম্পন্ন কৰিব নোৱাৰে।

ইয়াৰ বিপৰীতে মহাসভাৰ আন এটা অংশই (যি পাছত মানচেভিক অংশ হৈ পৰে) সদস্যভুক্তিৰ যোগ্যতা ইমান কটকটীয়া কৰিব খোজা নাছিল। এওঁলোকৰ হৈ মাৰটভে এক বিকল্প প্ৰস্তাৱ উত্থাপন কৰে। ইয়াত ব্যক্তিগত অংশগ্ৰহণৰ ঠাইত নিয়মীয়া সহযোগিতা শব্দ দুটা সুমুৱাব খোজা হ'ল। কোৱা হ'ল যে পাৰ্টিৰ সদস্যৰ বাবে তেওঁলোককেই যোগ্য বিবেচিত কৰা হ'ব যি দলৰ কাৰ্যসূচী গ্ৰহণ কৰিব আৰু দলক বৈষয়িকভাৱে সহায় কৰিব আৰু দলৰ যিকোনো সংগঠনৰ নেতৃত্বৰ অধীনত ইয়াক নিয়মীয়া সহযোগিতা আগবঢ়াব।[৪]

অৰ্থাৎ দলত ব্যক্তিগত অংশগ্ৰহণেৰে কাম নকৰিলেও কথা নাই, দলৰ

যিকোনো সংগঠনৰ প্ৰতি নিয়মীয়া সহযোগিতা আগবঢ়ালেই এজন ব্যক্তি সদস্য হ'বলৈ উপযুক্ত বিবেচিত হ'ব।

স্বাভাৱিকতে এই ধাৰণা লেনিনৰ ধাৰণাৰ সম্পূৰ্ণ পৰিপন্থী। ইয়াৰ দ্বাৰা গণসংগঠনৰ দৰেই দলটো দুৱাৰ প্ৰায় সকলোলৈকে খুলি দিয়া হয়। স্বাভাৱিকতে এনে চিন্তাৰ উৎস হ'ল বুৰ্জোৱা উদাৰনৈতিকতা, শ্ৰমিক শ্ৰেণীৰ ঐক্য আৰু অনুশাসনৰ বিপৰীতে ব্যক্তিপ্ৰধান বুৰ্জোৱা উদাৰনৈতিক চিন্তাইহে এনে সোলোক-ঢোলোক বিপ্লৱী দলৰ কল্পনা কৰিব পাৰে।

প্ৰশ্নটো দেখাত খুব তুচ্ছ যেন লাগিব পাৰে, কিন্তু ভৱিষ্যৎ দলৰ গঠন কেনে হ'ব, চৰিত্ৰ কেনেকুৱা হ'ব, ই এটা পেশাদাৰী বিপ্লৱী দল হ'বনে, সকলো বাম ভাবাপন্ন লোকৰ এখন সন্মিলন হ'ব সেই কথা ইয়াৰ ওপৰতে নিৰ্ভৰ কৰিছে।

অৱশেষত প্ৰস্তাৱ দুটাৰ ওপৰত ভোট লোৱা হ'ল। ভোট গ্ৰহণত লেনিনৰ প্ৰস্তাৱটো মহাসভাত ২৮—২৩ ভোটৰ ব্যৱধানত পৰাজিত হ'ল আৰু মাৰটভৰ প্ৰস্তাৱটো ২৮—২২ ভোটত গৃহীত হ'ল। নৰমপন্থীসকলৰ জয় হ'ল। এই ঘটনাই মহাসভা আৰু দলৰ মাজলৈ প্ৰথম বিভাজনৰ বীজ কঢ়িয়াই আনিলে। যদিও এই বিভাজন তেতিয়াই স্পষ্ট হৈ নপৰিল, তথাপিও ঘটনাপ্ৰবাহ এইবাৰ অৱশ্যম্ভাৱী বিভাজনৰ ফাললৈকে গতি কৰিলে।

ইয়াৰ পিছৰ প্ৰশ্নটো আছিল কেন্দ্ৰীয় কমিটিৰ নিৰ্বাচন।

এই নিৰ্বাচনৰ আগতে মহাসভাই গ্ৰহণ কৰা দলৰ নতুন বিধি-ব্যৱস্থা অনুসৰি মহাসভাত অংশ লোৱা সংগঠনবোৰৰ ভোটাধিকাৰৰ যোগ্যতা বিচাৰ কৰিবলগীয়া হ'ল। প্ৰথমেই ইহুদী জাতীয় সংগঠন বাণ্ডৰ সম্পৰ্কে বিচাৰ হ'ল। এই বাণ্ডৰ সদস্যসকল এনেয়েও মহাসভাৰ অন্যান্য কাম-কাজত বৰ বেছি আগ্ৰহী নাছিল, প্ৰথমৰ পৰাই তেওঁলোকৰ চেষ্টা আছিল নিজৰ সংখ্যালঘু অৱস্থিতিৰ স্বীকৃতি আদায় কৰা আৰু বাণ্ডক সমগ্ৰ ইহুদী জাতিৰ একমাত্ৰ প্ৰতিনিধি হিছাপে প্ৰতিষ্ঠা কৰা।[৮]

ইহুদী জাতি, বিশেষকৈ ইহুদী সৰ্বহাৰাৰ একমাত্ৰ প্ৰতিনিধি হিছাপে স্বীকৃতি বিচৰাৰ দাবী মহাসভাৰ বেছিভাগ সদস্যই তৎকালে নামঞ্জুৰ কৰিলে।

বাণ্ডৰ নেতাসকলে আনকি ইমানো কৈছিল যে শোষিত জাতি হিছাপে ইহুদীসকলৰ জাতীয় অস্তিত্ব ৰক্ষাটোৱেই মূল সমস্যা, আৰু ইয়াৰ স্বাৰ্থতে জাতিটোৰ মাজত শ্ৰেণীসংগ্ৰাম গঢ়ি তোলাৰ পৰিৱৰ্তে জাতীয় ঐক্যৰ নামত শ্ৰেণী সমন্বয়হে গঢ়ি তোলা বাঞ্ছনীয়। এনে অৱস্থিতিৰ প্ৰতি স্বাভাৱিকতেই কোনো বিপ্লৱী শক্তিয়ে সমৰ্থন জনাব নোৱাৰে।

নিজৰ প্ৰস্তাৱ নামঞ্জুৰ হোৱাত মহাসভাৰ ২৭ তম বৈঠকৰ পাছত বাণ্ডৰ প্ৰতিনিধিয়ে মহাসভা ত্যাগ কৰি ওলাই গ'ল। ইয়াৰ লগে লগে লেনিনৰ প্ৰস্তাৱৰ বিৰোধিতা কৰা ৩ টা ভোট কম হৈ গ'ল।

ইয়াৰ পাছত মহাসভাই দলৰ বিদেশত থকা সংগঠনক স্বীকৃতি দিয়াৰ প্ৰশ্ন উঠিল। মহাসভাত এনে দুটা সংগঠনে যোগদান কৰিছিল। মহাসভাই নীতিগতভাৱে এটা সংগঠনকহে স্বীকৃতি দিয়াৰ সিদ্ধান্ত ললে। এই দুটাৰ ভিতৰত প্ৰথমটো আছিল বৈপ্লৱিক সমাজ-গণতন্ত্ৰী লীগ; লেনিন নিজে মহাসভালৈ এই সংগঠনৰ প্ৰতিনিধি হৈ আহিছিল, আৰু আনটো আছিল বিদেশৰ ৰুচ সমাজ-গণতান্ত্ৰিক ইউনিয়ন—'ইউনিয়ন অব ৰাচিয়ান চচিয়েল ডেমক্ৰেটচ এব্ৰড'। ইয়াৰ পৰা মহাসভালৈ মাৰ্টিনভ আৰু আকিমভ নিৰ্বাচিত হৈছিল। মহাসভাই এইবাৰ এই দ্বিতীয় সংগঠনটোৰ স্বীকৃতি বাতিল কৰিলে ফলত ইয়াৰ দুইজন প্ৰতিনিধিৰ ভোটাধিকাৰ বন্ধ হ'ল। ফলত লেনিনবিৰোধী ভোট আৰু কমিল।

এনেদৰে লেনিনৰ প্ৰস্তাৱৰ বিৰোধী ৭টা ভোট কমিল আৰু মহাসভাত ইস্ক্ৰাপন্থী লেনিন সমৰ্থকসকল, যাৰ প্ৰতি সেই সময়ত প্লেখানভৰো সমৰ্থন আছিল, এইবাৰ সংখ্যাগৰিষ্ঠ হৈ পৰিল।

ইয়াৰ পিছতেই দলৰ কেন্দ্ৰীয় মুখপত্ৰখনৰ সম্পাদনা সমিতিখন গঠন কৰাৰ প্ৰসংগ আহি পৰিল। ইস্ক্ৰা কাকতখনকেই ইতিমধ্যে দলে নিজৰ কেন্দ্ৰীয় মুখপত্ৰ কৰি লবলৈ মহাসভাত সিদ্ধান্ত লৈছে। এই সম্পাদকীয় সমিতিখনেই দলৰ শীৰ্ষ তাত্ত্বিক নেতৃত্বকাৰী সংগঠনৰ দৰে হৈ পৰিব, কিয়নো দলৰ সমগ্ৰ তাত্ত্বিক আৰু আদৰ্শাত্মক বিকাশ আৰু আন্দোলনৰ এই সমিতিয়েই গঢ়ি ধৰিব। আগতে এই সমিতিৰ সদস্য সংখ্যা আছিল ৬ জন। এতিয়া মহাসভাত এই সংখ্যা কমাই ৩ জন কৰিবলৈ প্ৰস্তাৱ তোলা হ'ল আৰু প্লেখানভ, লেনিন আৰু মাৰটভৰ নাম প্ৰস্তাৱ কৰা হ'ল।

সম্পাদনা সমিতিৰ সদস্য সংখ্যা কমোৱাৰ প্ৰস্তাৱত লেনিনৰ পূৰ্ণ সমৰ্থন আছিল। আগৰ ছজনীয়া সম্পাদনা সমিতি লৈ ইস্ক্ৰাৰ কাম-কাজ কৰা যে কিমান অসুবিধাজনক সেই কথা তেওঁ বুজি পাইছিল।

মাৰটভে কিন্তু এই প্ৰস্তাৱৰ তীব্ৰ বিৰোধিতা কৰিলে। মাৰটভ আছিল ৰাজনৈতিক দিশৰ পৰা নৰমপন্থী; উদাৰনৈতিকতাৰ মতাদৰ্শৰ দ্বাৰা তেওঁ প্ৰভাৱিত আছিল। তেওঁ ভাবিলে যে সম্পাদনা সমিতিৰ বাকী দুজন কঠোৰ-পন্থী সদস্য প্লেখানভ আৰু লেনিনে তেওঁক সদায় সমিতিত পৰাজিত কৰিব। সেয়ে তেওঁ দলৰ মাজত 'সামৰিক শাসন' প্ৰৱৰ্তন কৰি সকলো গণতান্ত্ৰিক পৰম্পৰা ধ্বংস কৰিব খোজা হৈছে বুলি কঠোৰপন্থীসকলৰ বিৰুদ্ধে গুৰুতৰ অভিযোগ তুলিলে। প্ৰশ্নটো লৈ তীব্ৰ বিতৰ্ক আৰম্ভ হ'ল।[৪]

অৱশেষত প্ৰশ্নটোৰ ওপৰত মহাসভাত ভোট গ্ৰহণ কৰা হ'ল। ২৫ জন সদস্যই সপক্ষে আৰু দুজনে বিপক্ষে ভোট দিলে কিন্তু সোতৰজন সদস্য ভোটদানৰ পৰা বিৰত থাকিল। মহাসভাৰ মাজৰ বিভাজন অধিক প্ৰকট হৈ

আহিবলৈ ধৰিলে। দলটোকে সংখ্যাগৰিষ্ঠ আৰু সংখ্যালঘু দুটা গোট হৈ পৰিল।

এই নিৰ্বাচনৰ পাছত মাৰটভে সংখ্যাগুৰুৰ ৰায় মানি লবলৈ অমান্তি হ'ল। তেওঁ সম্পাদনা সমিতিৰ সদস্যপদ প্ৰত্যাখ্যান কৰিলে। তেওঁৰ লগে লগে সংখ্যালঘু গোটটোৱে এই মহাসভাত আৰু কোনো ধৰণৰ নিৰ্বাচনত অংশ গ্ৰহণ কৰিবলৈ অসম্মত হ'ল। ফলত এইবাৰ সংখ্যাগুৰু গোটটোৱে দলৰ কেন্দ্ৰীয় কমিটিৰ বাবে সদস্য বাছনি অকলে কৰিবলৈ বাধ্য হ'ল। তেওঁলোকে প্লেখানভক দলৰ সভাপতি নিৰ্বাচিত কৰিলে।

ইয়াৰ পাছত আহিল দলৰ সৰ্বোচ্চ নেতৃত্বকাৰী সংগঠন পাৰ্টি কাউন্সিলৰ গঠনৰ পাল। দলৰ বিধি অনুযায়ী এই কাউন্সিল হ'ব পাঁচ জনীয়া। ইয়াৰ সভাপতিজনক মহাসভাই পোনপটীয়াকৈ নিৰ্বাচিত কৰিব আৰু দলৰ কেন্দ্ৰীয় সমিতি আৰু দলৰ মুখপত্ৰ ইস্ক্ৰাৰ সম্পাদনা সমিতিৰ পৰা এই কাউন্সিললৈ দুজনকৈ সদস্য থাকিব। এই কাউন্সিল কেৱলমাত্ৰ দলৰ মহাসভা বা কংগ্ৰেছৰ প্ৰতিহে দায়বদ্ধ থাকিব।

মহাসভাই এইবাৰ প্লেখানভক দলীয় কাউন্সিলৰ সভাপতি হিচাপে নিৰ্বাচিত কৰিলে। ইস্ক্ৰাৰ সম্পাদনা সমিতিৰ তৰফৰ পৰা লেনিনো এই কাউন্সিললৈ মনোনীত হ'ল।

মহাসভাৰ কাম-কাজ শেষ হৈ আহিল।

এই ঐতিহাসিক মহাসভাই দেশত এটা ঐক্যবদ্ধ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ জন্ম দিলে কিন্তু এই জন্মলগ্নতেই দলটো সংখ্যাগুৰু (লেনিনৰ অনুগামী সকল) আৰু সংখ্যালঘু এই দুটা গোটত বিভক্ত হৈ পৰিল। ৰুচ ভাষাৰ সংখ্যাগুৰু বা বলচেভিক শব্দটোৰ পৰা লেনিনৰ অনুগামী গোটটো ইতিহাসত বলচেভিক আৰু বাকীটো মানচেভিক বা সংখ্যালঘু (ৰুচ) হিচাপে পৰিচিত হৈ পৰিল। এই শব্দ দুটা ক্ৰমে ঐতিহাসিকভাৱে গুৰুত্বপূৰ্ণ হৈ পৰিব।

এই বিভাজন কিন্তু সাধাৰণ দলীয় বিভাজন নাছিল। ই আছিল মূলতে এক আদৰ্শাত্মক বিভাজন যি সময়ত মাৰ্ক্সবাদৰ পক্ষৰ আৰু বিপক্ষৰ শিবিৰলৈ ৰূপান্তৰিত হৈছিল। ইয়াৰ বিষয়ে আমি ক্ৰমান্বয়ে পাই যাম।

মহাসভাৰ অন্তত সদস্যসকলে লণ্ডনৰ হাইগেট কবৰস্থানত মাৰ্ক্সৰ সমাধিলৈ গৈ সম্মান জনায় আৰু তাৰ পাছত এজন এজনকৈ নিজৰ কৰ্মক্ষেত্ৰলৈ উভতি যায়। লেনিনো নতুন উৎসাহেৰে কাম কৰিবৰ বাবে জেনেভালৈ উভতি যায়। এক নতুন অধ্যায়ৰ আৰম্ভ হয়।

# ২২

## ‘এখোজ আগলৈ গৈ দুখোজ পিছলৈ’— মহাসভাৰ পাছৰ তিতাকেঁহালগা পৰিস্থিতি



● প্লেখানভৰ লেনিনক সমালোচনা ● দলৰ বিশুদ্ধতাৰ প্ৰশ্ন আৰু বিভাজনৰ স্বৰূপ নিৰ্ণয় ● বুৰ্জোৱা ব্যক্তিপ্ৰৱণতা আৰু সুবিধাবাদ ● তৃতীয় মহাসভাৰ প্ৰস্তুতি—বলচেভিক গোটৰ স্বকীয়া মুখপত্ৰ প্ৰকাশ ● তৃতীয় কংগ্ৰেছ—১৯০৫ শিবিৰ বিভাজন সম্পূৰ্ণ ● বিপ্লৱৰ পাছৰ অস্থায়ী চৰকাৰত অংশগ্ৰহণৰ প্ৰশ্ন।

**টীকা আৰু প্ৰসংগ ঃ**

(1) "An opportunist by his very nature always evades taking a clear decisive stand, he will always seek a middle course—between two mutually exclusive points of view and try to agree with both. Lenin in 'One step forward, two step back, The crisis in our party.' Collected works. Vol. 7. pp 404

(2) Lenin—A Biography, Progress Publishers, Moscow p. 103

(3) Lenin, V. I—Collected Works Vol. 7. p 415—'In its struggle for power the proleteriate has no other weapon but organisation. The proleteriate can—become an invincible force only through its ideological unification on the principles of Marxism being reinfored by the material unity of organisation

(4) Lenin, V I.—Collected works. Vol. 8. p. 64

(5) Lenin—A Biography, Progress Publishers, Moscow p. 108.

(6) ibid p. 118.

দ্বিতীয় কংগ্ৰেছৰ পাছত ঘটনাচক্ৰ খুব দ্ৰুতভাৱে ঘূৰিবলৈ ধৰিলে।

দলৰ মাজৰ শিবিৰ বিভাজন দিনে দিনে বাঢ়ি গৈ থাকিল।

দুইটা শিবিৰেই স্বকীয়া স্বকীয়াকৈ কাম কৰিবলৈ আৰম্ভ কৰিলে। অকল সেয়ে নহয়, শিবিৰ দুটাৰ মাজতো শক্তিৰ পুনৰ্বিন্যাস আৰম্ভ হ'ল।

এই ক্ষেত্ৰত আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকা আছিল প্লেখানভৰ।

মহাসভাৰ শেষলৈকে সংখ্যাগৰিষ্ঠ বলচেভিক শিবিৰৰ লগত থকা প্লেখানভে এইবাৰ মানচেভিক শিবিৰৰ ফালে ঢাল খাবলৈ আৰম্ভ কৰিলে।

তেওঁ প্ৰথমেই মহাসভাৰ সিদ্ধান্তৰ বিপৰীতে গৈ ইস্ক্ৰাৰ সম্পাদনা সমিতিখন দলৰ সভাপতি হিচাপে পূৰ্বৰ সমানকৈ ডাঙৰ কৰি ললে আৰু পূৰ্বৰ আটাই-কেউজন সদস্যকেই এই সমিতিত অন্তৰ্ভুক্ত কৰি ললে। লেনিনে এই কামৰ তীব্ৰ বিৰোধিতা কৰিলে আৰু প্লেখানভক দ্বিতীয় কংগ্ৰেছৰ সিদ্ধান্তৰ বিৰোধিতা নকৰিব এইবোৰ বাহানা ৰাখিবলৈ ক'লে। প্লেখানভে কিন্তু লেনিনৰ কথা নুশুনিলে। এনে ধৰণৰ সুবিধাবাদী কাম-কাজ আৰু একতাৰ লগত নিজকে নাসাঙুৰিবলৈ লেনিনে ইস্ক্ৰাৰ সম্পাদনা সমিতিৰ পৰা পদত্যাগ কৰিলে।

ইস্ক্ৰা কাকতখন এইবাৰ সম্পূৰ্ণভাৱে মানচেভিক গোটটোৰ দখললৈ গ'ল। কাকতখনৰ ৫২নং সংখ্যাটোত প্লেখানভে লেনিনক আৰু লেনিনৰ নীতিক বৰ বেয়াকৈ আক্ৰমণ কৰিলে।

সম্পাদনা সমিতিৰ পৰা পদত্যাগ কৰাৰ পাছত লেনিন আৰু তেওঁৰ অনুগামীসকল দলৰ কেন্দ্ৰীয় কমিটিত অধিক সক্ৰিয় হৈ পৰিল। লেনিনক কেন্দ্ৰীয় কমিটিৰ সদস্য হিচাপে অন্তৰ্ভুক্ত কৰা হ'ল আৰু এইবাৰ ইস্ক্ৰাৰ সম্পাদনা সমিতিৰ পৰিবৰ্তে তেওঁক কেন্দ্ৰীয় কমিটিৰ তৰফৰ পৰা দলৰ শীৰ্ষ নেতৃত্বকাৰী সংগঠন পাৰ্টি কাউন্সিললৈ নিৰ্বাচিত কৰা হ'ল।

কিন্তু দলৰ শীৰ্ষ পাৰ্টি কাউন্সিলতো সভাপতি প্লেখানভ আৰু ইস্ক্ৰাৰ দুজন মানচেভিক সদস্যৰে মানচেভিক শিবিৰটো শক্তিশালী হৈ পৰিল। কাউন্সিলৰ প্ৰতিখন বৈঠকতে তুমুল তৰ্কবাদ হ'বলৈ আৰম্ভ কৰিলে, লেনিনে বাৰে বাৰে মানচেভিক গোটটোৰ সুবিধাবাদী আৰু উদাৰনৈতিক নীতিৰ বিৰুদ্ধে প্ৰতিবাদ কৰি সভাকক্ষ ত্যাগ কৰিব লগা অৱস্থা পালেঁহি।

একে লগে থাকি কাম কৰাটো আৰু অসম্ভৱ হৈ পৰিল। কেন্দ্ৰীয় কমিটিৰ বাহিৰে দলৰ মাজত বলচেভিকসকল প্ৰায় অকলশৰীয়া হৈ পৰিল।

মানচেভিকসকলৰ বিৰুদ্ধে সংগ্ৰাম আৰম্ভ কৰাটো অপৰিহাৰ্য হৈ পৰিল। লেনিনে প্ৰথমে দলৰ সাধাৰণ সদস্যসকলক উদ্দেশ্য কৰি এখন প্ৰচাৰ পত্ৰ প্ৰকাশ কৰিলে। ইয়াত তেওঁ ইস্ক্ৰাৰ সম্পাদকীয় সমিতিৰ পৰা কিয় পদত্যাগ কৰিব-লগীয়া হ'ল তাক ব্যাখ্যা কৰি মানচেভিকসকলৰ সুবিধাবাদী স্বৰূপ উদঙাই দেখুৱালে। ইয়াৰ পাছতে তেওঁ বলচেভিক সদস্যসকলৰ এখন বিশেষ বৈঠক

আহ্বান কৰিলে। এই বৈঠকত সমস্যাটোৰ বিভিন্ন দিশ খৰচি মাৰি আলোচনা কৰাৰ পাছত মানচেভিকসকলে সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত যি সুবিধা-বাদী আৰু উদাৰনৈতিক ধাৰা আনি সুমুৱাব খুজিছে তাৰ বিৰুদ্ধে কঠোৰ মতাদৰ্শগত সংগ্ৰাম চলোৱাটো ঠিৰাং কৰা হয়। এই সংগ্ৰামৰ মাজেদি দেশৰ বিপ্লৱী শক্তিবোৰক ঐক্যবদ্ধ কৰি সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজৰ পৰা মানচেভিকসকলক বহিষ্কাৰ কৰিবৰ বাবে সোনকালেই এখন তৃতীয় কংগ্ৰেছ অনুষ্ঠিত কৰাৰ প্ৰস্তুতি লবলৈ ঠিক কৰা হয়।

দলৰ মতাদৰ্শগত বিশুদ্ধতা ৰক্ষা কৰিবই লাগিব, ইয়াৰ অবিহনে বিপ্লৱী দল সম্ভৱ নহয়, বিপ্লৱো অসম্ভৱ।

এই সংগ্ৰামৰে অংশ হিছাপে লেনিনে এখন কিতাপ লেখিলে। যেতিয়াই সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত মতাদৰ্শগত সংকটে দেখা দিছে, তেতিয়াই লেনিনে এনেদৰে একোখন তাত্ত্বিক আৰু প্ৰায়োগিক কিতাপ লেখিছে। এই কিতাপবোৰত তেওঁ বিতৰ্কবোৰৰ চৰিত্ৰ নিৰ্ণয় আৰু সাৰ সংকলন কৰি মাৰ্ক্সবাদৰ বিকাশৰ চেষ্টা কৰিছে। লেনিনৰ তাত্ত্বিক স্পষ্টতা আৰু ৰাজনৈতিক ব্যুৎপত্তি এই লেখাবোৰৰ মাজেৰেই ফুটি উঠে।

এইবাৰ তেওঁ দ্বিতীয় কংগ্ৰেছত হোৱা মতাদৰ্শগত সংগ্ৰামৰ প্ৰকৃত চৰিত্ৰ উদঙাই দেখুৱাবৰ বাবে 'এখোজ আগলৈ, দুখোজ পাছলৈ—আমাৰ দলত হোৱা সংকট' নামেৰে কিতাপখন প্ৰকাশ কৰিলে। ৰুচ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ ইতিহাসত ই এক নতুন দিশৰ সূচনা কৰিলে। তেওঁ দেখুৱালে যে ৰুচ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত বলচেভিক আৰু মানচেভিক এই দুই শিবিৰ বিভাজন কোনো এক বিচ্ছিন্ন ঘটনা নহয়, বৰঞ্চ ই আন্তৰ্জাতিক শ্ৰমিক আন্দোলনৰ মাজত থকা মাৰ্ক্সবাদী বৈপ্লৱিক ধাৰা আৰু সুবিধাবাদী আপোচকামী ধাৰাৰ মাজৰ নিৰন্তৰ সংগ্ৰামৰে প্ৰতিফলনহে মাত্ৰ।

ৰুচ দলৰ মাজত মাৰটভৰ নেতৃত্বত যি সুবিধাবাদে আত্মপ্ৰকাশ কৰিছে সি সমগ্ৰ দলটোকে ক্ষতি কৰিবলৈ উপক্ৰম কৰিছে।

এনে সুবিধাবাদীৰ চৰিত্ৰনো কেনে ?

"সুবিধাবাদীৰ স্বভাৱেই হ'ল যে সি কেতিয়াও কোনো প্ৰশ্নতে এটা স্পষ্ট অৱস্থান গ্ৰহণ নকৰে—এনে স্পষ্ট স্থিতি গ্ৰহণ কৰাৰ পৰা সি সদায় পলাই ফুৰে, সি সদায় দুটা বিপৰীতধৰ্মী মতাদৰ্শৰ মাজত এটা অৱস্থান লবলৈ বিচাৰে আৰু দুইটা মতাদৰ্শৰ লগতে সম্মতি জনাবলৈ চেষ্টা কৰে..."[1]

সুবিধাবাদীৰ কোনো নিজস্ব আদৰ্শগত চৰিত্ৰ নাথাকে।

এনে সুবিধাবাদৰ উৎসনো কি ? ক'ৰ পৰা ই জন্ম লাভ কৰে ?

লেনিনৰ মতে বুৰ্জোৱা বুদ্ধিজীৱীসুলভ ব্যক্তিপ্ৰৱণতা—**Bourgeoise intellectual individualism** হ'ল এনে সুবিধাবাদৰ উৎস। এনে প্ৰৱণতাই

এহাতে দলীয় শৃংখলা মানিব নোখোজে, তাত্ত্বিক আৰু মতাদৰ্শগত শৃংখলাক জয় কৰে আৰু গণতন্ত্ৰৰ নাম লৈ সংগঠনক দুৰ্বল কৰিবলৈ ইয়াৰ দুৱাৰ বিকোনো মানুহৰ বাবেই মুকলি কৰি দিব খোজে। শ্ৰমিক শ্ৰেণীৰ মতাদৰ্শ আৰু দলত এনে বুৰ্জোৱা মতবাদৰ কোনো স্থান থাকিব নোৱাৰে, কিন্তু মাৰটভক্তে ধৰি মানচেভিকসকলে আনকি এই পৰ্যন্তও কৈ পেলাইছে যে 'প্ৰতিজন হৰতাল কৰা ব্যক্তিয়ে নিজকে পাৰ্টিৰ সদস্য বুলি ক'ব পাৰিব।' ই হ'ল সুবিধাবাদৰ এক চূড়ান্ত ৰূপ। সৰ্বহাৰা শৃংখলাৰ বিৰুদ্ধে এনেদৰেই তেওঁলোকে নৈৰাজ্যবাদক সমৰ্থন কৰিছে, সংগঠনৰ দুৱাৰ পেটিবুৰ্জোৱা সুবিধাবাদীৰ বাবে খুলি দিব বিচাৰিছে আৰু শেষ বিচাৰত শ্ৰমিক শ্ৰেণীৰ দলৰ ঐতিহাসিক ভূমিকাকে নাকচ কৰি পেলাইছে।[2]

এনে সুবিধাবাদক নিৰ্মূল কৰিবলৈ হ'লে সমাজ-গণতান্ত্ৰিক দলত সদস্য অন্তৰ্ভুক্তিৰ ক্ষেত্ৰত কঠোৰ নীতি মানি চলিব লাগিব যাতে কোনোমতে এনে ধৰণৰ সুবিধাবাদী ব্যক্তি সংগঠনৰ মাজত সোমাব নোৱাৰে। দলৰ শৃংখলা আৰু মতাদৰ্শগত বিশুদ্ধতা ৰক্ষা কৰিবৰ বাবে দলৰ সকলো সদস্যই কিছুমান নীতি-নিয়মো মানি চলাতো প্ৰয়োজন। কিতাপখনত লেনিনে এনে বিধিবোৰো লিপিবদ্ধ কৰে। এইবোৰ আছিল এনে—১ সকলোৱে কঠোৰভাৱে দলৰ নিয়মবোৰ মানি চলিব লাগিব, ২. সকলো সদস্যৰ বাবে দলীয় অনুশাসন বিধি একে হ'ব আৰু সকলোৰে ওপৰত ই সমানে প্ৰযোজ্য হ'ব, ৩ দলত গণতান্ত্ৰিক কেন্দ্ৰিকতাৰ ভিত্তিত সকলো কাম-কাজ হ'ব লাগিব, ৪. দলীয় সদস্যসকলে স্বাধীনভাৱে ৰাজনৈতিক কাম-কাজ কৰিব লাগিব, ৫ দলত সমালোচনা আৰু আত্মসমালোচনাৰ পৰিৱেশ আৰু অভ্যাস গঢ়ি তুলিব লাগিব, ৬ যৌথ নেতৃত্বৰ নীতিৰে দল পৰিচালিত হ'ব।

লেনিনে বান্ধি থৈ যোৱা বিধিবোৰেই আজিও বিপ্লৱী আৰু সমাজবাদী দলবোৰ পৰিচালিত হৈ আহিছে।

দলৰ গঠন আৰু চৰিত্ৰৰ ওপৰত লেনিনে ইমান গুৰুত্ব কিয় দিছিল। কিয় সংগঠনৰ প্ৰশ্নত তেওঁ ইমান আঁকোৰগোজভাৱে মতাদৰ্শগত বিশুদ্ধতা ৰক্ষা কৰিব বিচাৰিছিল, সামান্য নমনীয়তা নেদেখুৱাইছিল, অকণমানো এৰাধৰা নকৰিছিল। লেনিনে এই প্ৰশ্নত ইমান গোড়া আছিল এইকাৰণেই যে তেওঁ দলটোক শ্ৰমিক শ্ৰেণীৰ বিপ্লৱ সম্পাদন কৰাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ হাতিয়াৰ হিচাপে গণ্য কৰিছিল।

"ক্ষমতাৰ যুদ্ধত সৰ্বহাৰাৰ হাতত সংগঠনৰ বাহিৰে আন কোনো অস্ত্ৰ নাই। সৰ্বহাৰা শ্ৰেণীয়ে মাৰ্ক্সবাদৰ নীতিৰ ভিত্তিত মতাদৰ্শগত ঐক্যৰে আৰু বাস্তৱত ইয়াৰ সহায়ক ৰূপে সাংগঠনিক ঐক্যৰে এক প্ৰচণ্ড শক্তিত পৰিণত হ'ব পাৰে।'—লেনিন।[3] সেয়ে সংগঠনৰ প্ৰশ্নটোত সৰ্বহাৰা শ্ৰেণীয়ে অকণো

এনাধৰণৰ কৰিব নোৱাৰে। সুবিধাবাদীহঁতক আঁতৰত ৰাখিবলৈকে সদস্যৰ যোগ্যতাৰ ধাৰাটোত সদস্যসকলে দলৰ সংগঠনত ব্যক্তিগত অংশগ্ৰহণেৰে সক্ৰিয়ভাৱে কাম কৰাতো বাধ্যতামূলক কৰা প্ৰয়োজনীয়।

ইতিমধ্যে দেশৰ আৰু পৃথিৱীৰ পৰিস্থিতি দ্ৰুত গতিত সলনি হ'ব ধৰিছে। জাৰতন্ত্ৰী ৰাচিয়া আৰু জাপানৰ মাজত যুদ্ধ আৰম্ভ হৈছে। এই পৰিস্থিতি তথা দলৰ সমস্যাবোৰৰ বিষয়ে আলোচনা কৰিবৰ বাবে ১৯০৪ চনৰ আগষ্ট মাহত জেনেভা নগৰীত বাইশজন নেতৃস্থানীয় বলচেভিকৰ এখন সম্মিলন অনুষ্ঠিত কৰা হ'ল। এই সম্মিলনতে প্ৰথমবাৰৰ বাবে আনুষ্ঠানিকভাৱে তৃতীয় কংগ্ৰেছৰ বাবে আহ্বান জনোৱা হ'ল।

চেপ্তেম্বৰৰ পৰা ডিচেম্বৰ মাহলৈকে সমগ্ৰ ৰাচিয়া জুৰি তৃতীয় কংগ্ৰেছৰ বাবে প্ৰস্তুতি চলোৱা হ'ল। বুচ সংখ্যাগুৰু সমিতিৰ ব্যুৰো নামৰ সংগঠন এটা গঢ়ি লৈ সমাজ-গণতান্ত্ৰিক দলৰ সকলো স্তৰতে তৃতীয় কংগ্ৰেছৰ বাবে জোৰদাৰ আলোচনা আৰু প্ৰস্তুতি চলিল আৰু মানচেভিক সুবিধাবাদৰ লগত সকলোধৰণৰ সম্পৰ্ক ছেদ কৰিবলৈকো আহ্বান জনোৱা হ'ল।[4] ডিচেম্বৰ মাহত জেনেভাত আৰু এখন সভা পাতি বলচেভিক গোটৰ মুখপত্ৰ হিচাপে 'ভেপাৰিয়ড—অগ্ৰগামী' নামৰ এখন কাকত প্ৰকাশ কৰাৰ সিদ্ধান্তও লোৱা হ'ল।[5] এই কাকতৰ সম্পাদনা সমিতিত ৰাচিয়াৰ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ এজন প্ৰথম শাৰীৰ বুদ্ধিজীৱী আৰু শিক্ষাবিদ আনাতোলী লুনাচাৰস্কিয়েও যোগদান কৰিলে। এই বিপ্লৱী বুদ্ধিজীৱীজন একাধাৰে যেনেদৰে প্ৰচণ্ড মেধাৰ অধিকাৰী আছিল আনহাতে তেওঁ অতি বিতৰ্কিত চিন্তাৰ ব্যক্তিও আছিল। তেওঁৰ বিষয়ে পাছৰ অধ্যায়বোৰতো আমি বহু কথা পাই যাম।

তৃতীয় কংগ্ৰেছৰ কাম দ্ৰুতগতিত আগবাঢ়িবলৈ ধৰিলে।

১৯০৫ চনৰ এপ্ৰিল মাহৰ ২৫ তাৰিখে আকৌ লণ্ডন মহানগৰীতে ৰুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ তৃতীয় মহাসভা বা কংগ্ৰেছ অনুষ্ঠিত হ'ল। এই মহাসভাক প্ৰথম বলচেভিক কংগ্ৰেছ বুলিও ক'ব পৰা যায় কিয়নো ইয়ালৈ মানচেভিকসকলক নিমন্ত্ৰণ জনোৱা হৈছিল যদিও তেওঁলোক নাহিল। বৰঞ্চ জেনেভাত তেওঁলোকে স্বকীয়াভাৱে এখন মানচেভিক সম্মিলনহে আয়োজন কৰিলে।

বলচেভিক আৰু মানচেভিক শিবিৰৰ মাজত এইবাৰ আনুষ্ঠানিকভাৱে বিভাজন ঘটিল।

এই মহাসভাতে নকৈ সংগঠিত দলৰ বাবে এটা নতুন লক্ষ্য স্থিৰ কৰা হ'ল দলৰ মূল আৰু তাৎকালিক কাম হিচাপে জাৰ স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে সশস্ত্ৰ অভ্যুত্থানৰ জৰিয়তে প্ৰত্যক্ষ সংগ্ৰামৰ বাবে সৰ্বহাৰা শ্ৰেণীক সংগঠিত কৰিবলৈ সিদ্ধান্ত কৰা হ'ল।[6] ইয়াৰ উপৰিও স্বৈৰতন্ত্ৰক উৎখাত কৰাৰ পাছত যদি

অস্থায়ী অন্তৰ্বৰ্তীকালীন চৰকাৰ গঠন কৰা হয় তেনেহ'লে সেই চৰকাৰত অংশ গ্ৰহণ কৰাৰ পক্ষেও সিদ্ধান্ত লোৱা হ'ল। এই ক্ষেত্ৰত মানচেভিকসকলৰ বক্তব্য আছিল যে এনে অন্তৰ্বৰ্তীকালীন চৰকাৰ যিহেতু বুৰ্জোৱা চৰকাৰহে হ'ব, সেয়ে সমাজ-গণতান্ত্ৰিকসকলে ইয়াত অংশ গ্ৰহণ নকৰি বৈপ্লৱিক বিৰোধীদলৰ ভূমিকাহে পালন কৰা উচিত হ'ব। কিন্তু, তৃতীয় কংগ্ৰেছত লেনিন আৰু তেওঁৰ অনুগামীসকলে বিতৰ্কৰ মাজেৰে স্থিৰ কৰিলে যে বুৰ্জোৱা বিপ্লৱতো মুখ্য নেতৃত্বকাৰী শক্তিৰ ভূমিকা লোৱা শ্ৰমিক শ্ৰেণীয়ে এনে অন্তৰ্বৰ্তীকালীন চৰকাৰৰ পৰা আঁতৰি থকাৰ পৰিৱৰ্তে প্ৰতিবিপ্লৱক পৰাস্ত কৰিবলৈ আৰু শ্ৰমিক আন্দোলনক আগবঢ়াই নিবলৈ চৰকাৰত অংশগ্ৰহণ কৰিব লাগিব।

তৃতীয় কংগ্ৰেছে দলৰ সদস্যৰ যোগ্যতাৰ বিষয়ে লেনিনৰ প্ৰস্তাৱটো সম্পূৰ্ণভাৱে গ্ৰহণ কৰিলে আৰু এটা সুসংগঠিত, কটকটীয়া শ্ৰমিক শ্ৰেণীৰ বিপ্লৱী দল গঠনৰ বাবে বাস্তৱিক ভিত্তি তৈয়াৰ কৰিলে। দলৰ গঠনৰীতিৰো পৰিৱৰ্তন কৰি কেন্দ্ৰীয় কমিটিকেই দলৰ শীৰ্ষ নেতৃত্বকাৰী সংগঠন কৰি তোলা হ'ল আৰু লেনিনক কেন্দ্ৰীয় কমিটিৰ সভাপতিৰূপে নিৰ্বাচিত কৰা হ'ল। 'সৰ্বহাৰা—প্ৰলিটাৰি' নামে এখন নতুন আলোচনী দলৰ মুখপত্ৰ হিচাপে প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱা হ'ল।

মানচেভিক গোটৰ পৰা বলচেভিকসকল সম্পূৰ্ণ পৃথক হৈ পৰিল।

তৃতীয় কংগ্ৰেছৰ সমাপ্তিৰ পিছতো আগৰবাৰৰ দৰে প্ৰতিনিধিসকল লেনিনৰ সৈতে মাৰ্ক্সৰ সমাধিলৈ সম্মান জনাবৰ বাবে গ'ল।

# ২৩

## 'মানচেভিক ৰাজনীতি'



● 'মানচেভিক' ৰাজনীতিৰ উৎস ● অৰ্থনীতিবাদী, আইনী মাৰ্ক্সবাদী চিন্তা আৰু মানচেভিক সুবিধাবাদ ● শ্ৰেণী অৱস্থান আৰু শ্ৰেণী দৃষ্টিভংগী ● বুৰ্জোৱা স্বাধীনতাৰ স্বৰূপ ● মানচেভিক ৰাজনীতিৰ সমৰ্থকৰ ভোট ● গণতান্ত্ৰিক বিপ্লৱত সমাজ-গণতান্ত্ৰিকৰ দুটা কৌশল ● ঐতিহাসিক বিচাৰ।

টীকা আরু গ্রন্থ ঃ


(1) Carr, E H.—The Bolshevık Revolutıon 3 Vol. Penguın Books, London. Vol. I p 35—48

(2) ıbıd p. 35.

(3) ıbıd p 38.

(4) ıbıd p. 39.

(5) ıbıd p. 55

(6) ıbid p. 55.

(7) ibıd, p 52.

(8) Lenin, V. I.—Two Tactıcs of Socıal Democracy in the Democratic Revolution. Progress, Publıshers. Moscow

(9) Carr, E. H.—The Bolshevık Revolution pp. 53—55.

এই মানচেভিক সকলনো কোন আছিল ?

দলৰ বিভাজনৰ সময়ত বলচেভিকতকৈ মানচেভিক গোটটোৰ সমৰ্থক বহুত বেছি আছিল। দ্বিতীয় মহাসভাত বলচেভিকসকলে সংখ্যাগৰিষ্ঠতা লাভ কৰিবলৈ সক্ষম হৈছিল যদিও গোটেই সমাজ-গণতান্ত্ৰিক দলটোৰ মাজত মানচেভিক সকলৰ শক্তি বহু গুণে বেছি আছিল। বিভাজনৰ পাছত দলৰ গৰিষ্ঠ সংখ্যক লোকক তেওঁলোকেই নিয়ন্ত্ৰণ কৰিছিল। বিৰাট বিৰাট শ্ৰমিক ইউনিয়নবোৰতো তেওঁলোকৰ প্ৰভাৱ আছিল বেছি। বলচেভিক গোটটো সংখ্যা, সম্পদ, সংগঠন সকলো দিশৰ পৰাই প্ৰকৃততে আছিল সংখ্যালঘু আৰু সময়ত অকলশৰীয়াও।

বলচেভিকসকলৰ মূল শক্তি আছিল তাত্ত্বিক আৰু আদৰ্শগত বিশুদ্ধতা আৰু লেনিনৰ দৰে এজন বিচক্ষণ ৰাজনৈতিক নেতা।

ইয়াৰ বিপৰীতে মানচেভিকসকলৰ মূল আদৰ্শগত খোপনিবোৰ কেনে আছিল কিছুদূৰ চোৱাতো প্ৰয়োজন।

মাৰ্ক্সবাদৰ এটা মূল শিক্ষাই আছিল যে এখন মানৱ সমাজৰ বিকাশৰ ইতিহাসত প্ৰথমে বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন হয় বুৰ্জোৱাৰ নেতৃত্বত আৰু দেশত গণতান্ত্ৰিক সাংবিধানিক শাসনৰ প্ৰৱৰ্তন হয়। যেতিয়া এনে পুঁজিবাদী সমাজৰ মাজত দ্বন্দ্ব তীব্ৰ হৈ উঠে, তেতিয়া শ্ৰমিক শ্ৰেণীৰ নেতৃত্বত সমাজতান্ত্ৰিক বিপ্লৱ সম্পন্ন হয়। মানচেভিকসকলে বিপ্লৱৰ এই দুটা পৰ্যায়ক দুটা সম্পূৰ্ণ আচুতীয়া যোগাযোগহীন পৰ্যায় বুলি ধৰিছিল।

যিহেতু ৰাচিয়াত বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱেই সম্পন্ন হোৱা নাই, গতিকে প্ৰথমে ইয়াক সমাধা কৰি গণতন্ত্ৰ আৰু বুৰ্জোৱা স্বাধীনতা প্ৰতিষ্ঠাহে মূল কাম। এনে স্থিতিয়ে তেওঁলোকক এই বিপ্লৱ সম্পন্ন কৰাত বুৰ্জোৱা শ্ৰেণীক সহায় কৰা আৰু বিপ্লৱৰ পাছত বিপ্লৱী বিৰোধী দলৰ ভূমিকা পালন কৰাৰ লেখীয়া ৰাজনৈতিক অৱস্থানলৈ লৈ গৈছিল। এই বিষয়ে আগতে উল্লেখ কৰি অহা হৈছেই। এনে সূত্ৰায়নে তেওঁলোকৰ স্বাধীন উদ্যোগ নাইকিয়া কৰি পেলাইছিল আৰু সকলো কথাতে তেওঁলোক বুৰ্জোৱাৰ পাছে পাছে যাবলৈ বাধ্য হৈছিল।[1]

ৰাচিয়াৰ বুৰ্জোৱাৰ গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰিবলৈ থকা ঐতিহাসিক অসমৰ্থতাক তেওঁলোকে বুজি উঠা নাছিল। সেয়ে বুৰ্জোৱাই যেতিয়া সুযোগ পায়ো ১৯০৫ চনত এই বিপ্লৱ সমাধা কৰিব নোৱাৰিলে আৰু বিপ্লৱ বাদ দি জাৰ স্বৈৰতন্ত্ৰকে সমৰ্থন কৰি প্ৰচণ্ড আপোচ কৰিলে (এই বিষয়ে পৰৱৰ্তী অধ্যায়ত বিতংকৈ আলোচনা কৰা হৈছে), তেতিয়া মানচেভিকসকলৰ চোঁচৰীয়া অৱস্থা হ'ল।[2]

গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰাৰ বাবে বুৰ্জোৱা শ্ৰেণীৰ ওপৰত এনে নিৰ্ভৰ-

শীলতাৰ আৰু কেতবোৰ ভয়াবহ ঐতিহাসিক বিপদ আছে বিবোৰ মানচেভিক-সকলে মুঠেই উপলব্ধি কৰিব পৰা নাছিল।

বুৰ্জোৱা শ্ৰেণী স্বাভাৱিকতেই শ্ৰমিকৰ বিৰোধী শ্ৰেণী। এখাব সম্পূৰ্ণকৈ ক্ষমতালৈ অহাৰ পাছত বুৰ্জোৱাই কেতিয়াও শ্ৰমিক শ্ৰেণীক ৰাজনৈতিকভাৱে কোনো সুবিধা এৰি নিদিয়ে। বৰঞ্চ বিভিন্ন কৌশলেৰে, ক্ষমতাৰ সুবিধা আৰু শক্তিৰে, শ্ৰমিক শ্ৰেণীক ৰাজনৈতিকভাৱে সদায় দুৰ্বল আৰু বিভক্ত কৰিবলৈহে চাব। বুৰ্জোৱা গণতন্ত্ৰৰ বিভিন্ন অনুষ্ঠান, সংসদীয় প্ৰথা, ট্ৰেড ইউনিয়নৰ সংগ্ৰামৰ মাজত শ্ৰমিক শ্ৰেণীক আবদ্ধ কৰি ইয়াৰ বৈপ্লৱিক সম্ভাৱনাক নষ্ট কৰিবলৈ চেষ্টা কৰিব। পশ্চিম ইউৰোপৰ দেশবোৰত এনে কাম হৈ আহিছে। ইয়াৰ পৰা শিক্ষা লৈ সমাজ-গণতান্ত্ৰিকসকলে শ্ৰমিক আন্দোলনক ৰাজনৈতিক-ভাৱে পৰিচালিত কৰিব লাগিব। পশ্চিমীয়া আহি'ত বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ প্ৰথমে সম্পন্ন কৰি লৈ তাৰ পাছত সমাজবাদী আন্দোলনৰ সুত্ৰপাত ঘটাব খোজাৰ প্ৰচেষ্টা স্বাভাৱিকতেই বিফল হ'বলৈ বাধ্য।

সেয়েহে লেনিন আৰু বলচেভিকসকলে ইয়াৰ বিপৰীতে বিপ্লৱৰ দুইটা পৰ্যায়ৰ মাজত ছিঙিব নোৱৰা যোগসূত্ৰ থকাৰ কথা আৰু দুইটাতে সৰ্বহাৰা-সকলৰ নেতৃত্ব প্ৰতিষ্ঠা কৰাৰ কথা বাৰে বাৰে দোহাৰিছিল।

মানচেভিকসকলৰ এনে আপোচকামী সুবিধাবাদী মতাদৰ্শৰ সামাজিক ভিত্তি কি আছিল ?

আইনী মাৰ্ক্সবাদীহ'তৰ চিন্তাধাৰাৰ ধাৰাবাহিকতা মানচেভিকৰ মাজতো আহি সোমাইছিলহি। মুখেৰে বিপ্লৱী তত্ত্বৰ কথা কোৱা কিন্তু বাস্তৱত তাৰ প্ৰয়োগৰ কাম পিছুৱাই থোৱা—বিপ্লৱৰ বিমূৰ্ত তাত্ত্বিক ভাষণ দিয়া কিন্তু কটকটীয়া বিপ্লৱী দল গঠনৰ বাটত বাধাৰ সৃষ্টি কৰাতেই ইয়াৰ প্ৰমাণ হৈ যায়। বিপ্লৱ কৰাতকৈ বিপ্লৱী সংসদীয় বিৰোধী দল গঠনৰ চিন্তায়ো ইয়াকে প্ৰতিপন্ন কৰে। আইনী মাৰ্ক্সবাদীহ'তৰ বিমূৰ্ত তাত্ত্বিক কচৰৎ কৰা, কিন্তু বাস্তৱত একো কাম নকৰাৰ অভ্যাস মানচেভিকসকলৰ মাজত ভালদৰেই শিপাই আছিল।[৪]

অৰ্থনীতিবাদী প্ৰৱণতাও মানচেভিকহ'তৰ মাজত প্ৰবল আছিল। তেওঁলোকে অৰ্থনৈতিক শ্ৰেণীবিভাজনত গুৰুত্ব দিছিল হয়, কিন্তু এই অৰ্থনৈতিক শ্ৰেণীবোৰৰ ৰাজনৈতিক সাৰবস্তুকণ সম্বন্ধে উলাই কৰিছিল। শ্ৰমিক শ্ৰেণীৰ অৰ্থনৈতিক দাবীৰ আন্দোলনৰ বেদিকা তেওঁলোকে আগ্ৰহেৰে ঠেং দাঙি থাকিছিল যদিও, ৮ ঘণ্টীয়া কৰ্মদিনৰ দাবী, সামাজিক বীমা আঁচনি, স্বাধীনতা, ট্ৰেড ইউনিয়ন আদি দাবীৰ ক্ষেত্ৰত সোচ্চাৰ আছিল যদিও, স্বৈৰতন্ত্ৰ আৰু পুঁজিবাদক উৎখাত কৰিবলৈ শ্ৰমিক শ্ৰেণীক ৰাজনৈতিকভাৱে সচেতন আৰু সংগঠিত কৰাৰ ক্ষেত্ৰত তেওঁলোকৰ উৎসাহৰ জোৱাৰত ভাটা পৰিছিল। সচেতন দল গঠন আৰু ৰাজনৈতিক সংগ্ৰামতকৈ স্বতঃস্ফূৰ্ততাৰ ওপৰত অধিক

গুৰুত্ব দিছিল তেওঁলোকে। বাৰ্ণষ্টাইনৰ সংশোধনবাদী চিন্তাৰ প্ৰভাৱে মানচেভিকসকলক বিপ্লৱী দলৰ পৰা সংস্কাৰবাদী সংগঠনৰ ফালে ক্ৰমাগত টানি লৈ গৈছিল।

মানচেভিকসকলৰ এনে মতাদৰ্শই কেনেকৈ সঁচাকৈয়ে তেওঁলোকক ক্ৰমে বুৰ্জোৱাৰ লগত আপোচৰ দিশলৈ লৈ গৈ আছিল, আৰু শেষত প্ৰতিবিপ্লৱী শিবিৰত নি পেলাইছিলগৈ, সেই ট্ৰেজেডিৰ কাহিনী আমি ক্ৰমে পাই যাম। কিন্তু, গুৰুত্বপূৰ্ণ কথা হ'ল এইটোহে যে মানচেভিকসকলৰ এনে পৰিণামৰ উৎস কিন্তু তেওঁলোকে গ্ৰহণ কৰা মতাদৰ্শ আৰু তত্ত্বৰ মাজতেই নিহিত আছিল।

মানচেভিকৰ কাহিনীয়ে আমাক আকৌ এবাৰ লেনিনে কিয় শুদ্ধ তত্ত্ব আৰু শৃংখলাবদ্ধ সংগঠনৰ ওপৰত প্ৰথমৰ পৰা ইমান গুৰুত্ব দিছিল তাক বুজি উঠিবলৈ সহায় কৰে।

মানচেভিকসকলৰ শ্ৰেণী অৱস্থান আৰু শ্ৰেণী দৃষ্টিভংগী আছিল মূলতে পেটিবুৰ্জোৱা শ্ৰেণীৰ। সেয়ে শ্ৰমিক শ্ৰেণীৰ ৰাজনীতি কৰিবলৈ গৈ তেওঁলোকে পদে পদে উজুটি খাইছিল আৰু ভুল কৰিছিল। মৰীচিকা খেদাৰ দৰে তেওঁলোকেও ভ্ৰান্ত আদৰ্শ আৰু লক্ষ্যৰ পাছত ঘূৰি ফুৰিছিল।

বুৰ্জোৱা সামাজিক স্বাধীনতাবোৰৰ সম্পৰ্কে মানচেভিকসকলৰ অহেতুক মোহৰ ভিত্তি আৰু কাৰণো আছিল এয়েই।

বুৰ্জোৱা সামাজিক স্বাধীনতাবোৰক তেওঁলোকে প্ৰগতিশীল বুলি গণ্য কৰিছিল আৰু এই স্বাধীনতাবোৰ প্ৰতিষ্ঠাৰ বাবে অবিৰত সংগ্ৰাম চলাই যোৱাটো উচিত বুলি গণ্য কৰিছিল। কথাটো দেখাত একো বেয়া যেন নালাগে কিন্তু, লেনিনে ব্যাখ্যা কৰি দেখুৱাইছিল যে এই তথাকথিত বুৰ্জোৱা স্বাধীনতাবোৰ যেনে কথা কোৱাৰ, ভাব প্ৰকাশৰ, মুক্ত নিৰ্বাচন আদি সকলো সময়ৰে সকলো পৰিস্থিতিতে প্ৰগতিশীল বস্তু নহয়।[5]

যেতিয়া সমাজত বুৰ্জোৱা শ্ৰেণীয়ে নিজে প্ৰগতিশীল ভূমিকা পালন কৰে, অৰ্থাৎ গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰিবৰ বাবে যেতিয়া বুৰ্জোৱাই সক্ৰিয়ভাৱে সামন্তবাদ, মধ্যযুগীয় অন্ধকাৰ, কু-সংস্কাৰ, অন্ধবিশ্বাস, ধৰ্মীয় গোড়ামি আদিৰ বিৰুদ্ধে অবিৰত সংগ্ৰামেৰে প্ৰগতিশীল ভূমিকা পালন কৰে তেতিয়াহে প্ৰকৃততে এনে সামাজিক স্বাধীনতাৰ দাবীবোৰো প্ৰগতিশীল হৈ থাকে। এই বিশেষ ঐতিহাসিক পৰিস্থিতিতহে এইবোৰ সঁচাকৈয়ে কাম্য আৰু উচিত হয়।

কিন্তু, বুৰ্জোৱাই যেতিয়া নিজেই ইয়াৰ প্ৰগতিশীল ভূমিকা হেৰুৱাবলৈ আৰম্ভ কৰে, যেতিয়া ই প্ৰশাসন, স্বৈৰতন্ত্ৰৰ লগত মিতিৰালি কৰি ক্ষমতাৰ চক্ৰত সোমাই পৰে, যেতিয়া বুৰ্জোৱাই সাম্ৰাজ্যবাদী চৰিত্ৰ লয়, তেতিয়া ই নিজেও প্ৰগতিশীলতা হেৰুৱাই স্থিতাৱস্থা আৰু প্ৰতিক্ৰিয়াৰ আধাৰ হৈ পৰে আৰু

তেতিয়া তথাকথিত বুৰ্জোৱা স্বাধীনতাবোৰো সকলোফালৰ পৰা খৰ্ব হৈ ভুৱা হৈ পৰে।[8] এনে পৰিবেশত বুৰ্জোৱাক সামাজিক স্বাধীনতা প্ৰতিষ্ঠা কৰিবলৈ হেঁচা দিয়া আৰু এইবোৰক পৰিস্থিতিৰ পৰা বিচ্ছিন্ন কৰি প্ৰগতিশীল বুলি গণ্য কৰাটো এক প্ৰকাৰ নিৰ্বুদ্ধিতাহে মাথোন।

যিহেতু ৰাচিয়াৰ বুৰ্জোৱা শ্ৰেণীযে সেই সময়ত এনেদৰে স্বৈৰতন্ত্ৰৰ লগত আপোচ কৰি নিজৰ প্ৰগতিশীল চৰিত্ৰ হেৰুৱাই পেলাইছে, গতিকে সমাজ গণতন্ত্ৰীসকলে অসম্ভৱ সামাজিক স্বাধীনতাৰ মৰীচিকাৰ মোহত নপৰি সমাজত বিপ্লৱৰ জৰিয়তে উন্নত মানৰ সৰ্বহাৰা সামাজিক স্বাধীনতা প্ৰতিষ্ঠা কৰাৰ বাবে, শোষণৰ পৰা স্বাধীনতাৰ বাবেহে সংগ্ৰাম কৰা উচিত। এয়া আছিল লেনিন আৰু বলচেভিকসকলৰ স্থিতি।

কিন্তু, মানচেভিক শিবিৰত বুৰ্জোৱা অধিকাৰ, সামাজিক স্বাধীনতাৰ প্ৰতি যি অহেতুক মোহ আছিল সি তেওঁলোকক ক্ৰমে চিৰাচৰিত সংসদীয় ৰাজনীতিৰ পিটনি বোকালৈ টানি লৈ গৈ আছিল।

মানচেভিকসকলক কোনে সমৰ্থন কৰিছিল ?

শ্ৰমিক শ্ৰেণীৰ অত্যন্ত আগবঢ়া অংশৰ মাজত এওঁলোকৰ প্ৰভাৱ বেছি আছিল। ইয়াৰ ঐতিহাসিক কাৰণো নথকা নহয়। উন্নত শিল্প, বেছি মজুৰি পোৱা এনে আগবঢ়া শ্ৰমিকসকলৰ বুৰ্জোৱাসকলৰ পৰা আৰু বেছি সা-সুবিধা আদায় কৰাৰ প্ৰতি দুৰ্বলতা বেছি আছিল, বিপ্লৱ কৰি সকলো ত্যাগ কৰিবলৈ প্ৰস্তুত হোৱাৰ মানসিকতাও আছিল দুৰ্বল। ৰেলশ্ৰমিক, তাঁখা শিল্প, ডাক-তাঁৰ বিভাগ, বন্দৰ শ্ৰমিকসকল সেয়ে বেছিকৈ মানচেভিক দলৰ সমৰ্থক আছিল। বেছিভাগ সমাজ-গণতান্ত্ৰিক পুৰণা ট্ৰেড ইউনিয়ন মানচেভিকসকলৰ দলত চামিল হৈছিল। ইয়াৰ বিপৰীতে তুলনামূলকভাৱে পাছপৰা শ্ৰমিক নিৰ্ভৰ শিল্পৰ বনুৱাসকলে, দুখীয়া শ্ৰমিক, সৰু কাৰখানাবোৰৰ অসংগঠিত শ্ৰমিকে বলচেভিক মতবাদক বেছিকৈ সমৰ্থন কৰিছিল।[7]

মধ্যবিত্ত শ্ৰেণীৰ মাজৰ পৰা মূলতে অহা ছাত্ৰসমাজ, শিক্ষকসকল, দেশৰ বুদ্ধিজীৱী সমাজকে ধৰি গোটেই মধ্যবিত্ত শ্ৰেণীটোৰ মাজতে মানচেভিক দলৰ শক্তি বেছি আছিল। স্বাভাৱিকতেই মধ্যবিত্তৰ দোদুল্যমান সুবিধাবাদী চৰিত্ৰই তেওঁলোকক মানচেভিক দলৰ বিমূৰ্ত বিপ্লৱৰ তত্ত্ব আৰু কাম-কাজৰ প্ৰতি আকৰ্ষিত কৰিছিল।

মানচেভিক মতবাদ ৰাচিয়াৰ সমাজ-গণতন্ত্ৰীসকলৰ মাজত ইমান ব্যাপক হৈ পৰাটো লেনিন আৰু বলচেভিকসকলৰ বাবে চিন্তাৰ বিষয় হৈ পৰিছিল। ইয়াৰ বিৰুদ্ধে সংগ্ৰাম কৰিবৰ বাবে সেয়ে তেওঁ আকৌ কলম তুলি ললে— 'গণতান্ত্ৰিক বিপ্লৱত সমাজ-গণতন্ত্ৰৰ দুটা কৌশল—টু টেকটিক্‌চ অব চৌচয়েল ডেমক্ৰেচি ইন দি ডেমক্ৰেটিক ৰিভ'লিউচন' নামেৰে এক গুৰুত্বপূৰ্ণ তাত্ত্বিক

দলিল লেখি উলিয়ালে। ইয়াত তেওঁ মানচেভিকসকলৰ লগত বলচেভিক আদৰ্শৰ বিৰোধবোৰ আলোচনা কৰি আহিবলগীয়া বিপ্লৱত যে শ্ৰমিক শ্ৰেণীৰ নেতৃত্বকাৰী ভূমিকা থাকিবই গুৰুত্বপূৰ্ণ, বিশেষকৈ আজিৰ সাম্ৰাজ্যবাদী যুগত, সেই কথা স্পষ্টকৈ দেখুৱালে। অকল সেয়ে নহয়, বিপ্লৱ সম্পন্ন কৰা আৰু তাৰ পিছত বিপ্লৱৰ ফলাফল ৰক্ষা কৰিবলৈ সৰ্বহাৰা শ্ৰেণীয়ে সশস্ত্ৰ ভূমিকা পালন কৰা,—সশস্ত্ৰ অভ্যুত্থান ঘটোৱা আৰু নিজক ৰক্ষা কৰাৰ ঐতিহাসিক প্ৰয়োজনীয়তা সাব্যস্ত কৰি দেখুৱালে। অন্তৰ্বৰ্তীকালীন চৰকাৰত শ্ৰমিক শ্ৰেণীৰ দলৰ যোগদানৰ প্ৰয়োজনীয়তাও তেওঁ সাব্যস্ত কৰি দেখুৱালে। দুইটা বিপ্লৱৰ মাজত ছিঙিব নোৱৰা যোগসূত্ৰৰ ওপৰত তেওঁ আটাইতকৈ বেছি গুৰুত্ব দিলে। এই দলিলখন প্ৰকাশৰ পাছত সমাজ গণতান্ত্ৰিক দলৰ মাজত মতাদৰ্শগত সংগ্ৰামে এক উন্নত পৰ্যায় লাভ কৰিবলৈ সক্ষম হ'ল।[8]

বিপ্লৱৰ আৰু ইতিহাসৰ কঠিন বিচাৰত মানচেভিক মতাদৰ্শৰ অৱশেষত শোচনীয় পৰাজয় ঘটিল। এই ফলাফল কিন্তু মানচেভিক মতাদৰ্শৰ মাজতে নিহিত হৈ আছিল। তেওঁলোকে বুৰ্জোৱা বিপ্লৱ সম্পন্ন কৰিবলৈ বুৰ্জোৱাক সহায় কৰাৰ কথা কৈছিল, কৰিছিলো। কিন্তু ৰুচ বুৰ্জোৱাই যেতিয়া বিপ্লৱ সম্পন্ন নকৰি আদবাটতে স্বৈৰতন্ত্ৰৰ লগত হাত মিলালে তেতিয়া মানচেভিক-সকল চোঠেঙীয়া হৈ পৰিল। আনহাতে প্ৰথমৰ পৰা ক্ষমতা দখলৰ ৰাজনৈতিক আদৰ্শত স্থিৰ হৈ থকা বলচেভিকসকলে প্ৰথম সুবিধাতেই বিপ্লৱ সম্পন্ন কৰিলে।[9]

বলচেভিক-মানচেভিক পাৰ্থক্য আৰু মতাদৰ্শগত সংগ্ৰামৰ মাজেদিয়েই ৰাচিয়াৰ বিপ্লৱৰ কাহিনী আগবাঢ়িল – এটা মুদ্ৰাৰে ইপিঠি-সিপিঠিৰ দৰে। এই কাহিনীকেই আমি ক্ৰমে পাই যাম।

# ২৪

## বৈষযিক প্ৰগতি আৰু মানৱিক মূল্যবোধৰ অৱক্ষযৰ যুগ—এণ্টন চেকভৰ সাহিত্যকৃতি



- পুঁজিবাদী প্ৰগতি আৰু শিক্ষাৰ বিস্তাৰ • পুথি প্ৰকাশনৰ জোৱাৰ
- বিজ্ঞানৰ অগ্ৰগতি • সংস্কৃতিৰ বিকাশ • সামাজিক মূল্যবোধৰ অৱক্ষয়
- এণ্টন চেকভৰ সাহিত্য।

এই অধ্যায় লিখোতে সহায় লোৱা কিতাপৰ তালিকা ঃ

(1) Schmidt S. et al.—A Short History of the USSR. Progress Publishers, Moscow. 1988

(2) Carr. E. H.—The Bolshevik Revolution Vol. I. Penguin Books, London. 1966.

(3) Chekov, Anton The Cherry Orchard—Orient Longman.

(4) Haldar, Gopal—Rus Sahityer Ruprekha (Bengali) A. Mukherjee & Co. Calcutta. 1966.

সমাজত পুঁজিবাদৰ উপাদানবোৰ শক্তিশালী হৈ অহাৰ লগে লগে ই সমাজৰ চৌদিশে বিকাশৰ এক জোৱাৰৰ সৃষ্টি কৰে। শিল্প উৎপাদন, অৰ্থনৈতিক বিকাশৰ লগতে ই সমাজ, সাহিত্য, শিক্ষা, বিজ্ঞান, সংস্কৃতি সকলো ফালে প্ৰগতিৰ যুগ আৰম্ভ কৰে। সামন্তবাদী চিন্তা-ভাবনা আৰু বান্ধোনৰ পৰা মুক্ত হৈ মানৱ মনে নন সৃষ্টি, নন আৱিষ্কাৰ কৰিবলৈ ধৰে। এই সামাজিক বিকাশৰ ফল্গুধাৰা সম্পূৰ্ণকৈ মুকলি হৈ পৰে বুৰ্জোৱা গণতান্ত্ৰিক ব্যৱস্থাৰ দ্বাৰা শাসিত এখন জাতীয় ৰাষ্ট্ৰত। কিন্তু ইমান বিস্ময়কৰ মানৱ প্ৰগতিৰ দুৱাৰ মুকলি কৰি দিয়া পুঁজিবাদে মানুহৰ সকলো মহত্তম সৃষ্টিক বজাৰৰ সামগ্ৰী কৰি পেলায়, এইবোৰক পণ্য কৰি পেলায় আৰু এই সৃষ্টি আৰু আৱিষ্কাৰক নিজৰ স্বাৰ্থ ৰক্ষাৰ কামত ব্যৱহাৰ কৰে। সামাজিক সম্পদক কৰি পেলায় শাসক শ্ৰেণীৰ কুক্ষিগত আৰু একমাত্ৰ পইচাৰ দ্বাৰা মানুহৰ সৃষ্টি প্ৰেৰণাক উৎসাহ দিয়াৰ ব্যৱস্থা কৰি তোলে। অৰ্থাৎ মানুহে সামাজিক হিতৰ বাবে নহয়, ব্যক্তিগত লাভা-লাভৰ বাবে কাম কৰে। এই প্ৰক্ৰিয়াই অৱধাৰিত-ভাৱে এটা সময়ত গৈ মানুহৰ মূল্যবোধৰেই স্খলন ঘটায়। আকৌ, পুঁজিবাদে শ্ৰমিক শ্ৰেণীক জন্ম দিয়াৰ লগে লগে সমাজত এক নতুন সৃষ্টিশীল শক্তিকো জন্ম দিয়ে।

ৰাচিয়াতো এইবোৰ ঘটিছিল। কুৰি শতিকাৰ আগৰ পৰা কুৰি শতিকাৰ প্ৰথম দশকত ৰাচিয়াৰ সমাজত অভাৱনীয়ভাৱে প্ৰগতি হৈছিল। এই পুঁজিবাদী প্ৰগতিয়ে ৰাচিয়াৰ সমাজ জীৱনত ভাবিব নোৱৰা ধৰণে প্ৰভাৱ পেলাই গৈছিল। সাহিত্য সংস্কৃতিৰ জগতত সৃষ্টি কৰিছিল নন ধাৰা।

এই বিকাশৰ কাহিনীতো কিছু চকু ফুৰোৱা প্ৰয়োজন।

প্ৰথমে শিক্ষাৰ ক্ষেত্ৰতে চোৱা যাওক।

শিক্ষাৰ ক্ষেত্ৰত প্ৰচণ্ড বিকাশ ঘটিছিল। ৰাচিয়াৰ বিশাল বুকুত শিক্ষাৰ দ্ৰুত প্ৰসাৰ ঘটিছিল, নন স্কুল, উচ্চশিক্ষাৰ অনুষ্ঠান গঢ়ি উঠিছিল। স্বায়ত্তশাসিত (যদিও এই স্বায়ত্তশাসনৰ ক্ষমতা তেনেই সীমিত আছিল) জেমস্তভ্‌ বোৰৰ অধীনত বুনিয়াদী বিদ্যালয়বোৰ গঢ়ি উঠিছিল। বাঢ়ি আহিছিল ছাত্ৰৰ সংখ্যা। প্ৰথম মহাসমৰৰ প্ৰাক্কালত ৰাচিয়াত এক লাখ সোতৰ হাজাৰতকৈ অধিক ছাত্ৰই উচ্চশিক্ষাৰ অনুষ্ঠানবোৰত অধ্যয়ন কৰিছিল। এই শিক্ষা প্ৰসাৰৰ ফলত সাক্ষৰতাৰ হাৰ চহৰ আৰু গাঁও অঞ্চলতো বাঢ়ি আহিছিল। সেনাবাহিনীতো শিক্ষাৰ বিস্তাৰ আৰু আদৰ বাঢ়ি আহিছিল। স্ত্ৰী-শিক্ষাৰো প্ৰসাৰ ঘটিছিল। যদিও এই শিক্ষা বিস্তাৰৰ লক্ষ্য আছিল বুৰ্জোৱা মতাদৰ্শ আৰু সমাজক শক্তিশালী কৰা, তথাপিও ই সমাজত নন ভাবাদৰ্শ সহজে প্ৰচাৰ হোৱাৰ সহায়ক হৈ পৰিছিল। বিপ্লৱী আৰু শ্ৰমিক শ্ৰেণীৰ দলবোৰৰ চেষ্টাত বিশেষকৈ শ্ৰমিক শ্ৰেণী আৰু শ্ৰমিক অঞ্চলবোৰত প্ৰাপ্তবয়স্ক শিক্ষাৰ

প্রসাৰ হৈছিল। লেনিনৰ পৰিবাৰ ক্ৰুপস্কায়াই বিপ্লৱৰ আগতে এনে এখন বিদ্যালয়তে কাম কৰিছিল। এই শিক্ষাৰ চৰিত্ৰ কিন্তু স্বকীয়া আছিল, সাধাৰণ সাক্ষৰতা, জ্ঞানৰ লগতে প্ৰথমৰ পৰা ইয়াত ৰাজনৈতিক শিক্ষাৰ শক্তিশালী উপাদানবোৰ জড়িত আছিল। শিক্ষাৰ এই দ্ৰুত প্ৰসাৰে বহুত জনসাধাৰণৰ মনত কিতাপ-আলোচনীৰ প্ৰতি এক প্ৰচণ্ড ক্ষুধা জগাই তুলিলে। ৰেডিঅ', টেলিভিচন নথকা সেই যুগত কিতাপ-আলোচনীয়েই ভাৱপ্ৰকাশৰ একমাত্ৰ মাধ্যম আছিল, ছপা আখৰৰ প্ৰভাৱ আছিল গভীৰ।

এই ক্ষুধা নিবাৰণৰ বাবে ১৯২৩ চনলৈ বছৰটোতে ৰাচিয়াত দুই কোটি কিতাপ ছপোৱা হৈছিল, বাতৰি কাকত-আলোচনীৰতো লেখ জোখেই নাই। ১২৬৩ খন বিভিন্ন আলোচনী আৰু ৮৭৪ খন বাতৰি কাকত সেই সময়ত প্ৰকাশিত হৈছিল। সমাজৰ বিভিন্ন বিষয়, নানান সমস্যাৰ ওপৰত হাজাৰে হাজাৰে পুস্তিকাই বহুত দেশ ভৰাই পেলাইছিল। ধৰ্ম, সমাজ, ৰাজনীতি, বিজ্ঞান, প্ৰত্নতত্ত্ব আদি সকলো বিষয়তে মানুহে লেখিবলৈ আৰু পঢ়িবলৈ ধৰিছিল। সৰু-ডাঙৰ প্ৰতিটো ৰাজনৈতিক গোটৰে নিজা মতাদৰ্শ প্ৰচাৰৰ বাবে কাকত-আলোচনী আদি আছিল।

বলচেভিকসকলেও এই প্ৰক্ৰিয়াত মহোৎসাহেৰে ভাগ লৈছিল।

ৰাচিয়াত মাৰ্ক্সবাদী প্ৰেছ 'ইস্ক্ৰা' ছপা কৰাৰ লগে লগেই আৰম্ভ হৈছিল। বিদেশৰ পৰা অহা কাকতখন গোপনে ছপাই ৰাচিয়াত বিলি কৰা হৈছিল। এইদৰেই প্লেখানভ আৰু লেনিনৰ বহুতো প্ৰবন্ধ আৰু পুস্তিকা গোপনে ছপোৱা হৈছিল। সুবিধা পালেই বলচেভিকসকলে মুকলিকৈ কাগজপত্ৰ উলিয়াইছিল যদিও জাৰ চৰকাৰে বাৰে বাৰে এইবোৰ বন্ধ কৰি দিছিল। আইনী, বেআইনী দুইটা পন্থাৰে বলচেভিকসকলে আৰু লগতে অন্যান্য বিপ্লৱী দলসমূহে ৰাচিয়াত বিপ্লৱী সাহিত্যৰ জোৱাৰ বোৱাইছিল।

এই সময়ছোৱাত ৰাচিয়াত বিজ্ঞানৰ অগ্ৰগতিও আছিল চমকপ্ৰদ। গণিত শাস্ত্ৰত মিখাইল অস্ট্ৰোগ্ৰেভস্কি, চফিয়া কভালেভস্কায়াই (এওঁ বিশ্বৰ প্ৰথম আধুনিক মহিলা গণিতজ্ঞও আছিল) বিশ্বজোৰা খ্যাতি অৰ্জন কৰিছিল পদাৰ্থবিদ্যাত আইভান মেচ্চাৰস্কিয়ে এই জেট ইঞ্জিনৰ সূত্ৰ আৰু কনষ্টানটিন চিল্কভস্কিয়ে ৰকেটৰ ওপৰত আগবঢ়োৱা কাম কৰিছিল। মেণ্ডেলে (মেণ্ডেলিয়েভে) ৰসায়ন শাস্ত্ৰত মৌল ৰসায়নৰ প্ৰণালীবদ্ধ অধ্যয়নৰ বাবে আজিও ব্যৱহৃত 'পিৰিয়ডিক টেবল' আৱিষ্কাৰ কৰিছিল। চিকিৎসা বিজ্ঞানবো, বিশেষকৈ যুদ্ধৰ শল্যচিকিৎসাৰ বহুত উন্নতি হৈছিল। আইভান পাভলভে এই সময়তেই স্নায়ৱিক উত্তেজনা আৰু ৰিফ্লেক্সৰ কথা আৱিষ্কাৰ কৰিছিল। প্ৰাকৃতিক বিজ্ঞান, নৃতত্ত্ব, আৰু ভূগোল বিজ্ঞানৰ লগতে ৰহস্যাবৃত চাইবেৰিয়াৰ ৰহস্য উন্মোচনৰ বহু কাম-কাজ এই সময়ত হৈছিল।

সঙ্গীতৰ ক্ষেত্ৰত এক নৱ-জাগৰণৰ সূচনা হৈছিল। এহাতে ৰুচ লোক-সংগীতৰ আৱিষ্কাৰ আৰু প্ৰচাৰ, আনহাতে ধ্ৰুপদী সংগীতৰো চৰম বিকাশ হৈছিল। এক পূৰ্ণাঙ্গ 'ৰুচ সংগীতৰ ধাৰা' সৃষ্টি হৈছিল। পশ্চিমৰ লগত পূবৰ সম্মিলনৰ মাজেৰে এক নতুন গণতান্ত্ৰিক সংগীতে জন্ম পাইছিল। মিখাইল গ্লিংকা, আলেকজেণ্ডাৰ বৰাডিন, পায়টৰ চেইকভস্কি আদিয়ে এক গণতান্ত্ৰিক ৰুচ জাতীয় সংগীত সৃষ্টি কৰিছিল। লগতে বেলে আৰু অপেৰাৰো বিকাশ হৈছিল।

কিন্তু এই বিৰাট সাংস্কৃতিক বিকাশ চৰিত্ৰৰ দিশৰ পৰা সীমিত আছিল। সমাজৰ বুৰ্জোৱা, অভিজাত আৰু মধ্যশ্ৰেণীৰ এচামেই আছিল ইয়াৰ চমৰদাৰ। গতিকে সাংস্কৃতিক বিকাশে সমাজৰ সুবিধাভোগী আৰু দুখীয়া শ্ৰেণীবোৰৰ মাজত সাংস্কৃতিক ব্যৱধান বঢ়াইহে তুলিছিল। এই ব্যৱধান দূৰ কৰিবলৈ সমাজৰ প্ৰগতিশীল সাংস্কৃতিক কৰ্মীসকলে বিভিন্ন পন্থাৰ সন্ধান কৰিছিল, বিভিন্ন উপায় বিচাৰিছিল, কিন্তু সফলকাম হ'ব পৰা নাছিল। কিন্তু, তেওঁলোকৰ প্ৰচেষ্টা বিফলো হোৱা নাছিল। সাংস্কৃতিক ব্যৱধান দূৰ নহ'লেও তেওঁলোকে সমাজৰ নিপীড়িত শ্ৰেণীবোৰৰ মাজত সংস্কৃতি সম্পৰ্কে এক প্ৰবল অনুসন্ধিৎসা আৰু আগ্ৰহ জগাই তুলিবলৈ সক্ষম হৈছিল।

সাহিত্যৰ জগতখনৰ বিষয়ে ইতিমধ্যে বহুত কথা আলচ কৰি অহা হৈছেই। তুৰ্গেনভ, দস্টয়ভস্কি আৰু তলস্তয়ৰ দৰে আকাশচুম্বী প্ৰতিভা এই যুগটোৰে সৃষ্টি। এওঁলোকৰ এজনেও কিন্তু এই পুঁজিবাদী যুগটোক সমৰ্থন কৰা নাছিল, বৰঞ্চ এই বুৰ্জোৱা সমাজৰ মূল্যবোধৰ বিৰোধিতা কৰি প্ৰত্যেকেই নিজা নিজা জীৱন দৰ্শনেৰে বেলেগ বেলেগ পন্থাৰ সন্ধেদ দি যাবলৈ চেষ্টা কৰিছিল। প্ৰতিক্ৰিয়াশীল হ'লেও এই পন্থাবোৰে বুৰ্জোৱা সমাজৰ বিৰুদ্ধে প্ৰতিবাদৰ ভ্ৰূণ সৃষ্টি কৰিছিল। ৰুচ সাহিত্যৰ যি চিৰন্তন মানৱীয় আবেদন, তাৰো চৰম বিকাশ এই যুগটোতেই ঘটিছিল। লগতে গণতান্ত্ৰিক আৰু বিপ্লৱী সাহিত্যৰ ধাৰায়ো আত্মপ্ৰকাশ কৰিছিল।

ঊনবিংশ শতিকাৰ শেহছোৱা আৰু কুৰি শতিকাৰ আগলিৰ ৰুচ পুঁজিবাদী যুগত কলা আৰু সাহিত্যৰ মূল চৰিত্ৰ আছিল এনে ধৰণৰ। বাস্তৱতাক ই মেথড বা প্ৰণালী হিছাপে গ্ৰহণ কৰিছিল; ৰূপকৰ আকৰ হিছাপে লৈছিল প্ৰচলিত জনপ্ৰিয় আখ্যান আৰু পৰম্পৰাবোৰক; সমাজৰ প্ৰতি দায়বদ্ধতা দেখুওৱা হৈছিল নাগৰিকসকলে নিজস্ব কৰণীয় নাগৰিক কৰ্তব্য (চিভিক ডিউটি) পালন কৰাৰ আদৰ্শ প্ৰতিষ্ঠাৰে। আৰু এই সকলো সামৰি এক অন্তঃসলিলা জীৱন ফল্গুৰ দৰে বৈ আছিল নৈতিকতা, ধৰ্মবিশ্বাস আৰু নৈতিক জীৱন যাপনৰ আদৰ্শ। দস্টয়ভস্কিয়ে মানুহৰ ব্যক্তিত্বৰ বিমানেই খণ্ডিত, অন্ধকাৰময় অপৰাধপ্ৰৱণ দিশবোৰ উন্মোচন নকৰক কিয়, শেহান্তত

অধৰ্মৰ ওপৰত মানৱ ধৰ্ম আৰু ঈশ্বৰ শক্তিৰ জয়েই তেওঁৰো বক্তব্য আছিল।

আনহাতে যুক্তিবাদী, প্ৰগতিশীল ধাৰাটোৰ মাজত ঈশ্বৰ-বিমুখিতা আনকি নাস্তিকতাবাদো গা কৰি উঠিছিল।

বিশেষকৈ, যেতিয়া নাৰডনিক আন্দোলনত ভাটা পৰিবলৈ ধৰিছিল, জাৰ-তন্ত্ৰৰ সন্ত্ৰাস আৰু নিৰ্যাতনত উদাৰনৈতিক গণতন্ত্ৰবাদী চিন্তা-চেতনা বিফল হৈ পৰিছিল, আনহাতে যি সময়ত সমাজবাদী মতাদৰ্শও প্ৰধান হৈ উঠা নাই, সেই সময়ত, বুৰ্জোৱা সমাজৰ সেই সংকট আৰু দ্ৰুত অৱক্ষয়ৰ কালত চাৰিওফালৰ উদাসীনতা, উদ্যমহীনতা আৰু অৱক্ষয়ৰ প্ৰভাৱ সাহিত্য-সংস্কৃতিৰ মাজলৈকো নামি আহিছিল। এই চিন্তাৰে প্ৰধান প্ৰতিভূ আছিল এই যুগৰ শেষ ৰুচ সাহিত্য প্ৰতিভা এণ্টন চেকভ্।

যি সময়ত সাহিত্যত নাৰডনিক মতবাদৰ বিৰুদ্ধে সমাজবাদী আৰু গণতান্ত্ৰিক মতবাদৰ উন্মেষ আৰম্ভ, সেই সময়ত চেকভ্ আছিল সাহিত্যত— সকলোপ্ৰকাৰৰ মতবাদৰ বিৰোধী—সমাজৰ অৱক্ষয়ৰ প্ৰভাৱ আহি সাহিত্যত পৰিছিল আৰু সিয়েই এনে মতবাদ বিৰোধিতাৰ আদৰ্শ হিচাপে ফুটি উঠিছিল। চেকভৰ সমগ্ৰ ৰচনাৰ সমগ্ৰ চৰিত্ৰই আছিল একপ্ৰকাৰ উদ্যমহীন অৱসন্ন আৰু অসুখী গতানুগতিক জীৱনৰ প্ৰাণী। শিক্ষিত-অশিক্ষিত, পুৰুষ-নাৰী সকলোৰে মনত এক অনামী অশান্তিৰ হাহাকাৰ। অথচ ইয়াৰ মাজেৰেই প্ৰচ্ছন্নভাৱে সমাজ আৰু সত্যৰ বাস্তৱ ছবি, দুখৰ মাজেৰেও আশাৰ উন্মেষ আৰু মানৱীয়তাৰ ছাপ আঁকে। পুঁজিবাদে সমাজ-জীৱনলৈ যি ডিপ্ৰেচন—অৱসাদ আনি দিছিল তাৰেই সাৰ্থক প্ৰতিফলন ঘটিছে তেওঁৰ সাহিত্যত। আৰু সেয়ে সৃষ্টি প্ৰতিভাই আনি দিয়া সাহিত্যিক সাৰ্থকতাৰ উপৰিও চেকভৰ লেখনীৰ যুগদৰ্পণ চৰিত্ৰৰ ঐতিহাসিক গুৰুত্বও অসামান্য।

চেকভৰ দেউতাক আছিল ইউক্ৰাইনৰ ভূমিদাস। কিন্তু জীৱন কালতে তেওঁ এই অৱস্থাৰ পৰা নিজৰ পৰিয়াল আৰু নিজকো মুক্ত কৰিবলৈ সক্ষম হৈছিল। কিন্তু, তেওঁৰ সৰু কালছোৱা আছিল অত্যন্ত দুখৰ। কম বয়সত তেওঁক দেউতাকে অকলশৰীয়া কৰি এৰি যায়। সেই অৱস্থাতেই তেওঁ ঘৰুৱা শিক্ষকতা কৰি প্ৰবেশিকা পৰীক্ষা পাছ কৰে আৰু চিকিৎসাবিদ্যা পঢ়িবলৈ যায়। এই সময়তেই উপৰুৱা উপাৰ্জনৰ বাবে তেওঁ লেখিবলৈ লয়। প্ৰথমে ব্যঙ্গ গল্প লেখিবলৈ আৰম্ভ কৰা চেকভে ক্ৰমে আৱিষ্কাৰ কৰে যে তেওঁ জীৱন সম্পৰ্কে এক গভীৰ অন্তৰ্দৃষ্টি লাভ কৰিছে আৰু লেখাত ইয়াক ফুটায়ো তুলিব পাৰিছে ই—ফলত ডাক্তৰ হোৱাৰ পাছতো তেওঁ লেখি যাবলৈ ধৰিলে। ইতিমধ্যে তেওঁৰ যক্ষ্মা ৰোগ আৰম্ভ হয়। এই ৰোগৰ বাবে জিৰণি লোৱা সময়তো তেওঁৰ লেখা চলি থাকিল। ১৮৮৫ চনৰ পাছৰ পৰা তেওঁৰ সচেতন সাহিত্য সাধনা চলিল।

এই সময়ত ৰাচিয়াৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি ইউৰোপ ভ্ৰমণলৈ গ'ল। এই ভ্ৰমণে তেওঁৰ মনৰ দৃষ্টি আৰু চিন্তাৰ পৰিসৰ অধিক বহলাই পেলালে। লাহে লাহে নিৰাসক্ত লেখক সামাজিক সমস্যাৰ প্ৰতি আকৰ্ষিত হ'ল, গণতান্ত্ৰিক চেতনাবোধেৰে অনুপ্ৰাণিত হ'ল। তেওঁৰ লেখায়ো অৱক্ষয়ৰ যুগ পাৰ হৈ আহি প্ৰতীকী ( চিম্বলিক ) যুগত ভৰি দিলেহি। এহাতে তেওঁ নিৰ্মমভাৱে অভিজাত শিক্ষিত বুদ্ধিজীৱীসকলৰ অৰ্থহীন, উদেশ্যহীন জীৱনৰ স্বৰূপ উন্মোচন কৰিলে, আনহাতে সাধাৰণ মানুহৰ প্ৰতি তেওঁৰ মমতা বাঢ়ি আহিল। এই সময়তেই তেওঁ জাৰ চৰকাৰে মেক্সিম গৰ্কিৰ একাডেমিলৈ হোৱা নিৰ্বাচন বাতিল কৰাত চেকভেও প্ৰতিবাদ জনাই একাডেমিৰ পৰা পদত্যাগ কৰে।

চেকভ আছিল একাধাৰে গল্পকাৰ আৰু নাট্যকাৰ। 'ষ্টেপ', 'কেৰাণীৰ মৃত্যু', 'ভঙ্কো', 'তাতিয়া খুৰা', 'নামহীন মানুহৰ কাহিনী' তেওঁৰ উল্লেখযোগ্য ৰচনা। নাটকৰ ভিতৰত 'চেৰিফলৰ বাগিচা' হ'ল তেওঁৰ আটাইতকৈ জনপ্ৰিয় আৰু সাৰ্থক সৃষ্টি। কি গল্প, কি নাটক, সকলোতে চেকভে সমাজৰ মেৰুদণ্ড-হীন চামক প্ৰচ্ছন্ন ব্যঙ্গ, কটাক্ষৰে ঘায়েল কৰি গৈছে। এই শ্ৰেণীটোৰ চৰিত্ৰ অংকনত তেওঁ আছিল সিদ্ধহস্ত। আৰু, ৰাচিয়াৰ সেই অৱসাদ আৰু অৱক্ষয়ৰ যুগৰ এখন সাৰ্থক আৰু সত্য ছবি তেওঁ আঁকি যাব পাৰিছিল। অতি সংযমী আৰু পৰিণত শৈলীৰে তেওঁ ৰুচ সাহিত্যৰ বাস্তৱবাদী ধাৰাটোক সমৃদ্ধ কৰি গৈছিল। সত্যৰ লগত সাহিত্যৰ যিমানেই নিবিড় সম্পৰ্ক স্থাপিত হয়, সিমানেই সেই সাহিত্য বাস্তৱ আৰু জনজীৱনৰ লগত গভীৰ সম্পৰ্কেৰে জড়িত হৈ পৰে; ৰাজনৈতিক মতবাদৰ প্ৰত্যক্ষ ছাপ নাথাকিলেও চেকভে যি সততা আৰু আন্তৰিকতাৰে সেই অৱক্ষয়ৰ যুগটোৰ ওপৰত ভেটি কৰি তেওঁৰ মহৎ সাহিত্য-ৰাজি সৃষ্টি কৰি গ'ল, সিয়েই তেওঁক ৰুচ তথা বিশ্ব সাহিত্যত যুগমীয়া কৰি গ'ল।

এই মহান লেখক জনৰ ১৯০৪ চনত যক্ষ্মাৰোগত মৃত্যু হ'ল।

ৰাচিয়া, সেই সময়ত বিপ্লৱৰ মুখত।

# ২৫

## বিপ্লৱৰ উত্তাল তৰংগ—১৯০৫



● প্ৰথম গণতান্ত্ৰিক বিপ্লৱৰ সূচনা ● বলচেভিক আৰু মানচেভিকসকল ● বিপ্লৱৰ আগৰ ৰাচিয়াৰ ৰাজনৈতিক পৰিস্থিতি ● ৰুচ শ্ৰমিক আন্দোলনৰ নতুন ধাৰা ● ৰুচ-জাপানী যুদ্ধ—ৰাচিয়াৰ পৰাজয় আৰু যুদ্ধোত্তৰ সংকট ● সংস্কাৰৰ বাবে উদাৰনৈতিক শক্তিৰ শেষ চেষ্টা—জেমষ্টভ্ ইউনিয়নৰ স্মাৰক-পত্ৰ ● পুটিলভ কাৰখানাৰ ধৰ্মঘট আৰু বিপ্লৱ আৰম্ভ ● সাধু গেপনৰ সম্ৰাটক স্মাৰকপত্ৰ দিবলৈ গণ-শোভাযাত্ৰাৰ পৰিকল্পনা ● ৯ জানুৱাৰীৰ গণহত্যা—আৰু বিপ্লৱৰ পৰ্যায ● 'চভিয়েট' অনুষ্ঠানৰ জন্ম ● পিটাৰ্চবাৰ্গ চভিয়েট আৰু লিঅ' ট্ৰটস্কি ● চভিয়েটবোৰৰ ৰাজনৈতিক তাৎপৰ্য আৰু বলচেভিক নীতি ● সশস্ত্ৰ শ্ৰমিক আন্দোলনৰ সূত্ৰপাত আৰু বেৰিকেড সংগ্ৰাম ● গণ-বৈপ্লৱিক ধৰ্মঘটৰ সূচনা ● ১৯০৫ চনৰ কৃষক অভ্যুত্থান ● সেনাবাহিনীত বিদ্ৰোহ ● বেটেলচিপ পটেমকিন ● ক্ৰনষ্টাট দুৰ্গৰ বিদ্ৰোহ ● বিপ্লৱ দমনৰ চেষ্টা ● ৰাজনৈতিক সংস্কাৰৰ ঘোষণা—আৰু নিৰ্বাচিত বিধায়নী সভা—ডুমা স্থাপনৰ প্ৰস্তাৱ ● মস্কো নগৰীৰ প্ৰেচনাত সশস্ত্ৰ সংগ্ৰাম ● সংস্কাৰ আৰু ৰাজনৈতিক দলৰ জন্ম ● ডুমাৰ নিৰ্বাচনী ভেকোভাওনা ● প্ৰথম ডুমা ভংগ আৰু দ্বিতীয় ডুমাৰ নিৰ্বাচন ● দ্বিতীয় ডুমা ভংগ আৰু তৃতীয় ডুমাৰ নিৰ্বাচন ● বিপ্লৱৰ পৰাজয়।

টোকা আৰু প্ৰসংগ ঃ

(1) Schmidt. et al—A Short History of the USSR. Progress Publishers Moscow. 1987 pp. 96.

(2) ibid p 96

(3) ibid p. 97

(4) Assembly of Russian Workers of St. Petersburg.

(5) Lenin—A Biography, Progress Publishers, Moscow. p. 111.

(6) "Dastardly cold blooded massacre of defenceless and peaceful people"—Lenin, V I. Collected Works. Vol. 8. p. 109.

(7) Short History of the USSR ( same as 1 ) p 100.

(8) ibid p 101.

(9) এই ইজভেৎচিয়া কাকতখন আজিও প্ৰকাশ হয়।

(10) Carr. E. H.—Quoting Lenin in 'The Bolshevik Revolution. Penguin Books. London.

(11) Same as 1. A Short History of the USSR p. 101.

(12) ibid 106.

(13) ibid 106.

(14) ibid 107.

বলচেভিক—মানচেভিক দুইটা দলে কন্দল কৰি থাকোতেই হঠাৎ সমগ্ৰ ৰাচিয়া বিপ্লৱৰ উত্তাল ঢৌত টলমলাই উঠিল।

ৰাচিয়াৰ জনগণে স্বৈৰতন্ত্ৰৰ অৱসান বিচাৰি বিপ্লৱ ঘোষণা কৰিলে।

সমাজ-গণতান্ত্ৰিক আন্দোলনৰ দুইটা দলেই সম্পূৰ্ণভাৱে প্ৰস্তুত হ'বলৈ নৌ পাওঁতেই বিপ্লৱ আৰম্ভ হৈ গ'ল। এই সময়ত বলচেভিকসকলৰ অৱস্থা আছিল আটাইতকৈ বেয়া। প্ৰচণ্ড মতাদৰ্শগত সংগ্ৰামৰ মাজেৰে বিপ্লৱী দল গঠন কৰাৰ প্ৰক্ৰিয়াৰ মাজভাগতে তেওঁলোক আছিল, শাখা সংগঠন, যোগাযোগ, গোপন সংগঠন আৰু শ্ৰমিকসকলৰ মাজৰ কাম-কাজ তেওঁলোকে ভালদৰে গঢ় দি লব পৰাই নাছিল। তুলনামূলকভাৱে মানচেভিকসকলৰ ধনবল, জনবল, গাড়ী মটৰকে ধৰি যানবাহন আৰু যোগাযোগৰ ব্যৱস্থা, সংগঠন বহুত বেছি ব্যাপক আছিল। নিজৰ মাজৰ মতাদৰ্শগত বিভেদে সমাজ-গণতান্ত্ৰিক শিবিৰক দুৰ্বল কৰি থৈছিল, সেয়ে, বিপ্লৱৰ ঢৌৱে ৰাচিয়া বুৰাই পেলোৱাৰ সময়ত তেওঁলোকে স্থানীয় পৰ্যায়ৰ বাহিৰে দেশজুৰি বিপ্লৱী উদ্যোগ লব পৰা নাছিল। বহুসময়ত ঘটনা আৰু পৰিস্থিতিৰ পাছে পাছেহে তেওঁলোক দৌৰিবলগীয়া হৈছিল। বিপ্লৱৰ প্ৰথমছোৱাত কোনেও কাৰ্যকৰী নেতৃত্ব দিব পৰা নাছিল।

বলচেভিকসকলে এনে পৰিস্থিতি কিন্তু সোনকালে চম্ভালি লব পাৰিছিল। তেওঁলোকৰ সৰু হ'লেও কট্‌কটীয়া, শৃংখলাপূৰ্ণ সংগঠন, শুদ্ধ তাত্বিক আৰু মতাদৰ্শগত দিক্ দৰ্শনে সোনকালে উদ্যোগ লৈ আগবাঢ়ি যাবলৈ সহায় কৰিছিল। আৰু আছিল লেনিন, পৰিস্থিতিৰ তাৎকালিক মূল্যায়ন কৰি কাৰ্য-ব্যৱস্থা স্থিৰ কৰা তথা সংগঠন পৰিচালনাৰ ক্ষেত্ৰত তেওঁৰ অসামান্য দক্ষতাই বলচেভিকসকলক এটা স্পষ্ট পথৰ সন্ধান দি আগুৱাই লৈ গৈছিল। আনফালে মানচেভিক নেতৃত্বৰ হোঁহকা-পিছলাই তেওঁলোকক প্ৰচুৰ ক্ষতি কৰিছিল।

১৯০৫ চনৰ এই বিপ্লৱ কিন্তু হঠাতে হোৱা নাছিল।

কুৰি শতিকাৰ আৰম্ভণিৰ পৰাই ৰাচিয়াত বিভিন্ন স্তৰৰ আন্দোলনবোৰ বাঢ়ি আহিছিল।

শ্ৰমিক, কৃষক, যুৱ, ছাত্ৰ সকলোৱে নানান দাবীৰ আন্দোলনত মুখৰিত হৈ পৰিছিল।

এই আন্দোলনবোৰে ৰাচিয়াত লাহে লাহে এক বৈপ্লৱিক পৰিস্থিতিৰ সৃষ্টি কৰিছিল। সমাজৰ বিভিন্ন স্তৰৰ মানুহে পৰিৱৰ্তন বিচাৰিছিল, স্বৈৰতান্ত্ৰিক অত্যাচাৰ আৰু শোষণৰ বিচাৰিছিল অৱসান।

প্ৰথমে অৰ্থনৈতিক দাবী লৈয়েই শ্ৰমিক আন্দোলনবোৰ আৰম্ভ হৈছিল। বিভিন্ন কাৰখানাত স্থানীয় দাবীৰ ভিত্তিত, দৰমহা বৃদ্ধি, কামৰ পৰিবেশৰ উন্নতি, থকা-মেলাৰ সা-সুবিধা বৃদ্ধিৰ দাবীত গঢ়ি উঠিছিল আন্দোলনবোৰ।

কিন্তু, আন্দোলনকাৰী শ্ৰমিকসকলে শীঘ্ৰেই দেখিবলৈ পাইছিল যে পুঁজিবাদী মালিকসকলৰ বিৰুদ্ধে আন্দোলন কৰোতে স্বৈৰতান্ত্ৰিক জাৰ প্ৰশাসনে প্ৰত্যক্ষভাৱে মালিকৰ পক্ষ লৈ বিভিন্ন ধৰণে, সময়ত প্ৰচণ্ড অত্যাচাৰ কৰিও শ্ৰমিকৰ ন্যায্য আন্দোলনবোৰ ভাঙি দিবলৈ চেষ্টা কৰে। স্বতঃস্ফূৰ্তভাৱে আৰম্ভ হোৱা আন্দোলনবোৰৰ মাজেৰে শ্ৰমিক শ্ৰেণীয়ে ক্ৰমে শিকি উঠিল যে সংগঠিত আৰু একত্ৰিতভাৱে আন্দোলন নকৰিলে সামান্য ন্যায্য দাবীও আদায় কৰা টান। বিপ্লৱীসকলেও এই শিক্ষা তেওঁলোকৰ আগত তুলি ধৰিছিল। ফলত শ্ৰমিক শ্ৰেণীৰ মাজত ৰাজনৈতিক সচেতনতা বাঢ়ি আহিল। আন্দোলনবোৰতো ক্ৰমে চৰকাৰবিৰোধী দিশবোৰ প্ৰকট হৈ উঠিবলৈ ধৰিলে, আৰু জাৰ প্ৰশাসনৰ বিৰুদ্ধে পৰিচালিত হ'বলৈ ধৰিলে।

প্ৰথম অৱস্থাত শ্ৰমিক আন্দোলনবোৰ নেতৃত্ব দিছিল পেটিবুৰ্জোৱা মধ্যবিত্ত নেতাসকলে। ক্ৰমে বাঢ়ি অহা আন্দোলনবোৰ চহৰৰ ঔদ্যোগিক সৰ্বহাৰাৰ মাজৰ পৰা, সৰু সৰু কাৰখানালৈ, খনি শ্ৰমিকসকলৰ মাজলৈ আৰু গাঁও অঞ্চলৰ খেতিয়কসকলৰ মাজলৈকো বিয়পি পৰিছিল। আৰু, লাহে লাহে নেতৃত্বত দোদুল্যমান মধ্যবিত্তৰ ঠাই বেছি বেছিকৈ বিপ্লৱী শ্ৰমিক শ্ৰেণীৰ নেতাই, সমাজ-গণতান্ত্ৰিকসকলে, বলচেভিক সদস্যসকলে লবলৈ আৰম্ভ কৰিছিল।

১৯০১ চনৰ মে' মাহত অবুকভ কাৰখানাৰ শ্ৰমিকসকলে ধৰ্মঘটৰ সময়ত চৰকাৰী শক্তিৰ আক্ৰমণৰ বিৰুদ্ধে প্ৰচণ্ড বীৰত্বৰে প্ৰতিৰোধ আৰম্ভ কৰিছিল। তেওঁলোকৰ এই কামে ৰুচ শ্ৰমিক আন্দোলনৰ ইতিহাসত এক নতুন অধ্যায় সংযোজিত কৰিছিল।[1]

সেই একে বছৰেই ৰাচিয়াৰ শ্ৰমিকসকলে ছাত্ৰ আন্দোলনৰ প্ৰতি সমৰ্থন জনাই আন্দোলনৰ কাৰ্যসূচীত সক্ৰিয় অংশ লৈছিল।[2]

আন্দোলনবোৰ সমাজৰ কোনো এটা বিশেষ গোটৰ আছুতীয়া সংগ্ৰাম হৈ থকাৰ পৰিবৰ্তে এনেদৰে এক ব্যাপক গণ-আন্দোলনৰ চৰিত্ৰ লাভ কৰিছিল।

১৯০২ চনৰ মে' দিবসৰ দিনা চৰমভ চহৰত পিয়টৰ জলমভ নামৰ শ্ৰমিকজনে পোন প্ৰথমবাৰৰ বাবে শ্ৰমিকসকলৰ সমাবেশত ৰঙা পতাকা উত্তোলন কৰি শ্লোগান দিছিল, 'স্বৈৰতন্ত্ৰ নিপাত যাওক—গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ দীৰ্ঘজীৱী হওক'—( Down with Autocracy, long live the Democratic Republic )।[3]

প্ৰথমবাৰৰ বাবে স্পষ্টকৈ জাৰ স্বৈৰতন্ত্ৰক উৎখাত কৰি, ৰাজতন্ত্ৰৰ সমাপ্তি ঘটাই এখন গণতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ আদৰ্শ শ্ৰমিক শ্ৰেণীৰ মাজৰ পৰা তুলি ধৰা হৈছিল। এয়ে আছিল আৰম্ভণি—ৰুচ শ্ৰমিক আন্দোলন ক্ৰমে ৰাজনৈতিক আন্দোলনৰ দিশলৈ আগবঢ়াৰ এয়ে সূত্ৰপাত। আৰু, এই দাবীটোৱেই আছিল ৰুচ শ্ৰমিক শ্ৰেণীয়ে তুলি ধৰা প্ৰথম ৰাজনৈতিক দাবী।

স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে জেহাদ ঘোষণা হৈ গ'ল।

১৯০২-ত চনৰ দুবছৰত ৰাচিয়াৰ প্ৰায়বোৰ বিশ্ববিদ্যালয়তে ছাত্ৰ আন্দোলন আৰম্ভ হৈছিল। এই আন্দোলনবোৰতো গণতান্ত্ৰিক অধিকাৰ, স্বাধীনতা আদি ৰাজনৈতিক দাবীয়ে অগ্ৰাধিকাৰ পাবলৈ আৰম্ভ কৰিছিল। খেতিয়ক সমাজৰ মাজতো দিনে দিনে অসন্তোষ আৰু বিক্ষোভ বাঢ়ি আহিছিল। ৰাচিয়াৰ ট্ৰেন্স ককেচীয় অঞ্চলৰ অনা-ৰুচ জাতিসত্তাবোৰৰ মাজতো জাৰ স্বৈৰতন্ত্ৰৰ দমন-পীড়নৰ বিৰুদ্ধে জাতীয় আন্দোলন আৰু বিক্ষোভবোৰে মূৰ দাঙি উঠিবলৈ আৰম্ভ কৰিছিল। এই বিৰাট গণ-জাগৰণত খাটিখোৱা শ্ৰেণীবোৰেই আন্দোলনৰ মূল শক্তি হিছাপে আগলৈ ওলাই আহিছিল।[4]

এই জাগৰণৰ অভিজ্ঞতাৰ পৰা সাৰ সংকলন কৰি লেনিনে বাৰে বাৰে এই বিক্ষোভক নেতৃত্ব দিযাৰ বাবে এটা একত্ৰিত সমাজ-গণতান্ত্ৰিক শ্ৰমিক দল গঠনৰ প্ৰযোজনীয়তা দেখুৱাইছিল আৰু দল বিভাজনৰ ( দ্বিতীয় কংগ্ৰেছৰ ) আগেয়ে ইস্ক্ৰাৰ পাতত এই বিষয়ে আৰু বুৰ্জোৱা গণতান্ত্ৰিক আন্দোলনত শ্ৰমিক শ্ৰেণীৰ নেতৃত্ব প্ৰতিষ্ঠা কৰাৰ বিষয়ে বাৰে বাৰে লিখিছিল। এনে পৰিস্থিতিতে দ্বিতীয় আৰু তাৰ পাছত তৃতীয় মহাসভা অনুষ্ঠিত হৈছিল আৰু সমাজ-গণতান্ত্ৰিক শিবিৰৰ ঐতিহাসিক বিভাজন ঘটিছিল।

এনে সময়তে ৰাচিযা জাপানৰ লগত যুদ্ধত সোমাই পৰে।

১৯০৪ চনৰ জানুৱাৰী মাহত জাপানে ৰাচিযাৰ পূব প্ৰান্তৰ পৰ্ট আৰ্থাৰ আক্ৰমণ কৰিলে।

জাপানী নৌবহৰে এই বন্দৰ সমুদ্ৰৰ পৰা অৱৰোধ কৰে আৰু মাঞ্চুৰিয়াত সেনা অৱতৰণ কৰাই পাছফালৰ পৰা এই বন্দৰ ঘেৰি লয। ৰাচিয়াৰ বিক্ষোভ-মুখৰ আভ্যন্তৰীণ পৰিস্থিতিৰ পৰা জনসাধাৰণৰ মনোযোগ আঁতৰাই নিবৰ এটা সুবৰ্ণ সুযোগ আহি উপস্থিত হ'ল বুলি জাৰ চৰকাৰেও মহা উৎসাহেৰে জাপানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে।

ৰাচিয়াৰ সাধাৰণ সেনা আৰু বিষয়াসকলে অমিত বিক্ৰমেৰে যুদ্ধ কৰিছিল যদিও সামৰিক বাহিনীৰ বৰমুৰীয়া নেতাসকলৰ অৰ্কমণ্যতা, হেমাহি আৰু বিশ্বাসঘাতকতাত ৰুচ বাহিনীৰ পৰাজয় হ'ল।

জাপানী সেনাই পৰ্ট আৰ্থাৰ অধিকাৰ কৰি মাঞ্চুৰিয়াইদি সোমাই আহিল।

অৰ্থনৈতিক, সামৰিক, ঔদ্যোগিক সকলোফালৰ পৰা পশ্চাৎপদ ৰাচিয়া যুদ্ধত বেয়াকৈ হাৰিল। ১৯০৫ চনৰ আগষ্ট মাহত আমেৰিকাৰ পৰ্টচমাউথত দুই দেশৰ মাজত এখন শান্তি চুক্তি সম্পাদিত হ'ল। ৰাচিয়াই এই চুক্তিৰ ফলত পৰ্ট আৰ্থাৰ বন্দৰ আৰু দক্ষিণ চখোলিন দ্বীপপুঞ্জ হেৰুৱালে, মাঞ্চুৰিয়াৰ পৰা ৰুচ সেনা অপসাৰণ কৰি আনিলে আৰু কোৰিয়াৰ ওপৰত জাপানৰ আধিপত্য স্বীকাৰ কৰি ল'লে।

এই যুদ্ধ আৰু পৰাজয়ে এহাতে ৰাচিয়াৰ দুৰ্বল অৰ্থনীতি একেবাৰে কোঙা কৰি পেলালে আৰু আনহাতে জনসাধাৰণৰ মনত জাৰ চৰকাৰৰ বিৰুদ্ধে জন্ম দিলে অধিক বিক্ষুব্ধিৰ। অৰ্থনৈতিক সংকট আৰম্ভ হোৱাৰ লগে লগে ৰাচিয়াত নিত্যব্যৱহাৰ্য সামগ্ৰীৰ দাম সোঁ-সোঁকৈ বাঢ়িবলৈ ধৰিলে, কল-কাৰখানাবোৰ বন্ধ হ'বলৈ ধৰিলে, নিবনুৱাৰ সংখ্যা বাঢ়ি আহিল আৰু দেশৰ চাৰিওফালে অসন্তোষ বিয়পি পৰিল।

বৃহৎ ৰুচ জাতীয় চেতনা আৰু উগ্ৰজাতীয়তাবাদী চিন্তা জগাই তুলিবলৈ আৰু দেশৰ অভ্যন্তৰৰ শোচনীয় পৰিস্থিতিৰ পৰা মানুহৰ মনোযোগ আঁতৰাবৰ বাবে এই যুদ্ধৰ জৰিয়তে চৰকাৰে যি চেষ্টা কৰিছিল সিও বিফল হ'ল। আনকি যুদ্ধৰ মাজতে যুদ্ধৰ এজন উৎসাহী সমৰ্থক আভ্যন্তৰীণ মন্ত্ৰী প্লেভক ৰুচ বিপ্লৱীসকলে তেওঁৰ গাড়ীৰে সৈতে বিস্ফোৰণত উৰাই দিলে ( জুলাই, ১৯০৪ )। ইয়াৰ পাছত সংস্কাৰপন্থী বুলি জনাজাত ৰাজকুমাৰ পি ভি চাভায়াতপল্ক মিৰস্কি আভ্যন্তৰীণ মন্ত্ৰী হ'ল। এওঁৰ দিনতে দেশৰ উদাৰনৈতিক শক্তিবোৰ আৰু বুদ্ধিজীৱীসকলে দেশত জৰুৰী সংস্কাৰৰ দাবীত জাৰৰ ওচৰত এখন স্মাৰকপত্ৰ দাখিল কৰিলে।

দেশৰ 'জেমষ্টভ্'বোৰৰ উদাৰনৈতিক নেতাসকলে ৰাজধানী চেণ্ট পিটাৰ্চবাৰ্গত গোট খালে আৰু এই স্মাৰকপত্ৰখন প্ৰস্তুত কৰিলে। ইয়াত তেওঁলোকে ব্যক্তিৰ জীৱন আৰু স্বাধীনতাৰ অলংঘনীয় অধিকাৰৰ স্বীকৃতি দিবলৈ দাবী জনালে। আইনৰ চকুত সকলো সমান আৰু আইনৰ সহায় নোলোৱাকৈ চৰকাৰে যিকোনো ব্যক্তিক আটক কৰিব আৰু শাস্তি দিব যাতে নোৱাৰে তাক উত্থাপন কৰা হ'ল। লগতে দাবী কৰা হ'ল বিভিন্ন স্বাধীনতা। বিশেষকৈ চিন্তাৰ স্বাধীনতা, এক মুক্ত প্ৰেছ ব্যৱস্থা, সভা-সমিতি পতা, গোটপিট খোৱাৰ অধিকাৰ, সংগঠন গঢ়ি তোলাৰ আৰু সকলোৰে সমান মানৱীয় অধিকাৰ দাবী কৰা হ'ল। ইয়াৰ উপৰিও দেশৰ আইন প্ৰণয়ন, বাজেট নিয়ন্ত্ৰণ আৰু চৰকাৰৰ কাম কাজৰ ওপৰত চকু দিবৰ বাবে এখন সুকীয়া নিৰ্বাচিত সভা বা সংসদ গঠনৰ প্ৰশ্নও উত্থাপন কৰা হ'ল। ৰাচিয়াৰ বুদ্ধিজীৱীসকল আৰু উদাৰনৈতিক বৃত্তিত নিয়োজিত ব্যক্তিসকল যেনে দেশৰ ডাক্তৰ, উকীল, শিক্ষক, অধ্যাপক, ইঞ্জিনিয়াৰ আদিয়ে এই 'জেমষ্টভ্' প্ৰস্তাৱৰ প্ৰতি সমৰ্থন আগবঢ়ালে। ৰাজধানীত তেওঁলোকে বিভিন্ন ভোজসভাৰ আয়োজন কৰি নিজৰ সমৰ্থন প্ৰকাশ কৰিলে। এই জেমষ্টভ্ বোৰ আছিল উনবিংশ শতিকাত গঠন কৰা ৰাচিয়াৰ স্থানীয় স্বায়ত্ত শাসনৰ অনুষ্ঠান। ডিচেম্বৰ বিদ্ৰোহৰ পাছৰ সংস্কাৰৰ কালত এইবোৰ গঠন কৰা হৈছিল। বিস্তীৰ্ণ ৰুচ গ্ৰামাঞ্চলত এই অনুষ্ঠানবোৰ আছিল আৰু এইবোৰে বাটপথ নিৰ্মাণ কৰা, স্বাস্থ্যসেৱা আৰু শিক্ষাব্যৱস্থা পৰিচালনা কৰিছিল। এইবোৰ নিৰ্বাচনৰ দ্বাৰা গঠন কৰা হৈছিল, কিন্তু নিৰ্বাচনী প্ৰক্ৰিয়া

এনে ধৰণৰ আছিল যে এইবোৰ গাঁৱৰ সম্পত্তিশালী ভূস্বামীহঁতৰ অনুষ্ঠান হৈ উঠিছিল। দেশত জাৰতন্ত্ৰৰ এটা ডাঙৰ সমৰ্থন আৰু প্ৰতিক্ৰিয়াৰ ঘাটি আছিল এইবোৰ। কিন্তু, একে সময়তে আকৌ শিক্ষিত মানুহৰ সম্মিলন হিছাপে ইয়াৰ মাজেদিয়েই বিভিন্ন উদাৰনৈতিক আৰু গণতান্ত্ৰিক চিন্তাধাৰায়ো বিকাশ লাভ কৰিছিল। সংস্কাৰৰ দাবী সংগঠিতভাৱে এইবোৰৰ মাজৰ পৰা উত্থাপিত হৈছিল। ৰুচ জনতাক ৰাজনৈতিকভাৱে শিক্ষিত কৰাতো প্ৰথমে এই অনুষ্ঠানবোৰৰ মাজেদিয়েই আৰম্ভ হৈছিল। আকৌ, জাৰ প্ৰশাসনে যেতিয়া কৃষক বিদ্ৰোহ দমন কৰিবলৈ আগবাঢ়িছিল, তেতিয়া এইবোৰেই চৰকাৰৰ প্ৰধান সহায়ক অনুষ্ঠান হৈ পৰিছিল (অক্টোবৰ বিপ্লৱৰ পাছত বিপ্লৱবিৰোধী বুৰ্জোৱা প্ৰতিক্ৰিয়াৰ ঘাটি হৈ পৰা এই অনুষ্ঠানবোৰক ভাঙি দিয়া হয়)।

এই উদাৰনৈতিক জেমস্টভ্ নেতাসকলে দিয়া স্মাৰকপত্ৰখনৰ প্ৰতি জাৰে কোনো ধৰণৰ সঁহাৰিয়েই নজনালে। ১৯০৪ চনৰ চেপ্তেম্বৰ মাহত, যুদ্ধৰ মাজতেই, দেশত এইদৰেই শান্তিপূৰ্ণ উপায়েৰে সংস্কাৰ সাধন কৰাৰ শেষ সুযোগো নাইকিয়া হৈ গ'ল।

১৯০৫ চনৰ ৩ জানুৱাৰীৰ দিনা বিপ্লৱ আৰম্ভ হ'ল বুলি ক'ব পাৰি। সেইদিনা ৰাজধানীৰ বৃহৎ পুটিলভ কাৰখানাৰ শ্ৰমিকসকলে ধৰ্মঘট আৰম্ভ কৰিলে। তেৰ হাজাৰ শ্ৰমিকে এই হৰতালত ভাগ ললে। চাৰিদিনৰ ভিতৰতে এই ধৰ্মঘটৰ সমৰ্থনত চেণ্ট পিটাৰ্চবাৰ্গৰ বাকী শ্ৰমিকসকলেও হৰতাল আৰম্ভ কৰিলে। 'পুটিলভ ফেক্টৰীৰ' ষ্ট্ৰাইকে এক সাধাৰণ ধৰ্মঘট—'জেনেৰেল ষ্ট্ৰাইক'ৰ —ৰূপ ললে।

এই আন্দোলনবোৰত বিভিন্ন ধৰণৰ ৰাজনৈতিক মতাদৰ্শৰ নেতাই নেতৃত্ব দিছিল। তেওঁলোকৰ ভিতৰত বাওঁপন্থী বিপ্লৱীৰ পৰা সোঁপন্থী, জাৰপন্থী আৰু ধৰ্মীয় নেতালৈকে আছিল। শ্ৰমিকসকলৰ বিক্ষুব্ধৰ সুযোগ লৈ নেতৃত্ব দিবলৈ সকলো মতবাদৰ লোকে প্ৰায় হেতা-ওপৰা লগাইছিল। চাৰিওফালে কাঠফুলা গজাদি 'যুবাট'ৰ' নামৰ বিভিন্ন শ্ৰমিক সংগঠনবোৰ গঢ়ি উঠিছিল। সমাজ-গণতান্ত্ৰিকসকল সফল হ'ব নোৱাৰাৰ সুযোগতে এনে সংগঠনবোৰ জন্ম লব পাৰিছিল। এনে বহুত সংগঠন আকৌ জাৰৰ গোপন পুলিচৰ পৃষ্ঠ-পোষকতাত গঢ় লৈ উঠিছিল। শ্ৰমিক আন্দোলনক বিপথে পৰিচালিত কৰি ইয়াক দুৰ্বল কৰি তোলাই এইবোৰৰ উদ্দেশ্য আছিল।

এনে এক প্ৰচেষ্টা এইবাৰ আৰম্ভ হ'ল।

গেপন নামৰ ধৰ্মযাজক এজনে সেই সময়ত চেণ্ট পিটাৰ্চবাৰ্গত 'চেণ্ট-পিটাৰ্চবাৰ্গৰ ৰুচ শ্ৰমিকসকলৰ সম্মিলন' নামৰ এটা শ্ৰমিক সংগঠন গঢ়ি তুলিছিল। এইবাৰ তেওঁ ৰাজধানীৰ শ্ৰমিকসকলে তেওঁলোকৰ দুখ-দুৰ্দশাৰ কথা আৰু দাবীবোৰ সম্বলিত এখন স্মাৰকপত্ৰ এক বিৰাট শ্ৰমিক সমদল

উলিয়াই জাৰৰ হাতত দিয়াৰ প্ৰস্তাৱ তুলিলে। শ্ৰমিকসকলৰ দুখ-দুৰ্দশাৰ কথা জানিলে দয়ালু জাৰে নিশ্চয় তেওঁলোকৰ অৱস্থা উন্নত কৰাৰ চেষ্টা কৰিব।[5] ৰাজনৈতিকভাৱে অসংগঠিত শ্ৰমিকসকলৰ মাজত এই প্ৰস্তাৱটো তৎকালে জনপ্ৰিয় হৈ পৰিল। সাধাৰণ শ্ৰমিকসকলৰ মাজত তেতিয়াও জাৰতন্ত্ৰৰ প্ৰতি গভীৰ আস্থা আৰু জাৰৰ দয়াৰ ওপৰত ভৰসা আছিল। দলে দলে শ্ৰমিকসকলে সমদল কৰি স্মাৰকপত্ৰ দিবলৈ যাবলৈ সাজু হ'ল।

সংখ্যাত তেনেই তাকৰ বলচেভিকসকলে প্ৰথমে এই স্মাৰকপত্ৰ দিব খোজাৰ ঘোৰ বিৰোধিতা কৰিছিল। শ্ৰমিকসকলক তেওঁলোকে বুজাইছিল যে এনে দৰে জাৰৰ কৰুণা বিচাৰি কোনো লাভ নাই, শ্ৰমিকসকলে নিজৰ অধিকাৰ আন্দোলনৰ দ্বাৰা সাব্যস্ত কৰিব লাগিব। কিন্তু, শ্ৰমিকসকল সমদলত যাবলৈ দলে দলে সাজু হোৱাত বলচেভিকসকলেও তেওঁলোকৰ লগত যোগ দিলে।

৯ জানুৱাৰী। চেণ্ট পিটাৰ্চবাৰ্গৰ ৰাজপথ সেইদিনা জনতাৰে লোকাৰণ্য। শ্ৰমিকসকলে পুৰাই তেওঁলোকৰ পৰিয়াল, ল'ৰা-ছোৱালী লৈ সমদলত যোগ দিলেহি। ঘৰৰ বুঢ়া-বুঢ়ীবোৰো আহিল। চাওঁতে চাওঁতে এক লাখ চল্লিশ হাজাৰ লোকৰ এটা বিৰাট সমদলে নানা তৰহৰ শ্লোগান, গান-বাজনাৰে ৰাজধানীৰ আকাশ-বতাহ কঁপাই জাৰৰ শীতপ্ৰাসাদৰফালে আগবাঢ়িল। যাৰ য'ত যি বাদ্যযন্ত্ৰ আছিল সেইবোৰো লৈ আহিল। ৰঙা পতাকা আৰু ফেষ্টুনত 'ৰুটি, স্বাধীনতা আৰু মৈত্ৰীৰ' দাবী লেখি লোৱা হ'ল। শ্লোগানেৰে আকাশ কঁপাই নিৰস্ত্ৰ জনতা প্ৰাসাদৰ ফালে আগবাঢ়িল।

জাৰ চৰকাৰৰ নিৰ্দেশত হঠাৎ এই নিৰস্ত্ৰ, প্ৰতিৰক্ষাহীন সমদলৰ ওপৰত অপ্ৰৰোচিতভাৱে গুলি চালনা কৰা হ'ল। প্ৰকৃততে চৰকাৰৰ গোপন পুলিচৰ এইটো পূৰ্ব পৰিকল্পিত ষড়যন্ত্ৰ আছিল আৰু যাজক গেপন তথা তেওঁৰ শ্ৰমিক সম্মিলনক এই কামৰ বাবেই ব্যৱহাৰ কৰা হৈছিল।

চেণ্ট পিটাৰ্চবাৰ্গৰ ৰাজপথ এহেজাৰ মৃত আৰু পাঁচ হেজাৰৰ অধিক আহত জনতাৰ তেজেৰে ৰাঙলী হৈ উঠিল।

চৰকাৰে ভাবিছিল যে এনে কঠোৰ পদক্ষেপেৰে শ্ৰমিকসকলৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰি সকলো বিপ্লৱী আন্দোলন একেকোবেই দমন কৰিব পৰা যাব। ভয়ত তাপ মাৰি কোনেও আৰু হৰতাল কৰাৰ সাহস নকৰিব।

কিন্তু, ইয়াৰ ফল ওলোটা হ'ল।

নিৰস্ত্ৰ জনগণক ৰাজপথত কুকুৰ-মেকুৰীৰ দৰে হত্যা কৰা ঘৃণনীয় কাৰ্যৰ প্ৰতিবাদত দেশৰ চৌদিশে প্ৰতিবাদৰ খলকনি উঠিল। প্ৰায়বোৰ ৰাজনৈতিক গোটে ইয়াক একবাক্যে গৰিহণা দিলে। লেনিনে ইয়াক 'শান্তিপ্ৰিয় আৰু প্ৰতিৰক্ষাহীন জনতাৰ পূৰ্ব পৰিকল্পিতভাৱে আৰু ঠাণ্ডা মগজুৰে কৰা ঘৃণনীয় গণহত্যা' বুলি অভিহিত কৰিলে।[6]

মানুহক সন্ত্ৰাসেৰে স্তব্ধ কৰাৰ পৰিবৰ্তে এই হত্যাকাণ্ডই বিপ্লৱৰ জুইকুৰা জ্বলাইহে তুলিলে।

জাৰৰ দয়া আৰু কৰুণাৰ ওপৰত সাধাৰণ মানুহৰ যিকণ মোহ বা বিশ্বাস আছিল, এই নৃশংস হত্যাকাণ্ডই তাক শেষ কৰি পেলালে। সাধাৰণ মানুহ বেছিকৈ সচেতন আৰু স্বৈৰতন্ত্ৰবিৰোধী হৈ পৰিল। বিপ্লৱী ভাবাদৰ্শৰ প্ৰতি মানুহৰ মন বেছিকৈ ঢাল খাবলৈ ধৰিলে। শ্ৰমিক সংগঠন আৰু নেতাসকলৰ মাজতো স্বৈৰতন্ত্ৰক উৎখাত কৰিবলৈ বিপ্লৱৰ প্ৰয়োজনীয়তা আৰু বিপ্লৱত জনতাই নিজক ৰক্ষা কৰিবলৈ সশস্ত্ৰ হোৱাৰ আৱশ্যকতা সম্পৰ্কে গভীৰভাৱে বুজি উঠিবলৈ ধৰিলে। তাতোকৈও ডাঙৰ কথা ঃ ৰাচিয়াৰ আগন্তুক বিপ্লৱৰ চৰিত্ৰ যদিও মূলতে বুৰ্জোৱা গণতান্ত্ৰিক হ'ব, এই বিপ্লৱত সংগঠিত শ্ৰমিক শ্ৰেণীৰ আগৰণুৱা আৰু মুখ্য ভূমিকাৰ কথাও এই ঘটনাই প্ৰতিপন্ন কৰি দেখুৱালে।

ৰাচিয়াৰ শ্ৰমিক আন্দোলনৰ চেহেৰাই সলনি হৈ গ'ল।

১৯০৫ চনৰ বছৰৰ আৰম্ভণিতেই ৰাচিয়াত ৪ লাখ ৪০ হেজাৰ শ্ৰমিক হৰতালত চামিল হ'ল।

এই বিৰাট সংগ্ৰামৰ মাজেৰে এটা নতুন ধৰণৰ সংগঠনেও জন্ম লাভ কৰিলে। ই হ'ল 'চভিয়েট'।

ৰুচ বিপ্লৱ সম্পাদনত এক গুৰুত্বপূৰ্ণ ঐতিহাসিক ভূমিকা লোৱা এই চভিযেট সংগঠনবোৰৰ বিষয়ে কিছু কথা ঠোৰতে আলোচনা কৰা ভাল হ'ব। এই সংগঠনবোৰ পৰিস্থিতিৰ দাবীত প্ৰথমে স্বতঃস্ফূৰ্তভাৱে গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল। ইভান'ভ'ভজনেচেস্ক নামৰ কাৰখানা চহৰখনতেই প্ৰথমটো চভিয়েট গঢ় উঠা বুলি কোৱা হয়। শ্ৰমিক আন্দোলনক নেতৃত্ব দিবলৈ, পৰিচালনা কৰিবলৈ আৰু সেই সময়ৰ দৈনন্দিন সমস্যাবোৰ সমাধান কৰিবলৈ শ্ৰমিকসকলে নিজৰ মাজৰ পৰা প্ৰতিনিধি নিৰ্বাচিত কৰি এই চভিয়েটবোৰ গঢ়ি তুলিছিল। ৰাচিযাৰ বিভিন্ন ঠাইত, আনকি গাঁও অঞ্চলৰ খেতিয়কৰ মাজতো এইবোৰ সৃষ্টি হৈছিল। ইভানভ'ভজনেচেস্ক কাৰখানা চহৰৰ প্ৰথমটো চভিয়েট শ্ৰমিকসকলৰ ৭২ দিনীয়া ধৰ্মঘটৰ ফলতেই গঢ়ি উঠিছিল। ধৰ্মঘটৰ নেতৃত্বৰ লগতে এই চভিযেটে চহৰখনত শান্তি-শৃংখলা ৰক্ষা কৰা, সাধাৰণ প্ৰশাসন পৰিচালনা কৰা আৰু ধৰ্মঘট দমন কৰিবলৈ অহা চৰকাৰী সেনাবাহিনীক প্ৰতিৰোধ কৰিবলৈ সশস্ত্ৰ অৰ্ধসামৰিক গোট নিৰ্মাণ কৰাৰ কামো কৰিছিল। এই আন্দোলনৰ ফলত চহৰৰ শ্ৰমিকসকলে কাৰখানাৰ কামৰ সময় ১০ ঘণ্টালৈ কমাবলৈ সক্ষম হৈছিল।[7]

চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীত গঢ়ি উঠা 'চভিয়েট'কে সেইসময়ৰ এই সংগঠনৰ মডেল বা আৰ্হি বুলি ক'ব পৰা যায়।

মহানগৰীৰ বিভিন্ন কাৰখানাৰ দুই লাখ পঞ্চাশ হাজাৰ শ্ৰমিকৰ মাজৰ পৰাচ পাঁচশ পঞ্চাশজন প্ৰতিনিধি নিৰ্বাচিত কৰি এই চভিয়েট গঢ়ি তোলা হৈছিল।[8] এই চভিয়েটে 'ইজভেৎচিয়া' নামৰ এখন বাতৰি কাকতো প্ৰকাশ কৰিছিল।[9] চেণ্ট পিটাৰ্চবাৰ্গ মহানগৰীৰ শ্ৰমিক আন্দোলনক নেতৃত্ব আৰু গতি দিবলৈ এই চভিয়েটৰ জন্ম হৈছিল। ইয়াৰ নিৰ্বাচিত সদস্যসকলৰ মাজত মানচেভিক, উদাৰনৈতিক আৰু নিৰপেক্ষ লোকেই সৰহ আছিল। বলচেভিকসকলৰ সংখ্যা আছিল নগণ্য। বাস্তৱিকতে বাচিয়াৰ সকলোবোৰ চভিয়েটতে প্ৰথম অৱস্থাত এওঁলোক তেনেই সংখ্যালঘিষ্ঠ বা সময়ত অনুপস্থিতো আছিল। এই চেণ্ট পিটাৰ্চবাৰ্গ চভিয়েটৰ মাজেৰেই আত্মপ্ৰকাশ কৰিছিল এজন বাক্‌পটু দক্ষ তৰুণ নেতাই, তেওঁৰ নাম আছিল লিঅ' ট্ৰটস্কি। তেওঁ এই চভিয়েটৰ সভাপতিৰূপে নিৰ্বাচিত হৈছিল। জাৰ চৰকাৰে কিছু দিনৰ ভিতৰতে এই চভিয়েটখন ভাঙি দিয়ে আৰু ট্ৰটস্কিক গ্ৰেপ্তাৰ কৰে। ইয়াৰ পিছত হোৱা বিচাৰত ট্ৰটস্কিয়ে নিজৰ সমৰ্থনত জ্বালাময়ী ভাষণেৰে শীঘ্ৰে দেশৰ চৌদিশে জনাজাত হৈ উঠে।

চভিয়েটবোৰ জন্ম হোৱাত প্ৰথমে বলচেভিকসকল কিছু বিমোৰত পৰিছিল। এই নতুন সংগঠনটোক কেনেদৰে লব তেওঁলোকে ধৰিব পৰা নাছিল। কিন্তু লেনিনে অতি সোনকালেই এই চভিয়েটবোৰ সম্পৰ্কে দলৰ স্পষ্ট নীতি নিৰ্ধাৰণ কৰিবলৈ সক্ষম হ'ল। তেওঁ স্পষ্টকৈ ক'লে যে চভিয়েটবোৰ শ্ৰমিক শ্ৰেণীৰ চৰকাৰৰ চৰকাৰ বা সংসদৰ চৰিত্ৰৰ নহয়, এইবোৰ হ'ল নিৰ্দিষ্ট লক্ষ্য পূৰণৰ বাবে একো একোটা সংগ্ৰামী সংগঠন'।[10] দলৰ লগত চভিয়েটৰ সম্পৰ্ক কেনে হ'ব সেই ক্ষেত্ৰতো তেওঁ ক'লে যে চভিয়েটবোৰ মূলতে নিৰ্দলীয় বা দলৰ বাহিৰৰ গণসংগঠন, যিবোৰে শ্ৰমিক শ্ৰেণীৰ মাজত দলৰ ৰাজনীতি আৰু প্ৰভাৱ বিস্তাৰৰ আহিলা হ'ব। সেয়ে চভিয়েটবোৰৰ কাম-কাজত বলচেভিকসকলে সক্ৰিয় ভূমিকা লোৱা উচিত। এই প্ৰাথমিক সূত্ৰায়ন তেওঁ পাছত কিছু সলনি আৰু বিকাশ কৰিছিল, কিন্তু প্ৰথমেই চভিয়েট সম্পৰ্কে সঠিক নীতি লবলৈ সক্ষম হোৱা বাবে লেনিনৰ নেতৃত্বত বলচেভিকসকলে এই অনুষ্ঠানক বিপ্লৱৰ সময়ত সুন্দৰকৈ ব্যৱহাৰ কৰিব পাৰিছিল।

পৰৱৰ্তী অধ্যায়বোৰত চভিয়েটবোৰৰ ভূমিকাৰ কথা আমি ক্ৰমে পাই যাম যদিও এইখিনিতে কিছু কথা আগতীয়াকৈ কৈ থোৱাতো ভাল হ'ব। ই আমাক ঘটনা প্ৰৱাহৰ তাৎপৰ্য বুজাত সহায় কৰিব।

১৯১৭ চনলৈ চভিয়েটবোৰ ৰুচ জাতীয় জীৱনৰ এক গুৰুত্বপূৰ্ণ সংগঠন হৈ পৰিছিল। সেই বছৰ বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ বিজয় আৰু জাৰ স্বৈৰতন্ত্ৰৰ উৎখাতৰ পাছত দেশৰ ৰাষ্ট্ৰক্ষমতা দ্বৈতভাৱে অস্থায়ী অন্তৰ্বৰ্তীকালীন চৰকাৰ আৰু চভিয়েটবোৰৰ হাতলৈ আহিছিল। সেই সময়ত শ্ৰমিক, খেতিয়ক আৰু সেনাবাহিনীৰ মাজত এই চভিয়েটবোৰ প্ৰতিষ্ঠিত হৈছিল আৰু এইবোৰে

এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। চভিয়েটবোৰৰ মাজেদিয়েই শ্ৰমিক শ্ৰেণীয়ে সমাজত নিজৰ নেতৃত্ব কায়েম কৰিবলৈ সক্ষম হৈছিল। ফেব্ৰুৱাৰীৰ গণতান্ত্ৰিক বিপ্লৱৰ বিজয়ৰ পাছত বলচেভিকসকলে সেয়ে বুৰ্জোৱা দলবোৰৰ প্ৰাধান্য থকা অস্থায়ী চৰকাৰৰ হাতৰ পৰা দেশৰ সকলো ক্ষমতা চভিয়েটৰ হাতলৈ অনাৰ দাবী উত্থাপন কৰিছিল আৰু ৰাচিয়াত চভিয়েটবোৰক ভিত্তি কৰি এক নতুন ধৰণৰ চভিয়েটবোৰৰ প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠাৰ দাবী তুলিছিল। ইতিমধ্যে চভিয়েটবোৰত বলচেভিক দলে নিজৰ নেতৃত্ব কায়েম কৰিবলৈ সক্ষম হৈছিল। মানচেভিক, সমাজবাদী বিপ্লৱী, নৈৰাজ্যবাদীহঁতৰ কবলৰ পৰা বলচেভিকসকলে চভিয়েটৰ নিৰ্বাচনৰ জৰিয়তে এইবোৰ দখল কৰিবলৈ সক্ষম হৈছিল। সেই পৰিস্থিতিত তেওঁলোকে সেয়ে পুৰণা ব্যৱস্থাৰ অনুষ্ঠান প্ৰতিষ্ঠানবোৰৰ পৰিবৰ্তে যিবোৰ বুৰ্জোৱা মতাদৰ্শ আৰু ৰাজনীতিৰ খুটি হৈ পৰিছিল, এই চভিয়েটবোৰক লৈ এক নতুন বৈপ্লৱিক ব্যৱস্থা গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল, আৰু এই কামত সফলকাম হৈছিল। ৰুচ বিপ্লৱ আৰু বলচেভিক দলৰ সফলতা বহু পৰিমাণে এনেদৰে চভিয়েটবোৰৰ জন্ম, আৰু উচিত ব্যৱহাৰৰ লগত জড়িত হৈ আছিল। এই কাহিনী আৰু ইয়াৰ ঐতিহাসিক প্ৰয়োজনীয়তা তথা অনিবাৰ্যতাৰ বিষয়ে আমি ক্ৰমে পাই যাম।

ইতিমধ্যে ১৯০৫ চনৰ বিপ্লৱত শ্ৰমিক শ্ৰেণীৰ বিপ্লৱী কৌশলে নতুন নতুন ৰূপ ধাৰণ কৰিছে।

যেতিয়াই শ্ৰমিকসকলৰ আন্দোলন আৰু ধৰ্মঘট ভাঙিবৰ বাবে সেনাবাহিনী আহিছে, তেতিয়া তেওঁলোকে বেৰিকেড সাজি অস্ত্ৰ-শস্ত্ৰৰে বাধা দিবলৈ আৰম্ভ কৰিছে। শ্ৰমিক আন্দোলন এনেদৰেই সশস্ত্ৰ হৈ উঠিবলৈ আৰম্ভ কৰিলে। এনে প্ৰথম ঘটনাটো ঘটে লড্জ নগৰত। ইয়াত ধৰ্মঘটকাৰী শ্ৰমিকসকলৰ দুৰ্বল বাহিনীয়ে বেৰিকেড সাজি তিনিদিন সেনাবাহিনীৰ আক্ৰমণ প্ৰতিহত কৰি ৰাখিছিল। ইয়াৰ পাছত অডেচাত একেই ঘটনা ঘটে।

শ্ৰমিকসকলে এই ধৰ্মঘটবোৰত দুটা শিবিৰৰ বিৰুদ্ধে যুঁজিবলগীয়া হৈছিল। এহাতে তেওঁলোকে নানান তাৎকালিক আৰু অৰ্থনৈতিক দাবী পূৰণৰ বাবে পুঁজিপতি মালিক শ্ৰেণী আৰু আনহাতে মালিকৰ পক্ষ লোৱা জাৰ স্বৈৰতন্ত্ৰৰ সেনাৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলগীয়া হৈছিল। গতিকে এনে ধৰ্মঘটবোৰৰ একেধাৰে জাৰ স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে গণতান্ত্ৰিক সংগ্ৰাম আৰু পুঁজিবাদী শোষণৰ বিৰুদ্ধে শ্ৰেণীসংগ্ৰামৰ চৰিত্ৰ আছিল। লেনিনে এনে ধৰ্মঘটবোৰক সেয়ে গণবৈপ্লৱিক ধৰ্মঘট ( Mass Revolutionary Strike ) বুলি সূত্ৰবদ্ধ কৰিছিল। এনে সংগ্ৰামবোৰে লাহে লাহে গৈ খোলাখুলি সশস্ত্ৰ সংগ্ৰাম আৰু অভ্যুত্থানৰ ৰূপ গ্ৰহণ কৰিছিল।[11]

বলচেভিক দলে লেনিনৰ নেতৃত্বত এনে গণবৈপ্লৱিক ধৰ্মঘটবোৰ বিকশাই তোলা আৰু এইবোৰৰ নেতৃত্ব দিবলৈ অহৰহ চেষ্টা কৰিছিল।

শ্ৰমিক শ্ৰেণীৰ এই সংগ্ৰামৰ প্ৰভাৱ গাঁৱৰ খেতিয়কসকলৰ ওপৰতো পৰিবলৈ ধৰিছিল।

১৯০৫ চনৰ শৰৎকালত ৰাচিয়াৰ গ্ৰামাঞ্চলত কৃষক অভ্যুত্থান আৰম্ভ হয়। খেতিয়কসকলে জমিদাৰৰ বাগানৰ গছ-গছনিবোৰ কাটি পেলাইছিল আৰু ঠায়ে ঠায়ে অত্যাচাৰী জমিদাৰৰ ঘৰ-দুৱাৰ জ্বলাই দিছিল, জমিদাৰকো হত্যা কৰিছিল। সন্ত্ৰস্ত জমিদাৰহঁত ভয়ত গাঁও এৰি ৰাজধানীলৈ পলাই গৈছিল আৰু সেনাবাহিনী পঠাই বিদ্ৰোহী খেতিয়কহঁতক দমন কৰিবলৈ প্ৰশাসনৰ ওপৰত হেঁচা দিছিল। বিদ্ৰোহী খেতিয়কসকলে ইতিমধ্যে নিজৰ সশস্ত্ৰ বাহিনী তৈয়াৰ কৰি তুলিছিল। জাৰ প্ৰশাসনৰ অধীনত খেতিয়কসকলে বাধ্যতামূলকভাৱে সেনাবাহিনীত কাম কৰিব লাগিছিল, অস্ত্ৰ-শস্ত্ৰ, ঘোঁৰা আৰু সামৰিক প্ৰশিক্ষণ তেওঁলোকৰ আছিলেই। এতিয়া তেওঁলোকে লগ হৈ একোটা সশস্ত্ৰ বাহিনী গঢ়ি তুলি গাঁৱে গাঁৱে গৈ খেতিয়কসকলক বিদ্ৰোহৰ বাবে উচটাইছিল আৰু জমিদাৰহঁতৰ ঘৰত জুই দি ফুৰিছিল। সময়ত সুবিধা পালে তেওঁলোকে লুটপাট কৰাৰ পৰা জাৰৰ সেনাবাহিনীৰ লগত যুঁজ কৰালৈকে সকলো কাম কৰিছিল। ইউৰোপীয় ৰাচিয়া, ইউক্ৰাইন আৰু মধ্য ৰাচিয়াৰ সাৰুৱা ক'লা মাটিৰ অঞ্চলত, ( Black earth region ), য'ত পুঁজিবাদী কৃষি ব্যাপকভাৱে গঢ়ি উঠিছিল তাত সৰ্বহাৰা খেতমজুৰ আৰু গৰীব খেতিয়কসকল এনে সংগ্ৰামৰ আগৰণুৱা শক্তি আছিল। এনেদৰে খেতিয়ক বিদ্ৰোহৰ মাজতো ক্ৰমে শ্ৰেণীসংগ্ৰাম আৰু সৰ্বহাৰা উপাদানবোৰৰ প্ৰাধান্য বাঢ়ি আহিছিল। খেতিয়ক সংগ্ৰামেও শ্ৰেণী চৰিত্ৰ লাভ কৰিছিল। বিপ্লৱী খেতিয়কসকলে সশস্ত্ৰ বাহিনীৰ উপৰিও খেতিয়ক সমিতিবোৰ আৰু ঠায়ে ঠায়ে খেতিয়ক চভিয়েটবোৰো গঢ়ি তুলিবলৈ আৰম্ভ কৰিছিল। ১৯০৫ চনৰ ৩১ জুলাইৰ দিনা সৰ্বো ৰাচিয়া ভিত্তিত খেতিয়ক সমিতিবোৰৰ কংগ্ৰেছ বা মহাসভা অনুষ্ঠিত কৰা হৈছিল।

এইসময়ত ৰুচ সামৰিক বাহিনীৰ মাজতো বিক্ষোভে মূৰ দাঙি উঠে। সেনা আৰু নৌ বাহিনীৰ মাজৰ এই বিক্ষোভে জাৰ প্ৰশাসনৰ ভেটি লৰাই তুলিলে। দেশৰ চৌদিশে মূৰ দাঙি উঠা বিপ্লৱী পৰিস্থিতিৰ প্ৰভাৱ সেনা-বাহিনীতো পৰিছিল। এই সময়তেই ৰুচ নৌবহৰৰ বিখ্যাত ৰণতৰী পটেমকিনত বিদ্ৰোহ আৰম্ভ হয়। ১৯০৫ চনৰ বিপ্লৱৰ ই আছিল অন্যতম প্ৰধান ঘটনা।

১৯০৫ চনৰ ৪ জুনৰ দিনা যুদ্ধজাহাজখনৰ নাৱিকসকলে বিদ্ৰোহ ঘোষণা কৰি জাহাজখন দখল কৰি লয়। বিপ্লৱী জাহাজখন লৈ তেওঁলোক কৃষ্ণসাগৰৰ বিখ্যাত পোতাশ্ৰয় ওদেচালৈ আহে। সেই সময়তেই ওদেচা নগৰখনতো বিপ্লৱ হওঁ হওঁ অৱস্থা। নগৰৰ বিপ্লৱী শ্ৰমিক আৰু যুদ্ধজাহাজৰ বিদ্ৰোহী নাৱিক সকলৰ মাজত ঐক্য আৰু সমবেত প্ৰচেষ্টা আৰম্ভ কৰাৰ চেষ্টা কৰা হ'ল যদিও

সি কলৱতী নহ'ল। এনে সময়তে কৃষ্ণসাগৰ নৌবহৰৰ কেবাখনো যুদ্ধজাহাজ আহি ওদেচা পালেহি। বিদ্ৰোহী নাৱিকসকলে এই জাহাজৰ নাৱিকসকলৰ লগত বিদ্ৰোহ সম্পৰ্কে কথা পাতিছিল যদিও তেওঁলোকৰ অনভিজ্ঞতা তথা শক্তিশালী নেতৃত্বৰ অভাৱৰ বাবে এই চেষ্টাও সফল নহ'ল। তথাপিও পটেমকিনৰ সাহসী নাৱিকসকলে যুদ্ধজাহাজখন সমৰ্পণ নকৰাকৈ ওদেচাৰ পৰা উলিয়াই আনিলে—বিপ্লৱৰ এক ভাসমান দুৰ্গ হিচাপে জাহাজখনে দক্ষিণলৈ যাত্ৰা আৰম্ভ কৰিলে। কিন্তু, কিছুদিনৰ বোৱাৰ পাছত জ্বালানি আৰু ৰচদ-পাতি শেষ হোৱাত নাৱিকসকলে ৰুমানিয়াৰ কৰ্তৃপক্ষৰ হাতত জাহাজখন সমৰ্পণ কৰিবলৈ বাধ্য হয়। পটেমকিনৰ নাৱিকসকলৰ এই বীৰত্বব্যঞ্জক কাহিনীয়ে দেশৰ চৌদিশে এক প্ৰবল উত্তেজনা আৰু অনুপ্ৰেৰণাৰ সঞ্চাৰ কৰিলে।

এই সময়ৰ পৰা সেনাবাহিনীতো বিক্ষোভ বাঢ়ি আহিল আৰু বিদ্ৰোহী সেনাবোৰে নিজস্ব সমিতি গঢ়ি লৈ বিপ্লৱী কাম-কাজ বা অভিযান আৰম্ভ কৰিলে। এনে বিপ্লৱী একচনে জাৰতন্ত্ৰৰ ভেটি কঁপাই তুলিলে। প্ৰথম মাহতে ৭৬টা এনে একচন হ'ল—অক্টোবৰৰ পৰা ডিচেম্বৰ মাহৰ ভিতৰত ইয়াৰ সংখ্যা বাঢ়ি গৈ ১৯৫টা হ'লগৈ। অক্টোবৰত বিখ্যাত ক্ৰনড্‌ষ্টাট দুৰ্গৰ সেনাসকলেও বিদ্ৰোহ কৰিলে। একে সময়তে সৈনিক, নাৱিক আৰু শ্ৰমিক-সকলৰ যুটীয়া চভিয়েটবোৰ গঢ়ি উঠিবলৈ ধৰিলে আৰু এইবোৰে সেনা বিক্ষোভক নেতৃত্ব দিবলৈ আৰু পথ দেখুৱাবলৈ ধৰিলে। জাৰ প্ৰশাসনে সেনাবাহিনীৰ বিশ্বস্ত সৈনিক, বিষয়া আৰু কচাকসকলৰ সহায়ত এনে প্ৰতিটো সৈনিক বিক্ষোভ নিৰ্মমভাৱে দমন কৰিবলৈ ধৰিলে। এনে বিদ্ৰোহবোৰ গাই-গুটীয়াকৈ, নিজৰ মাজত কোনো ধৰণৰ যোগাযোগ আৰু ঐক্যবদ্ধ কাৰ্যসূচী অবিহনে হৈছিল বাবে এইবোৰ দমন কৰাটো সহজ হৈছিল। দমন কৰোতে জাৰ প্ৰশাসনে কোনো ধৰণৰ দয়ামায়া বা অনুকম্পা দেখুওৱা নাছিল, বিদ্ৰোহী সৈন্য সকলক ধৰিব পৰাৰ লগে লগেই বিনা বিচাৰে ঠাইতে মৃত্যুদণ্ড দিছিল। ১৯০৫ চনৰ বিপ্লৱত সামৰিক বাহিনীৰ এই অভ্যুত্থানবোৰ ব্যৰ্থ হ'লেও এইবোৰে সেনাসকলক ৰাজনৈতিকভাৱে সচেতন কৰি তুলিছিল আৰু শ্ৰমিকসকলৰ লগত একতা গঢ়ি তোলাৰ জৰিয়তে ৰুচ সমাজৰ বিপ্লৱৰ ইতিহাসত এক নতুন দিগন্তৰ সূচনা কৰিছিল।

বিপ্লৱৰ জোঁ বাঢ়ি অহাৰ লগে লগে সমাজ-গণতান্ত্ৰিক দলৰ সাধাৰণ সদস্য-সকলৰ মাজৰ পৰা বলচেভিক আৰু মানচেভিকসকলৰ মাজত ঐক্য স্থাপনৰ বাবে দাবী উঠিবলৈ ধৰিলে। লেনিনৰ এনে নীতি বহিৰ্ভূত একতাৰ প্ৰতি বৰ মন নাছিল যদিও দলৰ সদস্যসকলৰ আকাংক্ষাৰ প্ৰতি সঁহাৰি জনাই তেওঁ ঐক্য প্ৰচেষ্টাত সন্মতি জনালে। দুইটা দলৰ মাজত স্থানীয় পৰ্যায়ত যৌথ কাম-কাজ আৰু ঐক্য প্ৰচেষ্টা আৰম্ভ হ'ল—ইয়াৰ পৰিণতি সম্পৰ্কে পৰৱৰ্তী অধ্যায়ত

আমি আলোচনা কৰিম। বিপ্লৱৰ তৰংগ উত্তাল হৈ থকা অৱস্থাত জাৰ নহিলৰ-ভাৱে জপিয়াই পৰাৰ বাহিৰে আন কামৰ বাবে তেতিয়া বৰ সময় নাছিল।

জনসাধাৰণৰ এই প্ৰচণ্ড বিপ্লৱক জাৰ প্ৰশাসনে সহজভাৱে লব পৰা নাছিল। বিদ্ৰোহ দমনৰ বাবে এহাতে তেওঁলোকে বিশ্বস্ত সেনা আৰু কচাকসকলৰ দ্বাৰা নৃশংস দমন চলাইছিল, ভেৰোণীয়া গুণ্ডাবাহিনী আৰু গোপন পুলিচৰ হতুৱাই নমাইছিল সন্ত্ৰাসৰ ৰাজত্ব, আৰু আনহাতে নিজৰ শ্ৰেণীস্বাৰ্থ ৰক্ষা কৰিবলৈকে এলানি ৰাজনৈতিক সংস্কাৰৰ কাৰ্যসূচী হাতত লৈছিল।

শ্ৰমিকসকলক দমন কৰিবলৈ জাৰতন্ত্ৰৰ এটা অন্যতম কৌশল আছিল 'ব্লেক হাণ্ড্ৰেদ' নামৰ ভেৰোণীয়া গুণ্ডাবাহিনী। ইয়াত সমাজৰ তলৰ থাপৰ চোৰ, তস্কৰ, খুনী, গুণ্ডা, দুখীয়া লম্পট স্বভাৱৰ লোকক গোপন পুলিচৰ দ্বাৰা সংগঠিত কৰা হৈছিল। আৰু এই কুখ্যাত দলবোৰৰ সহায়ত শ্ৰমিকসকলৰ সভা-সমিতি তচনচ কৰা, ধৰ্মঘট ভাঙি দিয়া, সমাজত সন্ত্ৰাসৰ সৃষ্টি কৰা, ইহুদী সম্প্ৰদায়ৰ বিৰুদ্ধে হত্যা অভিযান বা 'প্ৰগ্ৰেম' আৰম্ভ কৰি সাধাৰণ মানুহৰ মন সম্প্ৰদায়িক সংঘৰ্ষৰ ফালে ঢাল খুউৱা আৰু শ্ৰমিক নেতাসকলক গোপনে হত্যা কৰাৰ দৰে জঘন্য কামবোৰ কৰাইছিল। বিপ্লৱৰ চূড়ান্ত সময়ছোৱাৰ দুই তিনি সপ্তাহমানৰ ভিতৰতে এই গুণ্ডাদলবোৰে চাৰি হাজাৰতকৈ বেছি মানুহক হত্যা আৰু দহহাজাৰতকৈ বেছি লোকক ঘুণীয়া কৰিছিল। মস্কোৰ বিখ্যাত শ্ৰমিক নেতা, বলচেভিক দলৰ আগৰণুৱা নেতা, নিকোলাই বউমেনক এনে 'ব্লেক হাণ্ড্ৰেদ' গুণ্ডাদল এটাই হত্যা কৰিছিল। বউমেনৰ অন্ত্যেষ্টি-ক্ৰিয়াৰ দিনা ৰাজধানীত প্ৰায় তিনি লাখ জনতাৰ এটা বিশাল শোভাযাত্ৰা বাহিৰ হৈছিল আৰু এই শোভাযাত্ৰাই ৰাজনৈতিক দাবী আৰু স্বৈৰতন্ত্ৰৰ উৎখাতৰ ধ্বনি তুলিছিল। বলচেভিক দলৰ নেতৃত্বত আৰু স্বতঃস্ফূৰ্তভাৱে বাইজৰ মাজত এনে গুণ্ডাদলবোৰক বাধা দিবৰ বাবে শ্ৰমিক মিলিশিয়া আদি সশস্ত্ৰ দলবোৰ গঢ়ি উঠিছিল আৰু এইবোৰেই ক্ৰমে বিপ্লৱত জনগণৰ এক দুৰ্দান্ত শক্তি হৈ পৰিছিল।

বিপ্লৱ শাম কটোৱাৰ অন্যতম কৌশল হিচাপে ১৭ অক্টোবৰৰ দিনা জাৰে বহুসময়ৰ হোহকা-পিছলা কৰাৰ পিছত এলানি ৰাজনৈতিক সংস্কাৰৰ কথা ঘোষণা কৰিলে। এই অক্টোবৰ মাহৰ সংস্কাৰৰ কাৰ্যসূচীত দেশৰ আইন প্ৰণয়নৰ বাবে এখন ৰাষ্ট্ৰীয় বিধায়িনী সভা ( Legislative State Duma ) বা সংক্ষেপে 'ডুমা' গঠন কৰাৰ প্ৰস্তাৱ ৰখা হ'ল। সৰ্বোচ্চ আইন প্ৰণয়নকাৰী এই ডুমালৈ সদস্যসকলক সমাজৰ বিভিন্ন শ্ৰেণীৰ মাজৰ পৰা নিৰ্বাচিত কৰাৰ ব্যৱস্থা কৰা হ'ল। আৰু চৰকাৰী প্ৰশাসন পৰিচালনাৰ সৰ্বোচ্চ সংস্থা হিচাপে এখন মন্ত্ৰীসভা গঠনৰ প্ৰস্তাৱ ৰখা হ'ল। জাৰ প্ৰশাসনৰ এই ব্যৱস্থাৱলীয়ে কিন্তু বিপ্লৱী জনতাক মনাব নোৱাৰিলে। স্বৈৰতন্ত্ৰৰ অৱসান বিচৰা জনতাই

গণতন্ত্ৰ' নামত এনে আধাচুৰুঙীয়া সংস্কাৰৰ প্ৰহসন মানি লবলৈ অমান্তি হ'ল। কিন্তু, বুৰ্জোৱা মতাদৰ্শৰ দলবোৰৰ মাজত ই বেছ প্ৰভাৱ বিস্তাৰ কৰিবলে।

জনতাৰ বিক্ষোভ চলি থাকিল, বিপ্লৱৰ গতি আগবাঢ়িল।

মস্কো নগৰীত এই সংস্কাৰৰ প্ৰস্তাৱ ঘোষণা কৰাৰ পাছতো বিৰাট বিৰাট শ্ৰমিক ধৰ্মঘটবোৰ আৰম্ভ হ'ল। ৰুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ মস্কো সমিতি আৰু মস্কো শ্ৰমিক চভিয়েটৰ যুটীয়া আহ্বানত এটা বিৰাট ৰাজনৈতিক ধৰ্মঘট আৰম্ভ হ'ল। সমগ্ৰ নগৰখনেই শ্ৰমিকসকলে বেৰিকেড বনাই দুৰ্গ সদৃশ কৰি পেলালে। এই হৰতাল দমন কৰিবলৈ চৰকাৰো উঠিপৰি লাগিল। সমগ্ৰ চহৰখন বিশ্বাসী সেনাবাহিনীৰ সহায়ত ঘেৰি পেলাই তেওঁলোকে শ্ৰমিক বেৰিকেডবোৰ ভাঙিবৰ বাবে বৰতোপ ব্যৱহাৰ কৰিলে। শ্ৰমিকসকল, দলৰ কৰ্মী, সাধাৰণ নাগৰিক, ছাত্ৰ-যুৱকসকলে অমিত বিক্ৰমেৰে সাধাৰণ অস্ত্ৰ-শস্ত্ৰ লৈয়েই জাৰৰ সেনাবাহিনীৰ লগত যুদ্ধত প্ৰবৃত্ত হ'ল। মস্কো নগৰীৰ শ্ৰমিকসকলৰ আবাসস্থল প্ৰেচ্‌না এলেকা এই সংগ্ৰামৰ কেন্দ্ৰবিন্দু হৈ পৰিল। জাৰৰ সেনাই অহৰহ কামান আৰু বৰতোপেৰে এই এলেকাৰ ওপৰত আক্ৰমণ চলালে। এই ভয়াবহ গোলাবৰ্ষণত শ্ৰমিকসকলৰ বিৰাট ক্ষয়ক্ষতি হ'বলৈ ধৰিলে, প্ৰতিৰোধৰ শক্তিও কমি আহিল। এই সময়তে সামগ্ৰিক পৰিস্থিতিৰ পৰ্যালোচনা কৰি মস্কো চভিয়েটে ১৯ ডিচেম্বৰৰ দিনা শ্ৰমিক প্ৰতিৰোধ উঠাই ললে। প্ৰথমৰ পৰা শেষলৈ প্ৰচণ্ড প্ৰতিকূলতাৰ মাজতো মস্কো চভিয়েটে নিজৰ নেতৃত্ব দৃঢ় কৰি ৰাখিলে।

প্ৰেচ্‌নাৰ প্ৰতিৰোধ শেষ হ'ল। কিন্তু, এই বীৰত্বব্যঞ্জক সংগ্ৰামৰ উদ্দীপনাময় কাহিনীয়ে সমগ্ৰ দেশক অনুপ্ৰাণিত কৰি গ'ল।

এনেতে বুৰ্জোৱা ৰাজনৈতিক দলবোৰে বিপ্লৱৰ বিশ্বাসঘাতকতা কৰিলে, আচলতে বিপ্লৱত শ্ৰমিক আৰু সৰ্বহাৰাসকলৰ বাঢ়ি অহা শক্তিয়ে তেওঁলোকক ডাঙৰ ভয় খুৱাইছিল। তেওঁলোকে জাৰতন্ত্ৰই ঘোষণা কৰা সীমিত সংস্কাৰৰ কাৰ্যসূচীবোৰ মানি ললে আৰু 'ডুমাৰ' সংসদীয় গণতন্ত্ৰৰ (!) কুচকাৱাজত অংশ লবলৈ সাজু হ'ল। সামন্তবাদ আৰু স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে যুঁজাতকৈ বুৰ্জোৱা ৰাজনৈতিক দলবোৰে ইয়াৰ লগত আপোচ কৰি, হাত মিলাই বিপ্লৱৰ বিৰুদ্ধে থিয় দিলে। তেওঁলোকে এই সময়ত আৰু ইয়াৰ আগে পাছে বিভিন্ন ৰাজনৈতিক দলবোৰ গঢ়ি তুলিলে। সামন্ত শক্তিবোৰৰ লগত এনে দলগঠনৰ জৰিয়তে তেওঁলোক বিভিন্ন জোটবন্ধনত সোমাই পৰিল। দেশৰ লিবাৰেল বা উদাৰনৈতিক বুৰ্জোৱাৰ মূল অংশটোৱে 'সাংবিধানিক গণতন্ত্ৰী' (Constitutional Democrates) নামেৰে ৰাজনৈতিক দল গঠন কৰিলে। এই কনষ্টিটিউচনেল ডেমক্ৰেটসকলক চমুকৈ 'কেডেট দল' বুলি কোৱা হৈছিল।

এওঁলোক আছিল ৰাচিয়াৰ পুৰণা জেমষ্টভ বোৰৰ উদাৰনৈতিক অংশটোৰ প্ৰতিনিধি। ৰাচিয়াৰ বুৰ্জোৱা শ্ৰেণীৰ এই দলটোৱেই প্ৰধান দল হৈ পৰিল। বুৰ্জোৱা, উদ্যোগপতি, ব্যৱসায়ী, মধ্যবিত্ত ছাত্ৰ-যুৱক আৰু বুদ্ধিজীৱী, গাঁও অঞ্চলৰ সৰু মজলীয়া জমিদাৰ, ধনী খেতিয়ক, আৰু চহৰীয়া পেটিবুৰ্জোৱা শ্ৰেণীৰ এই দলটোৱে দেশত জাৰতন্ত্ৰৰ পৰিবৰ্তে পশ্চিমীয়া আহিঁৰ এক সাংবিধানিক গণতন্ত্ৰ প্ৰতিষ্ঠাৰ পৃষ্ঠপোষকতা কৰিছিল। এওঁলোকৰ এচামৰ আকৌ জাৰৰ প্ৰতিও দুৰ্বলতা আছিল—ইংলেণ্ডৰ আহিঁৰ এক সাংবিধানিক ৰাজতন্ত্ৰবো সপোন এই চামে দেখিছিল। তেওঁলোকে মুক্ত সাৰ্বজনীন ভোটাধিকাৰৰ দাবী তুলিলে আৰু দেশৰ এখন নতুন সংবিধান প্ৰণয়ন কৰিবৰ বাবে এখন সাংবিধানিক সভা 'কনষ্টিটুৱেণ্ট এচেম্বলী'ৰ দাবী প্ৰথমে উত্থাপন কৰিলে। এই সময়তে দেশৰ ডাঙৰ উদ্যোগপতি, বুৰ্জোৱা, বেংক মালিক আৰু বৃহৎ অভিজাত জমিদাৰহঁতে '১৭ অক্টোবৰৰ ইউনিয়ন' বা অক্টোবৰিষ্ট নামৰ আন এটা দল প্ৰতিষ্ঠা কৰিছিল। এই দলত দেশৰ সোঁপন্থী প্ৰতিক্ৰিয়াশীল শক্তিবোৰ গোট খাইছিলহি। তেওঁলোকে এক সবল ৰাজতন্ত্ৰ, বিপ্লৱ দমন, আৰু এক শক্তিশালী ঐক্যবদ্ধ বৃহৎ সাম্ৰাজ্যৰ পৃষ্ঠপোষকতা কৰিছিল। ১৭ অক্টোবৰত জাৰে সংস্কাৰৰ কাৰ্যসূচী ঘোষণা কৰাৰ লগত সংগতি ৰাখি এওঁলোকে 'অক্টোবৰিষ্ট' বা অক্টোবৰপন্থী নাম লৈছিল।

গাঁৱৰ খেতিয়কসকলৰ মাজত বিপ্লৱী দল বা চচিয়েল ৰিভলিউচনেৰী দল ( Social Revolutionary ) বুলি আন এটা দল গঢ়ি উঠিছে। ইয়াৰ বিষয়ে পাছত আলোচনা কৰা হ'ব।

উদাৰনৈতিক বুৰ্জোৱাহঁতে বিপ্লৱক এনেদৰে বিশ্বাসঘাতকতা কৰাত বিপ্লৱৰ শক্তি কমি আহিবলৈ ধৰে। এই সুযোগতে জাৰ প্ৰশাসনে প্ৰচণ্ড সন্ত্ৰাসেৰে বিপ্লৱ দমন কৰিবলৈ আগবাঢ়ে। বিনাবিচাৰে আটক, নিৰ্বাসন, হত্যা আৰু মুকলি সন্ত্ৰাস, বিক্ষুব্ধ খেতিয়কসকলক 'শান্তিদায়ক সেনাবাহিনীৰ' দ্বাৰা কুকুৰ-মেকুৰীৰ দৰে হত্যা কৰাৰ জৰিয়তে জনসাধাৰণক কাবু কৰি পেলাবলৈ ধৰিলে। একে সময়তে জাৰৰ প্ৰিয়পাত্ৰ অমাত্য প্ৰধানমন্ত্ৰী কাউণ্ট ৱিটিৰ পৰামৰ্শত জাৰে দেশত সংসদীয় গণতন্ত্ৰৰ মোহজাল সৃষ্টি কৰিবৰ বাবে ১৯০৫ চনৰ ডিচেম্বৰ মাহত প্ৰথম ডুমাৰ নিৰ্বাচনৰ কথা ঘোষণা কৰিলে। দেশৰ অভ্যন্তৰৰ কৃষক বিক্ষোভ প্ৰশমন কৰিবৰ বাবে কাউণ্ট ৱিটিয়ে যি ভূমি সংস্কাৰৰ প্ৰস্তাৱ কৰিছিল, জমিদাৰসকলে তাৰ ঘোৰ বিৰোধিতা কৰিছিল, ৱিটিয়ে ভাবিছিল যে ডুমাৰ নিৰ্বাচনৰ পাছত তেওঁ এই কাম কৰিব, কিন্তু সিও সম্ভৱ নহ'ল।

বৰ বিচিত্ৰ আছিল প্ৰথম ডুমাৰ এই নিৰ্বাচনী প্ৰক্ৰিয়া। সকলো মানুহে ইয়াৰ বাবে ভোট দিব নোৱাৰিছিল, আৰু যি সকলে পাৰিছিলো, তেওঁলোকবো

ভোটৰ মূল্য সমান আছিল। নিৰ্বাচনৰ কাৰণে চাৰিটা প্ৰধান গোট বা 'কিউৰিয়া' গঠন কৰা হৈছিল। এই কিউৰিয়া চাৰিটা আছিল জমিদাৰ, বুৰ্জোৱা, খেতিয়ক আৰু শ্ৰমিকসকলৰ। সাধাৰণ ভোটদাতাসকলে প্ৰথমে এই কিউৰিয়া কেইটা নিৰ্বাচিত কৰিছিল, তাৰ পিছত কিউৰিয়াৰ সদস্যসকলে ভোট দি ডুমাৰ প্ৰতিনিধিসকলক নিৰ্বাচিত কৰিছিল। ডুমাত এজন জমিদাৰৰ ভোটৰ মূল্য তিনিটা বুৰ্জোৱা ভোট বা পোন্ধৰটা কৃষকৰ ভোট বা পঞ্চলিশটা শ্ৰমিকৰ ভোটৰ সমান আছিল। জাৰতন্ত্ৰই খেতিয়কসকলকে ৰাজতন্ত্ৰৰ আটাইতকৈ বিশ্বস্ত ধৰণী বুলি গণ্য কৰিছিল। সেয়ে দেশৰ সমগ্ৰ ভোটৰ ৪৩ শতাংশ খেতিয়ক-সকলৰ হাতত ৰখা হৈছিল। ১৯০৬ চনৰ এপ্ৰিল মাহৰ ২৭ তাৰিখে এনে আচহুৱা ব্যৱস্থাৰে নিৰ্বাচিত হোৱা প্ৰথম ডুমাৰ কাৰ্যকাল আৰম্ভ হ'ল। কিন্তু এই ডুমাৰ আয়ুস বেছি নাছিল। জাৰ প্ৰশাসনে দেখিলে যে ইমান বাধা নিষেধ আৰোপ কৰা সত্ত্বেও ডুমালৈ বহুতো বিৰোধী লোক নিৰ্বাচিত হ'ল। শ্ৰমিক, খেতিয়ক বিপ্লৱীৰ কথাটো বাদেই, জাৰ চৰকাৰে উদাৰনৈতিক বুৰ্জোৱাসকলকে সহ্য কৰিব নোৱাৰিছিল। ডুমাত কেডেট দলৰ ১৮৭ জন সদস্য নিৰ্বাচিত হ'ল। এওঁলোকে ডুমাৰ হাতত অধিক ক্ষমতা আৰু সংস্কাৰৰ দাবী উত্থাপন কৰিলে। খেতিয়কসকলেও বিপদ ঘটালে, তেওঁলোকেও মাটিৰ দাবী উত্থাপন কৰিলে। জাৰ প্ৰশাসনে ঘোষণা কৰিলে যে জমিদাৰহঁতৰ মাটিৰ অধিকাৰ এক চিৰস্থায়ী অধিকাৰ আৰু ইয়াৰ পৰা তেওঁলোকক কোনেও বঞ্চিত কৰিব নোৱাৰে। ডুমাত প্ৰচণ্ড সমালোচনাৰ জোৱাৰ উঠিল। জাৰ চৰকাৰে ডুমাক এক পৰামৰ্শদাতা অনুষ্ঠান হিচাপে গণ্য কৰিছিল আৰু সেয়ে প্ৰয়োজনত সকলো আইন প্ৰণয়নৰ জৰুৰী ক্ষমতা জাৰৰ হাতত ৰাখিছিল। কিন্তু ডুমাৰ কেডেট সদস্যসকলে ইয়াৰ ঘোৰ বিৰোধিতা কৰিলে। জনতাৰ মাজতো তেওঁলোকৰ প্ৰতি সমৰ্থন বাঢ়ি আহিল। জাৰ চৰকাৰে এই অৱস্থা আৰু বেছিদিন সহ্য কৰিব নোৱাৰে। ২২ জুলাইৰ দিনা অধিবেশনলৈ গৈ সদস্যসকলে দেখে যে তুৰিডা প্ৰাসাদৰ অধিবেশন কক্ষ বন্ধ, এদল গোলন্দাজ সেনাই প্ৰাসাদ পহৰা দি আছে। জাৰে প্ৰথম ডুমা ভাঙি দিলে।

ইয়াৰ পাছৰ বছৰত, ১৯০৭ চনৰ ২০ ফেব্ৰুৱাৰীত দ্বিতীয় ডুমাৰ বাবে নিৰ্বাচন সম্পন্ন কৰা হ'ল। কিন্তু দেখা গ'ল এই দ্বিতীয় ডুমাৰ সদস্যসকল আগৰবাৰতকৈও বেছি বামপন্থী। এই ডুমাত কেডেট দলৰ ১২৩ জন, বিভিন্ন সমাজবাদী গোটৰ ৮৩ জন, ৰক্ষণশীল খেতিয়কসকলৰ 'লেবাৰ' দলৰ ৯৩ জন আৰু জাৰতন্ত্ৰী অক্টোবৰিষ্ট দলৰ মুঠ ৩৪ জন সদস্য নিৰ্বাচিত হৈ আহিল। গতিকে আকৌ ৩ মাহ ১৩ দিনৰ পাছত এই দ্বিতীয় ডুমাও ভাঙি দিয়া হ'ল (৩ জুন ১৯০৭)।[13]

ইয়াৰ পাছত তৃতীয় ডুমাৰ নিৰ্বাচন পতা হ'ল। এইবাৰ জাৰ প্ৰশাসনে

নিৰ্বাচনৰ আইনবোৰ এনেদৰে সজাই পেলালে যে কোনো বিৰোধী লোককেই নিৰ্বাচিত হ'ব নোৱাৰা হ'ল। তৃতীয় ডুমাৰ নিৰ্বাচনত বৃহৎ বুৰ্জোৱা আৰু জমিদাৰবৰ্গৰ প্ৰতিনিধিয়ে সম্পূৰ্ণভাৱে একাধিপত্যতা লাভ কৰিলে। ১৯০৭ চনৰ নৱেম্বৰ মাহৰ পৰা ১৯১২ চনৰ জুলাই মাহলৈ চাৰি বছৰ সাত মাহ কাল এই জাৰপন্থী তৃতীয় ডুমাই কাৰ্যনিৰ্বাহ কৰিলে।[14] এই ডুমাত কেডেট দলৰ সদস্য ৫৩ জনহে আছিল। আনহাতে জাৰ চৰকাৰে টকা-পইচা দি গঢ়ি তোলা জাতীয়তাবাদী দলে ৯৩ খন আৰু অক্টোবৰিষ্টসকলে ১৩৩ খন আসন লাভ কৰিছিল। এই ডুমাৰ নিৰ্বাচনত বলচেভিক আৰু মানচেভিকসকলৰ ভূমিকা আৰু অংশগ্ৰহণৰ বিষয়ে আমি পৰৱৰ্তী অধ্যায়ত আলোচনা কৰিম।

১৯০৫ চনৰ বিপ্লৱ বিফল হ'ল।

বিপ্লৱী জনতাই জাৰ স্বৈৰতন্ত্ৰক উৎখাত কৰিব নোৱাৰিলে। বিপ্লৱী শক্তিবোৰে পশ্চাৎপসৰণ কৰিবলৈ বাধ্য হ'ল। ৰাচিয়াৰ বুৰ্জোৱা শ্ৰেণীয়ে দেশত বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰিবলৈ অসমৰ্থ এটা মেৰুদণ্ডহীন, আপোচকামী শ্ৰেণী সেই কথা নিৰহ-নিপানীকৈ প্ৰমাণ হৈ গ'ল। বিপ্লৱৰ প্ৰধান শক্তি যে শ্ৰমিক সৰ্বহাৰাসকলহে সেই কথাও ফটফটীয়াকৈ ওলাই পৰিল। এই বিপ্লৱে ৰাচিয়াৰ ৰাজনৈতিক জীৱনত বিফল হ'লেও এক সুদূৰপ্ৰসাৰী প্ৰভাৱ পেলালে ৰাচিয়া আৰু আগৰ ৰাচিয়া হৈ নাথাকিল। পুৰণা সমাজখন দ্ৰুত-গতিত ভাঙিবলৈ আৰম্ভ কৰিলে।

এইবাৰ আমি বিপ্লৱৰ পৰাজয়ৰ পাছত বিপ্লৱী শিবিৰৰ অৱস্থা সম্পৰ্কে বুজ লওঁ।

# ২৬

## পৰাজয়ত বিপ্লৱী শিবিৰ



● বিপ্লৱী শিবিৰত বিশৃংখলতা ● বিপ্লৱী ঐক্যৰ প্ৰচেষ্টা আৰম্ভ ● চভিয়েট সম্পৰ্কে বলচেভিক দৃষ্টিভংগী ● নভয়া-ঝিন—নতুন জীৱন আলোচনীৰ যুগ ● ১৯০৬ চনৰ চতুৰ্থ 'ঐক্য' কংগ্ৰেছ—বলচেভিক-মানচেভিক গোটৰ ঐক্য ● কৃষি কাৰ্যসূচীৰ প্ৰশ্ন ● সশস্ত্ৰ অভ্যুত্থানৰ প্ৰশ্ন ● লেনিনৰ বিদেশলৈ পলায়ন—ফিনলেণ্ডত আত্মসমৰ্পণ ● ডুমা নিৰ্বাচন আৰু বামপন্থী গোটৰ প্ৰস্তাৱ ● পঞ্চম কংগ্ৰেছ—১৯০৭ চন ● দেশব্যাপী প্ৰতিক্ৰিয়া আৰু দমন আৰম্ভ—প্ৰধানমন্ত্ৰী ষ্টলিপিনৰ আবিৰ্ভাৱ ● 'ষ্টলিপিন প্ৰতিক্ৰিয়া' আৰু উদাৰনৈতিক বুৰ্জোৱাৰ আত্মসমৰ্পণ ● ষ্টলিপিনৰ সংস্কাৰ কাৰ্যসূচী।

টীকা আর প্রসঙ্গ ঃ


(1) Lenin—A Biography. Progress Publishers, Moscow p. 134.

(2) Lenin, V I.—Collected Works. Vol. 10. p 282.

(3) Schmidt et al. A Short History of USSR. Progress Publishers, Moscow P. 110-111.

(4) ibid p 110.

১৯০৫ চনৰ বিপ্লৱৰ বিপৰ্যয়ে বিপ্লৱী শিবিৰতো প্ৰচণ্ড খেলিমেলিৰ সৃষ্টি কৰিলে। সমাজ-গণতান্ত্ৰিক দলৰ বিভাজনেও এই শিবিৰক ইতিমধ্যে দুৰ্বল কৰি পেলাইছিল। এতিয়া চৰকাৰী নিৰ্যাতনৰ সন্মুখত বিপ্লৱীসকল থানবান হোৱাৰ উপক্ৰম হ'ল। বহুতো কৰ্মীৰ মৃত্যু হ'ল, বহুতো গ্ৰেপ্তাৰ হ'ল— নিৰ্বাসনত গ'ল। বহুতেই পলাই আত্মগোপন কৰিবলগীয়া হ'ল। ইয়াৰ মাজত বলচেভিক গোটে লেনিনৰ আহিৰ গোপন কটকটীয়া সংগঠন গঢ়ি তোলাৰ বাবে বহুদূৰ অক্ষত অৱস্থাত থাকিবলৈ আৰু প্ৰতিবিপ্লৱৰ প্ৰতিকূলতাৰ মাজতো নিজৰ নৈতিক বল অক্ষুন্ন ৰাখি কিছু পৰিমাণে ৰাজনৈতিক সক্ৰিয়তা বজাই ৰাখিবলৈ সক্ষম হ'ল। আনহাতে সোলোক-ঢোলোক সংগঠনৰ মানচেভিকসকলে নিৰ্যাতনৰ সন্মুখত ছেদেলি-ভেদেলি হোৱাৰ দৰে হ'ল, মানচেভিক শিবিৰত নিৰাশাৰ ছাঁ নামি আহিল।

এনে প্ৰতিকূল অৱস্থাত সমাজ-গণতান্ত্ৰিক বিপ্লৱীসকলৰ মাজৰ পৰা বলচেভিক আৰু মানচেভিকসকলৰ মাজত ঐক্যৰ বাবে দাবী উঠিল। আগতেই কৈ অহা হৈছে যে লেনিনে নীতিগত আৰু আদৰ্শগত একতাৰ বাহিৰে কোনো-ধৰণৰ সুবিধাবাদী ঐক্যত বিশ্বাস নকৰিছিল, কিন্তু, দলীয় সদস্যসকলৰ ক্ৰমাগত হেঁচাৰ ফলত তেওঁ একতাৰ বাবে সন্মত হৈছিল। এই সময়তে পেট্ৰগ্ৰেড (চেণ্ট পিটাৰ্চবাৰ্গ) চভিয়েটৰ জৰিয়তে আত্মপ্ৰকাশ কৰি জনপ্ৰিয় হোৱা সমাজ-গণতান্ত্ৰিক নেতা লিঅ' ট্ৰটস্কিয়ে দুইটা দলৰ মাজত একতা স্থাপনত আগভাগ ললে। তেওঁ নিজকে দুইটা শিবিৰৰ নিৰপেক্ষ লোক বুলি ঘোষণা কৰি ঐক্যৰ প্ৰচেষ্টা আৰম্ভ কৰিলে। ট্ৰটস্কিয়ে বিশেষ নীতি বা আদৰ্শৰ ভিত্তিত একতা গঢ়াতকৈ দুইটা দল সাধাৰণভাৱে মিলাই এক কৰাৰ ওপৰত গুৰুত্ব দিছিল। বলচেভিকসকলে এনে কাম-কাজক বেছি প্ৰশ্ৰয় দিয়া নাছিল, কিন্তু মানচেভিক শিবিৰৰ পৰা ট্ৰটস্কিয়ে যথেষ্ট সমৰ্থন লাভ কৰিছিল। অৱশেষত ট্ৰটস্কিয়ে নিৰপেক্ষ অৱস্থান বাদ দি মানচেভিক গোটটোত যোগদান কৰিছিল।

১৯০৫ চনৰ নবেম্বৰ মাহত লেনিন বিদেশৰ পৰা আহি চেণ্ট পিটাৰ্চবাৰ্গত উপস্থিত হ'লহি। আহিয়েই তেওঁ মহানগৰীৰ দলীয় সংগঠন আৰু ৰাজনৈতিক কাম-কাজত জড়িত হৈ পৰিলহি। বিপ্লৱৰ সেই চৰম অৱস্থাত তেওঁ দলৰ মাজৰ কেতবোৰ নতুন নতুন তাত্বিক সমস্যাৰ সমাধান কৰি শ্ৰমিক আন্দোলনক আগবঢ়াই নিয়াৰ চেষ্টা কৰিলেহি।

দেশত গঢ়ি উঠা চভিয়েটবোৰৰ ভূমিকা আৰু ইয়াৰ প্ৰতি দৃষ্টিভংগী লৈ দলীয় কৰ্মীসকল বিভ্ৰোৱত পৰিছিল। কিয়নো আন্দোলনৰ মাজেৰে বাইজে স্বতঃস্ফূৰ্তভাৱে গঢ়ি তোলা এই সংগঠনবোৰক লৈ কি কৰা হ'ব সেই কথা তৎকালে তেওঁলোকে ধৰিব পৰা নাছিল, আগৰ অধ্যায়তো এই বিষয়ে উনুকিয়াই অহা হৈছেই। চেণ্ট পিটাৰ্চবাৰ্গ নগৰৰ বলচেভিক সমিতিৰ সভাত এই সমস্যা

লৈ দীঘলীয়া আলোচনা হৈছিল আৰু এই সভাতেই লেনিনে চভিয়েটবোৰ সম্পৰ্কে বলচেভিক দলৰ নীতি ঘোষণা কৰিছিল।

তেওঁ কৈছিল যে শ্ৰমিক শ্ৰেণীৰ দল আৰু চভিয়েটবোৰ একে বস্তু নহয়। ইয়াক একাকাৰ কৰি পেলাব নোৱাৰি। দুইটা দুটা সম্পূৰ্ণ স্বকীয়া সংগঠন। চভিয়েটবোৰ হ'ল নিৰ্দিষ্ট লক্ষ্য সম্পাদনৰ বাবে গঠিত একোটা গণসংগঠন। শ্ৰমিক শ্ৰেণীৰ দলে চভিয়েটবোৰত সক্ৰিয়ভাৱে কাম-কাজ কৰি এইবোৰক পথ দেখুৱাব লাগিব, এইবোৰক নেতৃত্ব দিব লাগিব। কিন্তু এইবোৰক দল আৰু দলীয় কাম-কাজৰ বিকল্প বুলি ভাবিলে নচলিব আৰু চভিয়েটবোৰৰ মাজত দলৰ অস্তিত্ব বিলীন কৰি পেলাব নালাগিব। চভিয়েটবোৰত বলচেভিক কৰ্মী-সকল সক্ৰিয় হৈ, ইয়াৰ জৰিয়তে দেশৰ ৰাইজক সংগঠিত কৰি, এইবোৰক বিপ্লৱৰ আহিলা হিচাপে গঢ়ি তুলিবলৈ তেওঁ দলৰ কৰ্মীসকলক জনায়। এনে নীতি গ্ৰহণৰ পাছত সমগ্ৰ ৰাচিয়া জুৰি বলচেভিকসকলে চভিয়েটৰ মাজত কাম কৰিবলৈ আৰম্ভ কৰিলে, এইবোৰ নকৈ গঢ়াতো আগভাগ ললে আৰু সমষত চভিয়েট-বোৰৰ সুবিধাবাদী নেতাসকলক আঁতৰাই এইবোৰ দখল কৰি লবলৈকো ধৰিলে। অক্টোবৰ বিপ্লৱৰ সময়লৈ দেশৰ চভিয়েটবোৰত বলচেভিকসকল মুল নিৰ্ণায়ক শক্তি হৈ পৰিলগৈ।

এই সময়তেই লেনিনৰ নেতৃত্বত বলচেভিক দলে মুকলিভাৱে, আইনী পন্থাৰে কাম-কাজ কৰিবলৈকো আৰম্ভ কৰিলে। শ্ৰমিক শ্ৰেণীৰ ৰাজনীতিৰ বিকাশ ঘটাবলৈ সকলোধৰণৰ সুবিধা লবলৈ লেনিনে বলচেভিকসকলক নিৰ্দেশ দিলে। 'নভসা ঝিন—নতুন জীৱন' নামেৰে এখন আইনী বাৰ্তাৰকাকত প্ৰকাশ কৰা হ'ল। বিপ্লৱৰ সেই পৰিস্থিতিত অতি কম সময়ৰ ভিতৰতে কাকতখন আশী হাজাৰ কপি বিক্ৰী হ'বলৈ ধৰিলে। মেক্সিম গৰ্কী, আনাতোলে লুনাচাৰস্কি আদি বিখ্যাত লেখক, চিন্তাবিদসকলে কাকতখনত লেখিবলৈ ধৰিলে। ইয়াৰ পাততে বিপ্লৱ আৰু তত্বৰ বিভিন্ন সমস্যা সম্পৰ্কেও আলোচনা আৰম্ভ হ'ল। সোনকালেই কাকতখন এখন প্ৰভাৱশালী কাকত হৈ পৰিল।

এই সময়তেই লেনিনে কৃষিৰ প্ৰশ্নটো পুনৰ বিবেচনা কৰি এই বিষয়ে দলৰ নীতি প্ৰস্তুত কৰাৰ কামত হাত দিলে। ৰাচিয়াৰ বিশাল গাওঁ অঞ্চলত এহাতে খেতিয়কসকল এক প্ৰচণ্ড শক্তি হিচাপে আত্মপ্ৰকাশ কৰিছে আৰু সামন্তবাদ তথা জাৰ স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে প্ৰত্যক্ষ সংগ্ৰামত অৱতীৰ্ণ হৈছে, আনহাতে আকৌ জাৰৰ সেনাবাহিনীত মকৰল কৰা এই একেই খেতিয়কেই শ্ৰমিক আন্দোলন ভাঙি দিয়া আৰু বিপ্লৱ দমন কৰাত সহায় কৰিছে। এনে পৰিস্থিতিত এক সঠিক কৃষি নীতি আৰু কাৰ্যসূচী লোৱাতো জৰুৰী হৈ পৰিছে। লেনিনে প্ৰথমে কাকতখনত এই প্ৰশ্নটো সম্পৰ্কে আলোচনা আৰু বিতৰ্ক আৰম্ভ কৰিলে। কিন্তু, কাকতখনহে বেছি দিন জীয়াই থাকিব নোৱাৰিলে। চৰকাৰী প্ৰচণ্ড

উৎপীড়নৰ সময়ত এইখনো কথ কৰি দিয়া হ'ল। বলচেভিকসকলে এইবাৰ বেলেগ বেলেগ নামেৰে গোপনে কাকত উলিয়াবলৈ ধৰিলে আৰু এইবোৰতেই কৃষি সমস্যা সম্পৰ্কে লেনিনৰ গুৰুত্বপূৰ্ণ নিবন্ধ 'সমাজ-গণতন্ত্ৰৰ কৃষি কাৰ্য-সূচীৰ সমালোচনা' প্ৰকাশ পালে।

১৯০৫ চনৰ ডিচেম্বৰ মাহৰ মাজভাগলৈ ফিনলেণ্ডত বলচেভিক দলৰ এখন সম্মিলন অনুষ্ঠিত কৰা হ'ল। ইয়াতে নীতিৰ ভিত্তিত বলচেভিক আৰু মানচেভিক দলৰ মাজত ঐক্য স্থাপন সম্পৰ্কে সিদ্ধান্ত লোৱা হ'ল। ইয়াৰ পাছতে দুইটা দল একেলগ কৰিবৰ বাবে চতুৰ্থ মহাসভা বা কংগ্ৰেছৰ বাবে প্ৰস্তুতি চলোৱা হ'ল। এই মহাসভাৰ নাম দিয়া হ'ল 'ঐক্য কংগ্ৰেছ।'

১৯০৬ চনৰ ২৩ এপ্ৰিলত ষ্টকহ'ম নগৰীত বলচেভিক আৰু মানচেভিক-সকলৰ ঐক্য কংগ্ৰেছ আৰম্ভ হ'ল। ঐক্যৰ প্ৰচেষ্টাৰ লগে লগে কেবাটাও গুৰুত্বপূৰ্ণ প্ৰশ্নত দুই দলৰ মাজত মতাদৰ্শগত পাৰ্থক্যবোৰো প্ৰকট হৈ পৰিল। কৃষি কাৰ্যসূচী আৰু সশস্ত্ৰ অভ্যুত্থানৰ প্ৰশ্ন দুটাতেই আটাইতকৈ বেছি বিৰোধ হৈছিল।

কৃষি কাৰ্যসূচীত লেনিন আৰু বলচেভিকসকলে সমগ্ৰ মাটিৰ ৰাষ্ট্ৰীয়কৰণ দাবী কৰিছিল। মাটি কিনা-বেচাৰ অধিকাৰ, হস্তান্তৰ কৰা, ভাৰাত বা লীজত দিয়া বা আন কোনো প্ৰকাৰে ইয়াক হস্তান্তৰিত কৰাৰ অধিকাৰ নাকচ কৰিব লাগে বুলি কৈছিল। মাটিৰ ৰাষ্ট্ৰীয়কৰণ অবিহনে দেশত সমাজবাদ গঢ়ি তোলাতো অসম্ভৱ, সেয়ে কৃষি কাৰ্যসূচীত প্ৰথমৰ পৰাই এই দিশটো সুমুৱাই লোৱাৰ ওপৰত তেওঁলোকে গুৰুত্ব দিছিল।

মানচেভিকসকলে ইয়াৰ বিৰোধিতা কৰিছিল। ৰাষ্ট্ৰীয়কৰণৰ পৰিৱৰ্তে দেশৰ মাটি 'মিউনিচিপেলাইজেচন' কৰাৰ কথা তেওঁলোকে কৈছিল।

প্লেখানভ আৰু অন্যান্য মানচেভিক নেতাসকলে আগবঢ়োৱা মিউনিচি-পেলাইজেচনৰ' অৰ্থ আছিল দেশৰ মাটি স্থানীয় স্বায়ত্তশাসিত সংস্থা বা মিউনিচিপেলিটি বা পৌৰ প্ৰশাসনৰ হাতলৈ স্থানান্তৰিত কৰা। এই কাৰ্যক্ৰমৰ অধীনত বৃহৎ অত্যাচাৰী জমিদাৰসকলৰ বাবে সৰু জমিদাৰ, ধনী পুঁজিপতি খেতিয়ক বা কুলাকসকলৰ মাটিৰ অধিকাৰ অক্ষুণ্ণ থাকিব। এই প্ৰথাৰে লাহে লাহে শান্তিপূৰ্ণভাৱে সমাজবাদৰ দিশত আগবাঢ়িব পৰা যাব বুলি মানচেভিক-সকলে বিশ্বাস কৰিছিল।[1]

লেনিনে কৈছিল যে বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱত সাফল্য লাভ কৰি সমাজ-বাদৰ দিশলৈ আগবাঢ়োতে শ্ৰমিক শ্ৰেণীয়ে মাজতে বৈ দিব নোৱাৰে, অবিৰতভাৱে সমাজবাদী দিশলৈ যাবলৈ দেশৰ ৰাজনৈতিক সংগ্ৰামৰ লগত কৃষি কাৰ্যসূচী বিশেষকৈ মাটিৰ ৰাষ্ট্ৰীয়কৰণৰ প্ৰশ্নটো সাঙুৰি লবই লাগিব। ৰাজনৈতিক বিপ্লৱৰ অবিহনে কৃষি বিপ্লৱ সম্ভৱ নহয়। আৰু, ৰাজনৈতিক বিপ্লৱৰ বিকাশৰ

বাবেই 'কৃষিৰ' ক্ষেত্ৰত' ভূমিৰ ৰাষ্ট্ৰীয়কৰণৰ কাৰ্যসূচী লবই লাগিব। নহ'লে ইফালেও নহ'ব সিফালেও নহ'বগৈ।[৪]

দ্বিতীয় প্ৰশ্নটো আছিল সশস্ত্ৰ অভ্যুত্থানৰ। বলচেভিকসকলে ইয়াক দলৰ কাৰ্যসূচীত অন্তৰ্ভুক্ত কৰাতো বিচাৰিছিল। বিপ্লব সম্পাদনৰ বাবে শ্ৰমিক সৰ্বহাৰাসকলৰ সশস্ত্ৰ অভ্যুত্থান অত্যন্ত জৰুৰী বুলি তেওঁলোকে গণ্য কৰিছিল কিন্তু মানচেভিকসকলে এই প্ৰশ্নটোত অস্পষ্ট নীতি গ্ৰহণ কৰিছিল।

কংগ্ৰেছত মানচেভিকসকলৰ সংখ্যাধিক্য আছিল, সেয়ে ভোট গ্ৰহণৰ সময়ত তেওঁলোক ভূমিৰ প্ৰশ্নটোত ৰাষ্ট্ৰীয়কৰণৰ পৰিবৰ্তে মিউনিচিপেলাইজেচন আৰু সশস্ত্ৰ সংগ্ৰামৰ প্ৰশ্নত অস্পষ্ট নীতি গ্ৰহণ কৰিলে। পাৰ্টিৰ সদস্যভুক্তিৰ যোগ্যতা সম্পৰ্কে তেওঁলোকে এইবাৰ লেনিনৰ প্ৰস্তাৱ মানি ললে—দলৰ কামত ব্যক্তিগত-ভাৱে যোগদান কৰি কাম নকৰিলে কোনো সদস্য হ'ব নোৱৰা হ'ল। এই চতুৰ্থ ঐক্য মহাসভাত বলচেভিক-মানচেভিকসকলৰ মাজত আনুষ্ঠানিক একতা স্থাপিত হ'ল যদিও দুইটা গোটৰ মাজত প্ৰচুৰ বিভেদ বৈ গ'ল। মহাসভাৰ পাছতে লেনিনে দলৰ প্ৰাক্তন বলচেভিক গোটটোৰ তৰফৰ পৰা সাধাৰণ সদস্যসকলৰ প্ৰতি এই বিভেদবোৰ সম্পৰ্কে ব্যাখ্যা কৰি ভূমিৰ ৰাষ্ট্ৰীয়কৰণ আৰু সশস্ত্ৰ অভ্যুত্থানৰ প্ৰয়োজনীয়তাৰ বিষয়ে লিখি এক আপীল প্ৰকাশ কৰিলে। এনেতে ভ্যাবৰ্গ আৰু ক্ৰনডস্টাট দুৰ্গত সৈনিকসকলৰ বিদ্ৰোহ আৰম্ভ হ'ল। লেনিনৰ উদ্যোগত ইয়াৰ সমৰ্থনত এক সাধাৰণ ধৰ্মঘট আহ্বান কৰা হ'ল। জাৰ প্ৰশাসনে অৱশ্যে এই দুইটা বিদ্ৰোহকেই নৃশংসভাৱে দমন কৰিলে।

এই সময়তেই লেনিনে আকৌ দেশ এৰি বিদেশলৈ পলাই যাবলগা হ'ল। জাৰৰ গোপন পুলিচে লেনিনক গ্ৰেপ্তাৰ কৰিবলৈ বিৰাট চেষ্টা কৰিছিল। সেই সময়ত তেওঁলোক খুব বেছি তৎপৰ হৈ উঠাত আৰু অনবৰতে লেনিনৰ পিছ লবলৈ চেষ্টা কৰাত দলৰ নেতাসকলৰ পৰামৰ্শত তেওঁ আত্মগোপন কৰি ফিনলেণ্ডলৈ আঁতৰি যায়। তাত গোপনে থাকি মাজে মাজে দলৰ কামৰ বাবে ছেন্টচন কৰি চেণ্ট পিটাৰ্চবাৰ্গলৈ তেওঁ আহি থাকিবলৈ ধৰিলে।

ইতিমধ্যে জাৰ চৰকাৰে প্ৰথমখন ডুমা ভাঙি দি দ্বিতীয় ডুমাৰ নিৰ্বাচনৰ বাবে প্ৰস্তুতি চলাইছে। এই পৰিস্থিতিত নিৰ্বাচন সম্পৰ্কে দলৰ দৃষ্টিভংগীৰ প্ৰশ্নটো গুৰুত্বপূৰ্ণ হৈ পৰিল। লেনিনৰ নেতৃত্বত বলচেভিক দলেও বিপ্লৱৰ স্বাৰ্থতে নিৰ্বাচনত অংশগ্ৰহণ কৰাৰ সিদ্ধান্ত ললে আৰু তেওঁলোকে ইয়াৰ বাবে এটা বামপন্থী গোট গঠনৰ প্ৰস্তাৱ আগবঢ়ালে। এনে গোট গঠনৰ দ্বাৰা খেতিয়ক-সকলক আৰু ব্যাপক পেটিবুৰ্জোৱাসকলক বুৰ্জোৱা ৰাজনৈতিক দলৰ প্ৰভাৱৰ পৰা আঁতৰাই শ্ৰমিক শ্ৰেণীৰ পক্ষলৈ আনিব পৰা যাব। লিবাৰেল বুৰ্জোৱাৰ দল 'কেডেট দল'ক অকলশৰীয়া কৰিব পৰা যাব আৰু এনেদৰে বিপ্লৱৰ স্বাৰ্থ আগবঢ়াব পৰা যাব।

মানচেভিক অংশই কিন্তু এই কেডেটসকলৰ লগত মিত্ৰতা কৰাৰ কথাহে কৈছিল। তেওঁলোকৰ ডেন নামৰ নেতাজনে প্ৰথমে এই প্ৰস্তাৱ আগবঢ়াইছিল। ১৯০৫ চনৰ ৰাছিয়াৰ বুৰ্জোৱাৰ আপোচকামী চৰিত্ৰ দেখাৰ পিছতো তেওঁলোকে গণতান্ত্ৰিক বিপ্লৱৰ স্বাৰ্থত বুৰ্জোৱাৰ দলক সমৰ্থন কৰাৰ কথা কৈছিল। এই মতবাদ কিছুসময়ৰ ভিতৰত ইমানদূৰ গৈছিল যে এওঁলোকে বিভিন্ন শ্ৰমিক সংগঠন, বিভিন্ন দলৰ শ্ৰমিক গোট আটাইবোৰক গোট খুৱাই এখন শ্ৰমিক কংগ্ৰেছ বা মহাসভা পাতি এটা ঐক্যবদ্ধ শ্ৰমিক দল গঠন কৰাৰ পৰামৰ্শও আগবঢ়াইছিল। এইটো মানচেভিকহঁতৰ—প্ৰতিজন ধৰ্মঘটকাৰীয়েই সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ সদস্য হ'বৰ উপযুক্ত বুলি উঠোৱা পুৰণা শ্লোগানৰ অনুৰূপ কথাই আৰু মাৰ্ক্সবাদী শিক্ষাৰ ভিত্তিত কটকটীয়া মতাদৰ্শেৰে শ্ৰমিক শ্ৰেণীৰ বিপ্লৱী দল গঠনৰ পৰিপন্থী ধাৰণা। বৰঞ্চ শ্ৰমিক শ্ৰেণীৰ দলৰ ক্ষতিসাধন কৰাই এক বিলোপবাদী প্ৰৱণতা। নিৰ্বাচনৰ আগেয়ে এই প্ৰশ্নটোৰ মীমাংসা নহ'লগৈ।

দলৰ মাজত এনে ভয়াবহ প্ৰৱণতাবোৰৰ বিৰুদ্ধে যুঁজ দিয়াৰ প্ৰয়োজন আকৌ আহি পৰিল, লগতে দলৰ মাজত সুবিধাবাদী ধাৰণাৰ বিৰুদ্ধে নতুন এখন মহাসভা (পঞ্চম কংগ্ৰেছ) অনুষ্ঠিত কৰাৰো দৰকাৰ হ'ল। ১৯০৬ চনৰ আগষ্ট মাহত এই উদ্দেশ্যেৰে লেনিনৰ সম্পাদনাত প্ৰলিটাৰি—সৰ্বহাৰা নামৰ কাকতখন আকৌ প্ৰকাশ কৰিবলৈ ধৰিলে। ইয়াৰ জৰিয়তে মতাদৰ্শগত সংগ্ৰাম আকৌ আৰম্ভ হ'ল। ইয়াৰ আভাস আমি পৰৱৰ্তী অধ্যায়ত পাম। ১৯০৭ চনৰ আগভাগতে পঞ্চম কংগ্ৰেছৰ বাবে যাৱতীয় প্ৰস্তুতি আৰম্ভ হ'ল আৰু ১৩ মে'ৰ দিনা কপেনহেগেন (ডেনমাৰ্ক) চহৰত কংগ্ৰেছৰ আৰম্ভণি হ'ল। ইয়াৰ পৰা কিছুসময়ৰ ভিতৰতে অৱশ্যে কংগ্ৰেছৰ সভা আকৌ লণ্ডনলৈ স্থানান্তৰিত কৰিব লগা হ'ল।

এই কংগ্ৰেছত বলচেভিকসকল সংখ্যাগৰিষ্ঠ আছিল। মেক্সিম গৰ্কিৰ দৰে লেখকো ইয়ালৈ প্ৰতিনিধি হৈ গৈছিল। এই কংগ্ৰেছত মুঠ ৩৩৩ জন ভোট দিব পৰা প্ৰতিনিধি আৰু ৩৯ জন উপদেশ দিয়াৰ অধিকাৰ থকা প্ৰতিনিধিয়ে যোগ দিছিল। সমাজ-গণতান্ত্ৰিক দলৰ দেৰ লাখতকৈ অধিক সদস্যৰ মাজৰ পৰা এই প্ৰতিনিধিসকলক নিৰ্বাচিত কৰা হৈছিল। কংগ্ৰেছৰ কাম-কাজ উদ্দেশ্যধৰ্মী কৰি তুলিবৰ বাবে মহাসভাৰ আগেয়ে লেনিনৰ নেতৃত্বত বলচেভিকসকলৰ ব্যুৰো গঠন কৰি লৈছিল। কংগ্ৰেছৰ আলোচনাত বুৰ্জোৱা দলবোৰৰ লগত সম্পৰ্কই আলোচনাৰ মূল ঠাই পাইছিল। লেনিনে স্পষ্টকৈ কৈছিল যে কোনো দলৰ শ্ৰেণী অৱস্থান আৰু গণতান্ত্ৰিক বিপ্লৱত সেই শ্ৰেণীৰ ভূমিকা পৰীক্ষা নকৰাকৈ শ্ৰমিকসকলে এনে দলৰ লগত নিৰ্বাচনী মিত্ৰতা কৰাটো ঠিক নহয়। কংগ্ৰেছত উদাৰনৈতিক বুৰ্জোৱাৰ, সামন্ত জমিদাৰহঁতৰ, বৃহৎ উদ্যোগপতি

আৰু ট্ৰেক হান্দ্ৰেদৰ দৰে শুদ্ধ দলৰ বিৰুদ্ধে অবিৰত সংগ্ৰাম চলাই যাবলৈ সিদ্ধান্ত লোৱা হয়। বুৰ্জোৱাৰ পিছে পিছে নদৌৰি শ্ৰমিক শ্ৰেণীৰ স্বাধীন উদ্যোগ বিকশাই তুলিবৰ বাবে এচাম মানচেভিকে কেডেট দলৰ লগত প্ৰস্তাৱ কৰা মিত্ৰতাৰ বিৰোধিতা কৰি এক বাওঁপন্থী গোট গঠনৰ প্ৰস্তাৱ লোৱা হ'ল। শ্ৰেণী-সংগ্ৰাম গঢ়ি তোলাৰ ঐতিহাসিক প্ৰয়োজনীয়তা আকৌ এবাৰ ইয়াত সাব্যস্ত কৰা হ'ল।

কংগ্ৰেছত বলচেভিকসকলৰ বিজয় হ'ল।

দলৰ কেন্দ্ৰীয় কমিটিত বলচেভিক সদস্যই সংখ্যাধিক্য পালে। তথাপিও বলচেভিকসকলে দলৰ ভিতৰতে লেনিনৰ নেতৃত্বত এক স্বকীয়া বলচেভিক কেন্দ্ৰ গঠন কৰি ললে। শ্ৰমিক শ্ৰেণীৰ মতাদৰ্শৰ পৰা যাতে দল বিচ্যুত নহয় তাৰ বাবেই এই ব্যৱস্থা লোৱা হ'ল।

এনেতে জুন মাহ আহি পৰিলহি। ৩ জুনৰ দিনা জাৰ চৰকাৰে হঠাৎ দ্বিতীয় ডুমাও ভাঙি দিলে। লগে লগে বিপ্লবী আৰু গণতান্ত্ৰিক শক্তিবোৰৰ ওপৰত আৰম্ভ হ'ল প্ৰচণ্ড নিৰ্যাতন। এই কামকে বোলা হয় জুনৰ ক্যুডেটা।

এই ক্যুডেটাৰ নায়ক আছিল প্ৰধানমন্ত্ৰী ষ্টলিপিন।

১৯০৫ চনৰ বিপ্লৱত থৰকবৰক হৈ পৰা জাৰ চৰকাৰ ১৯০৭ চনৰ মাজভাগলৈ আকৌ শক্তিশালী হৈ উঠিছিল। গতিকে দেশত যিকণ গণতান্ত্ৰিক অধিকাৰ প্ৰতিষ্ঠা হৈছিল তাকো তেওঁলোকে নিঃশেষ কৰি দিব খুজিছিল। গণতান্ত্ৰিক আৰু বিপ্লবী শক্তিবোৰৰ বিৰুদ্ধে নমোৱা হৈছিল বাধাহীন নিৰ্যাতন। নগ্নভাৱে দেশৰ বৃহৎ বুৰ্জোৱা, জমিদাৰ আৰু ব্যৱসায়ীহঁতৰ স্বাৰ্থৰক্ষা কৰিবলৈ বিচৰা হৈছিল। এতিয়া সংস্কাৰ নহ'ব, দেশৰ বিপ্লবীহঁতক ঠাণ্ডা কৰি লৈহে সংস্কাৰৰ কাম-কাজ কৰা হ'ব। এয়া আছিল প্ৰধানমন্ত্ৰী ষ্টলিপিনৰ কথা।

ভৱিষ্যতে ৰাচিয়াত আকৌ যাতে বিপ্লৱ হ'ব নোৱাৰে, তাৰ বাবেই প্ৰধানমন্ত্ৰী পিয়টৰ ষ্টলিপিনে এই কাৰ্যব্যৱস্থা গ্ৰহণ কৰিছিল। কেবাবছৰো জুৰি এই নিৰ্যাতন চলিছিল। ইতিহাসত ইয়াকে 'ষ্টলিপিন প্ৰতিক্ৰিয়া' বুলি কোৱা হয়। তেওঁৰ মূল উদ্দেশ্য আছিল প্ৰথমে দেশৰ সকলো বিপ্লবী কাম-কাজ কঠোৰ হাতেৰে দমন কৰা আৰু তাৰ পিছত শাসক শ্ৰেণীবোৰৰ অৱস্থান শক্তিশালী কৰি তুলিবলৈ এলানি সংস্কাৰমূলক ব্যৱস্থা লোৱা।

দমন কাৰ্য চলোৱা হৈছিল নগ্ন সন্ত্ৰাসৰ সহায়ত।

প্ৰথমেই ডুমাৰ সমাজ-গণতান্ত্ৰিক সদস্যসকলক আটক কৰি সুদূৰ চাইবেৰিয়ালৈ নিৰ্বাসন দিয়া হৈছিল।

১৯০৭ চনৰ জুনৰ পৰা ১৯০৯ চনৰ শেষলৈ এই দেৰ বছৰত ২৬০০০ লোকক বিনাদোষত আটক কৰা হৈছিল আৰু ইয়াৰে ৫০০০ জনক হত্যা কৰা হৈছিল।

ধৰ্মঘটকাৰী শ্ৰমিকসকলক কঠোৰ হাতেৰে দমন কৰা হৈছিল। শ্ৰমিক নেতাসকলক আটক আৰু হত্যা কৰা হৈছিল। শ্ৰমিকসকলৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰি তেওঁলোকক কাবু কৰি পেলাব খোজা হৈছিল। ৬০০ খনৰ বেছি ট্ৰেড ইউনিয়ন ভাঙি দিয়া হৈছিল।

বিদ্ৰোহী খেতিয়কসকলক আটাইতকৈ বেছি নৃশংসতাৰে দমন কৰা হৈছিল। শাস্তিমূলক সামৰিক অভিযান তেওঁলোকৰ বিৰুদ্ধে পঠোৱা হৈছিল। এই অভিযানে সামন্তবাদৰ বিৰুদ্ধে বিদ্ৰোহ কৰা, জমিদাৰৰ ঘৰ পোৰা খেতিয়কৰ গাঁওবোৰ নিৰ্বিচাৰে জ্বলাই দিছিল, মানুহবোৰক হত্যা কৰিছিল, সা-সম্পত্তি লুটপাত কৰিছিল আৰু জমিদাৰহঁতৰ হৈ গাঁৱে গাঁৱে সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। বহু খেতিয়ক, বিশেষকৈ যি সকলে বিদ্ৰোহত আগভাগ লৈছিল, ঘৰ-বাৰী এৰি চাইবেৰিয়া, খনি অঞ্চল বা চহৰলৈ পলাই গৈছিল।

বিপ্লৱী বুদ্ধিজীৱী, ছাত্ৰসকলকো গ্ৰেপ্তাৰ কৰি চাইবেৰিয়াৰ নিৰ্বাসনলৈ পঠোৱা হৈছিল। ভাবপ্ৰকাশ আৰু চিন্তা-চৰ্চাৰ সকলো স্বাধীনতা হৰণ কৰা হৈছিল। বাতৰি কাকত আৰু প্ৰকাশনৰ ওপৰত জাৰি কৰা হৈছিল কঠোৰ নিষেধাজ্ঞা। মুঠ ৯৭৮ খন বাতৰি কাকত, আলোচনী জোৰ কৰি বন্ধ কৰি দিয়া হৈছিল।[৪]

ব্লেক হাণ্ড্ৰেদ গুণ্ডাবাহিনী আৰু বুৰ্জোৱা কচাকবোৰ ব্যৱহাৰ কৰি দেশৰ ৰাইজক দমন কৰিবলৈ, সাম্প্ৰদায়িক সংঘৰ্ষ ঘটাবলৈ আৰু শ্ৰমিকসকলক ভয় খুৱাবলৈ চেষ্টা কৰা হৈছিল। সমাজবিৰোধীসকলক এনে কামত জাৰৰ পুলিচে উচটাই দিছিল আৰু ইহঁতৰ উৎপাতত সাধাৰণ মানুহৰ জীৱন অতিষ্ঠ হৈ উঠিছিল।

এয়ে আছিল ষ্টলিপিন প্ৰতিক্ৰিয়াৰ দমনমূলক দিশৰ নগ্ন ছবি।

দেশৰ উদাৰনৈতিক বুৰ্জোৱা দলবোৰে এই কামৰ কিন্তু বিশেষ বিৰোধিতা নকৰিলে। বৰঞ্চ মনে মনে তেওঁলোকে ইয়াৰ প্ৰতি সমৰ্থন হে জনালে। প্ৰকৃততে শ্ৰমিক, খেতিয়ক আৰু সৈনিকসকলৰ চভিয়েট অনুষ্ঠানবোৰ আৰু দিনে দিনে এইবোৰৰ শক্তি আৰু ব্যাপ্তি বাঢ়ি অহাত তেওঁলোকে খুব ভয় খাইছিল। এতিয়া প্ৰধানমন্ত্ৰীয়ে এইবোৰ দমন কৰাত, বিপ্লৱী জোৱাৰক ভেটিবলৈ চেষ্টা কৰাত তেওঁলোক আশ্বস্ত হৈছিল, আৰু নীৰৱে ইয়াক সমৰ্থন কৰিছিল।

বাধাহীন দমনেৰে, ৰাষ্ট্ৰীয় সন্ত্ৰাসেৰে দেশলৈ আপাত শান্তি ঘুৰাই অনাৰ পাছত ষ্টলিপিনে এলানি সংস্কাৰৰ কাৰ্যসূচী ঘোষণা কৰিলে। এই কাৰ্যসূচীৰ মূল উদ্দেশ্য আছিল দেশৰ বৃহৎ বুৰ্জোৱা, উদ্যোগপতি, বেংকমালিক আৰু ব্যৱসায়ীহঁতক আৰু বৃহৎ জমিদাৰ, সামন্ত, পুঁজিবাদী খেতিয়কহঁতক কিছু সা-সুবিধা প্ৰদান কৰি জাৰতন্ত্ৰৰ ফলীয়া কৰি লোৱা। এই শ্ৰেণীবোৰৰ ওপৰত ভিত্তি কৰিয়েই জাৰ প্ৰশাসনে নিজৰ স্থিতি মজবুত কৰিব খুজিছিল।

বিভিন্ন দিশত সংস্কাৰবোৰৰ ফলাফলবোৰ আছিল এনেধৰণৰ—

উদ্যোগিক ক্ষেত্ৰত সকলো নীতি-নিয়ম, আইন-কানুন মালিকসকলৰ পক্ষে, শ্ৰমিক স্বাৰ্থৰ বিপক্ষে ৰচনা বা সংশোধন কৰা হৈছিল। মজুৰি কমাই দিয়া হৈছিল, আনহাতে কামৰ সময় বঢ়াই দিয়া হৈছিল। কামত গাফিলতি, ভুল কৰিলে বা মালিকৰ অবাধ্য হ'লে জৰিমনা লগোৱাৰ ব্যৱস্থা পুনৰ প্ৰচলন কৰা হৈছিল। প্ৰতিবাদ কৰা শ্ৰমিকসকলক ব্লেক লিষ্টেড (ক'লা তালিকাভুক্ত) কৰি বৰ্খাস্ত কৰা হৈছিল আৰু এনে শ্ৰমিকক আন কোনো কাৰখানাৰ মালিকে পুনৰ কাম নিদিছিল। মালিকসকলে মৰ্জিমতে শ্ৰমিকক কাম দিব পৰা আৰু বৰ্খাস্ত কৰিব পৰা অধিকাৰ পাইছিল। এনে সকলোবোৰ ব্যৱস্থা লোৱাত পুলিচে মালিকহঁতক সম্পূৰ্ণ সহায় কৰিছিল। শ্ৰমিকৰ মাজত গোপন পুলিচ আৰু চোৰাংচোৱা পিয়াপি দি ফুৰিছিল। কিন্তু ইমানবোৰ কঠোৰ ব্যৱস্থা সত্বেও শ্ৰমিকসকলে ধৰ্মঘট কৰিবলৈ এৰা নাছিল। বিভিন্ন প্ৰশ্নত ইয়াৰ মাজতো সৰু-বৰ ধৰ্মঘটবোৰ হৈ আছিল।

কৃষিৰ ক্ষেত্ৰত আইনৰ সহায়েৰে সামন্ত জমিদাৰহঁতৰ জমিদাৰিবোৰক সম্পূৰ্ণ সুৰক্ষা দিয়া হৈছিল। এই মাটি জমিদাৰহঁতৰ অপৰিৱৰ্তনীয় অধিকাৰ হিচাপে স্বীকৃতি দিয়া হৈছিল। গাঁৱৰ সমূহীয়া মাটিবোৰ জোৰ-জবৰদস্তি ভগাই দিয়া হৈছিল। ইয়াৰো ভাল মাটিখিনি জমিদাৰ আৰু পুঁজিবাদী ধনী খেতিয়কহঁতৰ হাতলৈ গৈছিল। ইয়াত সিহঁতে পুঁজিবাদী পাম গঢ়ি তুলিছিল (এইবোৰক খুটৰুচ বোলা হৈছিল), গৰীব খেতিয়কসকলৰ ভাগত পৰিছিল অনুৰ্বৰ মাটিৰ একোটা অংশ। ইয়াৰ উপৰিও বেংক আদি বিত্তীয় অনুষ্ঠানবোৰৰ পৰা ধনী খেতিয়কহঁতক মাটি কিনিবৰ বাবে ঋণ ব্যৱস্থা কৰা হৈছিল আৰু ইয়াৰ সহায়েৰে তেওঁলোকে অভাৱ অনাটনত জুৰুলা প্ৰান্তীয় খেতিয়কসকলৰ পৰা মাটিবোৰ কিনি লৈছিল আৰু এই খেতিয়কসকলে জীৱিকাৰ সন্ধানত কাৰখানাৰ চাকৰি বিচাৰি চহৰলৈ গুচি গৈছিল। গাঁৱৰ দুখীয়া আৰু ভূমিহীন খেতিয়কসকলক প্ৰলোভনেৰে বা কেতিয়াবা জোৰ কৰি চাইবেৰিয়ালৈ প্ৰব্ৰজন কৰিবলৈ বাধ্য কৰোৱা হৈছিল। তাত তেওঁলোকক মাটি দিয়া হৈছিল। এইদৰে গাঁৱৰ গণ্ডগোলীয়া আৰু বিপ্লবী অংশটোক আঁতৰ কৰাৰ চেষ্টা চলিছিল। ষ্টলিপিনে কৈছিল যে চৰকাৰে বলিষ্ঠ আৰু দৃঢ়সকলৰ ওপৰত (অৰ্থাৎ কুলাক, ধনী খেতিয়ক) ভৰসা কৰিছে, দুৰ্বলৰ ওপৰত নহয়।[৫]

কৃষিৰ ক্ষেত্ৰত এই পুঁজিবাদী ব্যৱস্থা গঢ়ি তোলাৰ নগ্ন প্ৰচেষ্টাই কিন্তু মৌলিক পৰিৱৰ্তন একো নঘটালে। খেতিয়ক সমাজৰ স্তৰ বৃদ্ধি আৰু পুনৰ্বিন্যাসে সামন্তবাদ আৰু খেতিয়কৰ মাজৰ মূল দ্বন্দ্বৰ কোনো সালসলনি নঘটালে। মাথো ইয়াৰ ৰূপৰ কিছু পৰিৱৰ্তন হ'ল।

এই প্ৰচণ্ড সন্ত্ৰাস আৰু সংস্কাৰৰ কাৰ্যসূচীয়ে স্বাভাৱিকতে ৰাজনৈতিক-দলবোৰৰ মাজত বহুতো বিভ্ৰান্তিৰ জন্ম দিলে। বুৰ্জোৱা দলবোৰে ইয়াক প্ৰকাশ্যে গোপনে সমৰ্থন জনোৱাৰ কথাটো উল্লেখ কৰি অহা হৈছেই ; সমাজ-গণতান্ত্ৰিক শিবিৰৰ মাজতো ই বিভিন্ন প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে, সৃষ্টি কৰিলে ন ন তাত্ত্বিক আৰু মতাদৰ্শগত সমস্যা। এই আটাইবোৰ হুলস্থুলৰ মাজেদি—আৰু আন্তৰ্জাতিক ক্ষেত্ৰতো শ্ৰমিক শ্ৰেণীৰ ৰাজনীতি কেনেদৰে আগবাঢ়িছিল. তাৰ কাহিনী এইবাৰ আমি অনুধাৱন কৰিবলৈ চেষ্টা কৰিম।

# ২৭

## সৰ্বহাৰা আন্তৰ্জাতিকতাবাদ আৰু সংকটকালত দল ঃ কৃষি কাৰ্যসূচী নিৰ্ণয়



● দ্বিতীয় আন্তৰ্জাতিকৰ ষ্টুটগাৰ্ট কংগ্ৰেছ ● উপনিবেশিকতা সমৰ্থনযোগ্য নে? ● যুদ্ধৰ প্ৰশ্ন আৰু সমাজ-গণতান্ত্ৰিকসকলৰ কৰ্তব্য ● বুৰ্জোৱা জাতীয়তাবাদৰ বিৰুদ্ধে সৰ্বহাৰা আন্তৰ্জাতিকতাবাদ ● লেনিনৰ ফিনলেণ্ড ত্যাগ আৰু তৃতীয় নিৰ্বাসনপৰ্বৰ সূচনা ● ১৯০৫ চনৰ বিপ্লৱী অভিজ্ঞতাৰ সাৰ সংকলন ● সংকট কালত দলৰ কৰ্তব্য নিৰূপণ ● ১৯০৫ চনৰ বিপ্লৱৰ চৰিত্ৰ আৰু সামাজিক শ্ৰেণীবোৰৰ ভূমিকা ● ধৈতিৱক সমাজৰ বিপ্লৱী চৰিত্ৰ—মানচেভিক মতবাদ ● কৃষক ৰাজনীতি আৰু চচিয়েল ৰিভলিউচনেৰী দল ● ৰাচিয়াৰ কৃষিৰ বাস্তৱ অৱস্থা আৰু বলচেভিক কৃষি কাৰ্যসূচী।

টৌকা আব্‌ প্রসংগ :

(1) Nanerkov, Albert—Illustrated History of the October Revolution. Progress Publishers, Moscow. 1987. p. 54-55.

(2) Carr, E. H.—The Bolshevik Revolution. Penguin Books., London 3 Vol, Vol. I,

সহায়লোবা অন্যান্য কিতাপ :

(1) Lenin—A Biography. Progress Publishers, Moscow.

(2) Schmidt, et al—A Short History of the U.S.S.R. Progress Publishers, Moscow.

সমাজত থকা বিভিন্ন চিন্তাধাৰা আৰু মতবাদৰ প্ৰভাৱ প্ৰতিটো সংগঠনৰ ওপৰত পৰে। বিশেষকৈ শাসক শ্ৰেণীৰ ভাবাদৰ্শবোৰে বিপ্লৱী দলবোৰৰ মাজত সময়ে সময়ে যথেষ্ট বিভ্ৰান্তিৰ সৃষ্টি কৰিব পাৰে। এইবোৰক চিনাক্ত কৰি এইবোৰৰ বিৰুদ্ধে সংগ্ৰাম কৰিব নোৱাৰিলে ই বিপ্লৱী দলবোৰ প্ৰচুৰ ক্ষতি কৰিব পাৰে। ৰাচিয়াৰ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ ভিতৰত এতিয়ালৈকে বিবোৰ বুৰ্জোৱা মতাদৰ্শ বিভিন্ন বাটেৰে সোমাবলৈ চেষ্টা কৰিছিল, আৰু কেনেকৈ এইবোৰৰ বিৰুদ্ধে মতাদৰ্শগত যুদ্ধ চলোৱা হৈছিল তাৰ বিষয়ে কিছু কথা কৈ অহা হৈছেই। কিন্তু, এইবাৰ এই সংগ্ৰাম আৰম্ভ হ'ল আন্তৰ্জাতিক পৰিসৰত।

দ্বিতীয় আন্তৰ্জাতিকৰ ষ্টুটগাৰ্ট কংগ্ৰেছত এই সংগ্ৰাম দানা বান্ধি উঠিল।

বুৰ্জোৱা শ্ৰেণীৰ কাম-কাজ বিশ্বব্যাপী বহল হৈ পৰাৰ লগে লগে পুঁজিবাদী শোষণৰ অন্ত পেলাব বিচৰা সকলো দেশৰে শ্ৰমিকসকলে ঐক্যবদ্ধ হৈ আন্তৰ্জাতিক ভিত্তিত বুৰ্জোৱাৰ বিৰুদ্ধে সংগ্ৰাম কৰাৰ প্ৰয়োজন আহি পৰে। মাৰ্ক্স, এঙ্গেলচৰ সময়ৰ পৰাই পৃথিৱীৰ সকলো দেশৰে শ্ৰমিক শ্ৰেণীৰ মাজত মৈত্ৰী, সহযোগিতা, পাৰস্পৰিক সহায় গঢ়ি তোলা, উপনিবেশিকতাৰ বিৰুদ্ধে জাতীয় মুক্তি সংগ্ৰাম চলোৱাৰ বাবে সৰ্বহাৰা শ্ৰেণীৰ আন্তৰ্জাতিক সংগঠনৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হয় আৰু এই উদ্দেশ্যেৰে 'দুনিয়াৰ মজদুৰ এক হওক' শ্লোগান তুলি ধৰা হয়। এই প্ৰচেষ্টাৰ পৰিণতিতে পৃথিৱীৰ (ইউৰোপৰ মূলতে) সমাজ-গণতান্ত্ৰিক দলবোৰক লৈ দ্বিতীয় আন্তৰ্জাতিক গঢ়ি উঠে।

দ্বিতীয় আন্তৰ্জাতিকৰ ষ্টুটগাৰ্ট কংগ্ৰেছলৈ ৰুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দল (বলচেভিকৰ) তৰফৰ পৰা লেনিন প্ৰতিনিধি হিচাপে নিৰ্বাচিত হৈছিল। মহাসভাৰ সভাপতিমণ্ডলীলৈকো তেওঁ নিৰ্বাচিত হৈছিল। ১৯০৭ চনৰ নবেম্বৰ মাহত এই মহাসভাৰ বৈঠক আৰম্ভ হ'ল। প্ৰথমৰ পৰাই ইয়াত মাৰ্ক্সবাদ আৰু ইয়াৰ বিপৰীত চিন্তাধাৰাৰ তীব্ৰ বিৰোধিতা আৰম্ভ হ'ল।

বিৰোধৰ প্ৰথম প্ৰশ্নটো আছিল উপনিবেশিক নীতি।

হলেণ্ডৰ ডাচ সমাজবাদী দলৰ নেতা হেনৰী ফন ক'লে ক'লে যে ইউৰোপৰ সাম্ৰাজ্যবাদী শক্তিবোৰে অনুন্নত দেশবোৰত উপনিবেশবোৰ প্ৰতিষ্ঠা কৰাৰ এটা প্ৰগতিশীল দিশ আছে, এইবোৰে শিক্ষা-দীক্ষা, যাতায়াত সকলো ফালৰপৰা পিছপৰা এই অঞ্চলবোৰক উপনিবেশ প্ৰতিষ্ঠাই সভ্য কৰি তুলিছে। গতিকে সমাজবাদীসকলে ইয়াক সমৰ্থন জনাব লাগে। প্ৰকাচলতে সাম্ৰাজ্যবাদী বুৰ্জোৱাই উপনিবেশ পাতি যি প্ৰচণ্ড লুণ্ঠন চলাইছিল, চাকৰি-বাকৰি আৰু অন্যান্য ক্ষেত্ৰত তাৰ কিছু ভাগ পেটিবুৰ্জোৱা মধ্যবিত্ত শ্ৰেণীয়েও পাইছিল। গতিকে সমাজবাদী আন্দোলনৰ মাজত সোমাই থকা এনে উপাদানবোৰে স্বাভাৱিকতে ইয়াক সমৰ্থন জনাবলৈ বিচাৰিছিল। ডাচ সমাজবাদীসকলৰ

এই প্ৰস্তাৱক সেয়ে বাৰ্ণষ্টাইনকে ধৰি জাৰ্মান সমাজবাদী গোটৰ একাংশই সমৰ্থন জনাইছিল।

লেনিন আৰু বলচেভিকসকলে ইয়াৰ ঘোৰ বিৰোধিতা কৰিলে।

বুৰ্জোৱা সভ্যতা বিস্তাৰৰ নামত অনুন্নত দেশবোৰক দাসত্বৰ নাগপাশেৰে বান্ধি শোষণ কৰাত কোনো গণতান্ত্ৰিক লোকে সমৰ্থন কৰিব নোৱাৰে—শ্ৰমিক শ্ৰেণীৰ দলেতো নোৱাৰেই। শ্ৰমিকৰ মতাদৰ্শই হ'ল সমগ্ৰ উপনিৱেশিক বুৰ্জোৱা নিপীড়নৰ অন্ত পেলোৱা, সমগ্ৰ অৱদমিত জাতিৰ মুক্তি। বুৰ্জোৱাৰ উপনিৱেশিক নীতিক সমৰ্থন কৰা মানেই হ'ল শ্ৰমিক শ্ৰেণীৰ মতাদৰ্শক বুৰ্জোৱা স্বাৰ্থৰ ওচৰত জলাঞ্জলি দিয়া।

ইয়াৰ পাছত কংগ্ৰেছত হোৱা ভোট গ্ৰহণত প্ৰতিনিধিসকলে ডাচ সমাজবাদী-সকলৰ মাৰাত্মক আৰু সুবিধাবাদী প্ৰস্তাৱ নাকচ কৰিলে।

ইয়াৰ পিছত আহিল যুদ্ধৰ প্ৰশ্নটো।

সাম্ৰাজ্যবাদী দেশবোৰৰ মাজত বেহা-বেপাৰ আৰু উপনিৱেশ লৈ যি প্ৰবল অৰিয়াঅৰি চলিছে তাৰ শান্তিপূৰ্ণ সমাধানৰ বাট ক্ৰমে নাইকিয়া হৈ আহিছে আৰু এই প্ৰশ্নটো মীমাংসাৰ বাবে সাম্ৰাজ্যবাদী দেশবোৰৰ মাজত যুদ্ধ লগাৰ আশংকা ঘনীভূত হৈ আহিছে।

যুদ্ধ লাগিলে কি হ'ব।

এখন দেশ যেতিয়া যুদ্ধত লিপ্ত হৈ পৰিব, তেতিয়া সেই দেশৰ শ্ৰমিক শ্ৰেণী আৰু সমাজ-গণতান্ত্ৰিকসকলে কি কৰিব ?

তেওঁলোকেও দেশপ্ৰেমৰ যি জোৱাৰ বুৰ্জোৱা শাসকশ্ৰেণীয়ে সৃষ্টি কৰিব তাতে উটি ভাহি গৈ যুদ্ধক সমৰ্থন কৰিবনে ; বুৰ্জোৱাৰ আগ্ৰাসী নীতিৰ লগত সহযোগিতা কৰিব নে বিকল্প আন কিবা স্বাধীন স্থিতি গ্ৰহণ কৰিব।

এই প্ৰশ্নটোৱে দ্বিতীয় আন্তৰ্জাতিকৰ সমাজবাদী দলবোৰৰ মাজত প্ৰচণ্ড মতভেদৰ সৃষ্টি কৰিলে।

এচাম সমাজবাদীয়ে ক'লে যে যদি দেশৰ বুৰ্জোৱা শাসকসকলে দেশখনক সাম্ৰাজ্যবাদী যুদ্ধত সাঙুৰি পেলায়, তেনেহ'লে সমাজবাদীসকলে যুদ্ধৰ কালছোৱাত নিজ নিজ দেশৰ জাতীয় চৰকাৰক সমৰ্থন জনোৱা উচিত। ৰুচ সমাজ-গণতান্ত্ৰিক দলৰ মানচেভিক অংশটোৱেও এই ধাৰণা সমৰ্থন কৰিলে। আন বহুতো গোটেও ইয়াক সমৰ্থন কৰিলে। জাৰ্মান সমাজ-গণতান্ত্ৰিকদলৰ আগস্ট বেবেলে আন্তৰ্জাতিকত যুদ্ধৰ বিৰোধিতা কৰি এটা প্ৰস্তাৱ তুলি ধৰিলে।

লেনিন আৰু ৰজা লুক্সেমবাৰ্গে ক'লে যে যুদ্ধৰ বিৰোধিতা কৰাটোৱেই পৰ্যাপ্ত নহয়।

তেওঁলোকে যুটীয়াভাৱে প্ৰস্তাৱ তুলিলে যে যদি যুদ্ধ আৰম্ভ হয় তেনে

সমাজবাদীসকলে এনে যুদ্ধত সমৰ্থন কৰাৰতো প্ৰশ্নই নুঠে, বৰঞ্চ শ্ৰমিক শ্ৰেণী আৰু তেওঁলোকৰ প্ৰতিনিধিসকলে প্ৰতিখন দেশতেই, প্ৰতিখন সদনত, যুদ্ধই সৃষ্টি কৰা সংকটৰ সুযোগ গ্ৰহণ কৰি নিজ নিজ দেশত সমাজবাদী বিপ্লৱ সম্পাদন কৰাৰ প্ৰচেষ্টা ল'ব।

ই আছিল এক ঐতিহাসিক প্ৰস্তাৱ। দ্বিতীয় আন্তৰ্জাতিকে ইয়াক গ্ৰহণ কৰাৰ লগে লগে বিশ্বব্যাপী যুদ্ধৰ সময়ত শ্ৰমিক শ্ৰেণীৰ স্বাধীন অৱস্থিতি আৰু কৰ্তব্য নিৰ্ণীত হৈ গ'ল। সৰ্বহাৰা আন্তৰ্জাতিকতাবাদক ই আগবঢ়াই নিলে।

এই খিনিতে কৈ থোৱা ভাল হ'ব যে প্ৰথম মহাসমৰ আৰম্ভ হোৱাত মানচেভিক গোটটোৱে বুচ বুৰ্জোৱাৰ যুদ্ধ প্ৰচেষ্টাৰ প্ৰতি সমৰ্থন জনালে, আনহাতে বলচেভিকসকলে এই সংকটৰ সহায়ত সংগঠন কৰি প্ৰথমে গণতান্ত্ৰিক আৰু এবছৰৰ ভিতৰতে সমাজবাদী বিপ্লৱ সম্পন্ন কৰাত সমৰ্থ হ'ল।

কংগ্ৰেছৰ অন্তত লেনিন আকৌ ফিনলেণ্ডলৈ উভতি আহিল।

কিন্তু এইবাৰ জাৰৰ গোপন পুলিচে ইয়াতো তেওঁক অনবৰত নজৰবন্দী কৰি ৰাখিবলৈ ধৰিলে আৰু তেওঁক ফিনলেণ্ডতে গ্ৰেপ্তাৰ কৰাৰ সম্ভাৱনাই দেখা দিলে। উপায়ন্তৰ হৈ তেওঁ ফিনলেণ্ড ত্যাগ কৰিবলৈ বাধ্য হ'ল। এক দুৰ্যোগপূৰ্ণ নিশা এডোখৰ বাট ৰেলেৰে, এডোখৰ খোজকাঢ়ি, একাংশ জাহাজেৰে গৈ তেওঁ ফিনলেণ্ডৰ পৰা বাহিৰ ওলাল। খোজকাঢ়ি আহোঁতে এবাৰ ভৰিৰ তলৰ পাতল বৰফৰ চামনি ভাগি তেওঁ গাঁতত পৰিব খুজিছিল। পাছত এই ঘটনাটো মনত পেলাই তেওঁ লেখিছিল যে সেইসময়ত তেওঁ ভাবিছিল এতিয়ানো এনেকৈহে মৰিব লাগেনে ? কিমানবোৰ কাম কৰিবলৈ আছে।

ফিনলেণ্ডৰ পৰা ষ্টকহম হৈ তেওঁ জেনেভালৈ আহে। ইয়াতে তেওঁৰ পৰিবাৰ ক্ৰুপস্কায়াও আহি লগ হয়হি। জীৱনৰ দ্বিতীয়তো স্বেচ্ছা নিৰ্বাসনৰ যুগ আৰম্ভ হ'ল। এইবাৰ একেবাৰে ৰাচিয়াত গণতান্ত্ৰিক বিপ্লৱ হ'লেহে তেওঁ দেশলৈ উভতি যাব পাৰিব।

এই সময়ছোৱা আছিল বিপ্লৱীসকলৰ বাবে আটাইতকৈ দুৰ্দিনৰ সময়। ১৯০৮ চনৰ আগভাগত ষ্টলিপিন প্ৰতিক্ৰিয়াৰ দমনকাৰ্য চূড়ান্ত অৱস্থাত। ৰাচিয়াৰ চাৰিওফালে ধৰ-পাকৰ, হত্যা আৰু সন্ত্ৰাসৰ ৰাজত্ব চলিছে। এই ভয়াবহ নিৰ্যাতনে বুচ বিপ্লৱী আন্দোলনলৈকো নমাই আনিলে এক অভাৱনীয় হতোদ্যম আৰু সংকট। সকলো গণতান্ত্ৰিক শক্তিয়েই বাধাহীন ৰাষ্ট্ৰীয় সন্ত্ৰাসৰ সন্মুখত পশ্চাৎপসৰণ কৰিছে, বৃহৎ বুৰ্জোৱাৰ কথাটো বাদেই, উদাৰনৈতিক বুৰ্জোৱাৰ এটা বৃহৎ অংশইও চৰকাৰী দমননীতি আৰু প্ৰতিক্ৰিয়াৰ প্ৰতি সমৰ্থন জনালে, বহুতো নিৰপেক্ষ হৈ পৰিল, নিষ্ক্ৰিয় হৈ পৰিল। এই কামৰ দ্বাৰা ৰাচিয়াৰ বুৰ্জোৱাই সকলোৰে আগত প্ৰমাণ কৰি দিলে যে দেশত গণতান্ত্ৰিক

বিপ্লৱ সম্পন্ন কৰিবলৈ ই সঁচাকৈয়ে ঐতিহাসিকভাৱে অসমৰ্থ। ই লগতে ইয়াকো প্ৰমাণ কৰিলে যে লেনিনে সদায় চিঞৰি অহা কথাষাৰ—গণতান্ত্ৰিক বিপ্লৱৰো নেতৃত্ব সৰ্বহাৰা শ্ৰমিকসকলেই দিব লাগিব, বুৰ্জোৱাই নোৱাৰে ; ঐতিহাসিকভাৱেই শুদ্ধ কথা।

১৯০৫ চনৰ বিপ্লৱৰ অভিজ্ঞতাইও এইটোকে প্ৰমাণ কৰিলে যে শ্ৰমিক শ্ৰেণীয়েই হ'ল সমাজৰ আটাইতকৈ আগৰণুৱা, বিপ্লৱী আৰু দৃঢ় শ্ৰেণী। গতিকে খুচ বিপ্লৱত তেওঁলোকেই নেতৃত্ব দিব লাগিব।

এই সংকট কালত দলক ধৰি ৰাখিবলৈ, একত্ৰিত কৰি লাহে লাহে শক্তিশালী কৰি তুলিবলৈ আকৌ কলম তুলি লোৱাৰ প্ৰয়োজনীয়তা আহি পৰিল। প্ৰথমেই ১৯০৫ চনৰ বিপ্লৱৰ বিভিন্ন দিশ বিশ্লেষণ কৰি ইয়াৰ শিক্ষা আৰু অভিজ্ঞতাবোৰ সূত্ৰবদ্ধ কৰা প্ৰয়োজন হ'ল। এইক্ষেত্ৰত শ্ৰমিক শ্ৰেণীৰ ভুল আৰু দুৰ্বলতা-বোৰো বিচাৰি উলিয়াই সেইবোৰ শুধৰোৱা আৰু ভৱিষ্যতৰ বাবে নীতি আৰু কৰ্মকৌশল ঠিক কৰাৰ প্ৰয়োজনীয়তা আহি পৰিল।

এই সময়ত দলীয় সংগঠনৰ বাবে লেনিনে এক পাঁচ সূত্ৰৰ কৰ্মব্যৱস্থা প্ৰস্তুত কৰি উলিয়ালে। দুৰ্যোগৰ দিনত, যেতিয়া দলৰ কৰ্মীসকলৰ ক'লৈ যাম, কি কৰিম অৱস্থা হৈছিল তেতিয়া এই কৰ্মসূচীখনে তেওঁলোকৰ মনলৈ এক নতুন প্ৰত্যয় আৰু উদ্দীপনা কঢ়িয়াই আনিলে। এনেদৰে যিকোনো পৰিস্থিতিত তৎকালে সিদ্ধান্ত লব পৰাটোৱেই আছিল লেনিনৰ নেতৃত্বৰ বিচক্ষণতা।

এই কৰ্মসূচী আছিল এনে ধৰণৰ।

প্ৰথমে ১৯০৫ চনৰ বিপ্লৱক বিশ্লেষণ কৰি ইয়াৰ অভিজ্ঞতাৰ পৰা শিক্ষা গ্ৰহণ কৰিব লাগিব। ভুল-ত্ৰুটি, সফলতা-বিফলতা সকলো দিশতে সিদ্ধান্ত-মূলক নিৰ্ণয়লৈ আহিব লাগিব।

দ্বিতীয়তে সকলো পৰিস্থিতিতে বিৰোধীসকলৰ আক্ৰমণৰ পৰা মাৰ্ক্সবাদী আদৰ্শক ৰক্ষা কৰিব লাগিব। বিৰোধীৰ সকলো আক্ৰমণ, সকলো অপপ্ৰচাৰৰ বিৰুদ্ধে সাহসিকতাৰে শ্ৰমিক শ্ৰেণীৰ মতাদৰ্শক ৰক্ষা কৰি ইয়াক বিকশাই তুলিব লাগিব।

তৃতীয়তে দলৰ বিপ্লৱী পৰম্পৰাৰ গৌৰৱোজ্জ্বল ইতিহাসক জীয়াই ৰাখিব লাগিব আৰু ইয়াক বিকশিত কৰিব লাগিব।

চতুৰ্থতে শ্ৰমিক শ্ৰেণীক সকলো প্ৰকাৰে শিক্ষিত কৰি তোলাত আত্মনিয়োগ কৰিব লাগিব। শ্ৰমিকৰ মাজত নিৰক্ষৰতা দূৰীকৰণৰ অভিযানৰ পৰা আৰম্ভ কৰি, সমাজ-সাহিত্য-বিজ্ঞানলৈকে আৰু মাৰ্ক্সবাদী ৰাজনৈতিক দৰ্শনেৰে তেওঁলোকক শিক্ষিত কৰি তুলিব লাগিব।

আৰু পঞ্চমতে এই সকলোবোৰ কাম-কাজৰ জৰিয়তে দলক পুনৰ গঠন কৰাৰ কামত আগবাঢ়িব লাগিব।

এই আটাইবোৰ কাম সুসংহতভাৱে আগবঢ়াই নিবৰ বাবে লেনিনে আকৌ বিদেশৰ পৰা এখন কাকত উলিয়াবলৈ ঠিক কৰিলে। প্ৰলিটাৰি—সৰ্বহাৰা নামৰ কাকতখন বিদেশত ছপাই আকৌ গোপনে ৰাচিয়ালৈ চোৰাংকৈ লৈ যোৱাৰ ব্যৱস্থা গঢ়ি তোলা হ'ল। সেই দুৰ্যোগৰ কালত এই কাকতখনে আকৌ এবাৰ সমাজ-গণতান্ত্ৰিকসকলৰ মাজত দৃঢ় একতা গঢ়ি তোলাত সহায় কৰিলে।

যি উপদেশ লেনিনে আনক দিয়ে, নিজেও তাক তেওঁ নিষ্ঠাৰে পালন কৰে। দলৰ বাবে কাৰ্যব্যৱস্থা নিৰ্ণয় কৰাৰ পাছত তেওঁ নিজেও ইয়াক পালন কৰিবলৈ আগবাঢ়িলে। তেওঁৰ প্ৰথম কাম হ'লে ১৯০৫ চনৰ বিপ্লৱৰ শিক্ষাৰ সাৰ সংকলন।

কেনেকৈ আছিল এই বিপ্লৱ সেই বিষয়ে অনুসন্ধান আৰু বিশ্লেষণ আৰম্ভ হ'ল।

এই বিপ্লৱৰ বিশ্লেষণ কৰোতে ইয়াৰ চৰিত্ৰ আৰু ইয়াত বিভিন্ন সামাজিক শ্ৰেণীবোৰৰ ভূমিকাৰ কথাও আলোচনা কৰিব লাগিব।

বলচেভিকসকলকে ধৰি সকলোৱে কৈছিল যে ১৯০৫ চনৰ বিপ্লৱ চৰিত্ৰৰ দিশৰ পৰা আছিল এক বুৰ্জোৱা বিপ্লৱ আৰু ইয়াৰ লক্ষ্য আছিল দেশত এক বৈপ্লৱিক সাংবিধানিক গণতন্ত্ৰ প্ৰতিষ্ঠা কৰা।

কিন্তু, আগতেই কৈ অহাৰ দৰে, ৰুচ বুৰ্জোৱা এই বিপ্লৱ সম্পন্ন কৰিবলৈ অসমৰ্থ, তেওঁলোকে সোনকালেই স্বৈৰতান্ত্ৰিক প্ৰতিক্ৰিয়াৰ লগত আপোচ কৰি বিপ্লৱ বিৰোধী অৱস্থানহে গ্ৰহণ কৰিলে। কিয়? কিয় তেওঁলোকে এনে কৰিলে? প্ৰথমতে—তেওঁলোক আছিল দুৰ্বল—স্বৈৰতন্ত্ৰক ওফৰাই দেশত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে অপাৰগ। দ্বিতীয়তে—তেওঁলোক শ্ৰমিক শ্ৰেণীৰ বিপ্লৱী ভূমিকা আৰু বাঢ়ি অহা শক্তিত ত্ৰস্ত আছিল। এই ভয়েই তেওঁলোকক বিপ্লৱ বিৰোধী প্ৰতিক্ৰিয়াৰ শিবিৰলৈ ঠেলি দিছিল।

জাৰ্মান সমাজ-গণতান্ত্ৰিক দলৰ সম্মানিত নেতা কাৰ্ল কাউট্‌স্কিয়ে কৈছিল যে 'এই বুৰ্জোৱা বিপ্লৱ আৰম্ভ হ'ল এনেকুৱা এটা যুগত যি সময়ত বুৰ্জোৱা মতাদৰ্শবোৰ সম্পূৰ্ণভাৱে দেউলীয়া হৈ পৰিছে—যেতিয়া বুৰ্জোৱা গণতন্ত্ৰই নিজেই নিজৰ ওপৰত বিশ্বাস হেৰুৱাইছে।' তেওঁ আৰু কৈছিল যে 'একমাত্ৰ সমাজবাদৰ উৰ্বৰ ভূমিতহে মানুহৰ ভাবনাবোৰ বিকশিত হ'ব পাৰে আৰু উদ্যম তথা আগ্ৰহৰ বিকাশ হ'ব পাৰে।'[1] (এই কাৰ্ল কাউট্‌স্কিয়েই পিছত কিন্তু মাৰ্ক্সবাদ বিৰোধী দলত্যাগীৰ ভূমিকা লৈছিল—সেয়া অৱশ্যে পাছৰ কথা।)

ৰুচ বুৰ্জোৱাৰ ভূমিকাৰ বিষয়ে প্ৰখ্যাত ইতিহাসবিদ অধ্যাপক ই. এইচ. কাৰে কৈছে, "বিপ্লৱৰ (১৯০৫ চনৰ) মূল চালিকাশক্তি আহিছিল শ্ৰমিকসকলৰ পৰা, আৰু মাজে সময়ে খেতিয়কসকলৰ পৰা। ইয়াৰ আপাত সাফল্য যেনে—এখন সংবিধান, এখন সংসদ (ডুমা), ৰাজনৈতিক দল গঠন—এই আটাইবোৰ বুৰ্জোৱা

সাফল্য আছিল। এই বিপ্লৱ বিফল হ'ল—আৰু ১৯০৮ চনলৈ ইয়াৰ একোৱেই অৱশিষ্ট নাথাকিলগৈ—কিয়নো বুৰ্জোৱা শ্ৰেণীয়ে এটা বিপ্লৱ সম্পূৰ্ণ কৰাৰ ক্ষেত্ৰত যে কেৱল নিজকে অসমৰ্থ বুলিয়েই প্ৰমাণ কৰিলে তেনে নহয়, আনে তেওঁলোকৰ বাবে কৰি দিয়া বিপ্লৱৰ ফলাফল ৰক্ষা কৰিবলৈকো তেওঁলোক সক্ষম নহ'ল। বুৰ্জোৱাৰ এই অপাৰগতা সকলো গোষ্ঠীয়েই বুজি উঠিছিল।[২]

মানচেভিকসকলে এই বিপ্লৱত বুৰ্জোৱাক প্ৰায় নিঃচৰ্ত সমৰ্থন দিয়াৰ প্ৰস্তাৱ তুলি ধৰিছিল। তেওঁলোকৰ মতে বিপ্লৱৰ বিজয়ৰ পাছত ৰাচিয়াত দ্ৰুতগতিত পুঁজিবাদী বিকাশ হ'ব, আৰু, ইয়াৰ ফলত এটা শক্তিশালী শ্ৰমিক শ্ৰেণীয়ো গঢ়ি উঠিব আৰু ইয়েই এইবাৰ সমাজতান্ত্ৰিক বিপ্লৱ সম্পন্ন কৰিব।

যদিও এই কথা মানচেভিকসকলে ক'তো মুকলিকৈ কোৱা নাই, তথাপিও তেওঁলোকৰ এই চিন্তাৰ পৰা এটা কথা স্পষ্ট হৈ পৰে যে ৰাচিয়াৰ বুৰ্জোৱা গণতান্ত্ৰিক আৰু সমাজবাদী বিপ্লৱৰ মাজত এটা বিৰতি পৰ্ব থাকিব। লেনিনে সদায় কৈ আহিছিল যে বুৰ্জোৱাক শক্তি সঞ্চয় কৰিবলৈ এনে বিৰতি দিলেই বিপদ। তেতিয়া সমাজবাদী বিপ্লৱ বহুদূৰ পিছুৱাই যাব। আৰু যিহেতু দুইটা পৰ্যায়তে শ্ৰমিকসকলেই মূল শক্তি হ'ব, গতিকে বিৰতিৰ প্ৰশ্নই নাই—অবিৰামভাৱে সমান্তৰালভাৱে দুইটা বিপ্লৱেই আগবাঢ়িব। এয়ে হ'ল তেওঁৰ 'ছিঙিব নোৱৰা যোগসূত্ৰৰ' মূল কথা। গণতান্ত্ৰিক পৰ্যায়তো বিপ্লৱৰ মূলশক্তি সৰ্বহাৰা শ্ৰেণী আঁতৰি গ'লে নহ'ব, ই বুৰ্জোৱাৰ লগত ক্ষমতা ভগাই লব লাগিব। পৰৱৰ্তী বিপ্লৱৰ ঘটনাই লেনিনৰ বিশ্লেষণৰ শুদ্ধতাকে প্ৰমাণ কৰিলে॥

বিপ্লৱৰ অভিজ্ঞতাৰ সাৰ সংকলনৰ পৰা এই কথা ওলাই পৰিল যে কেৱলমাত্ৰ গণবৈপ্লৱিক সংগ্ৰামৰ জৰিয়তেহে জনগণে নিজৰ অধিকাৰ প্ৰতিষ্ঠা কৰিব আৰু জীৱনৰ মানদণ্ডৰ উন্নতি ঘটাব পাৰে। সংগ্ৰামৰ বিকল্প নাই। আৰু দেশত ৰাইজৰ গণতান্ত্ৰিক অধিকাৰ প্ৰতিষ্ঠাৰ বাবে জাৰ স্বৈৰতন্ত্ৰক সম্পূৰ্ণভাৱে উৎখাত কৰিব পাৰিব লাগিব।

১৯০৫ চনৰ বিপ্লৱৰ বিশ্লেষণ আৰু দলৰ কাৰ্যব্যৱস্থা নিৰ্ধাৰণৰ পাছত ভৱিষ্যতৰ বাবে নতুন কৰ্মপন্থা লবৰ বাবে আৰু কিছু তাত্ত্বিক কামৰ প্ৰয়োজনীয়তা আহি পৰিল। বিশেষকৈ ১৯০৫ চনৰ বিপ্লৱত খেতিয়কসকলে যেনেদৰে এটা ডাঙৰ বিপ্লৱী শক্তি হিছাপে আত্মপ্ৰকাশ কৰিলে, সেই প্ৰেক্ষাপটত দলৰ কৃষি কাৰ্যসূচীৰ অধিক বিকাশ ঘটোৱাৰ প্ৰয়োজন হ'ল। ইতিমধ্যে সমাজ-গণতান্ত্ৰিক দলে যি খন কৃষি কাৰ্যসূচী লৈছে তাত মেনচেভিকসকলৰ সেৰেঙা মতাদৰ্শৰ প্ৰভাৱ বেছ ভালদৰেই আছে। মাটিৰ ৰাষ্ট্ৰীয়কৰণ, গাঁও অঞ্চলত শ্ৰেণীসংগ্ৰামৰ বিকাশৰ প্ৰয়োজনীয়তা আদি লেনিনৰ বহুতো প্ৰস্তাৱ তেতিয়াও ভালদৰে গৃহীত হোৱা নাই। খেতিয়ক শ্ৰেণীৰ সমৰ্থনৰ অবিহনে স্বৈৰতন্ত্ৰৰ উৎখাত যে অসম্ভৱ হ'ব সেই কথা স্পষ্ট হৈ পৰাৰ পাছতো খেতিয়কসকলক আৰু

কৃষি কাৰ্যসূচীক লৈ সমাজ গণতান্ত্ৰিক দলত তেতিয়াও প্ৰচুৰ মতভেদ আছে। সেয়ে লেনিনে পৰিবৰ্তিত পৰিস্থিতিত কৃষি কাৰ্যসূচীক ন ৰূপ দিয়াৰ কাম এইবাৰ আৰম্ভ কৰিলে।

এইবাৰ আমি কৃষি কাৰ্যসূচী বিকাশৰ প্ৰক্ৰিয়াটো আলোচনা কৰাৰ চেষ্টা কৰো।

মানচেভিকসকলে খেতিয়কৰ কোনো ধৰণৰ বিপ্লৱী চৰিত্ৰ আছে বুলিয়েই নাভাবিছিল। আনকি ট্ৰট্‌স্কিয়েও কৈছিল যে ১৯০৫ চনৰ বিপ্লৱ খেতিয়ক সেনাৰ বেয়নেটৰে ধ্বংস কৰা হ'ল। ব্যাপক কৃষক বিক্ষোভ আৰু অভ্যুত্থানবোৰ তেওঁলোকে ব্যতিক্ৰম ঘটনা বুলিয়েই ধৰিছিল। দৰাচলতে নাৰডনিকসকলৰ বিৰুদ্ধে চলোৱা মতাদৰ্শগত সংগ্ৰামৰ ফলত এইটো হৈছিল। নাৰডনিকসকলে একমাত্ৰ কৃষকসকলেই দেশৰ বিপ্লৱী শক্তি বুলি ভাবিছিল আৰু কৃষি বিপ্লৱৰ জৰিয়তেই সমাজবাদ প্ৰতিষ্ঠা কৰাটো সম্ভৱপৰ বুলি কৈছিল। এই এক-দিকদৰ্শী মতবাদৰ বিৰুদ্ধে সংগ্ৰাম কৰি এচামে কেৱল শ্ৰমিক শ্ৰেণীৰ ওপৰতে সকলো আস্থা স্থাপন কৰিছিল আৰু বিপ্লৱৰ পৰিকল্পনাৰ পৰা বৃহৎ খেতিয়ক সমাজক বাদেই দি থৈছিল।

এই দুই ধৰণৰ চিন্তাই আছিল অবাস্তৱ আৰু ভুল। কৃষিপ্ৰধান ৰাচিয়াত কৃষকসকলক বাদ দি কোনো বিপ্লৱৰ প্ৰশ্নই সম্ভৱ নহয়। ১৯০৫ চনৰ বিপ্লৱতো খেতিয়ক জাগৰণে ইয়াকেই প্ৰমাণ কৰিছিল।

অৱশ্যে এই কথাও সঁচা যে খেতিয়ক সমাজৰ মাজতে গোড়ামি অন্ধবিশ্বাস আৰু জাৰৰ প্ৰতি শ্ৰদ্ধা আটাইতকৈ গভীৰ আছিল। চৰকাৰেও খেতিয়ক-সকলকে ইয়াৰ আটাইতকৈ দৃঢ় সমৰ্থক হিচাপে জ্ঞান কৰিছিল। আৰু প্ৰধানমন্ত্ৰী ষ্টলিপিনৰ সংস্কাৰতো সেয়ে কৃষি ব্যৱস্থাৰ সংস্কাৰৰ বহুতো ব্যৱস্থা আছিল। এই সংস্কাৰে কিন্তু ৰাচিয়াৰ গাঁও অঞ্চলত সামন্তপ্ৰভু আৰু খেতিয়ক সকলৰ মাজৰ দ্বন্দ্বৰ কোনো মীমাংসা কৰিব পৰা নাছিল, বৰঞ্চ জমিদাৰ পুঁজিবাদী কুলাক-ধনী খেতিয়কসকলৰ ওপৰত নিৰ্ভৰশীল এই সংস্কাৰে কিছু বাহ্যিক ৰূপৰ পৰিবৰ্তন ঘটালেও সমাজৰ মূল বিৰোধবোৰ বঢ়াইহে তুলিছিল।

খেতিয়ক সমাজ আৰু কৃষি সমস্যাৰ প্ৰতি বলচেভিকসকলৰ দৃষ্টিভংগী সুকীয়া আছিল।

তেওঁলোকে শ্ৰমিক শ্ৰেণীক বিপ্লৱৰ মূল শক্তি বুলি গণ্য কৰিলেও খেতিয়ক-সকলক বিপ্লৱৰ প্ৰধান মিত্ৰ শক্তি বুলি ধৰিছিল আৰু সেয়ে বিপ্লৱৰ দুইটা পৰ্যায়তে খেতিয়ক সমাজক চামিল কৰিবৰ বাবে তেওঁলোকে স্পষ্ট নীতি গ্ৰহণ কৰিছিল।

বিপ্লৱৰ গণতান্ত্রিক পর্যায়ত স্বৈৰতন্ত্রৰ সমর্থক বৃহৎ জমিদাৰ গোষ্ঠী আৰু সামন্তপ্ৰভুহঁতক বাদ দি বাকী সমগ্র খেতিয়ক শ্রেণীকে বিপ্লৱত চামিল কৰিব লাগিব আৰু সেয়ে এই পর্যায়ৰ কৃষি কার্যসূচী ইয়াৰ পৰিপূৰক হ'ব লাগিব। সমাজতান্ত্রিক বিপ্লৱৰ পর্যায়ত শ্রমিকসকলে গাঁৱৰ গৰীব খেতিয়ক, খেতমজুৰ আৰু গ্রামীণ সর্বহাৰাৰ ওপৰত নির্ভৰ কৰিব আৰু পুঁজিবাদী ধনী খেতিয়কসকলৰ বিৰুদ্ধে শ্রেণীসংগ্রাম পৰিচালিত কৰি সমাজবাদ প্রতিষ্ঠা কৰিব। প্রথম পর্যায়ত জমিদাৰহঁতৰ মাটি আৰু দ্বিতীয় পর্যায়ত সমগ্র মাটিৰ ৰাষ্ট্রীয়কৰণৰ জৰিয়তে সমাজবাদী যৌথ কৃষিব্যৱস্থাৰ বুনিয়াদ গঢ়ি তোলা হয়। লেনিন আৰু বলচেভিকসকলৰ চিন্তা আছিল এনেধৰণৰ আৰু প্রথমৰ পৰাই কৃষি কার্যসূচী প্রণয়নৰ প্রশ্নত তেওঁলোকে ইয়াক স্পষ্টভাৱে প্রকাশ কৰিছিল।

এতিয়া লেনিনে কৃষি সমস্যাৰ বিষয়ে অনুসন্ধান আৰু বিশ্লেষণ আৰম্ভ কৰি বলচেভিক কৃষিকার্যসূচীক অধিক গভীৰ আৰু ব্যাপক কৰি তোলাৰ কাম হাতত ললে।

খুব কম সময়ৰ ভিতৰতে প্রচণ্ড ঔদ্যোগিক বিকাশ হোৱা সত্বেও ৰাচিয়া আছিল মূলতেই এখন কৃষিপ্রধান দেশ। আৰু, এই বিশাল গ্রামাঞ্চলত মাটিৰ সংগ্রামেই আছিল খেতিয়ক সমাজৰ সংগ্রামৰ নিৰৱচ্ছিন্ন দিশ। ১৯০৫ চনৰ ব্যাপক জাগৰণৰ অন্তৰালতো মাটিৰ দাবীয়েই এটা প্রধান দাবী আছিল। এই প্রধান দাবীটোক কেন্দ্র কৰিয়েই খেতিয়ক সমাজৰ মাজত বিভিন্ন ৰাজনৈতিক চিন্তাধাৰা আৰু দল গঢ় লৈ উঠিছিল। নাৰডনিকসকলৰ কথা আগেয়ে কৈ অহা হৈছেই, ১০১-০২ চনৰ পৰা বুচ খেতিয়ক সমাজৰ মাজত আন এটা পেটিবুর্জোৱা ৰাজনৈতিক দল ক্রমে শক্তিশালী হৈ উঠিবলৈ ধৰিলে। মতাদর্শৰ দিশৰ পৰা এওঁলোকৰ নাৰডনিক আন্দোলনৰ শেষৰ ফালৰ উদাৰনৈতিক ভাৱধাৰাৰ মতাদর্শৰ লগত সাদৃশ্য আছিল। বস্তুতঃ এওঁলোকে উদাৰনৈতিক নাৰডনিক চিন্তাধাৰাৰে ধাৰাবাহিকতা ৰক্ষা কৰিছিল। এই দলটোৰ নাম আছিল 'চচিয়েল ৰিভলিউচনেৰী—সামাজিক বিপ্লৱী' দল। প্রথম মহাসমৰৰ সময়লৈ এই দলটো ৰাচিয়াৰ খেতিয়কসকলৰ মূল ৰাজনৈতিক দল হৈ পৰিছিল। অক্টোবৰ বিপ্লৱৰ সময়ত এই দলটোৰ বাওঁপন্থী অংশ ফাটি ওলাই আহে আৰু বিপ্লৱত বলচেভিকসকলক সমর্থন জনায়। এই দল আৰু ইয়াৰ দুইটা গোটৰ বিষয়ে আমি পিছৰ অধ্যায়বোৰত ক্রমে পাই যাম।

কৃষি কার্যসূচীখনৰ চূড়ান্ত ৰূপ দিয়াৰ আগতে ৰাচিয়াৰ খেতিৰ অৱস্থা সম্পৰ্কে লেনিনে প্রচুৰ অনুসন্ধান কৰিবলগীয়া হৈছিল, গোটাব লগা হৈছিল বহুতো তথ্যপাতি।

"এই অনুসন্ধানত যিটো বস্তু প্রথমেই চকুত পৰিছিল, সেইটো হ'ল ৰাচিয়াৰ ভূমিৰ ক্ষেত্রত বিৰাজ কৰা প্রচণ্ড বৈষম্য। মাত্র আঠাইশ হেজাৰ জমিদাৰ

পৰিয়ালে দেশৰ মাটিৰ ছয় দশমিক দুই কোটি একৰ নিয়ন্ত্ৰণ কৰিছিল। ইয়াৰ বিপৰীতে এক কোটিতকৈ বেছি খেতিয়কৰ হাতত এনে সাত দশমিক তিনি কোটি একৰ মাটিহে আছিল। স্বাভাৱিকতেই ৰাচিয়াত মাটিৰ প্ৰশ্নটোৱেই কৃষিৰ ক্ষেত্ৰত আটাইতকৈ ডাঙৰ প্ৰশ্ন আছিল আৰু জমিদাৰ খেতিয়কৰ দ্বন্দ্বই আছিল গ্ৰামাঞ্চলৰ প্ৰধান বিৰোধ।

খেতিয়কৰ মাটিৰ প্ৰতি ক্ষুধাই আছিল গ্ৰামীণ সমাজৰ মূল বৈশিষ্ট্য। কৃষিত পুঁজিবাদী বিকাশ আৰু ধনী খেতিয়কৰ হাতত মাটিৰ কেন্দ্ৰীকৰণৰ ফলত ক্ৰমে বেছি বেছিকৈ দুখীয়া খেতিয়ক মাটিহীন খেত-মজুৰত পৰিণত হৈছিল। ১৯০৫ চনত ব্যাপক খেতিয়ক প্ৰজা জাগি উঠাৰ এটা প্ৰধান কাৰণ আছিল এই 'ভূমি ক্ষুধা'—জমিদাৰহঁতৰ সা-সম্পত্তি-মাটিবাৰী তেওঁলোকে কাঢ়ি লবলৈ বিচাৰিছিল। ৰাচিয়াৰ গাঁও অঞ্চলত কৃষিত যি পুঁজিবাদী ৰূপান্তৰৰ সূচনা হৈছিল, সি সমাজৰ দ্বন্দ্ব বঢ়াইহে তুলিছিল।

ৰাচিয়াত কৃষি পুঁজিবাদৰ বিকাশো দুই ধৰণে হৈছিল। বৃহৎ জমিদাৰ-হঁতৰ একাংশই জমিদাৰিৰ মাটিৰ পৰা পুৰুষানুক্ৰমে খেতি কৰা খেতিয়ক-সকলক উচ্ছেদ কৰি যন্ত্ৰৰ সহায়েৰে খেতি আৰম্ভ কৰিছিল। প্ৰাক্তন খেতিয়ক-সকলক তেওঁলোকে খেতমজুৰ হিছাপে ব্যৱহাৰ কৰিছিল—বিশেষকৈ শইচ সিঁচা আৰু চপোৱাৰ সময়ত। এই ধৰণৰ বৃহৎ জমিদাৰকেন্দ্ৰিক পুঁজিবাদী বিকাশৰ বাটটোক 'প্ৰুচিয়ান বাট' বুলি লেনিনে অভিহিত কৰিছিলে। এই পুঁজিবাদী জমিদাৰহঁতেই আছিল জাৰ স্বৈৰতন্ত্ৰৰ আটাইতকৈ দৃঢ় সমৰ্থক।

আনফালেদি সৰু সৰু মাটিগিৰি এচাম খেতিয়কেও নিজৰ মাটিত যন্ত্ৰ-পাতিৰ ব্যৱহাৰ আৰু খেতমজুৰৰ শ্ৰমেৰে বজাৰৰ বাবে কৃষি উৎপাদনৰ কামত আগবাঢ়িছিল। প্ৰকৃত অৰ্থত এওঁলোক পুঁজিবাদী মালিক খেতিয়ক আছিল। পুঁজিবাদী বিকাশৰ এই আহিৰ্ক বোলা হৈছিল মালিক খেতিয়ক ভিত্তিক ( peasent proprieter ) আমেৰিকান পথ।

এতিয়া গণতান্ত্ৰিক বিপ্লৱৰ কৃষি কাৰ্যসূচী নিৰূপণৰ বেলিকা লেনিনে দেখুৱাইছিল যে বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ পৰ্যায়ত যদি পুঁজিবাদী বিকাশৰ কোনোবা এটা পথ বাছি লব লগা হয়, তেনেহ'লে দ্বিতীয়তো বাছি লোৱাই উচিত হ'ব। কিয়নো ই সমাজত উৎপাদিকা শক্তিৰ অধিক বিকাশ ঘটায়, এই পথ বুৰ্জোৱা গণতন্ত্ৰৰ বেছি অনুকূল আৰু সেয়ে তুলনামূলকভাৱে অধিক প্ৰগতিশীল। ইয়াৰ উপৰিও এই পন্থা সমৰ্থনে এহাতে জমিদাৰহঁতক অকলশৰীয়া কৰি পেলাব পৰা যায়, আনহাতে ব্যাপক খেতিয়ক সমাজকো একত্ৰিত কৰাৰ সুযোগ আছে।

আনহাতে কেডেট দলকে ধৰি বাকী বুৰ্জোৱা দলবোৰে সামন্ত শক্তিৰ লগত আপোচ কৰি প্ৰথমটো পথৰ পৃষ্ঠপোষকতা কৰিছিল।

মানচেভিকসকলে আকৌ দুইটা পথৰ মাজৰ এটা সুবিধাবাদী মধ্যম পন্থা উলিয়াবলৈ চেষ্টা কৰিছিল।

বলচেভিকসকলে গণতান্ত্রিক বিপ্লৱৰ পৰ্যায়ত গৰিষ্ঠ সংখ্যক খেতিয়কক একত্রিত কৰিবৰ বাবে দ্বিতীয় পথটোৰ ওপৰত ভিত্তি কৰি আশু কৃষি কাৰ্যসূচী প্ৰস্তুত কৰিব বিচাৰিছিল আৰু সমাজবাদী বিপ্লৱৰ পৰ্যায়ত আগেয়ে কৈ অহাৰ দৰে সমগ্ৰ মাটিৰ ৰাষ্ট্ৰীয়কৰণ দাবী কৰিছিল। বলচেভিকসকলৰ স্থিতি সম্পৰ্কে লেনিনে পাছত তেওঁৰ 'সমাজ-গণতন্ত্রৰ দুটা কৌশল—Two Tactics of Social Democracy' নামৰ লেখনীত স্পষ্টকৈ লেখিছিল, "সৰ্বহাৰাসকলে গণতান্ত্রিক বিপ্লৱ সম্পূৰ্ণকৈ সম্পন্ন কৰিব লাগিব খেতিয়কসকলক নিজৰ লগত ঐক্যবদ্ধ কৰি, যাতে স্বৈৰতন্ত্রৰ বিৰোধিতা শক্তি-প্রয়োগৰ দ্বাৰা ধ্বংস কৰি পেলাব পৰা যায়, আৰু বুৰ্জোৱা শ্ৰেণীৰ ভাৰসাম্যহীন দোদুল্যমান চৰিত্ৰ সম্পূৰ্ণভাৱে অকামিলা কৰি পেলাব পৰা যায়। সৰ্বহাৰা শ্ৰেণীয়ে সমাজ-তান্ত্রিক বিপ্লৱ সম্পন্ন কৰিব লাগিব সমাজৰ বৃহৎ অৰ্ধ সৰ্বহাৰা শ্ৰেণীটোক নিজৰ লগত ঐক্যবদ্ধ কৰি, যাতে এইবাৰ বুৰ্জোৱাৰ বিৰোধিতা জোৰকৈ ধ্বংস কৰিব পৰা যায় আৰু খেতিয়ক আৰু পেটিবুৰ্জোৱাহঁতৰ দোদুল্যমানতাক বিফল কৰিব পৰা যায়।"

স্বৈৰতন্ত্রৰ বিৰুদ্ধে সংগ্ৰামত যদি খেতিয়ক সমাজৰ বৃহৎ অংশক চামিল কৰিব পৰা যায়, তেন্তে বুৰ্জোৱা সহজে স্বৈৰতন্ত্রৰ শিবিৰলৈ নাযাব—হয় ই নিৰপেক্ষ হ'ব নহ'লে ইয়াৰ একাংশই গণতান্ত্রিক বিপ্লৱক সমৰ্থন কৰিব—কিয়নো মূলতেই এই বিপ্লৱ হ'ল বুৰ্জোৱা বিপ্লৱ। এই পৰ্যায়ত যাতে বুৰ্জোৱাসকলে স্বৈৰতন্ত্রৰ শিবিৰত যোগ নিদিয়ে, তাৰ বাবে তেওঁলোকক অকামিলা কৰি পেলোৱা প্ৰয়োজন, আৰু এই কাম সম্ভৱ হ'ব বৃহৎ খেতিয়ক সমাজক জগাই তোলাৰ মাজেৰে। এই সময়ৰ কৃষি কাৰ্যসূচীও এই কৌশলৰ পৰিপূৰক হ'ব লাগিব।

গণতান্ত্রিক বিপ্লৱৰ পাছত মূল সংগ্ৰাম হ'ব বুৰ্জোৱাৰ বিৰুদ্ধে। এই পৰ্যায়ত খেতিয়ক আৰু সমাজৰ পেটিবুৰ্জোৱাসকল যাতে বুৰ্জোৱা শিবিৰত গৈ যোগদান নকৰে, তাৰ বাবে তেওঁলোকক বিফল কৰি, নিৰপেক্ষ কৰি ৰাখিব পাৰিব লাগিব। আৰু এই কাম শ্ৰমিক শ্ৰেণীয়ে কৰিব পাৰিব সমাজৰ অৰ্ধসৰ্বহাৰা খেতমজুৰ, হাজিৰা কৰা লোক, গৰীব আৰু প্ৰান্তীয় খেতিয়কসকলৰ লগত দৃঢ় ৰাজনৈতিক মিত্ৰতা স্থাপন কৰাৰ জৰিয়তে। এই মিত্ৰতাৰ জোৰ যিমানেই বেছি হ'ব, সিমানেই ইকুল-সিকুল কৰিব খোজা মধ্যবিত্ত—পেটিবুৰ্জোৱাহঁত শত্ৰু শিবিৰলৈ নাযাব। গতিকে এই পৰ্যায়ত কৃষি কাৰ্যসূচীও ইয়াৰ অনুকূল হ'ব লাগিব।

বুৰ্জোৱা গণতান্ত্রিক বিপ্লৱত যিহেতু বুৰ্জোৱাৰ পৰিবৰ্তে নেতৃত্বত থাকিব

শ্ৰমিক শ্ৰেণী, গতিকে বিপ্লৱৰ বিজয়ৰ পাছত চিৰাচৰিত বুৰ্জোৱা গণতন্ত্ৰৰ পৰিৱৰ্তে সৰ্বহাৰা আৰু খেতিয়কসকলৰ এক বিপ্লৱী গণতান্ত্ৰিক একনায়কত্ব প্ৰতিষ্ঠিত হ'ব আৰু বুৰ্জোৱাক থোপনি পুতি বহিবলৈ সুযোগ নিদিয়াকৈয়ে সমাজতান্ত্ৰিক বিপ্লৱৰ দিশত আগবাঢ়িব লাগিব।

লেনিনে সমাজ-গণতান্ত্ৰিক দলৰ কৃষি কাৰ্যসূচীখনতে এই সকলোবোৰ দিশ সাঙুৰি লোৱাতো বিচাৰিছিল। ভূমিৰ ৰাষ্ট্ৰীয়কৰণলৈকে সমগ্ৰ কাৰ্যসূচী স্পষ্টকৈ উত্থাপন কৰিব খুজিছিল। মানচেভিকসকলে স্বাভাৱিকতে ইয়াৰ বিৰোধিতা কৰিছিল। পেটিবুৰ্জোৱা ভাবাদৰ্শৰ প্ৰভাৱত তেওঁলোকে ইমান স্বাৰ্থহীন স্থিতি লবলৈ ভয় কৰিছিল।

এই সকলোবোৰ প্ৰশ্ন সামৰি লৈ লেনিনে ১৯০৫-০৭ চনৰ ৰুচ বিপ্লৱত সমাজ-গণতন্ত্ৰৰ কৃষি কাৰ্যসূচী নামেৰে এক লেখা ১৯০৮ চনত প্ৰকাশ কৰিলে। অতীতৰ ভুলবোৰৰ নিৰ্মোহ বিশ্লেষণ আৰু ভৱিষ্যতৰ বাবে কাৰ্যপন্থাৰ ই এক গুৰুত্বপূৰ্ণ দলিল আছিল। কিন্তু প্ৰকাশৰ পাছতে জাৰৰ চেন্সৰে কিতাপখন সম্পূৰ্ণ জব্দ কৰি নষ্ট কৰি পেলালে। এখনহে কিতাপ মাত্ৰ ধ্বংসৰ পৰা ৰক্ষা পৰিল। আকৌ কিছুদিনৰ পাছতহে তেওঁ ইয়াক পুনৰ প্ৰকাশ কৰি উলিয়াইছিল। ৰুচ কৃষিব্যৱস্থাৰ বিশ্লেষণ কৰি তেওঁ 'উনবিংশ শতিকাৰ শেষৰ ফাললৈ ৰাচিয়াত কৃষি প্ৰশ্ন' নামৰ আৰু এক তাত্ত্বিক নিবন্ধ লেখিছিল। তেওঁৰ এই লেখাবোৰেই আহিবলগীয়া দিনবোৰত ৰুচ বিপ্লৱীসকলৰ বাবে পথ প্ৰদৰ্শক আছিল। বিপ্লৱৰ কালত আৰু পাছতো কৃষি কাৰ্যসূচী এই মূল সূত্ৰবোৰক ভিত্তি কৰিয়েই নিৰ্ধাৰিত হৈছিল।

## ২৮

# দাৰ্শনিক সংগ্ৰাম



● সমাজ আৰু দৰ্শন ● ঈশ্বৰ স্ৰষ্টা—গড বিল্ডাৰ্চসকলৰ মতবাদ ● ইউৰোপৰ 'এম্পিৰিঅ' ক্ৰিটিচিজম' দাৰ্শনিক মতবাদ ● মনোগত ভাববাদী দৰ্শন আৰু মেখপন্থীসকল ● ভাববাদ আৰু বস্তুবাদ ● মেখবাদ আৰু মাৰ্ক্সবাদ ● 'বস্তু'—মেটাৰৰ অৱস্থিতি ● আধুনিক বিজ্ঞান আৰু দৰ্শন ● আনুভূতিক অভিজ্ঞতাই জ্ঞানৰ একমাত্ৰ উৎসনে ? ● অভিজ্ঞতা আৰু প্ৰজ্ঞা ● প্ৰজ্ঞা আৰু জ্ঞান ● প্ৰয়োগৰ দ্বাৰা সত্য উদ্ধাৰ ● দাৰ্শনিক সংগ্ৰামৰ ঐতিহাসিক প্ৰয়োজনীয়তা ।

টীকা আর প্রসংগ :

(1) Dulgach, Tamara—Denis Diderot. Progress Publishers, Moscow 1988 p. 22

(2) Quoted from 'George Berkeley—A Treatise Concerning the Principles of Human Knowledge. Tonson, London 1734. by Sternin A O in Lenin's 'Materialism and Empirio Criticism' Progress Publishers, Moscow, 1988. p 20

(3) Karl Marx and Frederick Engels—'Ludwig Feurbach and the End of Classical German Philosophy—Selected Works Vol 3 Progress Publishers, Moscow 1983. p. 345-46.

(4) ibid p 345-46.

(5) Sternin, A O —Lenin's 'Materialism and Empirio-Criticism' Progress Publishers, Moscow, 1988 p 16

(6) Lenin, V. I Collected Works Vol 31. 1974 p 27.

(7) Lenin,—A Biography, Progress Publishers, Moscow p 154

(8) ibid

(9) Lenin, V I —Collected Works Vol 14 p. 260-61.

(10) ibid

(11) Dictionary of Philosophy, Progress Publishers, Moscow, 1980 p 123.

(12) Lenin, V.I.—Collected Works. Volume 14. p. 197.

(13) ibid Vol. 38. p. 195

(14) ibid Vol. 14. p 135, 319.

(15) ibid Vol. 14. p 142.

দৰ্শনৰ জগত ; দৰ্শনৰ জগতখন মানুহৰ দৈনন্দিন জীৱনৰ কাম-কাজ আৰু প্ৰয়োজনৰ পৰা, ৰাজনীতি আৰু সংগ্ৰামৰ পৰা দূৰৰ, বহুত ওপৰৰ এখন আছুতীয়া জগত বুলিয়েই আমাৰ ধাৰণা, আৰু এই পৃথিবীলৈ সাধাৰণ নৰ-মনিষৰ প্ৰবেশৰ অধিকাৰ, আৰু প্ৰয়োজনো নাই বুলিয়েই আমি ভাবো। ঋষি-মুনি-দাৰ্শনিকসকলৰ একচেটিয়া দুনিয়া যেন সেইখন।

কিন্তু, কথাটো প্ৰকৃততে এনেকুৱা জানো ?

দৰ্শন আমাৰ দৈনন্দিন জীৱনত অলাগতিয়াল বস্তু নেকি ?

প্ৰকৃততে কথাটো তেনে নহয়। দৰ্শনে আমাৰ জীৱনৰ প্ৰতিটো খোজেই প্ৰকৃততে নিয়ন্ত্ৰণ কৰে। অগোচৰে, অ-সচেতনভাৱে আমি সমাজৰ নীতি নিয়মবোৰ মানি চলো, বান্ধোন আৰু দায়িত্ববোৰ পালন কৰো, আমাৰ শিক্ষা আৰু চিন্তা-ভাৱনা এইবোৰক ভিত্তি কৰিয়েই গঢ় উঠে। এই আটাইবোৰ আকৌ গঢ় উঠে সমাজত প্ৰচলিত জীৱন দৰ্শনৰ ওপৰত ভিত্তি কৰি।

সমাজৰ পৰিৱৰ্তনৰ চিন্তা-ভাৱনা সেয়ে দাৰ্শনিক চিন্তাৰ পৰ্যায়তে প্ৰথমে আৰম্ভ হয়।

দৰ্শননো কেনেদৰে সমাজ বিপ্লৱৰ হাতিয়াৰ হৈ উঠিব পাৰে সেই কথা আমি কিছুদূৰ বুজিবলৈ চেষ্টা কৰাটো ভাল। কেতিয়া ই সমাজৰ বাস্তৱ প্ৰয়োজন আৰু দাৰ্শনিক চিন্তাবিপ্লৱ কেনেদৰে জনতাৰ অপৰিহাৰ্য দাবী হৈ উঠে তাক চোৱাতো ভাল।

"মানৱ ইতিহাসৰ তুলনামূলকভাৱে শান্তিপূৰ্ণ সময় ( যুগ ) বোৰত, মানুহে নিজৰ অজানিতভাৱেই ইতিহাসক গঢ় দিয়ে। অৰ্থাৎ, তেওঁলোকে দৈনন্দিন জীৱনৰ ঘটনা আৰু গতি সম্পৰ্কে চিন্তা-ভাৱনা নকৰে, সময়ৰ বিচাৰত শুদ্ধ বুলি প্ৰমাণিত হোৱা পৰম্পৰা অনুযায়ী কাম-বন কৰি যায়। কিন্তু, বিপ্লৱৰ সময়ত, যেতিয়া কি নতুন বস্তু, নতুন ধৰণৰ কাম গ্ৰহণ কৰা হ'ব সেই প্ৰশ্ন প্ৰতিনিয়ত উঠিবলৈ ধৰে, যেতিয়া নতুন ধৰণৰ জীৱন ৰীতি আৰু তাৰ ৰূপবোৰ গঢ় লৈ উঠে, তেতিয়া মানুহে ইমান দিনৰ পৰিচিত আৰু তৰ্কাতীত বুলি চলি অহা কথা আৰু কামবোৰৰ বিষয়ে আলোচনা কৰে আৰু প্ৰশ্ন কৰিবলৈ ধৰে। সেই সময়ত এই কথা বুজাই দিয়াতো অত্যন্ত জৰুৰী হৈ পৰে যে কিয় মানুহ ইমানদিনে এনেদৰে জীৱন যাপন কৰিছিল, বা আন ধৰণেনো কিয় জীৱন কটোৱা নাছিল, অথবা মানুহৰ প্ৰচলিত জীৱন প্ৰণালী, মানুহৰ জীৱনৰ প্ৰকৃত লক্ষ্য, উদ্দেশ্যৰ লগত সংগতিপূৰ্ণনে ? ···সমাজ বিপ্লৱৰ যুগত মানুহে সেয়ে এনেদৰেই সমাজ জীৱনত সচেতনভাৱে অংশ গ্ৰহণ কৰিবলৈ আৰম্ভ কৰে—আৰু সচেতনভাৱে, পৰিকল্পিত উপায়েৰে নিজৰ সমাজখনক নকৈ নিৰ্মাণ কৰিবৰ বাবে কাম কৰে। ইয়াৰ ফল স্বৰূপেই, প্ৰতিটো বিপ্লৱৰ সময়ত, যেতিয়া এই বিপ্লৱৰ প্ৰস্তুতি চলোৱা হয় বা প্ৰকৃততে আৰম্ভ কৰি আগবঢ়াই নিয়া হয়, সমাজৰ

মাজত তাত্ত্বিক আৰু দাৰ্শনিকসকলৰ জন্ম হয়। এওঁলোকে মানুহৰ পুৰণা আদৰ্শবোৰক নাকচ কৰে আৰু নতুন নতুন আদৰ্শৰ সৃষ্টি কৰে।"[1] সেয়ে সমাজ ৰূপান্তৰৰ কৰ্মকাণ্ডৰ বেলিকা দৰ্শনৰ প্ৰয়োজন আটাইতকৈ বেছি। ইয়াৰ অবিহনে, তত্ত্বৰ অবিহনে, বিপ্লৱৰ কোনো ধৰণৰ কামেই আগবাঢ়িব নোৱাৰে 'আৰু বিপ্লৱো সম্ভৱ নহয়।'

মানৱ সমাজত নতুন নতুন দৰ্শনৰ জন্মৰ প্ৰেক্ষাপট আৰু ইয়াৰ বাস্তৱিক প্ৰয়োজনীয়তাৰ বিষয়ে এই কথাখিনিয়েই আমাক সুন্দৰকৈ বুজাই দিয়ে।

১৯০৫ চনৰ বিপ্লৱৰ বিফলতাৰ পিছত যেতিয়া বিপ্লৱী শিবিৰত সংকটে দেখা দিছে, গণতান্ত্ৰিক শক্তিবোৰ থানবান হোৱাৰ দৰে হৈছে, সেই খেলিমেলি অৱস্থাতে বিপ্লৱী শিবিৰৰ মাজত বহুতো নতুন নতুন দৰ্শনৰ জন্ম হ'বলৈ ধৰিলে। এনে বহুতো চিন্তাধাৰা আছিল খোলাখুলিকৈ বিপ্লৱ বিৰোধী আৰু বহুতো আছিল বুৰ্জোৱা দৰ্শনৰ একো একোটা নতুন নতুন সংস্কৰণ মাথোন। এইবোৰে বিপ্লৱী শিবিৰত যথেষ্ট গণ্ডগোল লগাইছিল আৰু বিপ্লৱী শক্তিৰ ক্ষতি কৰিবলৈকো আৰম্ভ কৰিছিল। আনকিতোলে লুনাচাৰস্কিৰ দৰে বলচেভিক বুদ্ধিজীৱীও সময়ত এনে ভ্ৰান্ত দৰ্শনেৰে বিভ্ৰান্ত হৈছিল। এই দৰ্শনবোৰ আছিল চৰিত্ৰৰ দিশৰ পৰা মাৰ্ক্সবাদী দৰ্শনৰ প্ৰতি এক ডাঙৰ প্ৰত্যাহ্বান স্বৰূপ, আৰু এইবোৰৰ লক্ষ্য আছিল মাৰ্ক্সবাদৰ বিপ্লৱী সত্তাক পনীয়া কৰি তাৰ সংস্কাৰমুখী সংশোধন ঘটোৱা।

এইবোৰক, এই প্ৰত্যাহ্বানক মুদাই এৰি দিব নোৱাৰি।

লেনিনে ইয়াৰ বিৰুদ্ধে এইবাৰ দাৰ্শনিক পৰ্যায়ত সংগ্ৰাম আৰম্ভ কৰিবলৈ আগবাঢ়িল। দল আৰু বিপ্লৱী শিবিৰৰ মাজত যিবোৰ বুৰ্জোৱা বিভ্ৰান্তি সোমাইছে সেইবোৰ আঁতৰ কৰিবলৈ হ'লে দাৰ্শনিক সংগ্ৰামকে মূল সূত্ৰ হিছাপে ধৰি তেওঁ আগবাঢ়িবলৈ ঠিক কৰিলে।

এই দৰ্শনবোৰনো কেনেকুৱা আছিল ?

প্ৰথম উদ্ভৱ হ'ল 'ঈশ্বৰ স্ৰষ্টা—গড বিল্ডাৰ্চ'সকল। এওঁলোকে ক'লে যে ৰাচিয়াৰ মানুহ অত্যন্ত ধৰ্মভীৰু। নানা ধৰণৰ খ্ৰীষ্টান ধৰ্মমত আৰু সাধু-সন্ত সকলৰ উৎসৱ পাৰ্বণেৰে বছৰৰ বেছিভাগ সময় ইয়াত ধৰ্মৰ অনুষ্ঠান চলিয়েই থাকে। ধৰ্মৰ প্ৰভাৱ খেতিয়ক, শ্ৰমিক, বুদ্ধিজীৱী সকলোৰে মাজত গভীৰ আৰু ব্যাপক। ধৰ্মৰ দোহাই দি যিকোনো কথা ক'লেই মানুহে সহজে শুনে। গতিকে মাৰ্ক্সবাদী ৰাজনীতিকো ধৰ্মৰ দৰে কৰি পেলাব লাগে, মাৰ্ক্সবাদক মানৱ ধৰ্ম কৰি ধৰ্মীয় আৱৰণেৰে ইয়াক মানুহৰ মাজত প্ৰচাৰ কৰিব লাগে। এচামে ক'লে ধৰ্মইও মানুহৰ কল্যাণ কামনা কৰে—মাৰ্ক্সবাদী দৰ্শনেও কৰে। গতিকে দুইটাৰ মাজত এক সুন্দৰ সংশ্লেষণ ঘটাই শ্ৰমিক শ্ৰেণীৰ ৰাজনীতিক নীতি সহজে মানুহৰ মাজত প্ৰচাৰ আৰু মানুহবো সহজে গ্ৰহণযোগ্য মতবাদলৈ

পৰিণত কৰিব পৰা যায়। তেওঁলোকে স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে—সামাজিক অন্যায়ৰ বিৰুদ্ধে সচেতন মানুহক জগাই তুলি বিপ্লৱ সাধন কৰিব পৰা যায়।

আনটো বাদেই, বিখ্যাত বলচেভিক বুদ্ধিজীৱী আনাতোলে লুনাচাৰস্কীও এনে বিপৰীত চিন্তাৰ কবলত পৰিল।

এই চিন্তাৰ বিৰুদ্ধে লেনিন আৰু আন মাৰ্ক্সবাদী বুদ্ধিজীৱীসকল সৰৱ হৈ উঠিল। প্লেখানভো সক্ৰিয় হ'ল। এনে আচহুৰা চিন্তাই যে মাৰ্ক্সবাদৰ সত্তাকে ধ্বংস কৰি স্বৈৰতন্ত্ৰ আৰু বুৰ্জোৱাৰে স্বাৰ্থৰক্ষা কৰিব খুজিছে সেই কথা তেওঁলোকে স্পষ্টকৈ দেখুৱাই দিলে। ঈশ্বৰ স্ৰষ্টাসকল তৰ্কযাদত হাৰি তাপ মাৰিলে।

তাপ মাৰিলে যদিও এই প্ৰৱণতা শেষ হৈ নগ'ল।

দৰাচলতে এনে প্ৰৱণতা যে অকল ৰাচিয়াতহে উদ্ভৱ হৈছিল তেনে নহয়, মাৰ্ক্সবাদ আৰু শ্ৰমিক শ্ৰেণীৰ মতাদৰ্শৰ বিৰুদ্ধে ই এটা আন্তৰ্জাতিক ঘটনাৰ দৰে আছিল।

বিশেষকৈ সমগ্ৰ ইউৰোপ জুৰি বস্তুবাদী দৰ্শনৰ বিৰুদ্ধে ক্লিটিকেল এক্সপিৰিয়েন্স—ক্লিটিকেল অভিজ্ঞতা বা এম্পিৰিঅ' ক্লিটিচিজম বোলা এটা নতুন দাৰ্শনিক মতবাদ হঠাৎ জনপ্ৰিয় হৈ উঠিল। (অৰ্থবিকৃতি ঘটাৰ ভয়ত ক্লিটিকেল এক্সপিৰিয়েন্স আৰু এম্পিৰিঅ' ক্লিটিচিজম—শব্দকেটাৰ অসমীয়া অনুবাদ নকৰি তেনেভাগেই ইংৰাজীতে ৰখা হ'ল।)

এই নতুন দৰ্শনত পৃথিৱীৰ বস্তুবাদী ভিত্তিটোকে নাকচ কৰিব বিচৰা হৈছিল। মাৰ্ক্সবাদী দৰ্শনৰ প্ৰতি ই আছিল আজিলৈকে অহা আটাইবোৰ প্ৰত্যাহ্বানৰ ভিতৰতে আটাইতকৈ গুৰুতৰ প্ৰত্যাহ্বান।

গভীৰ দাৰ্শনিক বিচাৰৰ মাজলৈ নগৈও, এই দৰ্শনৰ এটা থুলমুল চিনাকি আমি লবলৈ চেষ্টা কৰাটো ভাল হ'ব।

এই দৰ্শন প্ৰথমে আৰম্ভ কৰে আৰ্নেষ্ট মেথ্ বোলা এজন অষ্ট্ৰিয়ান পদাৰ্থবিদ আৰু ৰিচাৰ্ড এভেনেৰিয়াচ বোলা এজন জাৰ্মান দাৰ্শনিকে।

তেওঁলোকে ক'লে যে বস্তু জগতখনৰ কোনো অস্তিত্বই প্ৰকৃততে নাই। আমি বাস কৰা পৃথিৱীখন বস্তুজগত ( material world ) নহয়। প্ৰকৃতি আৰু সমাজৰ বিকাশো সেয়ে বস্তুজগতৰ কোনো সূত্ৰৰ জৰিয়তে নিয়ন্ত্ৰিত নহয়। এই পৃথিৱী আৰু ইয়াৰ আটাইবোৰ ঘটনায়েই আমাৰ অনুভূতিৰ পৰা সৃষ্টি হোৱা। আৰু, পৃথিৱীৰ সকলো বস্তু আমাৰ অনুভূতিৰ সমষ্টিহে মাথোন।

এই মতবাদ কিন্তু এওঁলোকেই প্ৰথম আৰম্ভ কৰিছিল তেনে নহয়, অষ্টাদশ শতিকাৰ জৰ্জ বাৰ্কলে বোলা বৃটিছ ধৰ্মযাজক এজনে এই ধাৰণা প্ৰথমে উদ্ভাৱন কৰিছিল। বাৰ্কলে আছিল বস্তুবাদী দৰ্শনৰ ঘোৰ বিৰোধী। তেওঁ আছিল এজন ভাববাদী ( Idealist )। আমি বাহিৰৰ পৃথিৱীখনৰ বিষয়ে জানো

অনুভূতিৰ পন্থা। বিভিন্ন বস্তু চুই, চাই, খাই, লৈ আমাৰ যি অনুভূতি জন্মে, সেই অভিজ্ঞতাই আমাৰ জ্ঞানৰ সৃষ্টি কৰে। অভিজ্ঞতাই জ্ঞানৰ জন্ম দিয়ে। এই সাধাৰণ সত্যটোকে বাৰ্কলেই ঘোৰ খুৱাই ক'লে যে যিহেতু অনুভূতিৰ অবিহনে জ্ঞান সম্ভৱ নহয়, গতিকে অনুভূতি নাথাকিলে পৃথিবীৰ অস্তিত্বই থাকিব নোৱাৰে। অনুভূতিয়েই আমাৰ প্ৰকৃত পৃথিবীখন তৈয়াৰ কৰিছে। সেয়ে বস্তু এটাক অনুভৱ কৰিলেহে তাৰ অস্তিত্ব থাকে—To exist means to be perceived।[2] গতিকে অনুভূতিৰ বাহিৰত বস্তুজগতৰ এক সুকীয়া স্বাধীন অস্তিত্ব থাকিবই নোৱাৰে। গতিকে সমাজ, প্ৰকৃতি বস্তুজগতৰ নিজস্ব নিয়মমতে নিয়ন্ত্ৰিত হোৱাৰ কথাও নুঠে।

যদিও মেথ্ আৰু অনুগামীসকলে তেওঁলোকৰ 'এম্পিৰিঅ' ক্ৰিটিচিজম'ৰ দৰ্শনক ভাববাদী চিন্তা নহয় বুলি দাবী কৰে আৰু ইয়াক বস্তুবাদী দৰ্শন আৰু আদৰ্শবাদী দৰ্শন দুইটাৰ বিপৰীতে আধুনিক আৰু শুদ্ধ দৰ্শন বুলি কয়, কিন্তু, দৰাচলতে ই মনোগত ভাববাদৰে ( Subjective idealism ) এক নৱতম সংস্কৰণ আছিল।

এই ভাববাদ আৰু বস্তুবাদৰ মূল পাৰ্থক্যটোনো কি ?

মানুহৰ চিন্তা আৰু বস্তু, এই দুটাৰ মাজৰ সম্পৰ্কৰ প্ৰশ্নটোকেই এঙ্গেলচে আধুনিক দৰ্শনৰ মূল প্ৰশ্ন বুলি অভিহিত কৰিছে।[3] এই প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ দাৰ্শনিকসকল দুটা বৃহৎ শিবিৰত ভাগ হৈ পৰিছে। "যিসকলে মানুহৰ ভাবনাক ( spirit ) প্ৰকৃতিৰ ওপৰত ( অৰ্থাৎ বস্তুজগতৰ ওপৰত ) প্ৰাথমিক স্থান দিছে, ·· তেওঁলোক ভাববাদী শিবিৰত পৰে। আৰু যিসকলে প্ৰকৃতিক ( অৰ্থাৎ বস্তুময় পৃথিবীক ) প্ৰাথমিক বুলি ধৰে তেওঁলোক বস্তুবাদী দৰ্শনৰ বিভিন্ন গোটৰ ভিতৰত পৰে।"[4]

আদৰ্শবাদৰো দুটা প্ৰধান ৰূপ। প্ৰথম ৰূপটো হ'ল বাস্তৱিক ভাববাদ ( objective idealism )। ইয়াৰ অনুগামীসকলে বিশ্বাস কৰে যে এক আধ্যাত্মিক প্ৰাথমিক শক্তিয়ে ( Spiritual prime cause ) আমাৰ সকলো ভাব, বোধ আৰু সমগ্ৰ পৃথিবীখন সৃষ্টি কৰে আৰু এই শক্তিৰ মানুহ ( মানুহৰ মন ) আৰু প্ৰকৃতিৰ বাহিৰত এটা সুকীয়া স্বতন্ত্ৰীয়া অস্তিত্ব আছে। দ্বিতীয় ৰূপটো হ'ল মনোগত ভাববাদ ( Subjective idealism )। এওঁলোকে মানুহৰ সচেতনতাৰ বাহিৰত কোনো সুকীয়া বাস্তৱৰ অৱস্থিতি অস্বীকাৰ কৰে—ব্যক্তিৰ সচেতনতাই বাস্তৱৰ সৃষ্টি কৰে বুলি তেওঁলোকে বিশ্বাস কৰে। মানুহৰ ব্যক্তিসত্তাৰ অস্তিত্বই হ'ল প্ৰাথমিক—আন সকলো বস্তু, আনকি মানুহো ব্যক্তিৰ সচেতনতাতহে থাকে। এই দুই ধৰণৰ আদৰ্শবাদেই কিন্তু পৰস্পৰৰ লগত আন্তঃসম্পৰ্কিত—দুইটাই আইডিয়েল বা আদৰ্শক বস্তু বা মেটিৰিয়েলতকৈ প্ৰাথমিক স্থান দিয়ে। শেহান্তৰত গৈ দুইটা ৰূপেই ধৰ্মক মানুহৰ সত্তাৰ চৰম

বিকাশ বুলি গণ্য কৰেগৈ—বিভিন্ন ৰূপত আধ্যাত্মিকতা-ঈশ্বৰ-পৰমসত্তা-পৰমশক্তি-আত্মা এই ধাৰণাবোৰ মানি লয়। ধৰ্মত গৈ আদৰ্শবাদ নিহিত হৈ পৰেগৈ।[5]

ভাববাদ কি, বস্তুবাদৰ লগত ইয়াৰ বিৰোধ আৰু মেখৰে 'এম্পিৰিঅ'-ক্ৰিটিচিজম' দৰ্শনৰ স্বৰূপ বুজাত সহায় হ'বৰ বাবে এই কথাখিনি উত্থাপন কৰা হ'ল।

কিন্তু কিয়েই বা দৰকাৰ ইমান আহিফলা দাৰ্শনিক চিন্তাৰ বিৰুদ্ধে প্ৰচণ্ড সংগ্ৰাম চলোৱাৰ। বহু বিপ্লৱীয়েও ভাবিছিল লেনিনৰ এই দাৰ্শনিক সংগ্ৰামে মূল সমস্যাৰ পৰা ফালৰি কাটি গৈ কেতবোৰ উপৰুৱা প্ৰশ্নত অত্যাধিক গুৰুত্ব আৰোপ কৰিছে। কিন্তু তেওঁলোকে বুজি পোৱা নাছিল যে এনে আদৰ্শবাদী সুবিধাবাদী দৰ্শনেৰে মাৰ্ক্সবাদক বিপৰ্যস্ত কৰি দলক ৰাজনৈতিক সমস্যাৰ ক্ষেত্ৰত বিপাঙত পেলোৱাৰ চেষ্টা চলিছে। সকলো ধৰণৰ সুবিধাবাদী ধাৰণাৰ বিৰুদ্ধে সংগ্ৰাম কৰিবৰ বাবে এনে ধৰণৰ দাৰ্শনিক সংগ্ৰামেই যোগসূত্ৰ আৰু মূল উপায় বুলি লেনিনে ইয়াক সেইসময়ত গ্ৰহণ কৰিছিল।

এনে মেখবাদৰ দৰে সুবিধাবাদী দৰ্শনবোৰেনো সেই বিশেষ সময়ত কিয় মূৰ দাঙি উঠিছিল? লেনিনৰ ভাষাৰে ক'বলৈ গ'লে, "প্ৰতিক্ৰিয়াৰ সেই কালছোৱাত (১৯০৭—১০ চনলৈ) জাৰতন্ত্ৰ বিজয়ী হৈছিল। সকলো বিপ্লৱী আৰু বিৰোধী দলক বিধ্বস্ত কৰা হৈছিল। ভগ্নোদ্যম, নৈতিক বলৰ ভাঙোন, বিভাজন, কন্দল, দলত্যাগ, আৰু অশ্লীল সাহিত্যই তেতিয়া ৰাজনীতিৰ স্থান গ্ৰহণ কৰিছিল। ইবোৰতকৈও ডাঙৰ প্ৰৱণতা হিচাপে গঢ়ি উঠিছিল আদৰ্শবাদী দৰ্শনৰ ফালে ক্ৰমাগত গতি—ৰহস্যবাদ (mysticism) হৈ পৰিছিল প্ৰতিবিপ্লৱী চিন্তাধাৰাৰ মুখাস্বৰূপ।"[6]

মেখপন্থীসকলে নিজকে ভাববাদী নহয় বুলি বাৰে বাৰে দাবী কৰিছিল যদিও তেওঁলোকৰ মতাদৰ্শ আছিল মূলতেই মনোগত ভাববাদৰে এক ভয়ংকৰ ৰূপ। এই মতবাদে সমাজ-গণতান্ত্ৰিক শিবিৰত বিৰাট বিশৃংখলতাৰ সূচনা কৰিছিল। কাৰ্ল কাউট্স্কি, আনাতোলি লুনাচাৰস্কী আদিয়েও 'এম্পিৰিঅ' ক্ৰিটিচিজম' দৰ্শনৰ প্ৰভাৱত পৰি বস্তুবাদৰ সৈতে ইয়াৰ সমন্বয় সাধনৰ কথা কৈছিল। বগডনভ আদি বলচেভিকে আনকি ইয়াৰ প্ৰভাৱত বস্তুবাদী দৰ্শনৰ বিপৰীতে এই নতুন দৰ্শনক প্ৰকৃততে বাস্তৱবাদী বুলি বৰ্ণনা কৰিছিল। বুৰ্জোৱাৰ এনে আদৰ্শবাদী আৱৰ্জনা বিপ্লৱী শিবিৰত সোমাই এক ডাঙৰ আদৰ্শগত বিপদ সৃষ্টি কৰিছিল। মাৰ্ক্সবাদক সংশোধন কৰিব বিচৰা জোৰদাৰ ধাৰা এটা সৃষ্টি হৈছিল। আনকি এনে কথাও কোৱা হৈছিল মাৰ্ক্সবাদ হ'ল এক অৰ্থনৈতিক ৰাজনৈতিক মতবাদ—ইয়াৰ কোনো নিজস্ব দৰ্শন নাই। গতিকে মেখবাদেই ইয়াৰ প্ৰকৃত দৰ্শন হ'ব পাৰে আৰু হোৱা উচিত।

এনেদৰে মাৰ্ক্সবাদৰ দাৰ্শনিক ভেটি দ্বন্দ্বমূলক বস্তুবাদকে নস্যাৎ কৰিব বিচৰা হৈছিল।

এই আক্ৰমণৰ সন্মুখত মাৰ্ক্সবাদী দৰ্শনক ৰক্ষা কৰাটো অত্যন্ত জৰুৰী কাম হৈ পৰিছিল। লেনিনে প্ৰথমে 'মাৰ্ক্সবাদ আৰু সংশোধনবাদ' নামৰ এটা প্ৰবন্ধত এই কাম প্ৰাথমিকভাৱে আৰম্ভ কৰিলে। ইয়াৰ পিছত তেওঁ 'বস্তুবাদ আৰু এম্পিৰিঅ' ক্ৰিটিচিজম—এটা প্ৰতিক্ৰিয়াশীল দৰ্শনৰ ওপৰত সমালোচনাত্মক মন্তব্য' ( Materialism and Empirio-Criticism-Critical comments on a Reactionary Philosophy ) নামৰ এখন কিতাপ লেখি উলিয়ালে। এই কিতাপখনেই আছিল লেনিনৰ অন্যতম গুৰুত্বপূৰ্ণ দাৰ্শনিক লিখনি।

প্ৰচণ্ড অধ্যয়ন আৰু অনুসন্ধানৰ পাছত লেনিনে প্ৰথম এই কথা প্ৰমাণ কৰি দেখুৱালে যে 'এম্পিৰিঅ' ক্ৰিটিচিজম' আদি ডাঙৰ ডাঙৰ নামৰ আঁৰত মেখ্‌পন্থীসকলে যি নতুন দৰ্শনৰ পোহাৰ মেলিছে, তাত আচলতে নতুনত্ব একো নাই, সি হ'ল যাযক বাৰ্কলেৰ পুৰণা ভাববাদী চিন্তাৰে এটা নতুন সংস্কৰণ মাথোন।

মাৰ্ক্সবাদ আৰু এই সুবিধাবাদী দৰ্শনৰ মাজৰ মূল পাৰ্থক্যবোৰ চিহ্নিত কৰি তেওঁ ইয়াৰ আচল চৰিত্ৰ দাঙি ধৰিলে।

মেখ্‌বাদ মূলতে হ'ল মনোগত ভাববাদৰ প্ৰকাশ। এই দৰ্শনে আদিৰ পৰা আজিলৈকে প্ৰকৃতিৰ শক্তিৰ আগত মানুহৰ অসহায়তা আৰু আত্মসমৰ্পণৰ আদৰ্শই দাঙি ধৰিছে আনকি মানৱ সত্তাৰ এই পৰাজয় সাম্প্ৰতিক ৰাজনীতিৰ ক্ষেত্ৰতো স্বৈৰতন্ত্ৰৰ ওপৰত অসহায়তালৈকো সহজে সম্প্ৰসাৰিত হয়। আনহাতে মাৰ্ক্সবাদে বিজ্ঞান আৰু মানুহৰ উদ্যমক প্ৰকৃতিৰ শক্তিতকৈ ডাঙৰ বুলি ধৰে আৰু প্ৰকৃতিক, অৱস্থাক নিয়ন্ত্ৰণ কৰিব পৰা শক্তি ইয়াৰ আছে বুলি গণ্য কৰে। ইয়াৰ বিকাশৰো কোনো সীমা নাই।[7]

দুই মতাদৰ্শৰ ভিতৰত এটা প্ৰধান পাৰ্থক্যৰ প্ৰশ্ন আছিল বস্তু—মেটাৰৰ (Matter) প্ৰশ্নটো। মাৰ্ক্সবাদ আৰু দ্বন্দ্বমূলক বস্তুবাদে কয় যে বস্তু গতিশীল—বস্তুৰ গতিশীল-পৰিৱৰ্তনশীল অৱস্থাই হ'ল বাস্তৱিক সত্য। আমাৰ সকলো সচেতনতাৰ উদ্ভৱ হয় বস্তুজগত সম্পৰ্কে আমাৰ অনুভূতিলব্ধ অভিজ্ঞতাৰ পৰাহে। আমাৰ সচেতনতাৰ বাহিৰতো বস্তুৰ স্বকীয়া আৰু স্বতন্ত্ৰীয়া স্থিতি আছে।[8] বস্তুৰ যিটো গুণৰ লগত দাৰ্শনিক বস্তুবাদৰ এৰাব নোৱৰা সম্পৰ্ক আছে সেই গুণটো হ'ল বস্তুৰ বাস্তৱিক সত্যতা—মানুহৰ চেতনাৰ বাহিৰত ইয়াৰ স্বাধীন স্থিতি।[9]

মেখ্‌পন্থীসকলে বস্তুৰ এই চৰিত্ৰটো নামানিছিল। বস্তুক আৰু বস্তুজগতক তেওঁলোকে স্বীকৃতিয়েই নিদিছিল।

তেওঁলোকে কৈছিল যে যিহেতু আধুনিক বিজ্ঞানে পদাৰ্থৰ পৰমাণুটোকো

কেৰাটোও কণিকালৈ ভাঙি পেলাবলৈ সক্ষম হ'ল গতিকে ইয়েই বস্তুৰ ধাৰণাটোকেই ধ্বংস কৰি পেলালে আৰু ফলত বস্তুবাদী দৰ্শনৰ ভিত্তিও নাইকিয়া হৈ পৰিল। কিন্তু লেনিনে দেখুৱালে যে কথা সেইটো নহয়। বস্তুৰ দাৰ্শনিক ব্যাখ্যাই পদাৰ্থৰ ভৌতিক, ৰাসায়নিক গুণাগুণ বা ইয়াৰ গঠন লৈ প্ৰশ্ন তোলা নাই, প্ৰশ্ন উঠিছে বস্তুৰ স্থিতি আৰু মানুহৰ চিন্তা এই দুটাৰ মাজৰ আন্তঃসম্পৰ্ক লৈহে।

বস্তুবাদী দৰ্শনে মানুহৰ মন—চিন্তাৰ বাহিৰত বস্তুৰ স্বাধীন স্থিতি থকাতো স্বীকাৰ কৰি লয়। মানুহৰ সকলো ধৰণৰ অনুভূতি আৰু ভাব বা আইদিয়া এই বস্তুজগতৰ এটা প্ৰতিফলনহে—আৰু এই ছবি সকলো সময়তে নিখুঁত বা শুদ্ধও নহয়। এই প্ৰতিফলন নিজে বস্তুটো হ'ব নোৱাৰে। আমাৰ মনোজগতত এনেদৰে চিন্তাৰ মাজত বস্তুজগতৰ প্ৰতিফলন ঘটে। এই প্ৰতিফলন যিহেতু আইনাত উঠা প্ৰতিচ্ছবিৰ দৰে নিখুঁত, সেয়ে মনত আমাৰ নিৰন্তৰ দ্বন্দ্ব চলে, ধাৰণা আৰু বস্তুজগতৰ পৰা পোৱা অভিজ্ঞতাৰ নিৰন্তৰ পুনঃপৰীক্ষা চলে আৰু এনেদৰেই চিন্তাৰ প্ৰয়োগ হয়। প্ৰয়োগৰ পদ্ধতি গঢ়ি উঠে। আৰু প্ৰয়োগৰ মাজেৰে মানুহে বস্তুজগতৰ মিছা ছবিবোৰৰ পৰা সঁচা ছবিবোৰ বাছি উলিয়াই সত্যৰ অনুসন্ধান কৰে।[10]

মেখ্‌বাদে ইয়াক অস্বীকাৰ কৰাৰ জৰিয়তে প্ৰয়োগৰ প্ৰয়োজনীয়তাকে অস্বীকাৰ কৰে।

এম্পিৰিঅ'বাদে কয় যে মানুহৰ আনুভূতিক অভিজ্ঞতাবোৰেই জ্ঞানৰ একমাত্ৰ উৎস। আৰু সকলো জ্ঞানেই অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰশীল আৰু অভিজ্ঞতাৰ দ্বাৰাই জ্ঞান প্ৰাপ্তি ঘটে। আৰু অভিজ্ঞতা হ'ল আমাৰ অনুভূতি-সমূহৰ যোগফল মাথোন, আইডিয়াৰ—ধাৰণাৰ সমষ্টি। ই কিন্তু অভিজ্ঞতা আহৰণৰ মূল ভিত্তি বস্তু জগতখনকে অস্বীকাৰ কৰে। মেখ্‌পন্থীসকলে কয় যে মানুহৰ জ্ঞানৰ প্ৰয়োজনীয় আৰু সাৰ্বজনীন চৰিত্ৰবোৰ যুক্তিৰ পৰা উদ্ভৱ নহয়, অভিজ্ঞতাৰ পৰাহে হয়। কিছুমান মেখ্‌পন্থীয়ে অৱশ্যে কয় যে অকল অভিজ্ঞতাই জ্ঞানক প্ৰয়োজনীয় আৰু সাৰ্বজনীন চৰিত্ৰ প্ৰদান কৰিব নোৱাৰে। তেওঁলোকে মানুহৰ প্ৰজ্ঞা (cognition) আৰু অভিজ্ঞতাৰ ভূমিকাক ভাববাদী ধাৰণাৰে ডাঙৰ কৰি পেলায়, বৈজ্ঞানিক অন্বেষণ আৰু জ্ঞানৰ সূত্ৰবোৰ আওকাণ কৰে আৰু মানুহৰ চিন্তাৰ প্ৰক্ৰিয়াটোৰ এটা যে আপেক্ষিক স্বাধীনতা আছে সেই কথা মানি নলয়।[11]

আমাৰ মনৰ ভিতৰত বহিৰ্জগতৰ যি প্ৰতিফলন ঘটে, তাৰ পৰা যুক্তিৰ সহায়েৰে মানুহৰ চিন্তাই অসম্পূৰ্ণতাৰ পৰা সম্পূৰ্ণতালৈ গতি কৰে। যিহেতু মানুহৰ মনে যুক্তিৰে চিন্তা কৰিব পাৰে, গতিকে চিন্তাৰ প্ৰক্ৰিয়াটো সম্পূৰ্ণভাৱে বাহিৰৰ বস্তুজগতৰ ওপৰত নিৰ্ভৰশীল নহয়। ইয়াৰ নিজস্ব

কিছু আপেক্ষিক স্বাধীনতা আছে আৰু সেইমতে ই মানুহৰ মনত বিকাশ লাভ কৰে।

মেথ্‌পন্থীসকলৰ মূল ধাৰাটোৱে কিন্তু ইমানতে ক্ষান্ত নাথাকি মানুহৰ অভিজ্ঞতাক বস্তুৰ ধাৰণাৰ পৰাই বিচ্ছিন্ন কৰি পেলাব খোজে।

মাৰ্ক্সবাদী-লেনিনবাদী দৃষ্টিকোণৰ পৰা মানুহৰ প্ৰজ্ঞা আৰু জ্ঞানৰ ভিত্তি অভিজ্ঞতা আৰু অনুভূতি বুলি গণ্য কৰা নহয়, বৰঞ্চ বস্তুহে ইয়াৰ ভেটি বুলি ধৰা হয়। বস্তু, আৰু মানুহৰ মনত হোৱা ইয়াৰ প্ৰতিফলনৰ পৰাই প্ৰজ্ঞা (cognition) আৰু জ্ঞানৰ ( knowledge ) উদ্ভৱ হয়। আৰু এই প্ৰক্ৰিয়াটো এটা নিয়ত পৰিৱৰ্তনশীল আৰু বিকাশমান প্ৰক্ৰিয়া।[12]

"পৃথিৱীখন চিৰন্তন গতিশীল আৰু বিকাশমান বস্তুৰ সমষ্টি, মানুহৰ বিকাশমান চেতনাই ইয়াৰেই প্ৰতিফলন ঘটায়। আৰু প্ৰজ্ঞা হ'ল বস্তুৰ লগত মানুহৰ ভাবৰ নিৰন্তৰ সাদৃশ্যকৰণ।[13]

মানুহৰ প্ৰজ্ঞা হ'ল এটা সদায় বিকাশ হোৱা প্ৰক্ৰিয়া। অজ্ঞতাৰ পৰা জ্ঞানলৈ ই ক্ৰমে বিকশিত হয়, অসম্পূৰ্ণ জ্ঞানৰ পৰা ই সম্পূৰ্ণ আৰু নিৰ্দিষ্ট জ্ঞানৰ দিশত আগবাঢ়ে, আপেক্ষিক সত্যৰ পৰা সম্পূৰ্ণ সত্যলৈ ধাৱমান হয়। মানুহৰ চিন্তাৰ প্ৰক্ৰিয়াই যুক্তিৰ সহায়েৰে আপেক্ষিক সত্যবোৰৰ পৰা সম্পূৰ্ণ সত্যত উপনীত হ'ব পাৰে আৰু হয়। এই সম্পূৰ্ণ সত্য বিভিন্ন আপেক্ষিক সত্যবোৰৰ শেষ যোগফল।[14]

মানুহৰ অনুভূতি আৰু ধাৰণাবোৰ চৌদিশৰ বাস্তৱ পৃথিৱীখনৰ প্ৰতিফলনহে। আৰু আমাৰ অনুভূতিৰ বা ধাৰণাৰ এই যি বাস্তৱ মৰ্মটো থাকে, যি বাস্তৱ মৰ্মবস্তু আমাৰ চেতনাৰ ভিত্তি হৈ থাকে, এই বহিৰ্বস্তুময় বিশ্বৰ পৰা অহা বাস্তৱ মৰ্মটো মানুহৰ চিন্তা বা মানৱ জাতিৰ ওপৰত নিৰ্ভৰশীল নহয়। চেতনাৰ এই বাস্তৱ মৰ্মটোৰ চিন্তাৰ বাহিৰত এক স্বকীয়া অস্তিত্ব থাকে। আৰু ইয়েই হ'ল বাস্তৱিক সত্য—objective truth।

এই বাস্তৱিক সত্য কেৱলমাত্ৰ ধাৰণাৰ পৰা লাভ কৰিব নোৱাৰি। নিৰন্তৰ প্ৰায়োগিক কাম বা প্ৰেক্‌টিচৰ জৰিয়তেহে ইয়াক পাব পাৰি। সেয়ে মানুহৰ জ্ঞান সমন্ধীয় যিমানবোৰ সূত্ৰ তুলি ধৰা হয়, আটাইবোৰৰ ভিতৰতে এই প্ৰয়োগৰ সূত্ৰটোৱেই আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু বুনিয়াদী সূত্ৰ।[15] যিহেতু প্ৰয়োগৰ অবিহনে বাস্তৱিক সত্য অসম্ভৱ গতিকে জ্ঞানলাভো অসম্ভৱ। এই প্ৰয়োগ এটা নিয়ত বিকাশশীল আৰু উদ্‌জীৱনৰ প্ৰক্ৰিয়া। সেয়ে ই মানুহৰ জ্ঞানক অৱক্ষয় আৰু মতান্ধতাৰ অন্ধকাৰত পতিত হোৱাৰ পৰা ৰক্ষা কৰিব পাৰে।

আনহাতে মেথ্‌বাদে ইয়াৰ বিপৰীত সূত্ৰ দাঙি ধৰি মানুহৰ অনুভূতিৰ পৰাই সকলো জ্ঞানৰ উৎপত্তি বুলি কৈ প্ৰয়োগৰ গুৰুত্ব লাঘৱ কৰি তোলে।

এই মতবাদৰ জন্মৰ গুৰিত আৰু এটা ডাঙৰ দিশ আছিল। সি হ'ল সেই সময়ৰ পদাৰ্থ বিজ্ঞানৰ বিস্ময়কৰ আৱিষ্কাৰবোৰে মানুহৰ চিৰাচৰিত ধাৰণাৰ ক্ষেত্ৰত জন্ম দিয়া প্ৰচণ্ড সংকট। এই সময়চোৱাতে ন ন আৱিষ্কাৰৰ জোৱাৰ আহিছিল। ৰঞ্জন ৰশ্মি, ৰেডিয়াম, তেজস্ক্ৰিয়তা, ইলেকট্ৰন সূত্ৰ, কোৱাণ্টাম সূত্ৰ আৰু আইনষ্টাইনৰ আপেক্ষিকতাবাদৰ সূত্ৰ আৱিষ্কাৰ হৈছিল। পদাৰ্থ বিজ্ঞান আৰু প্ৰাকৃতিক বিজ্ঞানৰ জগৎখনত বিপ্লৱ আহিছিল। আগতে যিবোৰ সূত্ৰকে সম্পূৰ্ণ সত্য বুলি গণ্য কৰা হৈছিল সেইবোৰ এটা এটাকৈ ধ্বংস হ'বলৈ ধৰিলে। বস্তুৰ স্থিতি, ভৰ, শক্তি সম্পৰ্কে পুৰণা ধাৰণাবোৰ ওলট-পালট হৈ গ'ল। বুৰ্জোৱা দাৰ্শনিকসকলে এই সংকট সমাধানৰ কোনো পাৰ নাপাই ইয়াক মনোগত আদৰ্শবাদৰ ফালৰ পৰা ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিলে। বৈজ্ঞানিক আৱিষ্কাৰবোৰৰ ভাববাদী ব্যাখ্যা আগবঢ়ালে আৰু মূলতে এইদৰে বস্তুবাদী দৰ্শনৰ ভিত্তিটোকে ভুল বুলি নাকচ কৰিবলৈ চেষ্টা কৰিলে। তেওঁলোকৰ মতে এই আধুনিক বৈজ্ঞানিক আৱিষ্কাৰবোৰে মাৰ্ক্সবাদৰ গোটেই বস্তুবাদী ধাৰণাকে নস্যাৎ কৰি দিয়ে। কিন্তু, লেনিনে প্ৰমাণ কৰি দেখুৱাই যে এই বিৰাট দাৰ্শনিক কচৰৎ কৰোতে মেখ্‌বাদীহঁতে বৈজ্ঞানিক আৱিষ্কাৰ-বোৰৰ বাস্তৱিকতাৰ অপব্যাখ্যা কৰিছে। বুজিব নোৱাৰি সৃষ্টি কৰিছে ভাববাদী তত্ত্ব আৰু শেষত গৈ কৌশলৰে এক নতুন ধৰণৰ ধৰ্মীয় দৰ্শনৰ শৰণাপন্ন হৈছেগৈ। তেওঁ দেখুৱাই যে এইবোৰে বস্তুবাদক ধ্বংস কৰাতো দূৰৰে কথা প্ৰতিটো বৈজ্ঞানিক আৱিষ্কাৰে দ্বন্দ্বমূলক বস্তুবাদকে প্ৰমাণ কৰিছে। সম্পূৰ্ণ আৰু অপৰিৱৰ্তনীয় সত্যৰ বিৰুদ্ধে আপেক্ষিক সত্যৰ ধাৰণাক শক্তিশালী কৰিছে।

কিন্তু, এই বিৰাট আঁহফলা দাৰ্শনিক সংগ্ৰামৰ বাস্তৱ প্ৰয়োজনীয়তা কি আছিল?

এই বিষয়ে আগেয়ে কিছুকথা উল্লেখ কৰি অহা হৈছে যদিও সামৰণিৰ আলোচনাত গোটেই দিশটো পুনৰ উল্লেখ কৰাৰ প্ৰয়োজন আছে।

এই সংগ্ৰামৰ সূত্ৰপাত হোৱাৰ পৰিস্থিতি আমি পাহৰি গ'লে নহ'ব। ১৯০৫—০৭ চনৰ বিপ্লৱৰ বিপৰ্যয়ৰ পাছৰ সংকটকালতে এই 'এম্পিৰিঅ' ক্ৰিটিচিজম' বা মেখ্‌বাদে ৰাচিয়াতে নহয়, সমগ্ৰ ইউৰোপতে বিভিন্ন ৰূপত মূৰ দাঙি উঠিছিল। প্ৰথম সংকট আৰম্ভ হৈছিল কিন্তু বুৰ্জোৱাৰ মাজতে। স্বৈৰতন্ত্ৰৰ নিৰ্যাতনৰ খুন্দাত থান্‌বান্ হৈ পেঁপুৱা লাগি বুৰ্জোৱাই ভাবিবলৈ ধৰিলে এই বিপ্লৱ-তিপ্লৱৰ সূত্ৰবোৰ মিছা—এনেদৰে সমাজ পৰিৱৰ্তন কৰি নতুন পৃথিৱীৰ সৃষ্টি কৰিব নোৱাৰি। ফলত বিপ্লৱৰ ওপৰত, বিপ্লৱী সূত্ৰ আৰু সংগঠনৰ ওপৰত আস্থা হেৰুৱাই বুৰ্জোৱাই মনোগত আদৰ্শবাদৰ মাজত আশ্ৰয় ললেগৈ, আধ্যাত্মবাদত ভেজা দিলেগৈ আৰু এইদৰে এই কামৰ যথাৰ্থতা

প্ৰমাণ কৰিবলৈ মেখ্‌পন্থী দৰ্শনবো সৃষ্টি কৰি ললে। এই দৰ্শনৰ প্ৰভাৱ আহি এইবাৰ সমাজ-গণতান্ত্ৰিকসকলৰ মাজতো সোমালহি আৰু বিপ্লৱী শিবিৰতো বিভ্ৰান্তিৰ সৃষ্টি কৰিবলৈ আৰম্ভ কৰিলে।

এই মেখ্‌বাদী দৰ্শন মূলতে আছিল এক আপোচকামী সুবিধাবাদী দৰ্শন আৰু ইয়াৰ এই চৰিত্ৰ ঢাকিবৰ বাবেই তেওঁলোকে মাৰ্ক্সবাদৰ বিপ্লৱী দৰ্শনৰ ওপৰত আক্ৰমণ চলাইছিল। তেওঁলোকে কৈছিল যে তেওঁলোকে মাৰ্ক্সবাদৰ পুৰণা আৰু বিকল হৈ পৰা মতান্ধতাৰ বিৰুদ্ধেহে সংগ্ৰাম কৰিছে আৰু ইয়াক তেওঁলোকে সৃষ্টিশীলভাৱে বিকশিত কৰিব বিচাৰে। বাস্তৱিকতে তেওঁলোকে মাৰ্ক্সবাদৰ ভিত্তি দ্বন্দ্বমূলক বস্তুবাদকে সম্পূৰ্ণভাৱে উপেক্ষা কৰিব বিচাৰিছিল। মেখ্‌বাদ আছিল মূলতেই বিপ্লৱী মাৰ্ক্সবাদৰ এটা নৱতম সংশোধনৰ প্ৰচেষ্টা। ইয়াৰ আটাইতকৈ ডাঙৰ বিপদ আছিল যে ই সৰ্বহাৰা শ্ৰেণীৰ বিপ্লৱী দল গঠনৰ তাত্ত্বিক ভিত্তিটোকেই দুৰ্বল কৰি দিব বিচাৰিছিল। বিপ্লৱী তত্ত্ব আৰু প্ৰয়োগৰ গুৰুত্ব নাইকিয়া কৰিব বিচাৰিছিল। বস্তুবাদী দৰ্শনৰ মাজলৈ, বিজ্ঞানৰ আৱিষ্কাৰসমূহৰ দোহাই দি, সূক্ষ্মভাৱে ধৰ্মবিশ্বাসৰ আমদানি কৰিব বিচাৰিছিল। মানৱ সমাজ বিকাশৰ ঐতিহাসিক সূত্ৰবোৰ জলাঞ্জলি দি সকলো স্বতঃস্ফূৰ্ততাৰ ওপৰত এৰি মানুহক পৰিস্থিতিৰ দাসত্ব মানি লোৱাৰ আৰু পৰিস্থিতিক সংগঠিত শক্তিৰে সলনি কৰাৰ প্ৰচেষ্টাৰ পৰা বিৰত কৰাৰ দাৰ্শনিক ভিত্তি দাঙি ধৰিছিল।

লেনিনে এই ভয়াবহ সুবিধাবাদী দৰ্শনৰ বিৰুদ্ধে সংগ্ৰাম চলাবলৈ বাধ্য হৈছিল এই কাৰণেই যে সেই পৰিস্থিতিত বিপ্লৱী শিবিৰৰ মাজত দেখা দিয়া ৰাজনৈতিক সংশোধনবাদ আৰু বিভ্ৰান্তিক এনে এক দাৰ্শনিক সংশোধনবাদৰ বিৰুদ্ধে সংগ্ৰাম নকৰাকৈ পৰাস্ত কৰিব পৰাতো সম্ভৱপৰ নহয়। এই সংগ্ৰামৰ বেলিকা লেনিনে আকৌ এবাৰ প্লেখানভক তেওঁৰ সহযোদ্ধা হিচাপে পাইছিল আৰু এই সংগ্ৰামৰ প্ৰক্ৰিয়াৰ জৰিয়তে দলৰ পৰা সুবিধাবাদী শক্তিবোৰক বাহিৰ কৰি এটা ঐক্যবদ্ধ বিপ্লৱী দলগঠনৰ প্ৰচেষ্টা অধিক ফলৱতী হৈছিল।

# ২৯

## বিলোপবাদী চিন্তা আৰু অস্তিত্বৰ সংগ্ৰাম



● সোঁপন্থী বিলোপবাদী প্ৰৱণতা ● আন্তৰ্জাতিক পৰিসৰত সোঁপন্থী বিলোপবাদ ● সোঁপন্থী বিলোপবাদৰ শ্ৰেণীচৰিত্ৰ ● বাওঁপন্থী বিলোপবাদী প্ৰৱণতা ● অট্‌জভিষ্ট চিন্তাধাৰা ● বিলোপবাদৰ বিৰুদ্ধে তাত্ত্বিক আৰু আদৰ্শগত সংগ্ৰাম ● প্ৰলিটাৰি কাকতৰ পুনৰ প্ৰকাশ ● ধৰ্মৰ প্ৰশ্নটো আৰু শ্ৰমিক-শ্ৰেণীৰ দৃষ্টিভংগী ● দ্বিতীয় আন্তৰ্জাতিকৰ অষ্টম কংগ্ৰেছ।

এই অধ্যায়ত সহায়লোৱা সূত্ৰ আৰু কিতাপ :

(1) Schmidt S et. al. A Short History of the USSR. Progress Publishers, Moscow.

(2) Lenin—A Biography, Progress Publishers, Moscow.

(3) চোভিয়েট ইউনিয়নৰ কমিউনিষ্ট ( বলচেভিক ) পাৰ্টিৰ ইতিহাস। National Book Agency Pt. Ltd., Calcutta—1944.

দাৰ্শনিক পৰ্যায়ৰ সংগ্ৰাম শেষ হ'লেও কিন্তু সমস্যা শেষ নহ'ল।

এইবাৰ বিপদ আহিল তত্ত্ব আৰু মতাদৰ্শৰ দিশত, দলৰ কৌশলৰ দিশত।

১৯০৫ চনৰ বিপ্লৱৰ বিপৰ্যয়ৰ ফলত বিভিন্ন স্তৰত যি ব্যাপক পুনমূৰ্ল্যায়নৰ কাম-কাজ আৰম্ভ হ'ল তাৰ পৰাই বিভিন্ন জনে বিভিন্ন সিদ্ধান্ত ল'বলৈ ধৰিলে আৰু ইয়েই ন ন সুৰবো জন্ম দিলে। প্ৰথমে এই কাম আৰম্ভ হ'ল বুদ্ধিজীৱী সকল, পেটিবুৰ্জোৱা আৰু উদাৰনৈতিক মনোভাবাপন্ন লোকবোৰৰ মাজত। বেছিভাগেই বিপ্লৱৰ বিপৰ্যয় আৰু পশ্চাৎসৰণৰ কাৰণ হিছাপে বাস্তৱৰ অনুসন্ধান নকৰাকৈ বিভিন্ন মনেগঢ়া কাৰণ ভাবি উলিয়ালে আৰু ইয়াৰ পৰাই মনোগত সাধাৰণীকৰণ আৰম্ভ কৰিলে। স্বাভাৱিকতেই তেওঁলোকৰ সুৰবোৰ শ্ৰমিক-শ্ৰেণীৰ মতাদৰ্শ আৰু ইয়াৰ দলৰ মতাদৰ্শৰ বিৰুদ্ধে বাবলৈ ধৰিলে।

এচামে সহজ আৰু নৰমপন্থা গ্ৰহণ কৰাৰ নামতে বিপ্লৱকে বাদ দিয়া আৰু বিপ্লৱী দলকে বিলোপ কৰাৰ কাৰবাৰ কৰিলে আৰু আন এচামে আকৌ অধিক উগ্ৰপন্থা, কঠোৰ নীতিৰ নামত দলক জনসাধাৰণৰ পৰা বিচ্ছিন্ন আৰু মতান্ধ কৰাৰ বাট উলিয়াবলৈ ধৰিলে।

দলৰ ভিতৰৰ পৰা অহা এই দুই বিপৰীতধৰ্মী বিপ্লৱ বিৰোধী প্ৰৱণতাৰ বিৰুদ্ধে এইবাৰ সমাজ-গণতান্ত্ৰিক দলৰ নেতাসকলে দলক বচোৱাৰ—অস্তিত্বৰ সংগ্ৰাম আৰম্ভ কৰিবলগীয়া হ'ল।

প্ৰথম ধাৰাটোক লোপন্থী বিলোপবাদ বুলি চিহ্নিত কৰা হয়।

এই ধাৰাটোৱে প্ৰথমে মেনচেভিক আৰু তেওঁলোকৰ সহযাত্ৰীসকলৰ মাজত মুৰ দাঙি উঠিল। ইয়াৰ লক্ষণবোৰ আছিল এনেকুৱা ঃ

প্ৰথমে, তেওঁলোকে ক'বলৈ ধৰিলে যে ৰাচিয়াত এতিয়া আৰু এটা গণতান্ত্ৰিক বিপ্লৱৰ অনিবাৰ্যতাৰ কথা কৈ লাভ নাই, কিয়নো ৰাচিয়াত এই গণতান্ত্ৰিক বিপ্লৱ ইতিমধ্যেই সম্পন্ন হৈ গৈছে। সাংবিধানিক সংসদীয় নিৰ্বাচন পদ্ধতি আৰু সংসদ বা 'ডুমাৰ' প্ৰতিষ্ঠাৰ লগে লগেই এই পৰ্যায় সম্পূৰ্ণ হৈছে। গতিকে এতিয়া আৰু গণতান্ত্ৰিক বিপ্লৱ লাগে, গণতান্ত্ৰিক বিপ্লৱ লাগে বুলি হামৰাও কাঢ়ি ফুৰাৰ কোনো অৰ্থ নাই। যি বিপ্লৱ ডুমা প্ৰতিষ্ঠাৰ লগে লগে এবাৰ সম্পন্ন হৈ গ'ল তাক আকৌ কৰিব বিচৰাতো (এই কথা বিশেষকৈ বলচেভিকসকলক উদ্দেশ্য কৰি কোৱা হৈছিল) মূৰ্খামিহে মাথোন।

দ্বিতীয়তে, তেওঁলোকে ক'বলৈ ধৰিলে যে যিহেতু গণতান্ত্ৰিক বিপ্লৱ হৈ গৈছে, গতিকে এতিয়া দলৰ কেতবোৰ নীতি সলনি কৰা প্ৰয়োজন। এতিয়া শ্ৰমিক শ্ৰেণীৰ নেতৃত্ব, সৰ্বহাৰাৰ একাধিপত্যতা আদি তত্ত্বৰ আৰু কোনো প্ৰয়োজন নাই। দেশৰ গণতান্ত্ৰিক পৰিবেশৰ লগত এইবোৰ আৰু এতিয়া খাপ নাখায়।

তৃতীয়তে, এটা গোপন বেআইনী দলৰো আৰু প্ৰয়োজন নাই। দলক

কৰ্মীসকলে আত্মগোপন কৰি থকাৰ পৰিৱৰ্তে এতিয়া মুকলিভাৱে দেশৰ গণতান্ত্ৰিক প্ৰক্ৰিয়াত অংশগ্ৰহণ কৰিব লাগে।

চতুৰ্থতে, দলৰ বেআইনী গোপন কাম-কাজৰ অভ্যাস এৰি দলে মুকলিভাৱে, আইনসঙ্গত পন্থাৰে শ্ৰমিক সংগঠন কৰিব লাগে, শ্ৰমিক আন্দোলনৰ নেতৃত্ব দিব লাগে আৰু সংসদীয় ৰাজনীতিত ভাগ ল'ব লাগে।

এনেধৰণে, ডুমা প্ৰতিষ্ঠাৰ লগে লগে দেশত গণতান্ত্ৰিক বিপ্লৱ হৈ গ'ল বুলি কৈ তাৰ পৰা আৰম্ভ কৰি এইচাম মানচেভিকে সমাজ-গণতান্ত্ৰিক দলৰ সকলো নীতি-নিয়ম, শৃংখলা আৰু সাংগঠনিক চৰিত্ৰ বিসৰ্জন দিয়াৰেই প্ৰস্তাৱ দাঙি ধৰিলে। তেওঁলোকে এনেদৰে সশস্ত্ৰ সংগ্ৰামৰ ভিত্তিকেই নাকচ কৰি পেলালে আৰু বুৰ্জোৱা শ্ৰেণীক উৎখাত কৰাৰ পৰিৱৰ্তে ইয়াৰ লগত সহযোগিতাৰ এক কৰ্মসূচী আনি উপস্থিত কৰিলেহি। মূলতে ট্ৰেডইউনিয়ন সংগ্ৰামৰ দৰে কাম-কাজেৰে বুৰ্জোৱাৰ পৰা অধিক দাবী আদায় কৰাৰ, সংস্কাৰমুখী এক ৰাজনীতিৰ চুপাৰিচ কৰিলেহি।

বাস্তৱিকতে এনে মেনচেভিকসকলে শ্ৰমিকসকলক মালিক বুৰ্জোৱাহঁতৰ লগত বিভিন্ন প্ৰশ্নত বুজাবুজিলৈ আহি দেশত সহযোগিতা আৰু গণতন্ত্ৰৰ এক বাতাৱৰণ প্ৰস্তুত কৰিবৰ বাবে আপীল জনালে।

এওঁলোকৰ এনে ধৰণৰ কাম-কাজৰ অৰ্থ এটাই হয় যে তেওঁলোকে শ্ৰমিক শ্ৰেণীৰ স্বাধীন ৰাজনৈতিক দলটো ভাঙি পেলাব খোজে আৰু শ্ৰমিক ৰাজনীতিক, শ্ৰমিকৰ উদ্যোগক বুৰ্জোৱা শ্ৰেণীৰ ওপৰত নিৰ্ভৰশীল কৰি পেলাব বিচাৰে। দৰাচলতে বুৰ্জোৱাৰ লগত বিভিন্ন প্ৰশ্নত সহযোগিতা কৰাৰ প্ৰৱণতা মানচেভিক-সকলৰ মাজত বহুত দিনৰ পৰাই আছিল, এতিয়া বিপৰ্যয়ৰ সময়ৰ সুবিধা লৈ এই প্ৰৱণতাই খোলাখুলিকৈ আত্মপ্ৰকাশ কৰিলে।

দল ভাঙিব খোজা এনে সোঁপন্থী প্ৰৱণতাক সেয়ে সোঁপন্থী বিলোপবাদ আখ্যা দিয়া হৈছিল।

এনে বিলোপবাদী প্ৰৱণতা কেৱল যে ৰুচ দলৰ মাজতেহে দেখা দিছিল তেনে নহয়। আন্তৰ্জাতিক সমাজ গণতান্ত্ৰিক আন্দোলনৰ মাজতেই ইয়াৰ আত্মপ্ৰকাশ ঘটিছিল। এনে বিলোপবাদী প্ৰৱণতাৰ নিৰ্দিষ্ট প্ৰকাশবোৰ আছিল এনেধৰণৰ —দাৰ্শনিক পৰ্যায়ত এওঁলোকে আগেয়ে কৈ অহা 'এম্পিৰিঅ' ক্ৰিটিচিজম'ৰ দৰে দৰ্শনৰ প্ৰশ্ন উত্থাপন কৰে নাইবা ধৰ্ম আৰু মাৰ্ক্সবাদক সানি-পুটুকি পেলোৱাৰ কথা কয়। ৰাজনৈতিক মতাদৰ্শগত পৰ্যায়ত এওঁলোকে ওপৰত উল্লেখ কৰি অহা ধৰণে গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন হোৱা বুলি কৈ দলৰ কাম-কাজ আৰু চৰিত্ৰৰ সংশোধন ঘটাবলৈ চেষ্টা কৰে। সাংগঠনিক পৰ্যায়ত এওঁলোকে দলক আইনী-মুকলি সংগঠন কৰাৰ পৰামৰ্শ দিয়ে, দলৰ সংগঠনৰ পৰা এওঁলোকে ইস্তফা দিয়ে নাইবা দলত্যাগ কৰে। মুকলিভাৱে আইনী কাগজপত্ৰ আলোচনী আদিত

এওঁলোকে দলৰ নীতি নিয়মক সমালোচনা কৰে, কুৎসা ৰটনা কৰে আৰু এনেদৰে দলৰ কৰ্মীবোৰৰ মাজত সংশয় আৰু বিবাদৰ বীজ সিঁচি দিয়ে।

এই বিলোপবাদীসকল মূলতে উদাৰনৈতিক বুৰ্জোৱাৰ প্ৰতিবিপ্লৱী অৱস্থানত গৈ এটা সময়ত থিয় হয়গৈ। বুৰ্জোৱাই যেতিয়া স্বৈৰতন্ত্ৰৰ লগত আপোচ কৰি প্ৰতিবিপ্লৱী হৈ পৰে, তেতিয়াই সৰ্বহাৰা বিপ্লৱৰ এই মধ্যবিত্ত সহযাত্ৰীহঁতৰ মাজত উঁহু মিহু লাগে, তেওঁলোকৰ বিপ্লৱী দৃঢ়তা নাইকিয়া হয় আৰু নিজৰ সামাজিক অৱস্থান আৰু স্বাৰ্থ বচাবৰ বাবে তেওঁলোকে বুৰ্জোৱাৰ লগত এটা লেনদেন কৰিবৰ বিচাৰে, এটা সুবিধাবাদী বুজাপৰালৈ আহিব খোজে, আৰু এই কাম কৰিবলৈকে তেওঁলোক সোমাই থকা শ্ৰমিক শ্ৰেণীৰ বিপ্লৱী দলটোৰ নীতি-নিয়মৰ সংশোধন ঘটাই ইয়াক বিলোপৰ বাটত থেলি দিয়াৰ চেষ্টা কৰে।

এই সময়ত দলৰ মাজত এটা উগ্ৰপন্থী প্ৰৱণতায়ো গা কৰি উঠে। এই প্ৰৱণতা কিছুদূৰ সোঁপন্থী বিলোপবাদৰ প্ৰতিক্ৰিয়া হিচাপেই জন্ম লয় যদিও ইয়ো শ্ৰমিকশ্ৰেণীৰ দলক প্ৰচুৰ ক্ষতি কৰে। এই প্ৰৱণতা হ'ল অতি বাম-বিপ্লৱীৰ প্ৰৱণতা। বলচেভিক দলৰ মাজৰ পৰাই বগাডনভ, এলেক্সীনস্কী, লুনাচাৰস্কী আদি এচামে সোঁপন্থী বিলোপবাদীহঁতৰ সম্পূৰ্ণ বিপৰীত এটা অৱস্থান গ্ৰহণ কৰিলে। তেওঁলোকে ক'বলৈ ধৰিলে যে—

সংকটৰ সময়ত দলৰ সকলো কাম-কাজেই গোপন আৰু বেআইনী পদ্ধতিৰে কৰাতো প্ৰয়োজন।

সকলো ধৰণৰ আইনী, মুকলি কাম-কাজ, সংসদীয় ৰাজনীতি এই সময়ত সম্পূৰ্ণভাৱে বাদ দিয়া উচিত। একমাত্ৰ গোপন সংগঠন আৰু গোপন কাম-কাজৰ জৰিয়তেহে এনে সংকটৰ সময়ত দলক ৰক্ষা কৰিব পৰা যায়। অকল এয়ে নহয়, যি কেইজন শ্ৰমিক দলৰ সদস্য ডুমালৈ নিৰ্বাচিত হৈছে তেওঁলোককো পদত্যাগ কৰাই বা আনধৰণে ঘূৰাইহে আনিব লাগে। এই 'ঘূৰাই অনাৰ' ৰুচ শব্দ 'অটঝভাটু'ৰ পৰা এওঁলোকক অট'ঝভিষ্টো বোলা হৈছিল।

এনে ধৰণৰ চিন্তা-ভাবনাই দলৰ মাজত বেছ সোনকালেই প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল। শ্ৰমিক শ্ৰেণীৰ দলৰ প্ৰতি ইও বেলেগ এটা দিশেৰে বিপদ আনিছিল। লেনিনে এনে চিন্তাৰ বিৰুদ্ধে সক্ৰিয় হৈ উঠিবলৈ বাধ্য হৈছিল। তেওঁ কৈছিল যে এনে প্ৰৱণতাই সৰ্বহাৰা শ্ৰেণীক বহুতো সংগ্ৰামৰ সুবিধাৰ পৰা বঞ্চিত কৰিব। দলৰ বিকাশ আৰু কাম-কাজৰ বাবে কৰ্মীসকলে আইনী, অৰ্ধআইনী, বেআইনী সকলো পদ্ধতিৰেই কাম কৰাটো প্ৰয়োজন। পৰিস্থিতিৰ হেঁচাত কেতিয়াবা হয়তো আইনী পদ্ধতিৰে মুকলিভাৱে কাম কৰাটো সম্ভৱ নহয়, কিন্তু সুবিধা পালেই সৰ্বহাৰাৰ দলে ইয়াৰ মতাদৰ্শৰ দ্ৰুত প্ৰচাৰ আৰু সংগঠনৰ বিস্তাৰৰ বাবে আইনী পন্থাৰে, মুকলিভাৱে কাম কৰাৰ সকলো সুযোগ ল'বই লাগিব। গতিকে আইনী পদ্ধতিৰে কাম নকৰি

কেৱলমাত্ৰ গোপন কামৰ নীতি তৈয়াৰ কৰিলে কাম কৰাৰে বহু সুবিধা, বহু সুযোগ নাইকিয়া হ'ব।

অকল এয়ে নহয়, এনেদৰে কেৱল গোপনে কাম কৰিবলৈ গ'লে দল ক্ৰমে জনসাধাৰণৰ পৰা বিচ্ছিন্ন হৈ পৰিব। দলৰ মাজত সংকীৰ্ণতা, একদেশদৰ্শী ত্বই গজালি মেলিব, কাম-কাজবোৰো ঠেক গণ্ডীৰ ভিতৰত সীমাবদ্ধ হৈ পৰিব। আৰু, এই আটাইবোৰে মিলি এসময়ত দলক দুৰ্বল কৰি পেলাব আৰু ইয়াক বিলোপৰ বাটলৈ ঠেলি নিব।

এই উগ্ৰ বামপন্থীসকলৰ মতবাদক তেওঁ বাওঁ বিলোপবাদ বুলি চিহ্নিত কৰে আৰু দলৰ মাজত সোঁ, বাওঁ দুই ধৰণৰ বিলোপবাদী প্ৰৱণতাৰ বিৰুদ্ধে মতাদৰ্শগত আৰু ৰাজনৈতিক সংগ্ৰাম গঢ়ি তোলাত গুৰুত্ব দিয়ে।

১৯০৮ চনৰ শেষৰ ফালে লেনিন আৰু তেওঁৰ পৰিবাৰে 'প্ৰলিটাৰি' কাকতখন প্ৰকাশ কৰিবৰ বাবে পেৰিচলৈ যায়। এই সময়ৰ পৰাই এই দুই বিলোপবাদৰ বিৰুদ্ধে দলৰ মাজত তীব্ৰ সংগ্ৰাম গঢ়ি তোলা হয়। এই সংগ্ৰাম নিৰ্দিষ্ট কৰি তুলিবৰ বাবেই ১৯০৯ চনৰ ৩-ৰ পৰা ৯ জানুৱাৰীলৈ পেৰিচত ৰুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ পঞ্চম সদো ৰুচ অভিবৰ্তন বা সম্মিলন আহ্বান কৰা হয়। এই সম্মিলনত দুই ধৰণৰ বিলোপবাদ আৰু ট্ৰটস্কি আৰু তেওঁৰ অনুগামীসকলে এইবোৰ প্ৰশ্নত গ্ৰহণ কৰা সুবিধাবাদী মধ্যমপন্থাক লৈ তুমুল বিতৰ্ক আৰম্ভ হয়। এই সম্মিলনত আকৌ এবাৰ প্লেখানভে সকলোধৰণৰ সুবিধাবাদ, বিলোপবাদ আৰু মধ্যপন্থাৰ বিপৰীতে সক্ৰিয় হৈ উঠিল আৰু লেনিনৰ প্ৰতি সমৰ্থন আগবঢ়ালে। সম্মিলনত বলচেভিকসকলৰ মতবাদৰ জয় হ'ল। দলৰ মাজৰ পৰা এই চিন্তাবোৰ বাহিৰ কৰি দলক আকৌ এবাৰ একত্ৰিত কৰিবলৈ বিপ্লৱীসকল সফলকাম হ'ল।

দলৰ এচামৰ মাজত ধৰ্মৰ প্ৰশ্নটো লৈ কিছু খেলিমেলি নথকা নহয়, তাতে ধৰ্ম আৰু মাৰ্ক্সবাদক একেকাৰ কৰিব খোজাসকলে এই সমস্যাটো বঢ়াই থৈ গৈছে। তেওঁলোকৰ বিষয়ে আগৰ অধ্যায়তেই উল্লেখ কৰি অহা হৈছেই। দলীয় কৰ্মীসকলক ধৰ্মৰ সম্বন্ধে সঠিক মাৰ্ক্সবাদী দৃষ্টিকোণ জনাবৰ বাবে ১৯০৯ চনৰ মে' মাহলৈ লেনিনে 'ধৰ্ম সম্পৰ্কে শ্ৰমিক দলৰ মনোভাৱ' বুলি এটা গুৰুত্বপূৰ্ণ নিবন্ধ লেখি উলিয়ায়। ইয়াৰ পাছতে সমাজৰ বিভিন্ন শ্ৰেণীবোৰৰ ধৰ্ম সম্পৰ্কে মনোভাৱৰ ওপৰতো তেওঁ এক নিবন্ধ লেখে। এই লেখনীতে তেওঁ দেখুৱাই যে ধৰ্ম এটা ভাববাদী ধাৰণা, ইয়াৰ লগত মাৰ্ক্সবাদীৰ বস্তুবাদী দৰ্শনৰ কোনো সম্বন্ধ নাই। বস্তুবাদ আৰু ভাববাদ দুটা বিপৰীত শিবিৰৰ দৰ্শন, ইয়াৰ মাজত কোনো ধৰণৰ সামঞ্জস্য বা সংশ্লেষণ ঘটাব নোৱাৰি। যদিও জনসাধাৰণৰ ধৰ্মবিশ্বাসক দলে আঘাত কৰিব নোখোজে, তথাপি ধৰ্মীয় অনুষ্ঠান

আৰু ৰাজকশ্ৰেণীৰ প্ৰতিবিপ্লৱী ভূমিকাৰ বিৰুদ্ধে, গিৰ্জাৰ হাতত থকা বিৰাট পৰিমাণৰ মাটিৰ পৰা সামন্তশোষণ উচ্ছেদ কৰি ইয়াৰ ৰাষ্ট্ৰীয়কৰণৰ বাবে, ধৰ্মই মানুহৰ মাজত বিয়পোৱা বিভিন্ন কুসংস্কাৰ, অন্ধবিশ্বাস আদিৰ বিৰুদ্ধে আৰু ধৰ্মৰ বিৰুদ্ধেই সাধাৰণভাৱে মাৰ্ক্সবাদীসকলে অবিৰত সংগ্ৰাম চলোৱা উচিত। মাৰ্ক্সবাদী দলৰ ভিতৰত কোনো ধৰণৰ ধৰ্মবিশ্বাসক অৱশ্যেই কেতিয়াও প্ৰশ্ৰয় দিব পৰা নাযায়।

১৯১০ চনৰ জানুৱাৰী মাহত বহা কেন্দ্ৰীয় কমিটিৰ বৈঠকতো বলচেভিক-সকলে বিলোপবাদী আৰু ধৰ্মবিশ্বাসীসকলৰ ওপৰত সম্পূৰ্ণ ৰাজনৈতিক বিজয় লাভ কৰিবলৈ সক্ষম হয়।

ইয়াৰ পিছতে দ্বিতীয় আন্তৰ্জাতিকৰ অষ্টম কংগ্ৰেছ অনুষ্ঠিত হয়। এই মহাসভাত উপনিৱেশ সম্পৰ্কে সমাজ-গণতান্ত্ৰিকসকলৰ নীতি নিৰ্ধাৰণ কৰা হয় আৰু এই ক্ষেত্ৰতো সকলো সুবিধাবাদী মতক পৰাজিত কৰাত বিপ্লৱীসকল সক্ষম হয়। এই মহাসভাতে পোলেণ্ড, লিথুৱানীয়া, ৰাচিয়াৰ ইহুদী জাতিৰ অৱস্থা আৰু তেওঁলোকক প্ৰতিনিধিত্ব কৰা 'বাণ্ড' নামৰ সংগঠনটোৰ বিষয়েই বিস্তাৰিত-ভাৱে আলোচনা হয়। বাণ্ডৰ নেতাসকলে সেই সময়ত কৈছিল যে ইহুদীসকলৰ দৰে নিষ্পেষিত, অৱদমিত জাতি এটাৰ ক্ষেত্ৰত সমাজ-গণতান্ত্ৰিকসকলৰ নীতিৰ কিছু পৰিৱৰ্তন কৰাটো উচিত। এনে নিষ্পেষিত জাতিবোৰৰ উন্নয়ন আৰু বিকাশৰ বাবে ইবোৰৰ মাজত শ্ৰেণীসংগ্ৰাম গঢ়ি তোলাতকৈ মালিক আৰু শ্ৰমিক-সকলৰ মাজত এটা সহযোগিতাৰ পৰিবেশহে গঢ়ি তুলিব লাগে যাতে জাতিটোৱে সহজে উন্নতি কৰিব পাৰে। মহাসভাৰ বৈঠকত এই প্ৰশ্নটো লৈ তুমুল তৰ্ক হয়। বিপ্লৱীসকলে কয় যে এনেধৰণৰ নীতিয়ে এনে জাতিবোৰৰ উন্নতি ঘটোৱাতকৈ ইয়াৰ ক্ষতিহে কৰিব বুলি কাৰণ এনে নীতিয়ে সংখ্যালঘু জাতি-সত্তাৰ মাজৰ বুৰ্জোৱা শ্ৰেণীকে সহায় কৰিব আৰু সংখ্যাগৰিষ্ঠ সৰ্বহাৰা, দুখীয়া ৰাইজৰ অপকাৰহে কৰিব। এনে মতবাদ একধৰণৰ আপোচকামী মতবাদ আৰু বুৰ্জোৱা শ্ৰেণীস্বাৰ্থকেই প্ৰতিফলিত কৰে। মহাসভাত 'বাণ্ডৰ' এই মতবাদক পৰাস্ত কৰা হয়।

এই প্ৰশ্নটো অকল ইহুদী জাতিৰ ক্ষেত্ৰতেই নহয়, ৰাচিয়া আৰু পৃথিবীৰ আন সকলো ঠাইৰে মাৰ্ক্সবাদীসকলৰ ওচৰত জাতিসমস্যা সমাধানৰ ক্ষেত্ৰত সমানেই গুৰুত্বপূৰ্ণ। ভাৰতৰ দৰে দেশত ই আজিও অতি প্ৰাসংগিক হৈ আছে। ৰুচ মাৰ্ক্সবাদীসকলে জাতিসমস্যা সমাধানৰ ক্ষেত্ৰত সন্মুখীন হোৱা সমস্যাবোৰ আৰু এইবোৰৰ সমাধানৰ বাবে তেওঁলোকে গ্ৰহণ কৰা পদক্ষেপবোৰৰ কথা আলোচনা কৰোঁতে আমি এই সমস্যাটোলৈ আকৌ ঘূৰি অহাৰ সুবিধা পাম।

ইতিমধ্যে ৰাচিয়াত আভ্যন্তৰীণ পৰিস্থিতিৰ দ্ৰুত পৰিৱৰ্তন হ'বলৈ আৰম্ভ কৰিছে, আমি এতিয়া ইয়াৰ আলোচনালৈ আহোঁ।

## ৩০

# বিপ্লৱৰ শংখধ্বনি



● ষ্টলিপিন সংস্কাৰ আৰু ৰাছিয়াৰ প্ৰগতিৰ চৰিত্ৰ ● সংকট আৰু শ্ৰমিক আন্দোলনৰ আৱৰ্তণ ● তৃতীয় ডুমাৰ কাৰ্যকালৰ ঘটনা ● ষ্টলিপিন হত্যা ● আন্দোলনৰ উত্তাল তৰংগ ● লেনা নদীৰ সোণৰ খনিত শ্ৰমিক হত্যা ● গণ বৈপ্লৱিক ৰাজনীতিৰ নতুন দিগন্ত ● তাত্ত্বিক বিকাশ আৰু লংজুম্যো পাৰ্টি স্কুল ● পেৰিচ সন্মিলন ● প্ৰাভ্‌দা বাতৰি কাকতৰ আৱৰ্তণ ● ধৰ্মঘটৰ বনজুই আৰম্ভ ● যুদ্ধৰ কৰাল ছাঁ।

টীকা আর প্রসংগ ঃ


(1) Lenin—A Biography—Progress Publishers, Moscow. p. 173.

(2) ibid p. 173-174.

(3) ibid and Carr, E H—The Bolshevik Revolution Penguin Books, London, Vol I

(4) ibid p. 75.

(5) ibid p. 75-76.

(6) ibid p. 76-77

(7) ibid p 75

(8) ibid p 75

(9) ibid p. 76.

(10) Same as 1. p. 181.

ষ্টলিপিন সংস্কাৰৰ কৰ্মকাণ্ড যেনেকৈ জুইৰ দৰে যেনেদৰে হুমুহুৰাই জ্বলি উঠিছিল, তেনেদৰেই সোনকালেই নুমাই আহিল।

ছাই আৰু কুকুহাৰ মাজত শেষ হ'ল স্বৈৰতান্ত্ৰিক সংস্কাৰৰ ভাওনা।

অত্যাচাৰ উৎপীড়নৰ যুগ বেছি দিন নাথাকিল।

লাহে লাহে, খুব লাহে লাহে, ৰাচিয়াৰ বিশাল বিষণ্ণ ভূখণ্ডক মানুহৰ ক্ষোভ আৰু বিক্ষুব্ধিৰ ক'লা ডাৱৰে ছানি আনিবলৈ ধৰিলে। আসন্ন ধুমুহাৰ ইঙ্গিতেৰে গৰ্ভৱতী এই ক'লা ডাৱৰ।

মৰুময় পৃথিবীৰ চাতক তৃষ্ণা নিবাৰণৰ ক্ষণ আহিল।

ধূলি ধূমৰিত প্ৰান্তৰৰ মাজত বজ্ৰৰ নিনাদৰ দৰে কাৰখানাৰ চাইৰেণত আকৌ বাজিল হৰতালৰ সংকেট—বিপ্লৱৰ শংখ নাদ।

সেনাবাহিনীৰ বুলেট-বেয়নেটে শ্ৰমিকসকলক আৰু দমাই ৰাখিব নোৱাৰে। ১৯১০ চনৰ গ্ৰীষ্মকালৰ পৰা ধৰ্মঘটবোৰ আৰম্ভ হ'ল। আৰু চাওঁতে চাওঁতে এধাৰা-দুধাৰা পানী মিলি বহমান নদী সৃষ্টি কৰাৰ দৰে এই বিক্ষিপ্ত হৰতালবোৰে দেশ ছাটি ধৰিবলৈ আৰম্ভ কৰিলে। স্বৈৰতান্ত্ৰিক নিপীড়ন আৰু পুঁজিবাদী শোষণৰ বিৰুদ্ধে মানুহে আকৌ মূৰ তুলিবলৈ ধৰিলে।

ইয়াৰ বাবে ষ্টলিপিনৰ প্ৰতিক্ৰিয়াই আছিল দায়ী।

এই যুগৰ প্ৰথমছোৱাত ৰাচিয়াত ঔদ্যোগীকৰণ খুব দ্ৰুত গতিত বাঢ়িছিল। শয়ে শয়ে নতুন কাৰখানা খোলা হৈছিল। এই কাৰখানাবোৰত উদ্যোগিক উৎপাদন বাঢ়ি আহিছিল। আৰু, ৰুচিয়াৰ ঔদ্যোগীকৰণৰ সাধাৰণ চৰিত্ৰ অনুযায়ী এই কাৰখানাৰ বেছিভাগেই ডাঙৰ কাৰখানা আছিল য'ত গড়ে পাঁচশ জনতকৈ অধিক শ্ৰমিকে কাম কৰিছিল। ফলত অতি কম সময়ৰ ভিতৰতে ৰাচিয়াত শ্ৰমিক শ্ৰেণীৰ শক্তি আৰু সংখ্যাও দ্ৰুতভাৱে বাঢ়ি আহিছিল। উদ্যোগিক এলেকা আৰু চহৰবোৰত শ্ৰমিক সংখ্যা কম সময়ৰ ভিতৰতে বহু গুণ বাঢ়ি আহিছিল। ৰাচিয়াৰ শ্ৰমিকসকল সংখ্যাত বঢ়াই নহয়, বৃহৎ উদ্যোগিক চহৰবোৰত থুপখাই পৰিবলৈ আৰম্ভ কৰিছিল আৰু সেয়ে শ্ৰমিক শ্ৰেণীৰ মাজত ৰাজনৈতিক কাম-কাজ কৰাৰো সুবিধা বাঢ়িছিল। প্ৰতিক্ৰিয়াৰ কালছোৱাতো বলচেভিক আৰু বিপ্লৱীসকলে শ্ৰমিকসকলৰ মাজত গোপনে প্ৰচাৰ আৰু সংগঠনৰ কাম-কাজ চলাই গৈছিল।

এই সময়ছোৱাৰ উদ্যোগিক বিকাশৰ চৰিত্ৰ কেনে আছিল ?

ৰুচ শিল্প আৰু শ্ৰমিক শ্ৰেণীৰ দ্ৰুত বিকাশে ৰাচিয়াক অতি কম সময়ৰ ভিতৰতে বিশ্বৰ পঞ্চম বৃহৎ উদ্যোগিক শক্তিলৈ ৰূপান্তৰিত কৰিছিল। তীখা উৎপাদন, কয়লা শিল্প, যাতায়ত, উৎপাদন সকলোফালে বিকাশ হৈছিল। উদ্যোগিক বিকাশৰ লগত সামঞ্জস্য ৰাখি সদৌ ৰাচিয়া জোৰা বৃহৎ শিল্প আৰু উৎপাদকৰ সঙ্ঘবোৰ গঢ়ি উঠিছিল, বজাৰ নিয়ন্ত্ৰণ কৰিবলৈ শিল্পপতিৰ

জোট—কাৰ্টেলবোৰে জন্ম পাইছিল আৰু এই বিকাশৰ বাবে প্ৰয়োজনীয় পুঁজি-যোগান ধৰিবলৈ বৃহৎ বৃহৎ বেংকবোৰো গঢ় উঠিছিল। পশ্চিমীয়া পুঁজিবাদী দেশবোৰে বাহিৰৰ পৰা এই শিল্প বিপ্লৱত পুঁজি, প্ৰযুক্তি আৰু পৰিচালনা জ্ঞানৰ যোগান ধৰিছিল। ৰুচ বৃহৎ পুঁজিপতিহঁত এক আন্তৰাষ্ট্ৰীয় শক্তিলৈ পৰিণত হৈছিল।

কিন্তু, এই বিৰাট উদ্যোগিক বিকাশ সম্ভৱ হৈছিল শ্ৰমিকসকলক প্ৰত্যক্ষভাৱে আৰু প্ৰচণ্ডভাৱে শোষণ কৰাৰ জৰিয়তেহে। এহাতে ৰাজকীয় সৈন্যবাহিনী, পুলিচ, জেল, নিৰ্বাসনৰ ভয় দেখুৱাই আৰু আনহাতে অতি কম মজুৰিত বেছি সময় কোনো ধৰণৰ সা-সুবিধা নিদিয়াকৈ কাম কৰাই এই উদ্যোগিক বিকাশ গঢ়ি তোলা হৈছিল। ফলত শ্ৰমিক শ্ৰেণীৰ মাজত ঔদ্যোগীকৰণৰ ফলত আৰ্থিক স্বচ্ছলতা বাঢ়ক চাৰি দেশৰ বয়-বস্তুৰ চৰা দাম আৰু কম মজুৰিৰ বাবে অনাটন আৰু দুৰ্দশা বাঢ়িছিলহে। আনকি প্ৰতিষ্ঠিত শিল্প উদ্যোগবোৰতো এই কাৰণতে শ্ৰমিকৰ দাৰিদ্ৰ্যতা বাঢ়ি আহিছিল। ইংলেণ্ডত উদ্যোগিক বিপ্লৱ আৰম্ভ হোৱাৰ প্ৰথম কালছোৱাৰ পাছত ক'তো শ্ৰমিকক ইমান সংগঠিতভাৱে, ইমান প্ৰচণ্ডৰূপে শোষণ কৰা হোৱা নাছিল।

স্বাভাৱিকতেই ই শ্ৰমিকৰ মনত জন্ম দিছিল প্ৰচণ্ড বিক্ষুব্ধিৰ।

সেয়ে আকৌ আৰম্ভ হৈছিল ধৰ্মঘট।

অৰ্থনৈতিক দাবীৰে আৰম্ভ হোৱা হৰতালবোৰ অতি সোনকালেই ৰাজনৈতিক মতবাদ আৰু দাবীৰে সিক্ত হৈ উঠিছিল। শ্ৰমিক শ্ৰেণীৰ এটা বৃহৎ অংশই নিজৰ অভিজ্ঞতাৰে বুজি উঠিছিল যে দেশত বিপ্লৱ সম্পন্ন কৰিব নোৱাৰিলে তেওঁলোকৰ জীৱনৰ অৱস্থাৰো কোনো ধৰণৰ উন্নতি ঘটাব পৰা নাযায়।

বলচেভিকসকলে তো ইমান দিনে তাকেই কৈ আহিছিল।

তেওঁলোকে সদায় কৈ আহিছিল যে ষ্টলিপিনৰ সংস্কাৰ বেছি দূৰ যাব নোৱাৰে, অতি সোনকালে ই বিফল হ'বলৈ বাধ্য। দেশৰ যি আপাত প্ৰগতি হৈছে, ঔদ্যোগীকৰণৰ যি ঢাকঢোল পিটা হৈছে, সেই প্ৰগতি একেবাৰে অস্থিৰ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত। পৃথিৱীত য'ত প্ৰকৃত পুঁজিবাদী উদ্যোগিক বিকাশ হৈছে, তাত বুৰ্জোৱাই সামন্ততন্ত্ৰৰ লগত আপোচ কৰা নাই, বৰঞ্চ সামন্ত সম্পৰ্ক-বোৰৰ অৱসান ঘটাই কি উদ্যোগ, কি কৃষি সকলোতে পুঁজিবাদী সম্পৰ্ক আৰু স্বৈৰতন্ত্ৰৰ পৰিৱৰ্তে সংসদীয় গণতান্ত্ৰিক শাসন ব্যৱস্থা গঢ়ি তুলিছে। আৰু এই পৰিৱেশতহে পুঁজিবাদ আৰু শিল্পৰ চৰম বিকাশ সম্ভৱ হৈছে। কিন্তু ৰাছিয়াত বৃহৎ পুঁজিপতিসকলে এহাতে পশ্চাৎপদ সামন্ত সম্পৰ্কবোৰ জীয়াই ৰাখিছে—জাৰ স্বৈৰতন্ত্ৰৰ লগত চৰম সুবিধাবাদী আপোচ কৰিছে আৰু আনহাতে উলংগ সন্ত্ৰাসৰ জৰিয়তে শ্ৰমিক শোষণৰ জৰিয়তে ওপৰৰ পৰা পুঁজিবাদ আৰু শিল্পায়ন গঢ়ি তোলাৰ চেষ্টা কৰিছে। এনে অস্বাভাৱিক পৰিস্থিতিত, এনে অস্থিৰ

অৰ্থনৈতিক ক্ষেত্ৰত প্ৰতিষ্ঠা কৰিব খোজা প্ৰগতি বেছিদূৰ আগবাঢ়িব নোৱাৰে। ঐতিহাসিকভাৱেই ই বিফল হ'বলৈ বাধ্য। আৰু বাস্তৱিকতে হ'লো সেয়ে। ১৯১১ চনলৈ হোৱা ৰাছিয়াৰ পুঁজিবাদৰ দ্ৰুত বিকাশ থৰক-বৰক হৈ পৰিবলৈ ধৰিলে—স্টলিপিনৰ প্ৰগতিৰ ৰথচক্ৰ নুঘূৰা অৱস্থা আহি পৰিল।

কিন্তু, উদাৰনৈতিক বুৰ্জোৱা আৰু মানচেভিক নেতাসকলে এই সত্য বুজি উঠিব পৰা নাছিল। ৰাছিয়াৰ দ্ৰুত উদ্যোগিক বিকাশে তেওঁলোকৰ চকুত চমক লগাইছিল আৰু মনতো সন্দেহ সংশয়ৰ দোলনি আৰম্ভ কৰিছিল। তেওঁলোকে বুৰ্জোৱাৰ লগত সহযোগিতা কৰাৰ সুবিধাবাদী পন্থাৰ ওকালতি কৰিবলৈ আৰম্ভ কৰিছিল। বামপন্থী আন্দোলনৰ মাজত তেওঁলোকৰ এই দোদুল্যমানতাই সমস্যাৰ সৃষ্টি কৰিবলৈ আৰম্ভ কৰিছিল। লগতে ডুমাৰ সংসদীয় ৰাজনীতিৰ প্ৰতিও তেওঁলোকৰ মোহ সোমাই পৰিছিল। অথচ জাৰ স্বৈৰতন্ত্ৰই প্ৰৱৰ্তন কৰা ডুমাৰ সংসদীয় ব্যৱস্থাৰ প্ৰতি কোনো ধৰণৰ অহেতুক মোহ সৃষ্টি হোৱাৰ কোনো বাস্তৱ ভিত্তি নাছিল। জাৰ প্ৰশাসনে জনপ্ৰিয় মতৰ হেঁচাত ডুমা সৃষ্টি কৰিছিল যদিও ইয়াক তেওঁলোকে কেতিয়াও প্ৰাপ্য মৰ্যাদা আৰু গুৰুত্ব দিয়া নাছিল। প্ৰথম আৰু দ্বিতীয় ডুমাত বিৰোধী সদস্যৰ সংখ্যা বেছি হোৱাত (তেতিয়াও তেওঁলোক সংখ্যাগৰিষ্ঠ নাছিল) সামান্য ছেলুতে চৰকাৰে এই ডুমা দুখন ভংগ কৰি দিছিল। আনকি নিৰ্বাচনী আইনৰ প্ৰচুৰ পৰিৱৰ্তন সাধন কৰি পতা তৃতীয় ডুমাকো তেওঁলোকে অতি বেয়া ব্যৱহাৰ কৰিছিল। এই ক্ষেত্ৰত আগভাগ লৈছিল জাৰ নিযুক্ত প্ৰধানমন্ত্ৰী স্টলিপিনে।

দ্বিতীয় ডুমাৰ সময়ৰ পৰাই স্টলিপিনে জাৰৰ অনুগ্ৰহত কাম-কাজ চলাই আহিছে, জাৰে তেওঁৰ সহায়েৰেই তৃতীয় ডুমাৰ কাৰ্যকালত ডুমাক নিয়ন্ত্ৰণত ৰখা আৰু আনহাতে দেশত প্ৰতিক্ৰিয়াৰ পোহাৰ মেলি গণতন্ত্ৰৰ বিকাশ ৰুদ্ধ কৰাৰ কামবোৰ কৰাই আহিছিল। অক্টোবৰিষ্ট দলৰ নেতা আলেকজেণ্ডাৰ গুচকিনৰ লগ হৈ জাৰপন্থী সদস্যসকলৰ সহায়ত স্টলিপিনে তেওঁৰ সকলো কাৰ্যব্যৱস্থা ডুমাৰ অধিবেশনত গৃহীত কৰাই লৈছিল। জাৰতন্ত্ৰৰ সমগ্ৰ প্ৰতিক্ৰিয়াশীল ব্যৱস্থাত এনেদৰেই ডুমাৰ সম্মতি হাচিল কৰা হৈছিল। স্টলিপিনৰ আগেয়ে কৈ অহা কৃষি কাৰ্যসূচী, য'ত ৰাছিয়াত ধনী খেতিয়কহঁতক প্ৰচুৰ সা-সুবিধা আৰু মাটি দি কৃষিৰ পুঁজিবাদী ৰূপান্তৰৰ বাট মোকলাব খোজা হৈছিল, সেই কুখ্যাত ব্যৱস্থাৰ ক্ষেত্ৰতো স্টলিপিনে ডুমাৰ সমৰ্থন আদায় কৰিবলৈ সমৰ্থ হৈছিল। ইয়াৰ ফলত দেশৰ সাধাৰণ মানুহৰ ডুমাৰ ওপৰত ক্ৰমে সকলো আস্থা হেৰাই আহিছিল।

অকমান এগ্রে নহয়,

তৃতীয় ডুমাৰ কাৰ্যকালতেই ষ্টলিপিনে আন কেবাটাও সাংঘাতিক কাম ডুমাৰ সহায়তেই সমাধা কৰিছিল। এই কীৰ্তি কেইটা এনেধৰণৰ। এক, ফিনলেণ্ডৰ স্বায়ত্তশাসন ক্ষমতাৰ যিকণ অৱশেষ আছিলগৈ তাক শেষ কৰি সম্পূৰ্ণভাৱে ৰাছিয়াৰ গৰ্ভত সুমুৱাই লোৱা, দ্বিতীয়তে, পলেণ্ডৰ এটা অংশ দখল কৰা, তৃতীয়তে, ইউক্রেনীয় জাতীয়তাবাদী আন্দোলনক নৃশংসভাৱে দমন কৰা আৰু চতুৰ্থতে, ইহুদীসকলক বহুতো সামাজিক সা-সুবিধা আৰু কাম-কাজৰ পৰা বঞ্চিত কৰিবলৈ আইন প্ৰণয়ন।

কিন্তু ক্ৰমে ডুমাৰ লগতো তেওঁৰ বিৰোধ হ'ল। বিশেষকৈ সেনাবাহিনীৰ পুনৰগঠনৰ প্ৰশ্নত তেওঁৰ অক্টোবাৰিষ্টসকলৰ নেতা গুচকভৰ লগত বিৰোধিতা হ'ল। গুচকভৰ দলৰ সমৰ্থন তেওঁ হেৰুৱালে। গুচকভ গৈ কেডেট দলৰ ওচৰ চাপিলেগৈ। ষ্টলিপিনে এইবাৰ আইন প্ৰণয়নৰ সলনি জৰুৰী অৱস্থাৰ সুযোগ লৈ এখনৰ পাছত এখনকৈ অধ্যাদেশ জাৰি কৰি কাম কৰি যাবলৈ ধৰিলে। ফলত ডুমাৰ লগত তেওঁৰ বিৰোধ বাঢ়ি আহিল। ডুমাৰ সকলো কৰ্তৃত্ব খৰ্ব কৰাত ডুমাৰ দলবোৰেও তেওঁৰ ওপৰত বিশ্বাস হেৰুৱালে।

ষ্টলিপিনে এইবাৰ চৰকাৰী টকাৰে, পুলিচৰ সহায়ত এটা নতুন জাতীয়তাবাদী দল গঠন কৰিবলৈ চেষ্টা চলালে আৰু ডুমাৰ ভৱিষ্যৎ নিৰ্বাচনত এই গোটটোৱে যাতে সংখ্যাগৰিষ্ঠতা পাব পাৰে তাৰ বাবে নিৰ্বাচনী আইন-কানুনবোৰ সলনি কৰাত লাগিল। (এই দলটোৱে চতুৰ্থ ডুমাৰ নিৰ্বাচনত ৩২ খন আসন পাবলৈকো সক্ষম হৈছিল।)

কিন্তু, ইতিমধ্যে ষ্টলিপিনে ডুমাৰ দৃঢ় জাৰপন্থী সদস্যবোৰৰো সম্পূৰ্ণ বিশ্বাস হেৰুৱালে। এই সুবিধাতে জাৰেও তেওঁক বাদ দিলে।

১৯১১ চনৰ ১৪ চেপ্তেম্বৰৰ দিনা ডিমিট্ৰি গ্ৰিগৰিয়াভিচ্ বগৰভ নামৰ বিপ্লৱী এজনে ষ্টলিপিনক গুলি কৰি হত্যা কৰিলে।

কামত নহা কুকুৰক ঘৰৰ পৰা টঙৰিয়াই খেদাৰ দৰে এই হত্যাকাণ্ডৰ বাবে জাৰে দুঃখ প্ৰকাশ পৰ্যন্ত নকৰিলে।

এয়া আছিল তৃতীয় ডুমাৰ কাৰ্যকাল, কিন্তু এই সময়ৰ পৰা, ষ্টলিপিন যুগতে কেনেদৰে ডুমাৰ প্ৰতি মানুহৰ বিশ্বাস কমি আহিছিল, তাকে দেখুৱাবৰ বাবে কথাখিনিৰ অৱতাৰণা কৰা হ'ল।

চতুৰ্থ ডুমাৰ নিৰ্বাচিত সকলো আইন-কানুন সলাই জাৰে ষ্টলিপিনে আৰম্ভ কৰি যোৱা নতুন জাতীয়তাবাদী দলটোক সকলো ফালৰপৰা সহায় কৰিলে। চৰকাৰৰ আশা আছিল যে সংখ্যাগৰিষ্ঠতা পোৱাৰ পাছত এই দলটোৱে ডুমাৰ হাতৰ পৰা আইন প্ৰণয়নৰ ক্ষমতা নাইকিয়া কৰি ইয়াক কেৱল মাত্ৰ এক পৰামৰ্শদাতা সংস্থা হিচাপে ৰাখিবলৈ প্ৰস্তাৱ গ্ৰহণ কৰিব। কিন্তু,

সময়ত ইও সফল নহ'ল। ইতিমধ্যে চতুৰ্থ 'ডুমাৰ' নিৰ্বাচন চমু চাপি আহিছে। এই ডুমাৰ নিৰ্বাচন প্ৰস্তুতিৰ ক্ষেত্ৰতে সমাজ-গণতান্ত্ৰিক শিবিৰত প্ৰথমে বিৰোধ স্পষ্ট হৈ উঠিছিল। যি সময়ত লেনিন আৰু বলচেভিকসকলে এক বাম মঞ্চ গঠনৰ প্ৰস্তাৱ ৰাখিছিল সেই সময়ত এই সুবিধাবাদীসকলে বুৰ্জোৱা ৰাজনৈতিক দলবোৰ, বিশেষকৈ কেডেট দলৰ লগত নিৰ্বাচনী মিত্ৰতাৰ চেষ্টা কৰিছিল। এই বিষয়ে আমি অলপ পাছত আলোচনা কৰিম, এতিয়া আমি ৰাচিয়াৰ বাঢ়ি অহা বিপ্লৱী পৰিস্থিতিৰ এটা সাধাৰণ আভাস লবলৈ যত্ন কৰোঁহ'ক।

শিল্প উদ্যোগৰ ক্ষেত্ৰত মন্থৰতা অহাৰ লগে লগে শ্ৰমিক ধৰ্মঘটবোৰ বাঢ়ি আহিবলৈ আৰম্ভ কৰিবলৈ ধৰিলে।

১৯১০ চনতে মস্কো নগৰী আৰু মস্কো প্ৰদেশ (গুবেৰনীয়াৰ) শ্ৰমিক-সকলৰ মাজত হৰতাল আৰম্ভ হ'ল। চাওঁতে চাওঁতে এই হৰতাল বাঢ়ি যাবলৈ ধৰিলে। ১৯১১ চনত এক লাখ পাঁচ হাজাৰ বাৰ ধৰ্মঘট সংঘটিত হ'ল। সেই বছৰেই উদ্যোগিক ক্ষেত্ৰত আৰম্ভ হোৱা বিক্ষোভ গাঁও অঞ্চললৈকো বিয়পি পৰিল। সামন্তশোষণ, জমিদাৰি প্ৰথা, কৃষিৰ পুঁজিবাদী ৰূপান্তৰৰ প্ৰচেষ্টাৰ বিৰুদ্ধে সেই বছৰেই ব্যাপক কৃষক অশান্তিবোৰে মূৰ দাঙি উঠিল আৰু চকুৰ সন্মুখতে এইবোৰে বিক্ষোভৰ ৰূপ গ্ৰহণ কৰিলে। ১৯১০ চনতে পাঁচ হেজাৰতকৈ বেছি কৃষক 'একচুন' সংঘটিত হ'ল। বিক্ষুব্ধ খেতিয়কসকলে আকৌ জমিদাৰৰ ঘৰ জ্বলোৱা, হাবিৰ কাঠ কটা আৰু লগতে কুলাকসকলৰো শস্য জব্দ কৰা আদি কামবোৰ কৰিবলৈ ধৰিলে। ১৯১১ আৰু ১২ চনত ৰাচিয়াৰ গ্ৰামাঞ্চলৰ একাংশত প্ৰচণ্ড আকাল আৰম্ভ হ'ল। প্ৰায় এক কোটি খেতিয়কে এই আকালত দুৰ্ভোগ ভুগিবলগীয়া হ'ল। ইয়াৰ ফলতো খেতিয়ক-সকলৰ মাজত জংগী কাম-কাজ বাঢ়ি আহিল।

১৯১২ চনত সামৰিক বাহিনীতো বিক্ষোভে দেখা দিলে। সামৰিক বাহিনীৰ মাজত ৰাজনৈতিক কাম-কাজ বাঢ়ি আহিল। সেই বছৰেই বিদ্ৰোহৰ অপৰাধত চৰকাৰে বাল্টিক নৌবহৰৰ ৫২ জন নাৱিকৰ প্ৰাণদণ্ডৰ হুকুম দিলে। কিন্তু এই ঘোষণা কৰাৰ লগে লগে এক লাখৰো অধিক জনতাই ধৰ্মঘট আৰু প্ৰতিবাদ আৰম্ভ কৰিলে। এই বিশাল বিৰোধিতাৰ সন্মুখত জাৰ চৰকাৰে নাৱিকসকলৰ প্ৰাণদণ্ড মকুব কৰি নিৰ্বাসন দিবলৈ বাধ্য হ'ল।

সেই বছৰেই, ফেব্ৰুৱাৰী মাহত চাইবেৰীয়াৰ লেনা নদীৰ সোণৰ খনিৰ শ্ৰমিকসকলে ধৰ্মঘট আৰম্ভ কৰিলে। এপ্ৰিল মাহত জাৰ চৰকাৰে এই হৰতাল ভাঙি দিবলৈ শ্ৰমিকসকলৰ ওপৰত গুলি চালনা কৰিলে। বহু শ্ৰমিকৰ মৃত্যু হ'ল। এই হত্যাকাণ্ডই সমগ্ৰ দেশতে প্ৰতিবাদৰ জোৱাৰ তুলিলে আৰু দেশৰ ৰাইজক ৰাজনৈতিকভাৱে সচেতন কৰি তুলিলে।

ৰাচিয়াৰ চৌদিশে আকৌ এক নব বিপ্লৱী পৰিস্থিতি গঢ়ি উঠিল। এইবাৰৰ

বিপ্লৱী আন্দোলনৰ চৰিত্ৰ ১৯০৫ চনৰ সৈতে একেই আছিল। উদ্যোগিক শ্ৰমিকসকল এই বিপ্লৱী জোৱাৰৰ আগত আছিল, নেতৃত্বত আছিল, তেওঁলোকৰ অৰ্থনৈতিক দাবীবোৰ ক্ৰমে ৰাজনৈতিক ৰূপ লৈ জাৰ স্বৈৰতন্ত্ৰৰ অৱসানৰ দাবী হিছাপে মূৰ্ত হৈ উঠিছিল। ১৯০৫ চনৰ দৰে খেতিয়ক সমাজ আৰু সৈনিকসকলো জড়িত হৈ পৰিছিল। মুঠতে সমগ্ৰ দেশজোৰা লক্ষ্য, সংগঠন আৰু উদ্দেশ্য লৈ গণ বৈপ্লৱিক ধৰ্মঘটবোৰ গঢ়ি উঠিবলৈ আৰম্ভ কৰিছিল।

ৰাচিযাৰ নতুন বৈপ্লৱিক পৰিস্থিতিত এতিয়া নতুন নীতি আৰু কৰ্মকৌশল লোৱাতো প্ৰয়োজন হৈ পৰিল। আৰু ১৯১০ চনৰ নৱেম্বৰ-ডিচেম্বৰ মাহত লেনিন আৰু বলচেভিকসকলে কেতবোৰ নীতি প্ৰস্তুত কৰি উলিয়ালে।

দেশৰ বাম শক্তিক জোৰদাৰ কৰি তুলিবৰ বাবে মানচেভিকসকলৰ দলৰ নীতিৰ প্ৰতি বিশ্বাসী অংশটো, প্লেখানভকে ধৰি সেই মানচেভিকসকল যি সোঁপন্থী বিলোপবাদৰ বিৰোধিতা কৰিছিল, এক মৈত্ৰী বন্ধন গঢ়ি তোলা হ'ল। দলৰ প্ৰচাৰ চলাবৰ বাবে ৰৰ্কাচ গেজেট (ৰ'বচায়ে গেজেটা) নামৰ গোপন কাকত এখন উলিয়াবলৈ স্থিৰ কৰা হ'ল। একে সময়তে মুকলিভাৱে আন এখন কাকত 'ষ্টাৰ' প্ৰকাশ কৰা হ'ল। অত্যন্ত কষ্টৰ মাজেৰে এই কাকত প্ৰকাশ কৰা হৈছিল আৰু ইযাৰ প্ৰথম সংখ্যাৰ পৰা মেক্সিম গৰ্কীয়ে 'ইটালীৰ টোকা' নামৰ এক ভ্ৰমণ কাহিনী লিখিছিল। একে সময়তে তাত্বিক লেখাৰ বাবে 'মিয়েল' (ভাবনা) নামৰ আন এখন আলোচনীও উলিওৱা হ'ল। বলচেভিক দলৰ কৰ্মীসকলক ৰাজনৈতিকভাৱে শিক্ষিত কৰি তুলিবলৈ এলানি সভা আৰু আলোচনা চক্ৰও সংগঠিত কৰা হ'ল।

এই সময়ত তাত্বিক কাম-কাজৰ গুৰুত্ব আকৌ বাঢ়ি আহিছিল। দলৰ ভিতৰত দেখা দিয়া সোঁ আৰু বাওঁপন্থী বিলোপবাদী প্ৰৱণতাবোৰৰ বিশ্লেষণ আৰু আলোচনাৰ প্ৰয়োজন হৈছিল, বিশেষকৈ মাৰ্ক্সবাদৰ বিভিন্ন বিচ্যুতি আৰু শোধনবাদৰ উৎস কি তাকে চিহ্নিত কৰাটো জৰুৰী হৈ পৰিছিল। লেনিনে এই সময়তেই এই কামত হাত দিলে। তেওঁ ক'লে যে 'মাৰ্ক্সবাদৰ সমগ্ৰ বিচ্যুতিবোৰ পুঁজিবাদী সমাজৰ চৰিত্ৰৰ পৰাই উদ্ভৱ হয়—এইবোৰে শ্ৰেণী সংগ্ৰামৰ ফলতেই জন্মলাভ কৰে।[1] তেওঁ আৰু ক'লে যে 'সমাজবাদী আন্দোলনে, বিশেষকৈ এনে শ্ৰমিক শ্ৰেণীৰ আন্দোলনৰ দ্ৰুত বিস্তাৰৰ কালছোৱাত, ইয়াৰ শিবিৰলৈ খাটিখোৱা মানুহৰ নিত্য নতুন স্তৰক আকৰ্ষিত কৰি আনে, যিসকলৰ তত্ব আৰু কৌশলৰ ক্ষেত্ৰত দোদুল্যমান্যতা থাকি যায়, তেওঁলোকে প্ৰায়েই পুৰণা ভুলবোৰৰ পুনৰাবৃত্তি ঘটায়, সাময়িকভাৱে পুৰণা অচল তত্ব আৰু কাৰ্যপন্থালৈ উভতি উভতি যায়।[2] এনে লোকসকলে সমাজবাদী শিবিৰলৈ আহোঁতেই পুঁজিবাদী সমাজৰ বিভিন্ন মতাদৰ্শ লগতে কঢ়িয়াই আনে। বিপ্লৱী শিবিৰৰ মাজত এওঁলোকক ৰাজনৈতিকভাৱে সম্পূৰ্ণ শিক্ষিত কৰি তুলিব

নোৱৰালেকে এওঁলোকে এনে মতবাদৰ অৱশেষবোৰ বিভিন্ন পৰিস্থিতিত অজানিতে প্ৰকাশ কৰি পেলায়, আৰু, খেলিমেলিৰ সৃষ্টি কৰে।

দেশৰ বিপ্লৱী পৰিস্থিতিত বুৰ্জোৱাসকলে কি কৰে ?

তেওঁলোকে এনে সময়ত দমন আৰু তোষণৰ যুগ্ম নীতি গ্ৰহণ কৰে। এহাতে তেওঁলোকে বিপ্লৱী শক্তিৰ ওপৰত সাধাৰণভাৱে প্ৰচণ্ড দমন নমাই ইয়াক কোঙা কৰি পেলাব খোজে আনহাতে ই উদাৰনৈতিক সংস্কাৰৰ এনে এক কাৰ্যসূচী যাথে য'ত ব্যক্তিগতভাৱে মানুহক কিছু সা-সুবিধা আগবঢ়োৱা হয় শ্ৰমিক শ্ৰেণীৰ ওপৰত প্ৰচণ্ড দমন চলাই, সকলো গণতান্ত্ৰিক অধিকাৰ হৰণ কৰাৰ পাছত তেওঁলোকৰ মজুৰি দুটকামান বঢাই দিয়া হয়। বুৰ্জোৱাই সদায়েই বিপ্লৱী পৰিস্থিতিক এনেদৰেই মোকাবিলা কৰাৰ চেষ্টা কৰে।[৪]

আৰু বুৰ্জোৱাৰ এই দুমুখীয়া নীতিৰ মৰ্ম বুজি নাপাই ইয়াৰ এটা দিশৰ ওপৰত একপক্ষীয় আৰু মাত্ৰাধিক প্ৰতিক্ৰিয়া প্ৰকাশৰ ফলত সমাজবাদী শিবিৰৰ মাজত বিলোপবাদৰ জন্ম হয়।

বুৰ্জোৱাৰ দমনক কেৱল ডাঙৰকৈ দেখিলে, উদাৰনৈতিক সংস্কাৰৰ দিশটো মন নকৰিলে, অত্যাচাৰৰ প্ৰতিক্ৰিয়াত বিপ্লৱী দলৰ মাজত একপক্ষীয়ভাৱে বিৰোধিতাৰ জন্ম হয়। বুৰ্জোৱাৰ সকলো বস্তু ত্যাগ কৰি গোপন, সংকীৰ্ণ ৰাজনীতি আৰু সংগঠন কৰাৰ প্ৰৱণতা বাঢ়ি আহে—আৰু ইয়েই বামপন্থী সুবিধাবাদ আৰু বিলোপবাদৰ জন্ম দিয়ে। আনহাতে বুৰ্জোৱাৰ উদাৰনৈতিক সংস্কাৰৰ দিশটোত একমাত্ৰ গুৰুত্ব দিলে আন্দোলনৰ মাজত বিপ্লৱৰ পৰিৱৰ্তে সংস্কাৰৰ ধ্যান-ধাৰণাবোৰে একপাক্ষিক প্ৰতিক্ৰিয়াৰূপে মূৰ দাঙি উঠে—জন্ম হয় সোঁপন্থী বিলোপবাদৰ। এই দুই ধৰণৰ সুবিধাবাদে বহল ভিত্তিত এটা শ্ৰমিক শ্ৰেণীৰ দল গঠন কৰাৰ বাটত হেঙাৰ ধৰে।

এই তাত্ত্বিক সূত্ৰায়নৰ পাছত দলৰ কৰ্মীসকলক প্ৰশিক্ষণ দিবৰ বাবে ১৯১১ চনত লংজুম্যো পাৰ্টিস্কুল সংগঠিত কৰা হয়।

এই সময়ত ৰাচিয়াত বলচেভিক দলৰ নেতৃত্ব দুৰ্বল হৈ পৰিছিল। জাৰৰ পুলিচে ৰাচিয়াত থকা আটাইবোৰ বলচেভিক কেন্দ্ৰীয় সমিতিৰ নেতাকে গ্ৰেপ্তাৰ কৰিছিল। দলৰ নেতৃত্বৰ ক্ষেত্ৰত এক শূন্যতাৰ সৃষ্টি হৈছিল আৰু দলৰ কাম-কাজৰ গতি ব্যাহত হৈ পৰিছিল। এই পৰিস্থিতিত দলৰ সংগঠন আৰু নেতৃত্বকাৰী সংস্থা পুনৰ গঠন কৰাটো প্ৰয়োজনীয় হৈ পৰিছিল। লেনিনৰ উদ্যোগত ৰাচিয়াৰ বাহিৰত থকা বলচেভিক নেতাসকলক লৈ ১৯১২ চনত প্ৰেগত এখন সম্মিলন আহ্বান কৰিলে।

এই সম্মিলনখন পতাৰ উদ্দেশ্য আছিল কেবাটাও।

প্ৰথম ঘোষিত উদ্দেশ্যটো আছিল দলৰ সংগঠনৰ ক্ষেত্ৰত দেখা দিয়া শূন্যতা পূৰণ কৰাৰ বাট বিচাৰি উলিওৱা।

কিন্তু, ইয়াৰ এটা ডাঙৰ অঘোষিত লক্ষ্যও আছিল।

সন্মিলনৰ কাম-কাজৰ মাজেৰে এই লক্ষ্যৰ বিষয়ে উমান পোৱা গৈছিল।

ই আছিল, মানচেভিকসকলক বাদ দি দলৰ নেতৃত্বত এদনীয়াকৈ— বলচেভিকসকলৰ নিয়ন্ত্ৰণ কায়েম কৰা।

পঞ্চম কংগ্ৰেছত বলচেভিকসকলে দলৰ নেতৃত্বৰ এক বৃহৎ অংশ দখল কৰিছিল যদিও সকলো ধৰণৰ মানচেভিকসকল তেতিয়াও সমাজ-গণতান্ত্ৰিক দলৰ মাজতেই সোমাই আছিল। ষ্টলিপিন সন্ত্ৰাসত ৰাচিয়াৰ বলচেভিক নেতাসকল গ্ৰেপ্তাৰ হোৱাৰ পাছত দলৰ নেতৃত্বৰ মাজত মানচেভিক প্ৰভাৱ বাঢ়ি আহিছিল আৰু এই মানচেভিকহঁতৰ এচামেই সোঁ পন্থী বিলোপবাদৰ চিকাৰ হৈ পৰিছিল। বুৰ্জোৱা দলৰ লগত সুবিধাবাদী আপোচ আৰু মিত্ৰতা কৰাৰ কথা কৈছিল। তাৰোপৰি পঞ্চম কংগ্ৰেছত গঠিত কেন্দ্ৰীয় সমিতিৰ বৈঠক যোৱা দুবছৰে বিভিন্ন কাৰণত বহা নাছিল—সমিতি খন বাস্তৱিকতে অকামিলা হৈ পৰিছিল। এনে পৰিস্থিতিত—বিলোপবাদীহঁতক বাদ দি বলচেভিকসকলে দলৰ নেতৃত্ব পুনৰ গঠনৰ প্ৰয়াস কৰিলে।[4]

এই প্ৰয়াস কিন্তু ন্যায়সঙ্গত নাছিল।

কিন্তু, বলচেভিকসকলে মানচেভিকৰ লগত আৰু একেলগে কাম কৰি যাবলৈ ৰাজী নহৈছিল। সেয়ে দলৰ নেতৃত্বকে তেওঁলোকে কৰায়ত্ব কৰিবলৈ আগবাঢ়িল।

পেৰিচ সন্মিলনলৈ আহিল আগৰ কেন্দ্ৰীয় সমিতিৰ মাত্ৰ ১৪ জন ভোটাধিকাৰ থকা সদস্য—এওঁলোকৰ বাৰজনেই আছিল বলচেভিক। কিন্তু এই সীমিত সন্মিলনখনেই নিজকে দলৰ সাধাৰণ সন্মিলন বা অধিবেশন হিছাপে ঘোষণা কৰিলে আৰু দলৰ সৰ্বোচ্চ নেতৃত্বকাৰী সংস্থা হিছাপে নতুন কেন্দ্ৰীয় সমিতি গঠন কৰিলে। সন্মিলনখনে এখন পূৰ্ণাঙ্গ কংগ্ৰেছৰ দায়িত্ব আৰু ক্ষমতা নিজৰ ওপৰত লৈ সাংগঠনিক নেতৃত্বৰ পৰিৱৰ্তন কৰা কাম বিধিসম্মত নাছিল। কিন্তু, ইমানদিনে সকলোধৰণৰ বিলোপবাদৰ বিৰুদ্ধে যুঁজ দি অহা বলচেভিক-সকলে আৰু বেছিদিন সুবিধাবাদীহঁতৰ লগ লাগি থাকিব বিচৰা নাছিল। বলচেভিক গোটৰ নীতি আৰু কাৰ্যসূচীৰ বিৰোধীসকলক এই সুযোগতে এনেদৰে তেওঁলোকে দলৰ পৰা বাহিৰ কৰি সমগ্ৰ ৰুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলটোকেই নিজৰ হাতলৈ আনিছিল।[5] অসাংবিধানিক হ'লেও এই পন্থাৰ মাজত সেয়ে তেওঁলোকে কোনো ভুল দেখা নাছিল। এখন নতুন ছজনীয়া কেন্দ্ৰীয় সমিতি গঠন কৰা হৈছিল, য'ত লেনিন, ঝিনভিয়েভ, অৰজনীকিড্জ আদি নেতাসকল আছিল, পাঁচজন অন্য নেতাক কেন্দ্ৰীয় সমিতিৰ কেণ্ডিডেট সদস্য হিছাপে ৰখা হৈছিল আৰু প্ৰয়োজন হ'লে নতুন সদস্যভুক্তিৰ জৰিয়তে কেন্দ্ৰীয় সমিতিখন বহলোৱাৰো বাট ৰখা হৈছিল। ষ্টেলিনক এনেদৰে সন্মিলনৰ

পাছত কেন্দ্ৰীয় সমিতিত সুমুৱাই লোৱা হৈছিল।[৩] ৰাচিয়াৰ অভ্যন্তৰত দলৰ কাম-কাজ পৰিচালনা কৰিবলৈ এক 'ৰুচ ব্যুৰো' গঠন কৰা হৈছিল।[৭]

বলচেভিকসকলে সমগ্ৰ দলটোক এনেদৰে দখল কৰিছিল।

ইয়াৰ পাছত তেওঁলোকে আহিবলগীয়া দিনবোৰৰ বাবে দলৰ কাৰ্যপন্থা গ্ৰহণ কৰিছিল। গণতান্ত্ৰিক বিপ্লৱৰ কাৰ্যসূচীৰ লগত ৰজিতা খুৱাই আহিবলগীয়া চতুৰ্থ ডুমাৰ নিৰ্বাচনৰ বাবে দলৰ দাবী আৰু শ্লোগানবোৰ ঠিক কৰিছিল। এখন গণতান্ত্ৰিক প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰা, কামৰ সময় আঠ ঘণ্টা নিৰ্দিষ্ট কৰা আৰু সামন্ত মাটিগিৰিহঁতৰ সকলো ভূ-সম্পত্তি বাজেয়াপ্ত কৰাৰ ৰাজনৈতিক কাৰ্যসূচী আছিল প্ৰধান।[৪]

ইতিমধ্যেই আগেয়ে কৈ অহা লেনা সোণৰ খনিৰ শ্ৰমিক হত্যাকাণ্ড সংঘটিত হয়। জাৰৰ সেনাৰ গুলিত ৫০০ শ্ৰমিক হতাহত হয় (৪ এপ্ৰিল-১৯১২)। ইয়াৰ ফলশ্ৰুতিত ৰাচিয়াৰ সকলোফালে বিক্ষোভ আৰু প্ৰতিবাদৰ জোৱাৰ উঠে, ৰাজনৈতিক কাম-কাজ বাঢ়ি আহে। ২৩ তাৰিখৰ দিনা (এপ্ৰিল, ১৯১২) বলচেভিকসকলে ৰাজধানী চেণ্ট পিটাৰ্চবাৰ্গৰ পৰা এখন আইনসংগতভাৱে, মুকলিকৈ শ্ৰমিক বাতৰিকাকত প্ৰকাশ কৰিবলৈ আৰম্ভ কৰে। প্ৰচণ্ড কষ্টৰ মাজেৰে, চৰকাৰী বাধা-বিপত্তি সত্বেও বলচেভিকসকলে এই বাতৰিখন উলিয়ায়। এইখনেই আছিল বিখ্যাত 'প্ৰাভদা' কাকতখন। এই কাকতখন প্ৰকাশৰ পাছত প্ৰায় দুবছৰ কাল জীয়াই আছিল আৰু এই সময়ত ইয়াৰ ৬৩৬টা সংখ্যা ওলাইছিল। আঠবাৰ জাৰ চৰকাৰে ইয়াৰ প্ৰকাশ বন্ধ কৰি দিছিল। আঠোবাৰেই ইয়াক আকৌ প্ৰকাশ কৰা হৈছিল। প্ৰেগ সম্মিলনৰ পাছত সমাজ-গণতান্ত্ৰিক দল (বলচেভিকৰ) নীতি-নিয়ম প্ৰচাৰ আৰু সংগঠনৰ কামত এই কাকতখনে এটা মুখ্য ভূমিকা লৈছিল।

দেশৰ বিপ্লৱী পৰিস্থিতি ঘনীভূত হৈ অহাৰ লগে লগে লেনিনে চুইজাৰলেণ্ডৰ পৰা দেশৰ ওচৰলৈ আহিবলৈ স্থিৰ কৰিলে। তেওঁ তেতিয়াও ৰাচিয়াত সোমাব পৰা পৰিস্থিতিৰ সৃষ্টি হোৱা নাই, সেয়ে তেওঁ যিমান পাৰে দেশৰ ৰাজনৈতিক ক্ৰিয়াকাণ্ডৰ ওচৰত থাকিবলৈ ঠিক কৰিলে। ৰাচিয়াৰ সীমাত বৰ্তমান পলেণ্ডৰ ক্ৰাকউ নগৰৰ কাষতে লেনিন আৰু ক্ৰুপস্কায়াই আহি ঘৰ ললেহি আৰু ৰাচিয়াৰ সংগঠনবোৰৰ লগত তাৰপৰাই সম্পৰ্ক ৰাখিবলৈ আৰম্ভ কৰিলে।

ইতিমধ্যে প্ৰেগ সম্মিলনৰ পাছত সমাজ-গণতান্ত্ৰিক দলৰ মানচেভিক অংশ জাকি উঠিছে, আন আন সৰু সুৰা গোষ্ঠীবোৰো বিতুষ্ট হৈছে। এনেদৰে গাৰ জোৰ আৰু কৌশলেৰে দলটো দখল কৰাটো তেওঁলোকে সহ্য কৰিব নোৱাৰে। বলচেভিকসকলৰ বিৰুদ্ধে তেওঁলোক মুখৰ হৈ উঠিল। ট্ৰটস্কিয়ে ইমানদিন নিজকে বলচেভিক-মানচেভিক দুইটা গোষ্ঠীৰ বাহিৰৰ এক নিৰপেক্ষ মধ্যম

ব্যক্তি বুলি ঘোষণা কৰি আহিছিল, তেওঁ আকৌ দুইটা গোটক লগ খুৱাবৰ বাবে চেষ্টা কৰিলে। আগষ্ট মাহত ভিয়েনা চহৰত তেওঁ সেয়ে ৰুচ সমাজ-গণতান্ত্ৰিক দলৰ বিভিন্ন মতবাদৰ নেতাসকলক এখন সম্মিলনলৈ আহ্বান কৰিলে। বলচেভিকসকলে স্পষ্টকৈ জনাই দিলে যে এনে সুবিধাবাদী ঐক্যৰ প্ৰচেষ্টাত তেওঁলোকৰ সমৰ্থন নাই; তেওঁলোকে এই সভা বৰ্জন কৰিলে। আগষ্টত ভিয়েনাত বহা সভাখন মানচেভিক, অন্যান্য সৰুসুৰা গোষ্ঠী আৰু ট্ৰটস্কীপন্থীহঁতৰ এখন সম্মিলন হৈ পৰিল। ঐক্যতো নহ'লেই, বৰঞ্চ এই সম্মিলনে বলচেভিক ৰাজনীতিৰ বিৰুদ্ধে মানচেভিক আৰু ট্ৰটস্কীপন্থীহঁতৰ এক সাময়িক জোটবন্ধনৰ জন্ম দিলে। যদিও 'অগাষ্ট ব্লক' বুলি জনাজাত হোৱা এই গোটবন্ধনৰ পিছলৈ বিশেষ ধাৰাবাহিকতা নাথাকিলগৈ, তথাপিও দলৰ মাজত বিভাজনৰ প্ৰক্ৰিয়া ই অধিক খৰতকীয়া কৰি তুলিলে।[9]

ইতিমধ্যে চতুৰ্থ ডুমাৰ নিৰ্বাচনৰ দিন চমু চাপি আহিছে।

এই নিৰ্বাচনত বলচেভিকসকলে লেনিনৰ 'বাম মৰ্চাৰ' মতবাদক কাৰ্যকৰী ৰূপ দিবলৈ চেষ্টা কৰিলে। বলচেভিক দলে বিভিন্ন মিত্ৰ শক্তিৰ সহায়ত এই ডুমাৰ নিৰ্বাচনৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰিলে। ট্ৰুডভিক বোলা গোষ্ঠীটোৰ লগতো বলচেভিকসকলে সাময়িক নিৰ্বাচনী মিত্ৰতা স্থাপন কৰিলে। ই আছিল কিছুমান গণতান্ত্ৰিক পেটিবুৰ্জোৱা আৰু 'নাৰডনিক' মতাদৰ্শত বিশ্বাসী গণতান্ত্ৰিক আৰু বিপ্লৱী বুদ্ধিজীৱীৰ এটা ঢিলা সংগঠন। (অক্টোবৰ বিপ্লৱৰ পাছত এওঁলোকে অৱশ্যে বিপ্লৱ বিৰোধী শিবিৰত যোগদান কৰে)। প্লেখানভপন্থী মানচেভিক আৰু ট্ৰুডভিকহঁতৰ উপৰিও সমাজ বিপ্লৱী (Social Revolutionary) আৰু জনপ্ৰিয় সমাজবাদী (পপুলাৰ চচিয়েলিষ্ট) সকলৰ লগতো তেওঁলোকে বুজাবুজি গঢ়ি তুলিলে। (পপুলাৰ চচিয়েলিষ্টহঁত আছিল আন এটা পেটিবুৰ্জোৱা দল, পিছত এওঁলোক ট্ৰুডভিকহঁতৰ লগত একেলগ হৈ পৰে)। এক নিম্নতম উমৈহতীয়া নিৰ্বাচনী নীতিৰ ভিত্তিত মানচেভিকসকলৰ বাকীটো অংশই কেডেট দলৰ লগত গঢ়ি তোলা মিত্ৰতাৰ বিৰুদ্ধে বলচেভিক নেতৃত্বৰ এই জোটবন্ধনে থিয় দিছিল। নিৰ্বাচনত বলচেভিক দলে দহলাখ ভোট পাবলৈ সক্ষম হয়, আনহাতে মানচেভিক গোটে মাত্ৰ আঢ়ৈলাখ ভোটহে পায়। ঔদ্যোগিক এলেকাৰ পৰা ছজন বলচেভিকসদস্য ডুমালৈ নিৰ্বাচিত হয়। ভোট কম পালেও কিন্তু মানচেভিকসকলৰ সাতজন সদস্য নিৰ্বাচিত হৈছিল।[10]

নিৰ্বাচনৰ পাছতে ডুমাত বা সংসদীয় মঞ্চত বিপ্লৱৰ স্বাৰ্থ ৰক্ষা কৰিবৰ বাবে, ইয়াৰ প্ৰচাৰ কাৰ্য আগবঢ়াবৰ বাবে বলচেভিক ডেপুটি (সদস্য) সকলৰ পালনীয় কেতবোৰ নিয়ম-নীতি বান্ধি দিয়া হ'ল। এই নিয়মবোৰ প্ৰস্তুত কৰাত লেনিনে আগভাগ লয়। এই নিয়মবোৰক সৰ্বহাৰাৰ সংসদীয় নিয়ম

বোলা হয় আৰু বুৰ্জোৱা সংসদত শ্ৰমিকদলৰ প্ৰতিনিধিসকলৰ বাবে এইবোৰ আজিও পথপ্ৰদৰ্শক হিচাপে ধৰা হয়।

প্ৰথম কথাটো হ'ল সংসদীয় গোটটো সম্পূৰ্ণভাৱে দলৰ সম্পূৰ্ণ অধীন। দলৰ নীতিৰ বাহিৰত এওঁলোকে নিজাববীয়াকৈ কোনো কাম কৰিব নোৱাৰিব। দলৰ নিয়ম, শৃংখলা আৰু নিৰ্দেশ সংসদী সদস্যসকলে আখৰে আখৰে পালন কৰিব লাগিব। সংসদীয় গোটটোৱে দলৰ কেন্দ্ৰীয় নেতৃত্বৰ সমান্তৰাল গোট হৈ উঠিব যাতে নোৱাৰে, তাৰবাবেই এই নীতিবোৰ লোৱা হ'ল। ডিচেম্বৰ মাহত ( ১২ তাৰিখ, ১৯১২ চন ) হোৱা কেন্দ্ৰীয় সমিতিৰ বৈঠকত এই নীতিবোৰ গৃহীত হয়। এই সময়ছোৱাত বলচেভিকসকলে প্ৰথমে দলৰ বিলোপবাদী প্ৰৱণতাবোৰ চিনাক্ত কৰি পৰাজিত কৰে, পেটিবুৰ্জোৱা দলবোৰৰ লগত সাময়িক যুক্ত মৰ্চা গঢ়াৰ বাস্তৱ আৰু সফল পদক্ষেপ গ্ৰহণ কৰে আৰু সৰ্বহাৰা সংসদীয় নীতিবোৰ উদ্ভাৱন কৰে। এই যুগটোৰ মূল তাত্বিক বিকাশ আছিল এয়ে।

ইতিমধ্যে ৰাচিয়াত ৰাজনীতিৰ জগতখন উত্তপ্ত হৈ উঠিছে। বিভিন্ন ৰাজনৈতিক মতাদৰ্শ আৰু অলেখ ৰাজনৈতিক দলে মূৰ দাঙি উঠিছে। এইাতে আছিল ৰাজপন্থীহঁত—এওঁলোকে ৰাচিয়াত জাৰ ৰাজতন্ত্ৰৰ শাসন বৰ্তাই ৰখাতো বিচাৰিছিল। দেশৰ গণতান্ত্ৰিক শিবিৰতো এনে ৰাজতন্ত্ৰী আছিল, এওঁলোকে কেৱল ৰূচ দেশৰ ঐক্য আৰু ধাৰাবাহিকতাৰ প্ৰতীক ৰূপে জাৰক লৈ ইংলেণ্ডৰ আহি'ৰ এক সাংবিধানিক ৰাজতন্ত্ৰৰ পৃষ্ঠপোষকতা কৰিছিল। বৃহৎ উদ্যোগপতিসকলৰ একাংশই এনে ধাৰণাৰ পোষকতা কৰিছিল। আনহাতে উদাৰনৈতিক বুৰ্জোৱাহঁতৰ বেছিভাগেই ৰাজতন্ত্ৰৰ অৱসান ঘটাই এখন সাংবিধানিক প্ৰজাতন্ত্ৰৰ সমৰ্থন কৰিছিল। কেডেট দলকে ধৰি এই শ্ৰেণীৰ বিভিন্ন ৰাজনৈতিক দলে এই আদৰ্শ প্ৰচাৰ কৰিছিল। মানচেভিক, সামাজিক বিপ্লৱী ( চচিয়েল ৰিভলিউচনেৰী ) আদি দলে মুখেৰে সমাজবাদৰ কথা ক'লেও কাৰ্যত এক উদাৰনৈতিক গণতান্ত্ৰিক ব্যৱস্থা বিচাৰিছিল। ৰাজনৈতিক আন্দোলনৰ সীমামূৰীয়া অৱস্থানত থকা 'এনাৰ্কিষ্ট' ( নৈৰাজ্যবাদী ) আৰু আন পেটিবুৰ্জোৱা বিপ্লৱী গোটবোৰে সকলো ব্যৱস্থা ভাঙি পুৰণা সমাজক ধ্বংস কৰাৰ কথা আওৰাইছিল আৰু বিশ্বাস কৰিছিল যে এই ধ্বংসস্তুপৰ মাজৰ পৰা মানুহে নিজেই ভৱিষ্যতৰ উন্নত সমাজ এখন গঢ়ি লব।

ইয়াৰ বিপৰীতে বলচেভিক দলে অনবৰতে সমাজবাদৰ কথা কৈছিল আৰু কটকটীয়া শৃংখলাবদ্ধ সংগঠনৰ জৰিয়তে সমাজ-বিপ্লৱ ঘটাইহে সমাজবাদ প্ৰতিষ্ঠা কৰাটো সম্ভৱ বুলি দোহাৰিছিল।

ৰাচিয়াৰ জনতা আকৌ জাগি উঠিছে সেইসময়ত।

এক প্ৰাচীন প্ৰাগৈতিহাসিক জীৱ এটা যেন শতাব্দী জোৰা নিদ্ৰাৰ পৰা এঙামুৰি দি উঠিবলৈ চেষ্টা কৰিছে। ৰাচিয়াৰ বিষণ্ন গাঁও, থোৱাবে আৰবা

চহৰ, অস্বাস্থ্যকৰ কাৰখানা আৰু বস্তি অঞ্চল, সুগভীৰ পাতালৰ খনি আৰু তুষাৰাবৃত চাইবেৰিয়াৰ জনপদবোৰৰ মাজত এই জন্তুটো উঠিব খোজাৰ উকমুকনি শুনা গৈছে ঃ

আটাইবোৰ ৰাজনৈতিক দলে এই জন্তুটোক জগাই তুলি তাৰ আদিম শক্তিক নিজা নিজা ৰাজনৈতিক দৰ্শনৰ বাটেৰে পৰিচালিত কৰিব বিচাৰিছিল।

এই জনতাই যে সমাজ পৰিবৰ্তনৰ মূল শক্তি সেই কথা সকলোৱেই ভালদৰে বুজি পাইছিল।

জনতাৰ সংগ্ৰামবোৰে লাহে লাহে অধিক স্বৈৰতন্ত্ৰ বিৰোধী চৰিত্ৰ গ্ৰহণ কৰিছিল। যিমানেই জনতাৰ বিক্ষোভ বাঢ়ি আহিছিল, সিমানেই জাৰ প্ৰশাসনে ইয়াক দমন কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু, এই সন্ত্ৰাস সত্বেও, বিভেদ নীতি সত্বেও, ভেৰোণীয়া গুণ্ডাবাহিনী মেলিও, চৰকাৰে জনতাৰ বিক্ষোভ দমন কৰিব পৰা নাছিল। ১৯১২ চনৰ জুলাই মাহত চৰকাৰে চেণ্ট পিটাৰ্চবাগৰ সৰ্ববৃহৎ কাৰখানা পুটিলভ ফেক্টৰীৰ ধৰ্মঘটকাৰী শ্ৰমিকসকলৰ ওপৰত গুলিচালনা কৰে। ইয়াৰ ফলত বিক্ষোভ কমকচাৰি বাঢ়িহে আহিল। পিছদিনা ৰাজধানীৰ নব্বৈহাজাৰ শ্ৰমিকে ধৰ্মঘট আৰম্ভ কৰিলে। তাৰ পিছদিনা দেৰলাখ শ্ৰমিকে বিক্ষোভ প্ৰদৰ্শন কৰিলে। বনজুইৰ দৰে ধৰ্মঘট বিয়পি পৰিল। দমন পীড়নৰ সন্মুখত শান্তিপূৰ্ণ হৰতাল মূল্যহীন হৈ পৰিবলৈ ধৰিলে, ১৯০৫ চনৰ দৰে আকৌ বেৰিকেডবোৰে শ্ৰমিক আন্দোলনৰ মাজত আত্মপ্ৰকাশ কৰিলেহি। ১৯১৪ চনলৈ ৰাচিয়াৰ বৈপ্লৱিক পৰিস্থিতি বিস্ফোৰণমুখৰ হৈ উঠিল।

এই সময়ছোৱাত ৰুচ শাসকশ্ৰেণীয়ে দেশৰ অভ্যন্তৰৰ সংকট বৈদেশিক যুদ্ধৰ দ্বাৰা সমাধান কৰিবলৈ আগবাঢ়িল। ইংলেণ্ড আৰু ফ্ৰান্সৰ সাম্ৰাজ্যবাদী চৰকাৰৰ লগত লগ হৈ জাৰ চৰকাৰে জাৰ্মানী আৰু ইয়াৰ মিত্ৰসকলৰ বিৰুদ্ধে যুদ্ধ প্ৰস্তুতি আৰম্ভ কৰিলে। শান্তিপূৰ্ণভাৱে সাম্ৰাজ্যবাদে আৰু নিজৰ মাজৰ সংকট সমাধান কৰিব নোৱৰা হৈছে—আন্তৰ্জাতিক প্ৰতিযোগিতা লাভজনক নোহোৱা হৈছে, গতিকে পৃথিৱীখনকে নিজৰ মাজত ভগাই ল'বলৈ এই শক্তিবোৰে আগবাঢ়িছে। কিন্তু, এই কামো শান্তিপূৰ্ণভাৱে, কুটনীতিৰ সহায়েৰে, সমাধা কৰাতো আৰু সম্ভৱপৰ হৈ থকা নাই, সেয়ে সামৰিক শক্তিৰ সহায়েৰে, যুদ্ধৰ মাজেৰে ইয়াক মীমাংসা কৰিবলৈ তেওঁলোকে কঁকালত টঙালি বান্ধিছে।

সমগ্ৰ পৃথিৱীজুৰি এনেকৈয়ে প্ৰথম মহাসমৰৰ কৰাল ছাঁ নামি আহিল।

মানৱ সভ্যতা আগবাঢ়িল সভ্যতাধ্বংসী যুদ্ধৰ দিশলৈ।

এনে পৰিস্থিতিয়ে বিপ্লৱী শিবিৰতো প্ৰভাৱ পেলালে।

যুদ্ধ লাগিলে কি কৰা হ'ব সেই বিষয়ে আগতে বিশ্বৰ সমাজ-গণতান্ত্ৰিক

কংগ্ৰেছৰ তৰফত কিছুমান দৃষ্টান্ত আমি সদায় বোলৰ লগত সম্বন্ধ সম্বন্ধ আৰু এবাৰ নজনোৱাত উত্থাপিত হয়। (এই বিষয়ে পিছত আলোচনা কৰা হ'ব)।

জনবোৰে লেনিনৰ উদ্যোগত দ্বিতীয় আন্তৰ্জাতিকত এটা সিদ্ধান্তলৈ অহাৰ কথা আগতে উল্লেখ কৰি অহা হৈছেই, কিন্তু, যুদ্ধৰ বিপদ যিমানেই ওচৰ চাপি আহিল, সিমানেই এওঁলোকৰ মাজত আকৌ যুদ্ধত নিজ নিজ চৰকাৰক সমৰ্থন কৰাৰ প্ৰৱণতা মূৰ দাঙি উঠিল। (এই বিষয়ে পাছত আলোচনা কৰা হ'ব)।

ইয়াৰ উপৰিও বিপ্লৱী শিবিৰত আৰু বহুতো সমস্যাই দেখা দিছিল।

এটা সমস্যা আছিল বিপ্লৱী চেতনা আৰু আন্দোলনৰ অসম বিকাশৰ সমস্যা।

উদ্যোগিকভাৱে আগবঢ়া, শ্ৰমিকপ্ৰধান, নগৰ, খনি, বন্দৰবোৰত যি হাৰত বিপ্লৱী কাম-কাজ, আৰু ৰাজনৈতিক চেতনা বাঢ়ি আহিছিল, তাৰ তুলনাত দেশৰ গ্ৰামাঞ্চল বা গৰিষ্ঠ সংখ্যক অনা উদ্যোগিক এলেকাত তেনে হোৱা নাছিল। দুই ঠাইৰ মাজৰ ব্যৱধান বৰ প্ৰকট হৈ পৰিছিল। এখন সাগৰৰ মাজত যেন এই বিপ্লৱী এলেকাবোৰ একোখণ্ড ধুমুহা ঢৌত অশান্ত এলেকা আছিল। ইয়াৰ আটাইতকৈ ডাঙৰ বিপদ আছিল যে চৰকাৰে এই আগবঢ়া বিপ্লৱী এলেকাবোৰক সহজেই অকলশৰীয়া কৰি ঘেৰি ধৰি দমন কৰিব পৰা সম্ভাৱনাৰ সৃষ্টি হৈছিল। গতিকে বিপ্লৱীসকলৰ আগত সোনকালেই সমগ্ৰ দেশতে বিপ্লৱী চেতনা আৰু আন্দোলন গঢ়ি তোলাৰ গধুৰ দায়িত্ব আহি পৰিছিল।

এনে পৰিস্থিতিত যেতিয়া চৰকাৰে সঁচাকৈয়ে বিপ্লৱী অঞ্চলবোৰ ঘেৰি ধৰি দমন কৰাৰ কৌশল ললে, বিপ্লৱীসকলে যেতিয়া সমগ্ৰ দেশ জুৰি আন্দোলনৰ ঢৌ বিয়পাই দিবলৈ অক্ষম হ'ল। তেতিয়া বলচেভিকসকলে কৌশলগত কাৰণত পিছ হুঁহুকি আহিবলৈ ঠিক কৰিলে, পৰ্যায়ক্ৰমে তেওঁলোকে আন্দোলনবোৰ বন্ধ কৰিবলৈ ধৰিলে। এই দূৰদৃষ্টিসম্পন্ন কৌশলে প্ৰতিকূল পৰিস্থিতিত বিপ্লৱী শক্তিক জীয়াই ৰখাত সহায় কৰিলে।

কিন্তু, বিপ্লৱী শিবিৰ তেতিয়াও দ্বিধাবিভক্ত।

বলচেভিকসকলতকৈ বিৰোধীসকল অধিক শক্তিশালী।

এনে সময়ত আকৌ ঐক্য প্ৰচেষ্টা আৰম্ভ হ'ল। দ্বিতীয় আন্তৰ্জাতিকৰ ব্ৰুচেলচ্ সম্মিলনত আকৌ এবাৰ বলচেভিক, মানচেভিক আৰু অন্য গোটবোৰৰ ঐক্যৰ চেষ্টা চলিল। এইবাৰ এক 'বহল ফ্ৰণ্ট' গঢ়ি তোলাৰ নামত সকলোকে বিভেদ পাহৰি একলগ হোৱাৰ আহ্বান ৰখা হ'ল, লগতে বলচেভিকসকলক এই 'বহল ফ্ৰণ্ট'ৰ অধীনত আনি তেওঁলোকৰ স্বাধীন উদ্যোগ নিয়ন্ত্ৰণ কৰিব বিচৰা হ'ল। বলচেভিকসকলে কিন্তু এই ঐক্য প্ৰচেষ্টাত সম্মতি নজনালে। তেওঁলোকে এনে ঐক্যক সুবিধাবাদী ঐক্য আখ্যা দিলে আৰু স্বাধীনভাৱে কাম কৰি যাব বুলি ঘোষণা কৰিলে। আন্তৰ্জাতিক কংগ্ৰেছৰ ঐক্য প্ৰস্তাৱতো ভোটদান কৰাৰ পৰা তেওঁলোক বিৰত থাকিল। আন্তৰ্জাতিকৰ সম্মিলনৰ

সিশ্ধান্ত অনুযায়ী জাৰ্মান সমাজ-গণতান্ত্ৰিক আন্দোলনৰ নেতা কাৰ্ল কাউটস্কীক বলচেভিক আৰু আন বিপ্লৱী শক্তিবোৰক ঐক্যবদ্ধ কৰিবলৈ পৰৱৰ্তী এখন কংগ্ৰেছ বা মহাসভা আহ্বান কৰিবলৈ কৰ্তৃত্ব দিলে। মহাসমৰৰ পৰিস্থিতিত ই অৱশ্যে ফলৱতী নহ'লগৈ। বলচেভিকসকলেও ইয়াৰ বিৰোধিতা কৰিলে। বিপ্লৱী শিবিৰৰ ঐক্য স্থাপন নহ'ল।

প্ৰথম মহাসমৰৰ আৰম্ভণিত ৰাচিয়াৰ বিপ্লৱীসকল ভাগ ভাগ হৈ থাকিল।

# ৩১

## সাহিত্য ঃ সমাজতান্ত্ৰিক বাস্তৱতা আৰু মেক্সিম গৰ্কী



● ঊনবিংশ শতিকাৰ শেষভাগৰ ৰাচিযাত সাহিত্যচিন্তা ● মেক্সিম গৰ্কী আৰু ৰুচিৰাযত সাহিত্যৰ উত্তৰাধিকাৰ ● উপন্যাসোপম জীৱন কাহিনী ● আত্ম-হত্যাৰ প্ৰচেষ্টা ● লেখনী আৰম্ভ আৰু অভুতপূৰ্ব জনপ্ৰিয়তা ● জনপ্ৰিয়তাৰ কাৰণ ● বিপ্লৱী আন্দোলন আৰু গৰ্কী ● মানৱ সমাজৰ পুনৰনিৰ্মাণ আৰু ব্যক্তিৰ নৱজীৱনৰ বাট বিচাৰি ● গৰ্কীৰ—‘মা’—কৃতিৰ চৰ্চা ● মানুহৰ মুক্তি আৰু নৱজীৱনৰ পথ ● ধ্বংসপ্ৰাপ্ত ব্যক্তিত্ব আৰু গৰ্কীৰ ‘ক্লিম চামগিনৰ জীৱন’ ● গৰ্কী আৰু লেনিন।

এই অধ্যায় লিখোতে সহায়লোৱা কিতাপ :


(1) Gorkey, Maxim—Mother , Raduga Publishers, Moscow. 1985.

(2) Bursov, B.—Preface to the above book.—ibid.

(3) Gorkey, Maxim—Childhood , Progress Publishers, Moscow. 1976

(4) Byalik, Boris—Preface to the above book—ibid

(5) Lukin, Yuri—Lenin and Literature., Raduga Publishers, Moscow. 1988 p. 111—121.

(6) হালদাৰ, গোপাল—ৰুচ সাহিত্যৰ ৰূপৰেখা (Bengali) A. Mukherjee & Co. Pvt. Ltd , Calcutta. 1966.

(7) Gorkey, Maxim—My apprenticeship, My Universities. Progress Publishers, Moscow. 1976

উনবিংশ শতিকাৰ শেষভাগলৈ ৰুচ সাহিত্যৰ জগতত এহাতে দেখা দিছে অৱক্ষয় আৰু আনহাতেদি এই অৱক্ষয়ৰ মাজেদিও গজালি মেলিবলৈ আৰম্ভ কৰিছে নতুন নতুন ভাৱনা-চিন্তাই, সাহিত্যত চলিছে নব নব পৰীক্ষা-নিৰীক্ষা, বিভিন্ন ভাবাবেগ আৰু চিন্তাৰ আমদানি ঘটিছে। এই সময়ছোৱাত ৰুচ সাহিত্যত ভাবালেপবাদ—ইম্প্রেচনিজমৰ প্ৰভাৱ খুব প্ৰবল হৈ পৰিব ধৰিছিল। অস্কাৰ ৱাইল্ডৰ লেখনী আৰু দৰ্শনে ৰুচ লেখকসকলক খুব প্ৰভাৱিত কৰিছিল—কলাৰ বাবে কলা—সৌন্দৰ্যৰ সন্ধান আৰু উপাসনাৰ বাবে কলাৰ ব্যৱহাৰ—সমাজৰ বাবে নহয়, এই মতবাদ আকৌ শক্তিশালী হৈ পৰিছিল আৰু ৰাচিয়াৰ লেখক, কবিসকলক ই ভালদৰেই প্ৰভাৱিত কৰিছিল। জাৰতন্ত্ৰৰ নিৰ্মম নিৰ্যাতনৰ সন্মুখত এনে বিশুদ্ধ কলা-চৰ্চাৰ ধাৰণা একপ্ৰকাৰ নিৰাপদ পলায়নৰো বাট আছিল। প্ৰতিক্ৰিয়াৰ বিৰুদ্ধে সাহসেৰে থিয় দিব পৰা শিল্পী-সাহিত্যিক খুবেই কমেই আছিল। অস্কাৰ ৱাইল্ড, এড্‌গাৰ এলেন প'ৰ এনে ভাবাদৰ্শেৰে লেখিবলৈ লোৱা লেখকসকলৰ মাজৰ পৰা কোনো কালজয়ী প্ৰতিভা ওলাই আহিব পৰা নাছিল। দৰাচলতে সমাজ আৰু মানুহৰ প্ৰতি আন্তৰিক দায়বদ্ধতা আৰু অসীম মমতা নাথাকিলে, এক ৰাজনৈতিক সামাজিক জীৱনাদৰ্শ নাথাকিলে, লাগে সেই জীৱনাদৰ্শ তলস্তয়ৰ দৰেই হওক, দস্তয়ভস্কিৰ খ্ৰীষ্টীয় আত্মসমৰ্পণেৰে মুক্তিৰ চিন্তাই হওক, কোনো শিল্পীয়ে, কোনো সাহিত্যিকে কালজয়ী লেখনী সৃষ্টি কৰিব নোৱাৰে। 'কলাৰ বাবে কলা' বা বিমূৰ্ত সৌন্দৰ্যৰ বাবে কলা আদি ধাৰণাই শিল্পচৰ্চাক তাৰ প্ৰাণ—মানুহ—মানুহৰ জীৱনৰ পৰাই বিচ্ছিন্ন কৰি পেলায়। এই কালছোৱাত এহাতে এনে ধাৰণাৰ প্ৰাদুৰ্ভাৱ ঘটিলেও হাৰ্ৎযেন, বেলেনস্কি, লৰমনটভ আদিৰ সমাজ সচেতনতাৰ পৰম্পৰা একেবাৰে হেৰাই যোৱা নাছিল। সালোভিয়ভ, ৰোজানভ, লেভ চেস্টভ আদি লেখকে এই ধাৰা জীয়াই ৰাখিবলৈ চেষ্টা কৰিছিল।

আনহাতে দেশ সেই সময়ত ৰাজনৈতিক কৰ্মকাণ্ডত উত্তাল। ১৯০৫ চনৰ বিপ্লৱৰ আগৰ আৰু পাছৰ পৰিবেশ, ষ্টলিপিনৰ প্ৰতিক্ৰিয়া আৰু সংস্কাৰ, ডুমাৰ সংসদীয় ৰাজনীতিৰ আৱৰ্তণ আৰু ৰাজনৈতিক দলবোৰৰ জন্ম আদি গুৰুত্বপূৰ্ণ ঘটনাবোৰ ঘটিছে। ৰাচিয়াৰ শ্ৰমিক শ্ৰেণী এক দুৰ্জেয় ৰাজনৈতিক শক্তি হিচাপে সমাজৰ আগলৈ ওলাই আহিছে। এই অস্থিৰ আৰু উত্তেজনাময় মুহূৰ্তত ৰাচিয়াৰ সাহিত্য আকাশত আৰু এক দুৰন্ত প্ৰতিভাৰ জন্ম হ'ল। আৰু, এই প্ৰতিভাই ৰুচ সাহিত্যত সূচনা কৰিলে এক নতুন ধাৰাৰ, নতুন যুগৰ। সমালোচনাত্মক বাস্তৱতাৰ পৰা সাহিত্য এইবাৰ সমাজতান্ত্ৰিক বাস্তৱতাৰ যুগলৈ উত্তীৰ্ণ হ'ল।

এই প্ৰতিভা আছিল মেক্সিম গৰ্কী।

তেওঁ সাহিত্যকাৰেই নাছিল, সাহিত্যৰ জগতে তেওঁ দেশৰ সাম্প্ৰতিক

ৰাজনীতিৰ লগতো যুক্ত আছিল সক্ৰিয়ভাৱে। সেয়া অন্য এক অধ্যায। তাৰ বিষয়ে আমি কিছু পিছত আলোচনা কৰিমহঁক।

মেক্সিম গৰ্কী যে ডিচেম্বৰিষ্ট বিদ্ৰোহৰ যুগৰ সমাজ সচেতনতাৰ প্ৰগতিশীল পৰম্পৰাক আগবঢ়াই লৈ গৈছিল। এই পৰম্পৰাৰ কবিসকলে তেওঁলোকৰ সৃষ্টিশীল শক্তিক জনগণক সেৱা কৰাৰ, তেওঁলোকৰ আশা-আকাংক্ষাক মূৰ্ত কৰাৰ কামত ব্যৱহাৰ কৰিবলৈ প্ৰযাস কৰিছিল। ইযাৰ পিছৰ চাম লেখক যেনে—চাৰ্নিচেভস্কি, ডব্ৰলুয়ুবভ, নেক্ৰাচভ, চাল্‌টিকভ শ্চেদ্ৰিন আদিযে এই পৰম্পৰাকে অধিক বিকশাই তুলিবলৈ, অধিক গভীৰ আৰু নিৰ্দিষ্ট কৰিবলৈ সফলতাৰে চেষ্টা কৰে। তেওঁলোকে সমাজ পৰিৱৰ্তনৰ বাবে সমাজ বিপ্লৱৰ পৃষ্ঠপোষকতা কৰে। এই গৌৰৱময পৰম্পৰাৰ বিষযে আমি আগৰ অধ্যায়ত আলোচনা কৰি আহিছো। ৰুচ সাহিত্যৰ এই গৌৰৱময় বিপ্লৱী পৰম্পৰাৰ লগতে সাহিত্যৰ ক্লাচিকেল ধাৰাটোৰ শ্ৰেষ্ঠ সম্পদখিনিৰ যোগ্য উত্তৰাধিকাৰ হিছাপে আত্মপ্ৰকাশ কৰে মেক্সিম গৰ্কীয়ে। কিন্তু, ইয়াতেই গৰ্কী বৈ যোৱা নাছিল। তেওঁ চিৰাযত ক্লাচিকেল সাহিত্যৰ পৰ্যাযৰ পৰা নতুন চভিযেট সাহিত্যৰ বিকাশ ঘটাই দুইটা ঐতিহাসিক পৰ্যায়ৰ মাজত এক জীৱন্ত যোগসূত্ৰৰ দৰে কাম কৰিছিল। বিপ্লৱৰ যুগত সাহিত্যক জনগণক একত্ৰিত কৰাৰ এক শক্তিশালী হাতিযাৰ হিছাপে ব্যৱহাৰ কৰিছিল।

এযে আছিল মেক্সিম গৰ্কীৰ বহুমুখী প্ৰতিভাৰ বিভিন্ন দিশ।

মেক্সিম গৰ্কীৰ নিজৰ জীৱন কাহিনীয়েই এখন চাঞ্চল্যকৰ উপন্যাসতকৈও অধিক ৰোমাঞ্চকৰ।

মেক্সিম গৰ্কী তেওঁৰ আচল নাম নহয, তেওঁৰ আচল নাম আছিল এলেক্সি মেক্সিমোভিচ্ পেচ্‌কফ।

অতি কম বয়সতে তেওঁ পিতাকক হেৰুৱায। মাকে কিছুদিনৰ পিছত আকৌ বিযা কৰায়। কণমানি পেচকফক তেওঁৰ আইতাকে ডাঙৰ-দীঘল কৰে। তেওঁৰ ককাক আছিল অতি কৰ্কশ স্বভাৱৰ অত্যাচাৰী মানুহ, তেওঁ মদাহী আছিল আৰু মদ খাই কণমানি পেচকফক বেযা ব্যৱহাৰ কৰিছিল। মাত্ৰ আঠ বছৰ বয়সতেই তেওঁ পেটৰ দায়ত কাম কৰিব লগীয়া হৈছিল, মাত্ৰ ৫ মাহৰ বাবে তেওঁ মাত্ৰ এখন প্ৰাথমিক স্কুলত পঢ়িছিল। এই শতাব্দীৰ অন্যতম শ্ৰেষ্ঠ লেখকজনৰ আনুষ্ঠানিক বিদ্যাৰ দৌৰ আছিল ইমানকণেই। কিন্তু, আনুষ্ঠানিক শিক্ষাৰ বান্ধোনৰ পৰা মুক্ত পেচকফে কি প্ৰতিভাৰ নিদৰ্শন দেখুৱালে।

কিশোৰ অৱস্থাতেই পেচকফে ঘৰ এৰি বহল পৃথিৱীৰ বুকুলৈ ওলাই যায়, জীৱিকা আৰু অভিজ্ঞতাৰ সন্ধানত। আৰু কি কাম! কি অভিজ্ঞতা!! ভলগা নদীত মাৰ নাও টনা, ৰুটিৰ কাৰখানাত কাম কৰা, ডকৰ শ্ৰমিক, কৃষি বনুৱা,—আৰু এই যাত্ৰাপথত তেওঁ লগ পালে বাচিয়াৰ নিঃস্ব, শোষিত

মেহনতী মানুহক—সমাজৰ তলৰ স্তৰৰ সকলো ধৰণৰ মানুহক, দুখীয়া সৎ খেতিয়ক, দিনমজুৰ, বেশ্যা, হত্যাকাৰী, চোৰ-ডকাইত, মাছমৰীয়া মানুহ আদি। আৰু এই বিচিত্ৰ অভিজ্ঞতাই তেওঁক ৰাচিয়াৰ সমাজ আৰু মানুহৰ জীৱন সম্পৰ্কে দান কৰিলে এক গভীৰ অন্তদৃষ্টি।

তেতিয়া তেওঁৰ বয়স মাত্ৰ ঊনৈশ বছৰ। এই কুমলীয়া বয়সতে তেওঁ জীৱনৰ যি অন্ধকাৰময় দিশ দেখিলে, তাক দেখাৰ সৌভাগ্য বা দুৰ্ভাগ্য খুব কম লোকৰহে হয়। সেই সময়ত তেওঁ কাজানৰ এটা ৰুটি কাৰখানাত কাম কৰিছে। জীৱনৰ তিক্ত অভিজ্ঞতাই তেওঁক সময়ে সময়ে নিৰাশ কৰিও তুলিছে।

এনেতে হঠাৎ তেওঁ আত্মহত্যা কৰাৰ চেষ্টা কৰিলে। কিন্তু, তেওঁৰ পিস্টলৰ গুলি হৃদযন্ত্ৰত নুসুমাই হাওঁফাওঁ ঘায়েল কৰিলে। পেচ্‌কফ বাচিল। নহ'লে সেইদিনা পৃথিবীয়ে মেক্সিম গৰ্কীক হেৰুৱালেহেঁতেন।

কিন্তু কিয় তেওঁ আত্মহত্যা কৰিবলৈ চেষ্টা কৰিছিল?

সেই সময়ত কাজান বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে আন্দোলন কৰিছিল। এই আন্দোলনত ছাত্ৰ লেনিনো জড়িত আছিল। এই ছাত্ৰ আন্দোলন দমন কৰিবলৈ চৰকাৰী এজেণ্টবোৰে নগৰৰ শ্ৰমিকসকলক, ছাত্ৰসকলক আক্ৰমণ কৰি মাৰপিট কৰিবলৈ উচটাইছিল। গৰ্কীৰ সহকৰ্মীসকলেও গৰ্কীক তেওঁলোকৰ লগতে ছাত্ৰসকলক পিটিবলৈ যাবলৈ লগ ধৰিছিল। এই ঘটনাই তৰুণ পেচকফ্‌ক ইমান দুখ দিলে আৰু নিৰাশ কৰিলে যে তেওঁ আত্মহত্যাৰ চেষ্টা কৰিলে।

কিন্তু তেওঁ নমৰিল। হস্পিতালত তেওঁ যেতিয়া সংজ্ঞা পালে তেতিয়া তেওঁৰ চৌদিশে বৈ থকা মমতাপূৰ্ণ সহকৰ্মীসকলৰ কৰুণ মুখবোৰে তেওঁৰ মানুহৰ ওপৰত আস্থা আকৌ ঘূৰাই আনিলে। জীৱন মানে কেৱল অন্ধকাৰ নহয়, এই জীৱনক সলনি কৰিব পাৰি, সুন্দৰ কৰিব পাৰি। আৰু পেচ্‌কফে এইবাৰ এই কাম কৰিবলৈ আগবাঢ়িল—সাহিত্য সাধনাৰ জৰিয়তে।

ইয়াৰ পাছতে ১৮৯১-৯২ চনত ৰাচিয়াত এক ভয়াবহ আকাল হ'ল। তলস্তয়কে ধৰি সকলো লেখকে আকাল পীড়িত লোকসকলৰ সাহায্যৰ কামত লাগিল। পেচকফ তেতিয়া নিজেই আকালৰ চিকাৰ। ভাত আৰু জীৱিকাৰ সন্ধানত তেওঁ আকাল পীডিত এজুম মানুহৰ লগত ইঠাইৰ পৰা সিঠাইলৈ ঘূৰি ফুৰিছে, অপমানিত হৈছে, পুলিচৰ দ্বাৰা সন্দেহজনক ব্যক্তি বুলি নিগৃহীত হৈছে। কিন্তু, এই ভয়াবহ দুৰ্দশাই তেওঁৰ জীৱনীশক্তিক কোঙা কৰি পেলোৱাতকৈ সমাজ পৰিৱৰ্তনৰ সংকল্পকহে দৃঢ় কৰি তুলিলে।

পেচ্‌কফে লেখিবলৈ আৰম্ভ কৰিলে আৰু জন্ম হ'ল মেক্সিম গৰ্কীৰ। ১৮৯২ চনত এজন বন্ধুৰ সহায়ত তেওঁৰ প্ৰথম গল্পটো প্ৰকাশ হ'ল। এই গল্পটোতে তেওঁ প্ৰথম মেক্সিম গৰ্কী নামটো ললে। কেইবছৰমান ভলগা

অঞ্চলৰ স্থানীয় প্ৰকাশনবোৰত মেক্সিম গৰ্কীৰ লেখা প্ৰকাশ হ'বলৈ ধৰিলে, তেওঁ এই অঞ্চলত জনপ্ৰিয় হ'বলৈ ধৰিলে। ১৮৯৮ চনত তেওঁৰ প্ৰথম সৰু গল্প সংকলন—'স্কেট্‌চেচ এণ্ড ষ্টৰিচ' প্ৰকাশ পালে। প্ৰকাশৰ লগে লগে এই কণমানি কিতাপখন অসম্ভৱ ধৰণে জনপ্ৰিয় হৈ উঠিল, প্ৰথম বছৰেই এই কিতাপখনৰ ১ লাখ কপি বিক্ৰী হৈ গ'ল। ইয়াৰ পাছত গৰ্কীৰ প্ৰথম উপন্যাস 'ফমা গৰডেয়েভ' প্ৰকাশ পালে। এই উপন্যাসখনে তলস্তয়ৰ বিখ্যাত উপন্যাস 'পুনৰুজ্জীৱনৰ' দৰেই সুধী সমাজৰ মনোযোগ আকৰ্ষণ কৰিলে। ইয়াৰ পিছত গৰ্কীৰ সৰু উপন্যাস—'তিনিজন—ডি থ্ৰি' প্ৰকাশ পালে। ইয়াৰ পাছতেই তেওঁৰ দাৰ্শনিক নাটক 'পাতালৰ্গ গৰ্ভ—Lower Depths' অতি সফলতাৰে অভিনীত হ'ল।

ৰুচ সাহিত্য জগতত আৰু এক উজ্জ্বল তাৰকাৰ জন্ম হ'ল।

কিন্তু, এই সময়তেই মেক্সিম গৰ্কী যক্ষ্মাৰোগত আক্ৰান্ত হৈ পৰিল।

পৃথিৱীৰ খুব কম লেখকেহে ইমান কম সময়তে ইমান বিৰাট জনপ্ৰিয়তা, ইমান আদৰ পাবলৈ সক্ষম হয়।

ইয়াৰ ৰহস্য কি? গৰ্কীয়ে তেওঁৰ লেখনীত জীৱনৰ যাযাবৰী কালছোৱাত লগ পোৱা গাঁৱৰ, সমাজ বহিৰ্ভূত, নিঃস্ব লোকসকলৰ মৰ্মবেদনা তুলি ধৰিছিল, স্বাধীনতাৰ বাবে তেওঁলোকৰ নৈৰাজ্যবাদী আকাংক্ষাক তেওঁ ৰূপ দিছিল—আৰু ইয়েই তেওঁৰ সাফল্যৰ মূল কাৰণ বুলি বহু সমালোচকে ক'ব খোজে। কিন্তু এইটো নহয়, গৰ্কীৰ দুৰ্দান্ত আৰু প্ৰাণৱন্ত লেখনীত সমাজৰ তলৰ মানুহবোৰৰ জীৱন প্ৰথমবাৰৰ বাবে ফুটি উঠিছিল হয়, কিন্তু গৰ্কীয়ে প্ৰথমৰ পৰাই তেওঁলোকৰ জীৱন জিজ্ঞাসাক এক নতুন অৰ্থৰ আলোকেৰে আলোকিত কৰি তুলিছিল। দাৰিদ্ৰ্যৰ নিষ্পেষণত নিঃস্ব মানুহবোৰৰ মাজত সন্ধান কৰিছিল মানৱীয় গুণৰ—মহত্বৰ, প্ৰেম আৰু মমতাৰ আৰু নিৎচৰ দৰ্শনৰ নৈৰাজ্যবাদক সমৰ্থন কৰাটো দূৰৰেই কথা এনে চিন্তাকেই জনগণৰ প্ৰধান শত্ৰু বুলি চিহ্নিত কৰিছিল।

তেওঁৰ লেখনী এক নতুন আদৰ্শৰে সিক্ত আছিল। সেই আদৰ্শ হ'ল বৈপ্লৱিক মানৱতাবাদৰ (Revolutionary humanism)।। তেওঁৰ লেখনীত ফুটি উঠিছিল মানুহ—মানুহেই সত্য আৰু সকলো মানুহৰ বাবেই মানুহৰ মুক্তিৰ বাবেই সকলো প্ৰচেষ্টা।

এই সজীৱ জীৱনাদৰ্শই আছিল তেওঁৰ লেখনীৰ আটাইতকৈ ডাঙৰ আকৰ্ষণ, আটাইতকৈ জীৱন্ত শক্তি আৰু তেওঁৰ জনপ্ৰিয়তাৰ কাৰণ।

এই পৰ্যায়লৈকে গৰ্কীৰ লেখনীত শ্ৰমিক শ্ৰেণীয়ে শক্তিশালীভাৱে আত্মপ্ৰকাশ কৰা নাই। শ্ৰমিকৰ কথা তেওঁ প্ৰচুৰ লেখিছে। সমাজৰ অন্যতম শোষিত বঞ্চিত শ্ৰেণী হিচাপে তেওঁ ইয়াক সুদক্ষভাৱে অংকনো কৰিছে। কিন্তু,

তেতিয়ালৈকে তেওঁৰ লেখনীত শ্ৰমিক শ্ৰেণী সমাজ পৰিৱৰ্তন কৰিব পৰা শক্তিৰ আধাৰ হিচাপে ফুটি উঠা নাই। গৰ্কীয়ে তেতিয়াও সমাজবাদী আদৰ্শ গ্ৰহণ কৰা নাই। বিপ্লৱক তেওঁ গ্ৰহণ কৰিছে—কিন্তু সমাজবাদক কৰা নাই। অচিৰেই এই পৰিস্থিতিৰ সলনি হ'ল।

এইবাৰ দেশজুৰি বিপ্লৱী আন্দোলনৰ জোৱাৰ উঠিল আৰু গৰ্কীয়ে ছাত্ৰ আন্দোলনৰ ওপৰত পুলিচী নিৰ্যাতনৰ প্ৰতিবাদত লিখিলে 'ধুমুহা পখীৰ গীত —The song of a stormy petrel'. গণ বৈপ্লৱিক আন্দোলনৰ লগত যুক্ত হৈ গৰ্কী সমাজবাদৰ ফালে ঢাল খালে। সংবেদনশীল লেখকক সমাজে, জনতাৰ জাগৰণে এনেদৰেই গঢ় দিয়ে।

এইবাৰ জাৰ চৰকাৰ গৰ্কীৰ ওপৰত জকিল। তেওঁৰ নাটক নিষিদ্ধ কৰা হ'ল, ৰুচ সাহিত্য একাডেমীয়ে তেওঁৰ নিৰ্বাচন চৰকাৰে বাতিল কৰিলে (ইয়াৰ প্ৰতিবাদত এণ্টন চেখভেও একাডেমীৰ সদস্যপদ ইস্তফা দিছিল) আৰু ১৯০৫ চনৰ বিপ্লৱৰ সময়ত গৰ্কীক কুখ্যাত পিটাৰ-পল কাৰাগাৰত বন্দী কৰি থলে।

গৰ্কী তেতিয়ালৈ কেৱল ৰাচিয়াৰে লেখক হৈ থকা নাই। তেওঁৰ খ্যাতি আৰু প্ৰতিভা সমগ্ৰ পৃথিবী বিয়পি পৰিছে। সমগ্ৰ পৃথিৱী জুৰি গৰ্কীৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদ আৰম্ভ হ'ল। অৱশেষত জাৰ চৰকাৰে তেওঁক মুক্তি দিলে। ইয়াৰ পিছত তেওঁ আমেৰিকা ভ্ৰমণত গ'ল। এই ভ্ৰমণত তেওঁৰ সংগী আছিল মেৰিয়া আঁন্দ্ৰেয়েভ্না বোলা এগৰাকী বিখ্যাত নায়িকা। আমেৰিকাত এই কথাটো লৈ প্ৰচণ্ড কুৎসা ৰটনা চলিল। গৰ্কীৰ চৰিত্ৰৰ সমালোচনা হ'ল। আমেৰিকাৰ পৰা উভতি আহিল তেওঁ, মাৰ্কিন পুঁজিবাদী উন্নতিয়ে তেওঁক বিশেষ প্ৰভাৱিত কৰিব নোৱাৰিলে।

ইতিমধ্যে গৰ্কী যথেষ্ট অসুস্থ হৈ পৰিছে, হাওঁফাওঁত যক্ষ্মাৰোগ, লগতে আত্মহত্যাৰ চেষ্টা কৰোতে সোমোৱা বুলেটৰ আঘাত, দুয়োটা মিলি তেওঁক দুৰ্বল কৰি তুলিলে। স্বাস্থ্য উদ্ধাৰৰ বাবে তেওঁ ইটালীৰ কেপৰীলৈ গ'ল। তাত তেওঁ ১৯০৭-ৰ পৰা ১৩ চনলৈকে থাকিল। সেই বছৰেই, ১৯০৭ চনত, ১৯০২ চনৰ ৰাচিয়াৰ শ্ৰমিকসকলৰ বিপ্লৱী সংগ্ৰামৰ ওপৰত ভিত্তি কৰি লেখা তেওঁৰ পৃথিৱী বিখ্যাত উপন্যাস 'মা—মাডাৰ' প্ৰকাশ পালে।

এই উপন্যাসৰ লগে লগে ৰুচ সাহিত্যত চভিয়েট যুগৰ সূচনা হোৱা বুলি ক'ব পাৰি।

এই কিতাপখনৰ বিষয়ে আলোচনা কৰাৰ আগতে ইয়াৰ পশ্চাৎপদৰ বিষয়ে কিছু কথা কোৱাটো ভাল হ'ব।

দস্তয়াভস্কি, তলস্তয়ৰ দিনৰ পৰাই ৰুচ সাহিত্যত মানৱ সমাজৰ পুনৰ-নিৰ্মাণৰ পথ সম্পৰ্কে এক গভীৰ অন্বেষণ চলি আছিছে। মানুহৰ মহত্তম গুণৰাজি কেনেদৰে বিকশাই তুলিব পৰা যায় তাৰো বিচাৰ চলিছে।

দস্তয়ভস্কিয়ে ইয়াৰ বাট বিচাৰি পাইছে খ্ৰীষ্টীয় নম্ৰতা আৰু আত্মসমৰ্পণৰ মাজত—বুৰ্জোৱা ব্যক্তি স্বাধীনতাৰ ঔদ্ধত্য নহয়, বিপ্লৱী সংগ্ৰামত নহয়। তেওঁ বিপ্লৱী সংগ্ৰামে মানুহৰ মানুহৰ প্ৰতি হিংসা, দ্বেষ শত্ৰুতা বঢ়াই মানুহৰ মনত পাশৱিক প্ৰবৃত্তিৰ জন্ম দিব বুলিহে ভাবিছিল। আনফালে তলস্তয়ে আত্মশুদ্ধি, ত্যাগ, ৰাজনীতি আৰু প্ৰতিৰোধ বৰ্জনৰ জৰিয়তে মানৱাত্মাৰ বিকাশ আৰু সমাজৰ বিকাশৰ পথ দেখা পাইছিল। বিপ্লৱী ৰাজনীতিৰ সংগ্ৰামী পথক তেওঁ সযতনে পৰিহাৰ কৰি চলিছিল। আনহাতে এনে মতবাদৰ বিৰুদ্ধে গৰ্কীয়ে বৈপ্লৱিক সংগ্ৰামৰ পথকেই মানুহৰ আত্মাৰ বিকাশৰ প্ৰকৃত বাট আৰু সমাজ পৰিৱৰ্তনৰ পথ বুলি চিহ্নিত কৰিছিল। এনে সংগ্ৰামত যুক্ত হৈহে মানুহে মুক্তি আৰু বিকাশৰ পথ বিচাৰি পায়।

গৰ্কীৰ 'মা' উপন্যাসখন আছিল এনে বিচাৰ ধাৰাৰে প্ৰতিফলন।

তলস্তয়, দস্তয়ভস্কি আদি লেখকসকলে নতুন সমাজৰ উপযুক্ত 'নায়ক' বিচাৰি পোৱা নাছিল। দস্তয়ভস্কিৰ 'অপৰাধ আৰু শাস্তিৰ' নায়ক ৰাচ্কালনিকভ খুনী—খণ্ডিত ব্যক্তিত্বৰ মানুহ, তলস্তয়ৰ 'ৰিচাৰেকচন—পুনৰজীৱন'ৰ অভিজাত নায়ক, নায়ক হিচাপে ইমানেই নিৰাশজনক চৰিত্ৰ যে গোটেই উপন্যাস খনত তলস্তয়ে তেওঁক অহৰহ পশ্চাৎভাগলৈহে ঠেলি থাকিল। চাৰ্নিচেভস্কিৰ 'কি কৰা উচিত' উপন্যাসখনত সমাজ পৰিৱৰ্তনৰ বাবে প্ৰথম পজিটিভ নায়ক হিছাপে এজন পেশাদাৰ বিপ্লৱীৰ আৱিৰ্ভাৱ হ'ল। কিন্তু এই নায়কো আছিল সীমাবদ্ধ। তেনে সমাজ বিপ্লৱৰ নায়ক কোন? গৰ্কীয়ে এই উপন্যাসত প্ৰথমবাৰৰ বাবে আঙুলিয়াই দিলে—চোৱা নতুন সমাজৰ নতুন নায়ক সৌজন—শ্ৰমিক। নায়িকা হ'ল সমাজবিপ্লৱৰ লগত জড়িত হৈ নৱজীৱন লাভ কৰা সৌ গৰাকী সাধাৰণ মহিলা—'মা'।

বাকীসকলে সমাজৰ পৰিৱৰ্তন কামনা কৰিছিল, কিন্তু এই পৰিৱৰ্তন কোনে ঘটাব সেই কথা বিচাৰি পোৱা নাছিল। মেক্সিম গৰ্কীয়ে পোন প্ৰথমবাৰৰ বাবে সমাজ পৰিৱৰ্তনৰ বাবে বিশ্বাস স্থাপন কৰিলে শ্ৰমিক শ্ৰেণীৰ ওপৰত।

শ্ৰমিক শ্ৰেণীৰ বিষয়ে আন মহৎ লেখকসকলে ইয়াৰ আগতেও বহু কথা লেখিছে। চাৰ্লচ ডিকেন্স, এলিয়টকে ধৰি বহুতেই শ্ৰমিকৰ বিষয়ে লেখিছে। গৰ্কীয়ে নিজেও লেখিছে। কিন্তু, এইবোৰ লেখনীত পুঁজিবাদী শোষণেৰে পিষ্ট শ্ৰমিকৰ দুঃখ দুৰ্দশাৰ, আৰু ইয়াৰ মাজতো ব্যক্তিগত চৰিত্ৰ হিছাপে কোনোবা শ্ৰমিকৰ মহত্বৰ ছবিহে আছে। গৰ্কীৰ এই উপন্যাসখনতে পোন প্ৰথমবাৰৰ বাবে শ্ৰমিকক সমাজৰ মুক্তি অনাৰ মূল শক্তি হিছাপে উত্থাপন কৰা হ'ল।

শ্ৰমিকৰ বিপ্লৱী আন্দোলনৰ মাজেদিহে, ইয়াৰ জৰিয়তেহে জীৱনক আকৌ নৱজীৱন, নতুন আৰু সম্পূৰ্ণ অৰ্থ প্ৰদান কৰিব পৰা যায়, জীৱনক—সমাজক

সুন্দৰ কৰিব পৰা যায়, সমাজৰ সামাজিক, নৈতিক মূল্যবোধক ৰক্ষা কৰিব পৰা যায়। শ্ৰমিক শ্ৰেণী—মেহনতী মানুহ এখন বৈষম্যপূৰ্ণ সমাজৰ নিঃসহায বলি নহয—অন্যায়, অত্যাচাৰ, অসমতাৰ বিৰুদ্ধে সংগ্ৰামৰ তেওঁলোক অগ্ৰণী শক্তি। ইতিমধ্যে ৰাচিযাতেই নহয, সমগ্ৰ ইউৰোপতে শ্ৰমিক শ্ৰেণী আগবাঢ়ি আহিছে, সক্ৰিয হৈ উঠিছে সমাজ আৰু ৰাজনীতিত। ১৯০৫ চনৰ বিপ্লৱত মূল শক্তি আছিল এই শ্ৰমিক শ্ৰেণীযেই। এই প্ৰেক্ষাপটত গৰ্কীৰ এই উপন্যাস।

গৰ্কীৰ এই উপন্যাসৰ পটভূমি ঐতিহাসিক। ১৯০২ চনত ৰাচিযাত চৰমভ'ৰ শ্ৰমিকসকলে মে' দিৱসৰ শোভাযাত্ৰা উলিয়াওঁতে, ৰঙা পতাকা তোলোতে জাৰ চৰকাৰে এই শোভাযাত্ৰা ভাঙি দি নেতাসকলক গ্ৰেপ্তাৰ কৰিছিল আৰু পাছত আদালতত তেওঁলোকৰ বিচাৰ হৈছিল। গৰ্কীৰ উপন্যাসত কাৰখানাৰ নাম আদি নাই যদিও তেওঁ এই ঘটনাৰ পটভূমিকে বাছি লৈছিল।

উপন্যাসখনৰ নাযক পাযটৰ জলমভ আছিল ৰাচিযান নতুন চাম শ্ৰমিকৰ প্ৰতিনিধি। এই নতুন শ্ৰমিক নিজৰ দেশৰ লগতে সমগ্ৰ পৃথিবীৰ সমস্যা লৈ চিন্তাশীল। লেনিনৰ মতে এই কিতাপখনৰ গুৰুত্ব অসামান্য, বহুতো শ্ৰমিকে আৱেগৰ বশৱৰ্তী হৈ শ্ৰমিক শ্ৰেণীৰ আন্দোলনত যোগদান কৰিছিল, ইযাৰ তাৎপৰ্য আৰু কাৰণ সম্পৰ্কে তেওঁলোকে ভালদৰে বুজি উঠাই নাছিল, এতিযা এই উপন্যাসখন পঢ়াৰ পাছত তেওঁলোকে ইযাক বুজি উঠিব, উপলব্ধি কৰিব পাৰিব। কিন্তু এই সংগ্ৰামী শ্ৰমিকো উপন্যাসখনৰ কেন্দ্ৰীয আকৰ্ষণ নহয, সি হ'ল পাযটৰৰ মাক—নিলোভনা। তেওঁ সমাজৰ মমত্ব, নৈতিকতা, পৰিৱৰ্তন পৰিস্থিতিত ন্যাযবোধ আৰু পুৰণি আৰু নতুন পৃথিবীৰ মাজৰ যোগসূত্ৰ। প্ৰথমতে তেওঁ আছিল এক সাধাৰণ মহিলা—সাধাৰণ কামবন কৰা মেহনতী মহিলা। দিনটো হাড়ভগা খাটনি কৰি, মদাহী গিৰিহঁতৰ দ্বাৰা বেযা ব্যৱহাৰ সহি তেওঁ জীৱন নিৰ্বাহ কৰিছিল। তেওঁৰ পুতেক আৰু পুতেকৰ বন্ধুহঁতে যেতিযা বিপ্লৱী ৰাজনীতিত জড়িত হৈ পৰিল, তেতিযা নিলোভনাই প্ৰথমে মাকৰ মৰমৰ বাবেই তেওঁলোকৰ কাম-কাজত সহায কৰিছিল কিন্তু, ইযাৰ মাজেদি লাহে লাহে নিলোভনাৰ মনৰ মাজত এক ডাঙৰ পৰিৱৰ্তন আহিল। সাধাৰণ মাতৃৰ পৰা তেওঁ হৈ পৰিল বিপ্লৱী মাতৃ। আৰু এই মাতৃৰ জৰিয়তেই এইবাৰ পুতেক পাভেলে আৰু তেওঁৰ বন্ধুসকলে উপলব্ধি কৰিবলৈ আৰম্ভ কৰিলে শ্ৰমিকৰ, মেহনতী মানুহৰ বিশ্বভাতৃত্বৰ মধুৰ বান্ধোন। পুতেক আৰু তেওঁৰ কমৰেডসকলৰ কাষে কাষে নিলোভনাযো বিপ্লৱী আন্দোলন আৰু সমাজৰ পুনৰ্নিৰ্মাণৰ আন্দোলনত আগবাঢ়ি যাবলৈ ধৰিলে। নিলোভনাৰ পথেই হ'ল সাধাৰণ শ্ৰমিকৰ বিপ্লৱী চেতনা আৰু কাম বিকাশৰ পথ—পূৰ্ণজীৱন লাভৰ পথ।

গৰ্কীৰ সাহিত্যৰ এক কেন্দ্ৰীয় সূত্ৰই হ'ল মানুহৰ এই নৈতিক পূৰ্ণজীৱন

প্ৰাপ্তিৰ প্ৰয়াস। আৰু ইয়াৰ পথ হিছাপে তেওঁ অংকিত কৰিলে 'নিলোভনাৰ পথ' জনগণৰ বৈপ্লৱিক আন্দোলনৰ লগত যুক্ত হৈ নৱজীৱন লাভৰ বাস্তৱিক পথ, মানুহৰ পথ।

গৰ্কীৰ প্ৰচুৰ সৃষ্টিশীল, সমালোচনাত্মক, ৰাজনৈতিক লেখনীৰ বিষয়ে আলোচনা কৰি শেষ কৰাটো, এই অধ্যায়ৰ পৰিসৰত সম্ভৱপৰ নহয়। তেওঁৰ জীৱনৰ শেষৰ ফালৰ এখন ডাঙৰ উপন্যাস চাৰিটা খণ্ডত সমাপ্ত কৰা 'ক্লিম চামগিনৰ জীৱন—The Life of Klim Samgin'-ৰ বিষয়ে সামান্য মন্তব্যৰে এই আলোচনাৰ মোখনি মাৰিম। এই উপন্যাস (আৰু আন বহুতো লেখাত) গৰ্কীৰ লেখাৰ, চৰিত্ৰ সৃষ্টিৰ আন এটা দিশ 'ধ্বংসপ্ৰাপ্ত ব্যক্তিত্ব—'Disintegrated personality'-ৰ চিত্ৰায়ন ফুটি উঠিছে। এনে ব্যক্তিত্ব যাক সমালোচকসকলে 'চামগিন কমপ্লেক্স' বুলিছে, তাত ব্যক্তিয়ে অহৰহ বিমূৰ্ত-ভাৱে শান্তি, মুক্তিৰ সন্ধান কৰে কিন্তু বুৰ্জোৱা ব্যক্তি স্বাধীনতাৰ ধাৰণাৰ বশৱৰ্তী হৈ তেওঁ বিপ্লৱৰ, নৱজীৱনৰ পথ, এই পথৰ নিয়মতন্ত্ৰ আৰু অনুশাসন মানি ল'বলৈ অমান্তি হয়। সামাজিক প্ৰক্ৰিয়াৰ পৰা বিচ্ছিন্ন হৈ পৰি এই পথে-দিয়েই ভাল মানুহো ধ্বংসপ্ৰাপ্ত হয় আৰু প্ৰতিক্ৰিয়াৰ চিকাৰ হৈ পৰে। গৰ্কীৰ এই উপন্যাসখনো বিশ্বসাহিত্যৰ এক মহত্তম সৃষ্টি।

গৰ্কীৰ অতি ঘনিষ্ঠ বন্ধু আছিল লেনিন। গৰ্কীয়ে বলচেভিক দলত চামিল নহৈও লেনিনক ৰাজনৈতিক নেতা হিছাপে মানি লৈছিল আৰু লেনিনেও প্ৰতি পদক্ষেপতে সৰ্বহাৰাৰ এই মহৎ লেখকজনৰ বিকাশ ঘটাবলৈ অহোৰাত্ৰ চেষ্টা কৰি গৈছিল। সমাজ-গণতান্ত্ৰিক দলৰ তৃতীয়ৰ পৰা পঞ্চম কংগ্ৰেছ আৰু বিপ্লৱৰ কালছোৱাত গৰ্কীয়ে দৃঢ়ভাৱে বিপ্লৱৰ পক্ষ লৈছিল। এইবোৰ ঘটনাৰ উল্লেখ মাজে মাজে বিভিন্ন অধ্যায়ত কৰি যোৱা হ'ব।

গৰ্কী কেৱল লেখক নহয়—সমাজ, ৰাজনীতি জীৱন সকলো দিশত সক্ৰিয় এজন জীৱন শিল্পী। গৰ্কীয়ে আৰম্ভ কৰা চভিয়েট সাহিত্য আৰু সাহিত্যিক মূল্যবোধ, সৌন্দৰ্যবোধৰ ন ধাৰাৰে বিপ্লৱী ৰাচিয়াৰ লগতে সমগ্ৰ পৃথিবী সময়ত জাতিষ্কাৰ হৈ উঠিল।

# ৩২

## ‘প্ৰথম মহাসমৰৰ দাবানল’



● পুঁজিবাদৰ চৰম বিকাশ সাম্ৰাজ্যবাদ—সাম্ৰাজ্যবাদী প্ৰতিযোগিতা ● পৃথিবী সাম্ৰাজ্যবাদী শিবিৰত বিভক্ত ● অষ্ট্ৰিয়াৰ যুৱৰাজ আৰ্কডিউক ফ্ৰাঞ্চিচ ফাৰ্ডিনাণ্ডৰ হত্যাকাণ্ড ● অষ্ট্ৰিয়াৰ চাৰ্বিয়া আক্ৰমণ, ২৮ জুলাই ১৯১৪ চন ● ১—৪ আগষ্ট—সমগ্ৰ ইউৰোপ আৰু ৰাচিয়া যুদ্ধত লিপ্ত ● শেষ নোহোৱা ব্ৰেষ্ট সমৰৰ আৰম্ভণি আৰু ৰাচিয়াৰ বিপৰ্যয় ● ৰাচিয়াত যুদ্ধকালীন অৰ্থনৈতিক ব্যৱস্থা আৰু সংকট ● সমগ্ৰ দেশ জুৰি বিক্ষুব্ধি আৰম্ভ ● যুদ্ধ আৰু বলচেভিক দলৰ নীতি।

এই অধ্যায়টো লেখোতে সহায়লোৱা কিতাপৰ তালিকা ঃ


(1) Carr, E H —The Bolshevik Revolution, 3 Vol. Penguin Books, London.

(2) Lenin—A Biography, Progress Publisher's, Moscow.

(3) Schmidt S, et al. A Short History of the U.S S R. Progress Publishers, Moscow

(4) Lenin V I—Imperialism the Highest Stage of Capitalism, Progress Publishers, Moscow.

(5) Encyclopedia Brittanica Vol. 19. 1957

কুৰি শতিকাৰ আৰম্ভণিৰ লগে লগে সমগ্ৰ পৃথিবীক যুদ্ধৰ ক'লা ছাঁই আৱৰি ধৰিবলৈ আৰম্ভ কৰিছিল।

যুদ্ধৰ আশংকা ঘনীভূত হৈ আহিছিল।

সেই সময়ত ইউৰোপৰ পুঁজিবাদী দেশবোৰে বিকাশৰ চৰম পৰ্যায় পাইছিলগৈ। প্ৰতিখন দেশতে মন'পলি পুঁজিবাদী অনুষ্ঠানবোৰ গঢ়ি উঠিছিল, গঢ়ি উঠিছিল ট্ৰাস্ট, চিণ্ডিকেটবোৰ। নিজৰ দেশ আৰু উপনিবেশবোৰ এই অনুষ্ঠানবোৰে জালৰ দৰে আৱৰি পেলাইছিল। উপনিবেশবোৰত আৰম্ভ হৈছিল চূড়ান্ত দমন আৰু শোষণৰ যুগ। আৰু, এই অৰ্থনৈতিক শোষণক ৰক্ষা কৰিবৰ বাবে প্ৰতিখন দেশে সামৰিক শক্তিও গঢ়ি তুলিছিল। বিৰাট বিৰাট সেনাবাহিনী আৰু নৌবহৰ নিৰ্মাণৰ জৰিয়তে সামৰিকীকৰণৰ দিশত আগবাঢ়িছিল দ্ৰুতভাৱে। কিন্তু, প্ৰতিখন পুঁজিবাদী ৰাষ্ট্ৰৰ বিকাশো সমানভাৱে হোৱা নাছিল, কিছুমান —আনকি নতুন পুঁজিবাদী দেশো আনতকৈ আগবাঢ়ি গৈছিল। এই দেশবোৰে এইবাৰ দাবী কৰিলে যে তেওঁলোকৰ অৰ্থনৈতিক আৰু সামৰিক শক্তিৰ লগত ৰজিতা খোৱাকৈ বিশ্বব্যাপী শোষণৰ সুবিধা বিশেষকৈ উপনিবেশৰ অধিক ভাগ তেওঁলোকক লাগে। পুৰণা ব্যৱস্থা ভাগি পৃথিৱীখনক তেওঁলোকে নতুনকৈ নিজৰ মাজত ভাগ কৰিব বিচাৰিলে। কিন্তু, শান্তিপূৰ্ণভাৱে, কূটনীতিৰ জৰিয়তে এই কামটো সমাধা কৰিব নোৱাৰি, গতিকে ইয়াৰ বাবেই যুদ্ধ অৱধাৰিত হৈ উঠিল।

পৃথিৱীয়ে পুঁজিবাদী যুগৰ দেওনা চেৰাই সাম্ৰাজ্যবাদী যুগত ভৰি দিলে।

আৰু এই সাম্ৰাজ্যবাদে লুটপাটৰ মাল ভগাবৰ বাবে নিজৰ মাজত যুঁজ-বাগৰ কৰিবলৈ সাজু হ'ল। পৃথিৱীলৈ নামি আহিল যুদ্ধৰ ছাঁ।

নিৰ্দিষ্টভাৱে সেই সময়ত জাৰ্মানীয়ে গ্ৰেট বৃটেইনক ঔদ্যোগিক দিশত পাছ পেলাই আগবাঢ়ি গৈছিল। জাৰ্মান কল-কাৰখানাবোৰত বৃটেইনতকৈ বেছি বস্তু উৎপাদন হ'বলৈ আৰম্ভ কৰিছিল। কিন্তু, এই বিৰাট ঔদ্যোগিক যন্ত্ৰৰ বাবে সস্তাত কেঁচামাল, খনিজ দ্ৰব্য সংগ্ৰহৰ বাবে আৰু এই উৎপাদিত সামগ্ৰীবোৰ বেচিবৰ বাবে জাৰ্মানীৰ হাতত ইংলেণ্ডৰ দৰে এখন বিশাল ঔপনিবেশিক সাম্ৰাজ্য নাছিল। গ্ৰেট বৃটেইনৰ সাম্ৰাজ্য তেতিয়া শীৰ্ষত, সমগ্ৰ পৃথিৱীৰ চাৰিভাগতকৈ বেছি মাটি আৰু মানুহৰ ওপৰত বৃটিছ সিংহৰ শাসন, সঁচাকৈয়ে বৃটিছ সাম্ৰাজ্যত বেলি ডুব নোযোৱা অৱস্থা। আনকি জাৰ্মানীতকৈ ঔদ্যোগিকভাৱে বহু পাছপৰা ফ্ৰান্সৰ হাততো আছে সুবিশাল ঔপনিবেশিক সাম্ৰাজ্য। এই ঔপনিবেশিক সাম্ৰাজ্য লৈয়েই জাৰ্মানী আৰু বৃটেইন, ফ্ৰান্সৰ মাজত বিৰোধৰ সূত্ৰপাত ঘটিল। উপনিবেশ আৰু বাণিজ্যৰ ক্ষেত্ৰ বহলাবৰ বাবে জাৰ্মানীয়ে দ্ৰুতভাৱে নিজৰ সেনা আৰু নৌবাহিনী বঢ়াই আনিলে। অকল বাহিৰৰ পৃথিৱীখনতেই নহয়, খোদ ইউৰোপৰ মাজতো এনে কিছুমান অনুন্নত দেশ

আৰু অঞ্চল আছে, যেনে পূৰ্ব ইউৰোপৰ বল্কান অঞ্চলৰ, পলেণ্ডৰ আৰু দক্ষিণ পশ্চিমে ৰুচ সাম্ৰাজ্যৰ অধীনৰ এলেকাবোৰ, যিবোৰৰ ওপৰতো নিজা দখল নাইবা নিয়ন্ত্ৰণ কায়েম কৰাটো জৰুৰী হৈ পৰিল। আৰু আছে মধ্যপ্ৰাচ্য, এচিয়াৰ লোভনীয় বজাৰবোৰৰ দুৱাৰ স্বৰূপ।

কিন্তু এইবোৰ কামটো শান্তিপূৰ্ণ উপায়েৰে কৰাটো সম্ভৱপৰ নহ'ব।

নিজৰ শক্তি বঢ়াবৰ বাবে জাৰ্মানীয়ে অষ্ট্ৰিয়া-হাংগেৰী সাম্ৰাজ্য আৰু ইটালিৰ লগত লগহৈ এটা মিত্ৰগোষ্ঠী তৈয়াৰ কৰিলে। তিনিখন প্ৰধান ৰাষ্ট্ৰৰ এই মিত্ৰগোষ্ঠী 'ট্ৰিপ্‌ল এলায়েন্স' বুলি জনাজাত হ'ল। জাৰ্মানীৰ নেতৃত্বত তিনিখন পুঁজিবাদী ৰাষ্ট্ৰৰ এক সাম্ৰাজ্যবাদী জোটবন্ধন প্ৰস্তুত হৈ উঠিল।

এই জোট বন্ধনৰ বিৰুদ্ধে এইবাৰ বৃটেইন, ফ্ৰান্স আৰু জাৰপন্থী ৰাচিয়া মিলি 'এণ্টেট' নামৰ আৰু এটা সাম্ৰাজ্যবাদী গোষ্ঠী গঢ়ি তুলিলে। জাৰ্মানীক বাধা দিয়াই হ'ল এই গোটটোৰ লক্ষ্য।

আনফালে আমেৰিকা আৰু জাপানো সাজু হ'ল। প্ৰশান্ত মহাসাগৰীয় অঞ্চল, চীন আৰু পূব এচিয়াত নিজা নিজা প্ৰভাৱাধীন অঞ্চল গঢ়ি তুলিবলৈ তেওঁলোকো সাজু হ'ল।

সমগ্ৰ পৃথিবী বিভিন্ন পৰস্পৰবিৰোধী সাম্ৰাজ্যবাদী গোটত ভাগ ভাগ হৈ পৰিল। এনে অৱস্থাত বিশ্বযুদ্ধলৈ আৰু বেছি দূৰ থাকিব পাৰেনে?

জাৰতন্ত্ৰী ৰাচিয়ায়ো এই লুট মহোৎসৱত ভাগ ল'বলৈ ক'কালত টঙালি বান্ধি ওলাল। দক্ষিণ পলেণ্ডৰ সাৰুৱা গেলিচিয়া অঞ্চল, বল্কান উপদ্বীপৰ সৰু সৰু দেশবোৰ, তুৰ্কী সাম্ৰাজ্যৰ অধীন হৈ থকা ককেচাচ অঞ্চলৰ বিস্তীৰ্ণ এলেকাবোৰ, আৰু দক্ষিণৰ পাৰস্যৰ ওপৰত জাৰৰ বহুদিনৰ পৰাই লুভীয়া চকু আছিল। এইবাৰ, এই সুযোগতে এই এলেকাবোৰ দখল কৰি লোৱাৰ সুবিধা দেখা পালে জাৰতন্ত্ৰই। এই সময়ত যদি বৃটেইন আৰু ফ্ৰান্সৰ লগত এটা বুজাপৰালৈ আহিব পৰা যায়, উন্মত হৈ উঠা জাৰ্মানীক যদি তেওঁলোকে দমন কৰি ৰখাত সহায় কৰে, তেতিয়া নিৰ্বিঘ্নে ৰাচিয়াই এই এলেকাবোৰ দখল কৰি ল'ব পাৰে।

সেনা-সেনানী প্ৰস্তুত কৰি আটায়ে এইবাৰ যুদ্ধৰ বাবে বাট চাবলৈ ধৰিলে।

সুযোগ সোনকালেই ওলাল।

১৯১৪ চনৰ ২৮ জুনৰ দিনা চাৰ্বিয়াৰ জাতীয়তাবাদী যুৱক এজনে অষ্ট্ৰিয়া-হাংগেৰী সাম্ৰাজ্যৰ যুৱৰাজ আৰ্কডিউক ফ্ৰান্সিচ ফাৰ্ডিনাণ্ডক হত্যা কৰিলে। বৰ্তমান যুগোশ্লাভিয়াৰ অন্তৰ্গত চাৰ্বিয়া সেইসময়ত স্বাধীন আছিল, কিন্তু অষ্ট্ৰিয়াৰ সাম্ৰাজ্যই কণমানি চাৰ্বিয়াৰ স্বাধীনতাত হস্তক্ষেপ কৰিছিল, আৰু সেয়ে ইয়াত স্বাধীনতা সংগ্ৰাম, বিশেষকৈ ছাত্ৰ-যুৱক-বুদ্ধিজীৱীসকলৰ মাজত গোপন চক্ৰ কিছুমান গঢ়ি উঠিছিল। এনে এক সংগঠনৰ এজন যুৱকেই যুৱৰাজক হত্যা কৰিছিল।

এয়ে আছিল বিচাৰি থকা কাৰণ। জাৰ্মানীৰ প্ৰৰোচনাত অষ্ট্ৰিয়াই চাৰ্বিয়াক এখন চৰমপত্ৰ—আল্টিমেটাম দিলে। ইয়াৰ দাবীবোৰ এনেকুৱা আছিল যে সেইবোৰ চাৰ্বিয়াই কোনোপধ্যে মানি ল'ব নোৱাৰে। ফলত, চৰমপত্ৰ মানি নোলোৱাৰ বাবে ১৯১৪ চনৰ ২৮ জুলাইৰ দিনা অষ্ট্ৰিয়াই চাৰ্বিয়াৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। যুদ্ধলৈ সকলো প্ৰস্তুত হৈয়েই আছিল, এইবাৰ দ্ৰুতভাৱে এটাৰ পাছত এটাকৈ ঘটনাবোৰ ঘটি যাবলৈ আৰম্ভ কৰিলে।

১ আগষ্টৰ দিনা জাৰ্মানীয়ে ৰাচিয়াৰ বিৰুদ্ধে, ৩ আগষ্টত ফ্ৰান্সৰ বিৰুদ্ধে আৰু ৪ আগষ্টৰ দিনা বৃটেইনে জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। প্ৰথম মহাসমৰৰ দাবানল জ্বলি উঠিল।

হুৰমুৰাই জাৰ্মান সেনা ফ্ৰান্সলৈ সোমাই আহিল। ফৰাচী বাহিনী পৰাজয়ৰ পাছত পৰাজয়ৰ সন্মুখীন হ'বলৈ ধৰিলে। চাওঁতে চাওঁতে ৰাজধানী পেৰিচ নগৰীৰ পতনৰ উপক্ৰম ঘটিল। ফ্ৰান্সে ইয়াৰ মিত্ৰসকলক যুদ্ধখন আনফালেও আৰম্ভ কৰি ফ্ৰান্সৰ ওপৰত জাৰ্মান হেঁচা কমাবলৈ জোৰ দিবলৈ ধৰিলে। এইবাৰ ৰাচিয়া আগবাঢ়ি আহিল। ৰুচ হাই কামাণ্ডে জাৰ্মানীৰ পূব প্ৰুচিয়াত নতুন ফ্ৰণ্টত আক্ৰমণ আৰম্ভ কৰিলে। প্ৰথমে প্ৰথমে ৰুচ সেনা জাৰ্মানীৰ প্ৰুচিয়া অঞ্চললৈ বহুদূৰ সোমাই আহিবলৈ সক্ষম হ'ল, কিন্তু নেতৃত্বৰ খেলিমেলি, ভুল সিদ্ধান্ত আৰু অস্ত্ৰ-শস্ত্ৰৰ নাটনিৰ বাবে ৰুচ বাহিনী জাৰ্মান প্ৰতিৰোধৰ আগত বৈ গ'ল আৰু পৰাজিত হ'ল। কিন্তু ৰুচ আক্ৰমণে ফ্ৰান্সৰ ৰণাঙ্গনৰ পৰা এক বিৰাট জাৰ্মান বাহিনী পূবলৈ টানি আনিবলৈ সক্ষম হ'ল।

মাৰ্ণে ৰাণৰ যুদ্ধত ফৰাচী বাহিনীয়ে জাৰ্মান সেনাক বিষমকৈ ঘটুৱালে। পেৰিচ ৰক্ষা পৰিল। ১৯১৪ চনৰ চেপ্তেম্বৰ মাহলৈ জাৰ্মানী পূব আৰু পশ্চিম দুইটা সীমান্ততে বেয়াকৈ যুদ্ধত আবদ্ধ হৈ পৰিল। ১০ আগষ্টৰ দিনা ৰুচ সেনাবাহিনীয়ে পলেণ্ডৰ গেলিচিয়া অঞ্চলেদি প্ৰচণ্ড আক্ৰমণ চলাই প্ৰায় ৩০০ কিলোমিটাৰ আগবাঢ়ি আহিল। গেলিচিয়াৰ ৰাজধানী লুবভৰ ৰুচ সেনাৰ হাতত পতন হ'ল। অষ্ট্ৰিয়া-হাংগেৰীৰ বিৰুদ্ধে ৰাচিয়াৰ এই প্ৰথম আক্ৰমণ সফল হ'ল। দক্ষিণলৈকো ৰুচ বাহিনীয়ে তুৰ্কী সাম্ৰাজ্য আক্ৰমণ কৰিলে। ককেচাচৰ যুদ্ধত তুৰ্কী সেনাক হৰুৱাই তেওঁলোকে বিস্তীৰ্ণ অঞ্চল দখল কৰিলে। ৰুচ-তুৰ্কী যুদ্ধত জাৰতন্ত্ৰৰ জয় হ'ল। ইয়াৰ পাছত ৰুচ বাহিনীয়ে গেলিচিয়াৰ মাজেৰে পূৰ্ব প্ৰুচিয়া অঞ্চল বাদ দি জাৰ্মানীৰ বুকুলৈ সোমাই যাবলৈ চেষ্টা কৰিলে। কিন্তু প্ৰচণ্ড জাৰ্মান প্ৰতিআক্ৰমণৰ সন্মুখত এই চেষ্টা বিফল হ'ল। ৰুচ বাহিনীৰ এইবাৰ পৰাজয় ঘটিল। ইতিমধ্যে ১৯১৫ চন পালেহি, পণ্ডিতসকলে কোৱাৰ দৰে প্ৰথম মহাসমৰ সোনকালে শেষ হৈ নগ'ল, বৰঞ্চ ই লেজুৰাকৈ দীঘলীয়া হৈহে যাবলৈ ধৰিলে। প্ৰচণ্ড ক্ষয় ক্ষতি আৰম্ভ হ'ল, কোনো পক্ষই সহজে জিকিব নোৱৰা অৱস্থা এটাৰ সৃষ্টি হ'ল। এই সময়ৰ

পৰা ট্ৰেন্স বা খাল খান্দি সেনাবাহিনীবোৰে একো একোখন ঠাইত খোপনি পুতি ল'বলৈ আৰম্ভ কৰিলে। এই ঠাইবোৰৰ পৰা তেওঁলোকক সহজে আঁতৰ কৰিব পৰাটো সম্ভৱ নহ'ল। সেই সময়ত টেংক আদিৰ যান্ত্ৰিক যুদ্ধ প্ৰৱৰ্তন হোৱা নাছিল ( যদিও প্ৰথম মহাসমৰৰ শেষৰ ফাললৈ প্ৰথমে টেংক ব্যৱহাৰ কৰা হয় ), ফলত ট্ৰেন্সত সোমাই পৰা সেনাবোৰৰ বেহু ভেদ কৰাটো সহজ নাছিল। সৰু সৰু দলেৰে চলোৱা আক্ৰমণ প্ৰতিআক্ৰমণ আৰু কামানৰ গোলাবৰ্ষণত বহুতো সেনা হতাহত হৈছিল, কিন্তু যুদ্ধৰ গতি বা ফলাফল কোনো ফালে আগ নাবাঢ়িছিল। পূব, পশ্চিম দুই দিশৰ ৰণাঙ্গনতে একে অৱস্থা আৰম্ভ হৈছিল।

১৯১৫ চনৰ এপ্ৰিল মাহত জাৰ্মানীয়ে ৰাচিয়াৰ বিৰুদ্ধে এক প্ৰচণ্ড প্ৰতি আক্ৰমণ আৰম্ভ কৰিলে। গেলিচিয়া, পলেণ্ড, বাল্টিক সাগৰীয় অঞ্চল আৰু ককেচাচত জাৰ্মান বাহিনীয়ে ৰুচ সেনাক বিষমৰূপে হুৰুৱালে। ৰুচ সেনাবাহিনীত প্ৰচণ্ড বিপৰ্যয় আৰম্ভ হ'ল। অস্ত্ৰ-শস্ত্ৰ বিশেষকৈ কামান আৰু ৰাইফল, গোলাবাৰুদ আৰু ৰচদৰ নাটনি তথা সেনানায়কসকলৰ অকৰ্মণ্য নেতৃত্ব ৰুচ পৰাজয়ৰ মূল কাৰণ আছিল। তাৰোপৰি পশ্চিমীয়া মিত্ৰসকলে এই সময়ত ৰাচিয়াক বৰ এটা সহায় নকৰিলে। জাৰ্মানীয়ে পশ্চিমত ৰখা ৯১ ডিভিজন সেনাৰ বিপৰীতে ৰুচ ৰণাঙ্গনত ১৪০টা ডিভিজন মোতায়েন কৰিবলৈ সক্ষম হৈছিল। ১৯১৬ চনৰ গ্ৰীষ্মকালত ৰুচ সেনানায়ক এলেক্সি ব্ৰুচিলভে প্ৰতি-আক্ৰমণ চলাই অষ্ট্ৰিয়া আৰু জাৰ্মানীৰ সেনাক কিছুদূৰ হেঁাহকাই পঠিয়াবলৈ সক্ষম হৈছিল যদিও, পশ্চিমৰ পৰা আৰু সেনা আনি জাৰ্মানীয়ে ইয়াক অৱশেষত ভোটা কৰি পেলাবলৈ সক্ষম হয়গৈ। ইয়াৰ ফলত পশ্চিমৰ ভাৰ্দুনৰ যুদ্ধত জাৰ্মান সেনা পৰাজিত হ'বলগীয়া হয়।

১৯১৫-১৬ চনৰ প্ৰচণ্ড ৰুচ সামৰিক বিপৰ্যয়ে ৰাচিয়াৰ সমাজত কেতবোৰ সুদূৰপ্ৰসাৰী পৰিৱৰ্তনৰ সূচনা কৰিলে।

এহাতে জাৰতন্ত্ৰৰ নিপীড়ন আনহাতে জনতাৰ বিক্ষোভো বাঢ়ি আহিবলৈ ধৰিলে।

সামৰিক প্ৰয়োজনৰ চাহিদা মিটাবৰ বাবে জাৰ চৰকাৰে দেশৰ সমগ্ৰ অৰ্থনীতিকেই বিশেষ যুদ্ধকালীন ক্ষমতা আৰু অধ্যাদেশৰ দ্বাৰা সামৰিকীকৰণ কৰি পেলালে। দেশৰ সমগ্ৰ শিল্পই এতিয়া যুদ্ধৰ উপকৰণৰ বাহিৰে আন একো বস্তুৱেই নবনোৱা হ'ল। সকলো চৰকাৰী আৰু বৃহৎ বৃহৎ ব্যক্তিগত উদ্যোগ আৰু কাৰখানাবোৰে বিভিন্ন যুঁজৰ ৰচদ উৎপাদন কৰিবলৈ ধৰিলে। ইয়াৰ ফলত অতি কম সময়তে ৰাচিয়াত বিৰাট পৰিমাণে সমৰাস্ত্ৰ উৎপাদিত হ'ল, বন্দুক, কামান, গোলাবাৰুদৰ এইবাৰ কম নপৰে।

কিন্তু ইয়াৰ ফলত বাকীবোৰ দৰকাৰী বস্তুৰ উৎপাদন কমি গ'ল। ৰেলৰ

চিৰি, ইঞ্জিন, ডবা, যন্ত্ৰাংশ, খেতি-বাতিত প্ৰয়োজনীয় যন্ত্ৰকে ধৰি সকলো ধৰণৰ যন্ত্ৰপাতিৰ উৎপাদন একেবাৰে কমি গ'ল। ইয়াৰ ফলত কল-কাৰখানাৰ মেৰামতিকে ধৰি, ৰেল পৰিবহণ আনকি কৃষি উৎপাদনো বেয়াকৈ ক্ষতিগ্ৰস্ত হ'ল।

আনফালে দুৰ্বল হৈ পৰা ৰেল ব্যৱস্থাই অনবৰতে সেনা আৰু ৰচদ-পাতি কঢ়িয়াই থকাৰ ফলত অৰ্থনীতি আৰু যোগান ব্যৱস্থা ভাগি পৰিবলৈ ধৰিলে। চাৰিওফালে নিত্যব্যৱহাৰ্য সামগ্ৰীৰ প্ৰচণ্ড নাটনিয়ে দেখা দিলে।

যুদ্ধৰ খৰচা চলাবলৈ কৰ-কাটলো বাঢ়ি আহিল আৰু ফ্ৰণ্টৰ সেনাবোৰক খুৱাবলৈ খেতিয়কসকলৰ পৰা খাদ্যবস্তু অধিগ্ৰহণ আৰম্ভ হ'ল। সেনাবাহিনীৰ সহায়ত গাঁৱে গাঁৱে গৈ শস্যবোৰ চৰকাৰে বাজেয়াপ্ত কৰি ল'বলৈ ধৰিলে। ইয়াতো কিন্তু বৰ বৰ জমিদাৰহঁত সাৰি গ'ল, তেওঁলোকে বাহিৰত দেখুৱাই ভঁৰালৰ একাংশ শইচ দান কৰিলে যদিও, বেছি ভাগ ভঁৰালতে ৰৈ গ'ল।

এইবোৰ কামৰ ফলত দেশৰ চাৰিওফালে প্ৰচণ্ড বিক্ষোভ আৰম্ভ হ'ল। খেতিয়কসকলে বলপূৰ্বক অধিগ্ৰহণ, বয়বস্তুৰ নাটনি, বাধ্যতামূলক সামৰিক সেঁৱা, আৰু আকালৰ বিৰুদ্ধে বিদ্ৰোহ আৰম্ভ কৰিলে। আকৌ কৃষক একুচন আৰম্ভ হ'ল। জাৰ চৰকাৰে সামৰিক বাহিনীৰ সহায়ত নৃশংসভাৱে এই বিদ্ৰোহবোৰ দমন কৰিবলৈ ধৰিলে। সেনাবোৰো আছিল মূলতেই বাধ্যতামূলক-ভাৱে সামৰিক কৰ্তব্য পালন কৰা খেতিয়কেই। গাঁও অঞ্চলৰ এই অভাৱনীয় দুৰ্দশা আৰু খেতিয়কৰ বিদ্ৰোহে তেওঁলোকৰ মনতো গভীৰ ৰেখাপাত কৰিলে, জাৰ চৰকাৰ বিৰোধী মনোভাৱ বাঢ়ি আহিল।

১৯১৬ চনৰ অক্টোবৰ মাহৰ পৰা পেট্ৰোগ্ৰাড নগৰত (ৰাজধানী চেণ্ট পিটাৰ্চবাৰ্গ নামটো জাৰ্মান নাম হোৱাৰ বাবে জাৰ চৰকাৰে ইয়াক ৰুচীকৃত কৰি এতিয়া পেট্ৰোগ্ৰাড কৰিলে)। আকৌ শ্ৰমিক ধৰ্মঘট আৰম্ভ হ'ল। ইয়াৰ পাছৰ পৰা দেশৰ সকলোফালে কাৰখানাবোৰত বিভিন্ন প্ৰশ্নত হৰতালবোৰ গঢ় উঠিবলৈ ধৰিলে আৰু চাওঁতে চাওঁতে শ্ৰমিকৰ দাবীবোৰ ৰাজনৈতিক-স্বৈৰতন্ত্ৰ বিৰোধী, যুদ্ধবিৰোধী দাবীলৈ পৰিণত হ'লগৈ। চৰকাৰে প্ৰচণ্ড নিৰ্যাতনৰে শ্ৰমিক বিক্ষোভ দমন কৰাৰ চেষ্টা কৰিলে। মস্কো মহানগৰীত যুদ্ধ বিৰোধী বিক্ষোভ প্ৰদৰ্শনো আৰম্ভ হ'ল।

দেশৰ অভ্যন্তৰত আৰম্ভ হোৱা এই প্ৰচণ্ড বিক্ষুব্ধিৰ প্ৰভাৱ সেনাবাহিনীৰ ওপৰতো পৰিল। জাৰতন্ত্ৰৰ সেনাবাহিনী দেশৰ খেতিয়ক শ্ৰমিকসকলৰ মাজৰ পৰাই মকৰল কৰা হৈছিল। গাঁও আৰু চহৰ অঞ্চলত দেখা দিয়া অনিশ্চয়তা আৰু আকালে তেওঁলোকক সহজেই প্ৰভাৱিত কৰিছিল। যুদ্ধ বাঢ়ি অহাৰ লগে লগে চৰকাৰে এই বিক্ষুব্ধ জনতাৰ মাজৰ পৰাই নকৈ মানুহ নি সেনাবাহিনী বঢ়াইছিল। ৰুচ আইন মতে সকলো লোকৰ বাবে সেনা-বাহিনীত ভৰ্তি হোৱাটো বাধ্যতামূলক আছিল। একান্ত অনিচ্ছাসত্ত্বেও

জোৰকৈ যুদ্ধত লগোৱা এই সেনাসকলৰ বহুতেই ফৌজ এৰি পলাই আহিছিল। ১৯১৬ চনতেই এনেদৰে ফৌজ এৰি পোন্ধৰ লাখ সেনা পলাইছিল। ১৯১৭ চনৰ পিয়লত দেখা গৈছিল যে দেশৰ সমগ্ৰ কৰ্মঠ পুৰুষৰ শতকৰা চল্লিশ ভাগতকৈ বেছি লোকক সেনাবাহিনীত ভৰ্তি কৰা হৈছিল।

চৌদিশে ৰাজনৈতিক কৰ্মকাণ্ড আৰু প্ৰচাৰো বাঢ়ি আহিছিল। বলচেভিক ৰাজনৈতিক কৰ্মীকৈ ধৰি আন আন ৰাজনৈতিক দলৰ প্ৰচাৰকসকলে সেনা-বাহিনী, সেনাঘাটি, দুৰ্গ আৰু ফ্ৰণ্ট লাইনত প্ৰচাৰ চলাবলৈ আৰম্ভ কৰিছিল। যিবোৰ দলে যুদ্ধ সমৰ্থন কৰিছিল, সেইবোৰে সেনাবাহিনীক দেশপ্ৰেমৰ আদৰ্শৰে উদ্বুদ্ধ কৰিবলৈ প্ৰচাৰ চলাইছিল। যিবোৰে সংস্কাৰ বিচাৰিছিল সেইবোৰে তেনে মতবাদ প্ৰচাৰ কৰিছিল, আৰু এই প্ৰচণ্ড গণ্ডগোলৰ মাজত বলচেভিকসকলে অহৰহ সেনাহঁতক কৈছিল, "জাৰ্মান পক্ষৰ, অষ্ট্ৰিয়াৰ ট্ৰেন্সত সোমাই আমাৰ দৰে যুদ্ধ কৰা, মৃত্যুবৰণ কৰা সেই সাধাৰণ সেনাবোৰ আমাৰ শত্ৰু নহয়। আমাৰ দৰে সিহঁতো শাসক বুৰ্জোৱা শ্ৰেণীৰ ভাৰাতীয়া দাসহে-মাথোন। আমাৰ সকলোৰে শত্ৰু হ'ল আমাৰ সাম্ৰাজ্যবাদী শাসকহঁত যি লুটপাটৰ সুবিধাৰ বাবে এই ভয়ংকৰ যুদ্ধ পাতি আমাৰ তেজেৰে হেতালি খেলিছে। এই যুদ্ধ বন্ধ হ'ব লাগে। অচিৰেই কোনো ধৰণৰ ক্ষতিপূৰণ নিদিয়াকৈ, কোনো মাটি দখল নকৰাকৈ যুদ্ধ বন্ধ হ'ব লাগে আৰু আমাৰ বন্দুকবোৰ আমি আমাৰ সাধাৰণ শত্ৰু জাৰ প্ৰশাসন, জমিদাৰ, বুৰ্জোৱাহঁতৰ বিপক্ষে ঘূৰাই ল'ব লাগে—সাম্ৰাজ্যবাদী যুদ্ধক পৰিণত কৰিব লাগে মুক্তি আৰু সমাজবাদৰ বাবে শ্ৰেণী সংগ্ৰামত।"

সাধাৰণ শ্ৰমিক, খেতিয়ক সেনাহঁতৰ বাবে এনে প্ৰচাৰ প্ৰথমে প্ৰথমে আচহুৱা যেন লাগিছিল, ইয়াক তেওঁলোকে দেশদ্ৰোহিতা, বিশ্বাসঘাতকতা বুলিও ভাবিছিল, কিন্তু, বলচেভিক প্ৰচাৰকসকলৰ প্ৰাণান্তকৰ প্ৰচেষ্টা আৰু আগনবঢ়া যুদ্ধ আৰু ঘটনালৈ চাই সাধাৰণ সেনাহঁতে লাহে লাহে, লাহে লাহে এই বলচেভিক প্ৰচাৰৰ মৰ্ম বুজিবলৈ আৰম্ভ কৰিলে, এই ফাললৈ আকৃষ্ট হ'বলৈ ধৰিলে।

এই যুদ্ধৰ প্ৰতি ৰাচিয়াৰ বিভিন্ন ৰাজনৈতিক দল আৰু শ্ৰেণীবোৰৰ মনোভাৱ আৰু সিবোৰৰ ভূমিকা কেনে আছিল সেই কথা কিছু চোৱাতো ভাল।

ৰাচিয়াৰ বৃহৎ বুৰ্জোৱা উদ্যোগপতি আৰু জমিদাৰহঁতে জাৰৰ যুদ্ধ-নীতিক সক্ৰিয় সমৰ্থন জনালে। অন্যান্য দেশ দখল আৰু যুদ্ধত তেওঁলোকৰ ন্যস্ত স্বাৰ্থ জড়িত হৈ আছিল। জাৰৰ সেনাবাহিনীৰ প্ৰধান বিষয়াবোৰ, জেনেৰেলবিলাক মূলতে জমিদাৰ শ্ৰেণীটোৰ পৰা আহিছিল। বিদেশৰ মাটি দখল কৰিব পাৰিলে তেওঁবিলাকে পূৰ্বৰ পৰম্পৰা অনুযায়ী জাৰৰ পৰা যুদ্ধত সহায় কৰাৰ উপঢৌকন হিছাপে ন ন জমিদাৰি লাভ কৰিব। আনহাতে বৃহৎ

উদ্যোগপতিহঁতে যুদ্ধ প্ৰচেষ্টাত কামান বৰতোপ বনাই, ৰচদ-সমল যোগানৰ ঠিকা লৈ ৰাষ্ট্ৰীয় কোষাগাৰৰ সিংহভাগ সম্পদ কৰায়ত্ব কৰাৰ সুযোগ পাইছে, ইয়াক তেওঁলোকে এৰি দিবনে ? গতিকে ৰাজতন্ত্ৰী ৰাজনৈতিক দল, অক্টোবৰিষ্ট সকলে মহোৎসাহেৰে যুদ্ধ প্ৰচেষ্টাত সমৰ্থন জনাই গ'ল—দেশপ্ৰেম আৰু জাতীয় প্ৰতিৰক্ষাৰ শ্লোগান দি ৰাইজক উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰিলে।

উদাৰনৈতিক বুৰ্জোৱা দলবোৰেও দেশপ্ৰেমৰ দোহাই দি যুদ্ধত সমৰ্থন জনালে। কিন্তু তেওঁবিলাকে কিছুমান সংস্কাৰৰ দাবী কৰিলে। যুদ্ধত তেওঁলোকৰ অৰ্থনৈতিক স্বাৰ্থও ঠিকা-ঠুকুলিৰ জৰিয়তে সাঙোৰ খাই আছিল। তেওঁলোকে ক'লে যে ৰাচিয়াৰ জনগণৰ ক্ষোভ যাতে বিপ্লৱৰূপে ফাটি নপৰে আৰু জনতাক যাতে যুদ্ধ প্ৰচেষ্টাত ভালদৰে চামিল কৰিব পৰা যায়, তাৰবাবে দেশৰ স্বৈৰতান্ত্ৰিক শাসন ব্যৱস্থাৰ সংস্কাৰৰ প্ৰয়োজন। জাৰ ইংলেণ্ডৰ আৰ্হিত সাংবিধানিক ৰজা হিছাপে থাকি দেশৰ গণতান্ত্ৰিক শাসনব্যৱস্থা গঢ়ি তুলিব লাগে। এচামে জাৰক গুচাই প্ৰজাতন্ত্ৰৰ কথাও ক'লে। এনে ব্যৱস্থাৰ জৰিয়তেহে আভ্যন্তৰীণ অশান্তি দমন কৰি ৰাচিয়াক বচাব পৰা যাব। কনষ্টিটিউচনেল ডেমক্ৰেট ( কেডেট ) আৰু আন বহুতো সহযোগী দলৰ বক্তব্য আছিল এনেকুৱা। কিন্তু, সংস্কাৰ দাবী কৰিলেও তেওঁলোকে কৈছিল যে প্ৰথমে যুদ্ধত জয়লাভ কৰিব লাগিব—তাৰ পাছতহে সংস্কাৰ।

কম-বেছি পৰিমাণে আন প্ৰগতিশীল দল আৰু পেটিবুৰ্জোৱা গোটবোৰে এই অৱস্থানকেই সমৰ্থন জনাইছিল।

মেনচেভিক আৰু বলচেভিকসকলে প্ৰথমে একবাক্যে যুদ্ধৰ বিৰোধীতা কৰিছিল। আনকি ডুমাত যুঁজৰ খৰচৰ বাবে ভোটদানতো ভাগ ল'বলৈ অমান্তি হৈছিল। কিন্তু ক্ৰমে মেনচেভিকসকলৰ মাজত বহুকেটা মতবাদ গঢ় উঠিল। এচামে 'জাতীয় প্ৰতিৰক্ষাৰ' নামত যুদ্ধক সমৰ্থন জনালে। আন এচামে ক'লে অচিৰেই গণতান্ত্ৰিক শান্তি স্থাপনৰ কথা। কেৱল লেনিন আৰু বলচেভিকসকল নিজা মতবাদত আকোৰগোজ হৈ থাকিল, সাম্ৰাজ্যবাদী যুদ্ধক গৃহযুদ্ধলৈ পৰিণত কৰা—এয়ে হ'ল তেওঁলোকৰ শ্লোগান।

অষ্ট্ৰিয়াত ৰাচিয়াৰ হৈ গুপ্তচৰগিৰি কৰা বুলি অভিযোগ তুলি লেনিনক গ্ৰেপ্তাৰ কৰা হ'ল। জাৰ্মান সমাজ-গণতান্ত্ৰিক নেতা কেজনমানৰ মধ্যস্থতাত তেওঁ অৱশেষত মুক্তি পালে। কিন্তু অষ্ট্ৰিয়াৰ পৰা তেওঁ নিৰপেক্ষ চুইজাৰলেণ্ডৰ বাৰ্ণলৈ আঁতৰি গ'ল। আনফালে জাৰ চৰকাৰে 'প্ৰাভদা' কাকতখন বন্ধ কৰি দিলে আৰু বলচেভিক-মেনচেভিকসকলৰ ওপৰত নমালে নিৰ্যাতন। গোপন দলীয় সংগঠন থকাৰ বাবে এনে প্ৰতিকূল পৰিস্থিতিতো বলচেভিকসকলে দলৰ কাম-কাজ, প্ৰচাৰ আদি বহু পৰিমাণে চলাই যাবলৈ সক্ষম হ'ল কিন্তু মেনচেভিক

দল একেবাৰে থান্-বান্ হৈ গ'ল। জাৰতন্ত্ৰৰ নিপিড়নৰ সম্মুখত তেওঁলোকৰ থাকিবৰ নোৱৰা অৱস্থা হ'ল।

সম্রাজ-গণতান্ত্ৰিকসকলৰ মাজত, বিশেষকৈ বলচেভিকসকলৰ মাজত যুদ্ধসম্পৰ্কে মতবিৰোধ বুজি পাবৰ বাবে, বিশেষকৈ লেনিনৰ নাভুত-নাশ্ৰুত যুদ্ধক গৃহযুদ্ধলৈ ৰূপান্তৰিত কৰাৰ আহ্বানৰ তাৎপৰ্য বুজিবৰ বাবে আমি যুদ্ধ সম্পৰ্কে মাক্সৰ্বাদী দৃষ্টিকোণ, এই দৃষ্টিকোণ বিকাশৰ ইতিহাস আৰু আন্তৰ্জাতিক সমাজবাদী দলবোৰৰ কাৰ্যকলাপ কিছুদূৰ চাবলৈ চেষ্টা কৰা ভাল। নহ'লে বিপ্লৱক কাষ চপাই অনা মহাসমৰ আৰু ইয়াত বিপ্লৱীসকলৰ ভূমিকাৰ প্ৰশ্নটো স্পষ্ট নহ'ব।

# ৩৩

## ‘যুদ্ধ আৰু সমাজ’



● পশ্চিমত যুদ্ধ সম্পৰ্কে ঐতিহাসিক চিন্তাচৰ্চাৰ দুই ধাৰা ● ইউটোপিয়ান সমাজবাদীসকলৰ যুদ্ধ সম্পৰ্কীয় ধাৰণা ● ফৰাচী বিপ্লৱত যুদ্ধ সম্পৰ্কীয় ধাৰণা ● যুদ্ধ আৰু গণতান্ত্ৰিক লক্ষ ● ঔপনিৱেশিক যুগৰ যুদ্ধ ● সাম্ৰাজ্যবাদৰ যুগৰ যুদ্ধ ● যুদ্ধৰ বিপ্লৱী ভূমিকা ● বুৰ্জোৱাৰ জাতীয়তাবাদ, দেশপ্ৰেম আৰু শ্ৰমিক শ্ৰেণী ● দ্বিতীয় আন্তৰ্জাতিকৰ ধ্বংশ ● যুদ্ধ সম্পৰ্কে মেনচেভিক দৃষ্টিভংগী ● সাম্ৰাজ্যবাদী যুদ্ধ আৰু বলচেভিক মতবাদ।

টোকা আৰু প্ৰসংগ :

(1) Lenin quoted by E. H. Carr in the Bolshevik Revolution. Penguin Books. Vol I. p. 79.

(2) Carr E H —The Bolshevik Revolution. Vol. III. p. 553.

(3) Lenin quoted by E. H. Carr, ibid, Vol I p 79.

পশ্চিমত যুদ্ধসম্পৰ্কে দুই ধৰণৰ চিন্তাভাবনা ঐতিহাসিকভাৱে গঢ় উঠিছিল। মধ্যযুগত যুদ্ধ যেতিয়া প্ৰায় দৈনন্দিন ঘটনাৰ দৰে আছিল, আনকি কেতবোৰ অশ্বাৰী পশুপালক গোষ্ঠীৰ বাবে যেতিয়া ই একপ্ৰকাৰ জীৱন ধাৰণৰ উপায় যেন আছিল, তেতিয়া যুদ্ধ সম্পৰ্কে বৰ এটা দাৰ্শনিক চিন্তা চৰ্চা দেখিবলৈ পোৱা নাযায়। ৰেণেছাঁ আৰু খ্ৰীষ্টধৰ্ম প্ৰসাৰৰ পিছতহে ইয়াক সূত্ৰবদ্ধ কৰাৰ কেতবোৰ প্ৰচেষ্টা চকুত পৰে। বিশেষকৈ 'ক্ৰুছেদ বা ধৰ্মযুদ্ধ'ৰ যুগতে যুদ্ধক ৰাজনীতি আৰু কুটনীতিৰ হাতিয়াৰ ৰূপে বোধকৰো প্ৰথমে স্বীকৃত কৰা হয়। মুছলমানসকলৰ দখলৰ পৰা খ্ৰীষ্ট ধৰ্মৰ জন্মস্থান পেলেষ্টাইন উদ্ধাৰ কৰিবৰ বাবে ইউৰোপৰ খ্ৰীষ্টান ৰজাসকলে বাৰে বাৰে ধৰ্মৰ নামত যুদ্ধযাত্ৰা কৰিছিল আৰু এই যুদ্ধক 'ধৰ্মযুদ্ধ বা ক্ৰুছেদ' বুলি ন্যায্যতা প্ৰদান কৰিব বিচৰা হৈছিল।

আধুনিক যুগত যুদ্ধ সম্পৰ্কে দুটা প্ৰধান চিন্তাধাৰা ইউৰোপত গা কৰি উঠে। এই চিন্তাধাৰা দুটাৰ মূল কিন্তু ৰেণেছাঁৰ পাছৰ যুগৰ দাৰ্শনিক-সকলৰ দৰ্শনৰ মাজতেই প্ৰথম দেখা যায়।

প্ৰথম ধাৰাটো গঢ় উঠে ইউটোপিয়ান বা কল্পনাবিলাসী সমাজবাদীসকলৰ মাজত। এওঁলোকৰ মতে যুদ্ধ এটা অতি বেয়া বস্তু আৰু মানুহৰ স্বাভাবিক আকাংক্ষা আৰু জীৱনৰ লক্ষ্যৰ পৰিপন্থী। এওঁলোকে পৃথিবীৰ সকলো মানুহৰ মাজৰ মৈত্ৰী আৰু বিশ্বভ্ৰাতৃত্বত বিশ্বাস কৰিছিল আৰু যুদ্ধক জ্ঞান কৰিছিল মানুহৰ এক পাশৱিক বিকৃতি—অস্বাভাবিক কাৰ্য হিছাপে। মানুহ জীৱনৰ আদৰ্শ হ'ল চিৰস্থায়ী শান্তি প্ৰতিষ্ঠা, যুদ্ধ নহয়, এয়ে আছিল তেওঁলোকৰ মত। ফৰাচী বিপ্লৱৰ আগৰ চেণ্ট পিয়েৰী, ৰুচ', ইমানুৱেল কাণ্ট আদিৰ দাৰ্শনিক চিন্তাৰ পৰাই এই মতবাদ গঢ় উঠিছিল। উনবিংশ আৰু কুৰি শতিকাত এই মতাৱলম্বীসকলে যি কোনো পৰিস্থিতিতে যিকোনো উপায়েৰে যুদ্ধ পৰিহাৰ কৰি চলিব বিচাৰিছিল, আনকি অন্যায় আৰু অসৎ শক্তিৰ লগত এৰাধৰা আৰু বুজাবুজিৰ মাজেৰেও। এই ধাৰাটোৱেই আধুনিক ইউৰোপত যুদ্ধবিৰোধী শান্তিকামী পেচিফিষ্ট ধাৰা হিছাপে পৰিগণিত হ'লহি। মানৱতা ৰক্ষাৰ নামত যিকোনো প্ৰকাৰে যুদ্ধ হ'বলৈ নিদিয়াকৈ ৰখাই তেওঁ-লোকৰ লক্ষ্য আছিল।

যুদ্ধ সম্পৰ্কে দ্বিতীয় লানি চিন্তাভাবনা আৰম্ভ হয় ফৰাচী বিপ্লৱৰ যুগৰ পৰা। এই চিন্তাত যুদ্ধক দুটা প্ৰধান ভাগত ভগোৱা হৈছিল।

কিছুমান যুদ্ধক কোৱা হৈছিল মুক্তিৰ যুদ্ধ বুলি। যেতিয়া অন্যায়, শোষণ আৰু পৰাধীনতাৰ বিৰুদ্ধে যুদ্ধ কৰা হৈছিল, তেতিয়া তাক মানুহৰ মুক্তি, স্বাধীনতা আৰু বিকাশৰ বাবে প্ৰয়োজনীয় যুদ্ধ বুলি গণ্য কৰা হৈছিল আৰু এনে যুদ্ধক সমৰ্থন জনোৱা হৈছিল। যুদ্ধ মানেই বেয়া বস্তু এনে ধাৰণা

মানুহে পৰিত্যাগ কৰিছিল। বৰঞ্চ সৎ লক্ষ্য সাধনৰ বাবে যুদ্ধক এক কাৰ্যকৰী সামাজিক আৰু ৰাজনৈতিক আহিলা হিছাপে গ্ৰহণ কৰা হৈছিল।

আনহাতে, ইয়াৰ বিপৰীতে অত্যাচাৰী শাসকৰ দিগ্বীজয়ৰ যুদ্ধ, যি যুদ্ধই মানুহক পদানত আৰু দলিত কৰিছিল, তেনে যুদ্ধক এওঁলোকে বিৰোধীতা কৰিছিল। আৰু, প্ৰয়োজন হ'লে যুদ্ধৰে এনেকুৱা অসৎ যুদ্ধৰ বিৰোধীতা কৰা উচিত বুলিও মত পোষণ কৰিছিল। অৰ্থাৎ যুদ্ধৰ লক্ষ্যই ইযাক সমাজৰ চকুত ন্যায্যতা প্ৰদান কৰিছিল।

দিন যোৱাৰ লগে লগে সোনকালেই এই মুক্তিৰ বা ন্যায়ৰ যুদ্ধৰ ধাৰণাটো সলনি হৈ নিৰ্দিষ্ট হ'বলৈ আৰম্ভ কৰিলে। ফৰাচী বিপ্লৱৰ সময়ত ফ্ৰান্সৰ প্ৰজাতন্ত্ৰী বাহিনীযে অনবৰতে ইউৰোপীয ৰাজন্যবৰ্গৰ সম্মিলিত বাহিনীৰ বিৰুদ্ধে যুদ্ধ কৰিব লগীয়া হৈছিল। এই যুদ্ধ আছিল গণতন্ত্ৰৰ আদৰ্শ আৰু স্বৈৰতন্ত্ৰৰ মাজত। গতিকে সেই সময়ৰ পৰাই যিবোৰ যুদ্ধই গণতান্ত্ৰিক চিন্তাক শক্তিশালী কৰে অকল সেইবোৰ যুদ্ধকেহে মানুহে ন্যায্য বুলি ভাবিবলৈ লোৱা হ'ল। গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে যি কোনো যুদ্ধই সমৰ্থনযোগ্য হৈ পৰিল।

যেতিযা বুৰ্জোৱা জাতীয় ৰাষ্ট্ৰত পুঁজিবাদ বিকশিত হ'ল আৰু ইযাৰ ফলত সমাজবাদী চিন্তাচেতনাই গা কৰি উঠিল, তেতিয়াও প্ৰথমে গণতান্ত্ৰিক লক্ষ্য থকা যুদ্ধক সমৰ্থন কৰা হ'ল। মাৰ্ক্সেও প্ৰথমতে এনে ধাৰণাৰে সমৰ্থন কৰিছিল বহল অৰ্থত। কিন্তু কিছুদিনৰ পিছত দেখা গ'ল যে তথাকথিত বুৰ্জোৱা গণতান্ত্ৰিক ৰাষ্ট্ৰবোৰেও এহাতে নিজৰ দেশৰ শ্ৰমিক আৰু খাতিখোৱা মানুহক শোষণ আৰু আনহাতে বিশ্বৰ বিভিন্ন ঠাইৰ মানুহৰ স্বাধীনতা দমন কৰি উপনিবেশ প্ৰতিষ্ঠা আৰু ঔপনিবেশিক শোষণ আৰম্ভ কৰিলে। যেতিযা পৃথিবী ঔপনিবেশিক আৰু সাম্ৰাজ্যবাদী যুগত প্ৰবেশ কৰিলে, তেতিযা কেৱলমাত্ৰ গণতান্ত্ৰিক লক্ষ্যই যুদ্ধক ন্যায্যতা প্ৰদান কৰিবলৈ যথেষ্ট নহ'ল। তেতিযা পুঁজিবাদৰ বিৰুদ্ধে সমাজবাদ আৰু অৱদমিত জাতিবোৰৰ মুক্তিৰ লক্ষ্যক আগবঢ়াই নিব পৰা যুদ্ধকহে উচিত যুদ্ধ আখ্যা দিযা হ'ল।

মাৰ্ক্সবাদী চিন্তামতে কোনো যুদ্ধক বিচাৰ কৰোতে, কোনো পক্ষক ইয়াত সমৰ্থন কৰোতে সদায় এইটো কথা চাব লাগিব যে এই যুদ্ধই সাধাৰণভাৱে আৰু এটা নিৰ্দিষ্ট পক্ষৰ বিষয়ে বিশেষভাৱে সমাজবাদৰ বিকাশত সহায কৰিবনে নকৰে? যদি সহাযক হয়, তেতিয়াহে এনে যুদ্ধ আৰু এটা পক্ষ সমৰ্থনযোগ্য হ'ব। ইউৰোপৰ প্ৰায়বোৰ মাৰ্ক্সবাদী আৰু সমাজতান্ত্ৰিক দলে এই সূত্ৰায়ন মানি লৈছিল। প্ৰথম মহাসমৰৰ আগতে অনুষ্ঠিত হোৱা দ্বিতীয় আন্তৰ্জাতিকৰ ষ্টুটগাৰ্ট কংগ্ৰেছত সেযে সমাজবাদী দলবোৰৰ বেছিভাগেই প্ৰথম মহাসমৰৰ দৰে এখন সাম্ৰাজ্যবাদী যুদ্ধ আৰম্ভ হ'লে তাত নিজা নিজা দেশৰ বুৰ্জোৱা চৰকাৰ

জড়িত হৈ পৰিলেও তেনে যুদ্ধক সমৰ্থন নকৰাৰ প্ৰস্তাৱ লৈছিল। বৰঞ্চ, এনে যুদ্ধই সৃষ্টি কৰা সংকটৰ সুবিধাত নিজা নিজা দেশত সমাজবাদী আন্দোলন আৰু যুদ্ধ বিৰোধী আন্দোলন গঢ়ি তোলাৰহে সংকল্প লৈছিল।

জাৰ্মান সমাজ গণতান্ত্ৰিক দলৰ নেতা কাৰ্ল কাউটস্কিযে মাৰ্ক্সীয় চিন্তাধাৰা অনুসৰিয়েই প্ৰথম মহাসমৰত ৰুচিয়া আৰু জাৰ্মানীৰ মাজত যুদ্ধ লাগি পৰাৰ পাছত কৈছিল যে এনে যুদ্ধত স্বৈৰতান্ত্ৰিক জাৰতন্ত্ৰী ৰাচিয়া পৰাজিত হোৱা ভাল কিযনো তেতিয়া ৰাচিষাত এক মহাসংকট জন্ম হ'ব আৰু ইয়াৰ সুবিধাতে জাৰতন্ত্ৰক উৎখাত কৰি দেশত হয়তো সমাজবাদ প্ৰতিষ্ঠা কৰাৰ দিশত আগুৱাই যাব পৰা যাব। এনেদৰে তেওঁ জাৰ্মানীত সমাজ গণতান্ত্ৰিকসকলে জাৰ্মান যুদ্ধ প্ৰচেষ্টাত সমৰ্থন দিয়াৰ বাবে যুক্তি দিছিল।

মাৰ্ক্সবাদী চিন্তা মূলতেই যুদ্ধ বিৰোধী, কিন্তু পেচিফিষ্ট বা যিকোনো উপায়ে শান্তি বিচৰা সকলৰ দৰে আপোচ কৰি ই যুদ্ধক এৰাই চলিব নোখোজে। বৰঞ্চ সমাজবাদক আগবঢ়াই নিযাত পৰিস্থিতি সাপেক্ষে যুদ্ধৰ বিপ্লৱী ভূমিকাক ই স্বীকাৰ কৰে। ইউৰোপত পুঁজিবাদ প্ৰতিষ্ঠাই যুদ্ধৰ বিভীষিকা কমাওক চাৰি জাতীয ৰাষ্ট্ৰ প্ৰতিষ্ঠা, ইবোৰৰ মাজত উপনিৱেশ লৈ অসুস্থ প্ৰতিযোগিতাৰ জৰিয়তে যুদ্ধৰ বিভীষিকা কাষহে চপাই আনিলে। সমাজত মুনাফালোভী বুৰ্জোৱাসকল নহয শ্ৰমজীৱি শ্ৰমিকসকলহে আটাইতকৈ উদাৰ আৰু শান্তিকামী শক্তি। পৃথিবীত যেতিয়া পুঁজিবাদৰ উৎখাত কৰাৰ জৰিয়তে সমাজবাদ প্ৰতিষ্ঠা হ'ব, যেতিয়া মানুহে মানুহক শোষণ নকৰিব, যেতিয়া উপনিৱেশ আৰু লুণ্ঠনৰ বাতাবৰণ নাইকিয়া হ'ব, তেতিয়া পৃথিবীৰ পৰা যুদ্ধৰ প্ৰযোজনো নাইকিয়া হ'ব। সমাজবাদে পৃথিবীৰ পৰা যুদ্ধৰ বিভীষিকা চিৰতৰে আঁতৰ কৰি শান্তি প্ৰতিষ্ঠা কৰিব। এযে আছিল মাৰ্ক্সবাদী চিন্তাৰ এটা মূল শিক্ষা।

এইবাবেই লেনিনে কৈছিল যে প্ৰথম মহাসমৰৰ সুযোগত ৰাচিয়াত গৃহযুদ্ধৰ সহাযেৰে হ'লেও সমাজবাদ প্ৰতিষ্ঠাৰ কাম আগবঢ়াই নিব লাগে। তেওঁ কৈছিল যে বুৰ্জোৱাৰ তথাকথিত দেশপ্ৰেম আৰু উগ্ৰজাতীয়তাবাদী প্ৰৱণতাৰ পৰা শ্ৰমিক শ্ৰেণী মুক্ত, সেয়ে তেওঁলোকেহে শান্তি প্ৰতিষ্ঠা কৰিবলৈ সক্ষম।

কিন্তু সঁচাকৈয়ে শ্ৰমিক শ্ৰেণী এনেবোৰ ধাৰণাৰ পৰা মুক্তনে ?

বৃটেইন আৰু জাৰ্মানীৰ প্ৰচণ্ড উদ্যোগিক বিকাশে দেশ দুখনৰ শ্ৰমিকসকলৰ জীৱনযাত্ৰাৰ মান ইউৰোপৰ অন্যান্য দেশৰ তুলনাত বহুতৰ্খিনি উন্নত কৰি পেলাইছিল। ইয়াত শ্ৰমিকসকলে অধিক সা-সুবিধা পোৱাই নহয়, বিভিন্ন বুৰ্জোৱা গণতান্ত্ৰিক অনুষ্ঠান প্ৰতিষ্ঠানৰ জৰিয়তে দেশৰ ৰাজনীতি আৰু আইন প্ৰণয়নতো বহুদূৰ অংশগ্ৰহণ কৰাৰ সুবিধা পাইছিল। শ্ৰমিকসকল লাহে লাহে মধ্যবিত্ত শ্ৰেণীটোৰ ফালে গৈ আছিল আৰু দেশৰ উন্নতি আৰু বিকাশৰ লগত তেওঁলোকৰ স্বাৰ্থও সাঙোৰ খাই পৰিছিল। আনকি ইংলণ্ডৰ ঔপনিৱেশিক

শোষণলব্ধ উন্নতিত শ্ৰমিক শ্ৰেণীৰ সমৰ্থন আছিল। ইউৰোপৰ আগবঢ়া দেশৰ শ্ৰমিকসকলক সেয়ে দেশপ্ৰেম, জাতীয়তাবাদ আদি বুৰ্জোৱা আদৰ্শই গভীৰ-ভাৱে প্ৰভাৱিত নকৰাকৈ থকা নাছিল।

প্ৰথম মহাসমৰৰ সময়ত ইউৰোপৰ বহুতো শ্ৰমিক আৰু সমাজবাদী দলে নিজা নিজা জাতীয় চৰকাৰক যুদ্ধত সমৰ্থন কৰিছিল। এই বিষয়ে আমি পাই যাম ক্ৰমে। এই কামৰ তাৎপৰ্য আৰু কাৰণ বুজিবলৈ হ'লে ইউৰোপৰ বিভিন্ন দেশত পুঁজিবাদৰ অসমবিকাশ আৰু আগবঢ়া দেশবোৰত শ্ৰমিকসকলৰ মাজত অহা পৰিৱৰ্তনৰ বিষয়ে ওপৰত কৈ অহা কথাখিনি মনত ৰাখিব লাগিব।

আনহাতে ৰাচিয়াত পৰিস্থিতি বেলেগ আছিল।

ৰাচিয়াৰ নতুনকৈ গঢ়ি উঠা শ্ৰমিক শ্ৰেণী অত্যন্ত পিছপৰা আছিল। শিক্ষা-দীক্ষা, সা-সুবিধা, মজুৰি, কাম-কাজৰ সুবিধা তেওঁলোকৰ একেবাৰে একো নাছিলেই বুলিব পাৰি। স্বৈৰতন্ত্ৰ আৰু অসমান নিৰ্বাচনী আইনৰ অধীনত তেওঁলোকে কোনোধৰণৰ গণতান্ত্ৰিক আৰু সামাজিক সুবিধাও পোৱা নাছিল।

গতিকে বুৰ্জোৱাৰ দেশপ্ৰেম আৰু জাতীয়তাবাদৰ ধাৰণাযো তেওঁলোকক বিশেষ প্ৰভাৱিত কৰিব পৰা নাছিল।

কিন্তু, ৰাচিয়াতো উন্নত শিল্পৰ লগত জড়িত অপেক্ষাকৃত উন্নত আৰু সুবিধা পোৱা এশ্ৰেণী শ্ৰমিকৰ মাজত তেওঁলোকৰ ইউৰোপীয় ভ্ৰাতাসকলৰ মাজত দেখা চিন্তাচৰ্চা যে গঢ়ি নুঠা নাছিল তেনে নহয়।

লেনিনে কোৱাৰ দৰে সঁচাকৈয়ে ৰাচিযাৰ শ্ৰমিকসকল উগ্ৰজাতীয়তাবাদী প্ৰভাৱৰ পৰা মুক্ত আছিল।

কিন্তু, ৰাচিয়াৰ পাছপৰা, অনগ্ৰসৰ পৰিস্থিতিয়েহে তেওঁলোকক এনে চৰিত্ৰ প্ৰদান কৰিছিল।

প্ৰথম মহাসমৰত বলচেভিক দলকে ধৰি বিভিন্ন সমাজ গণতান্ত্ৰিক গোটৰ ভূমিকাৰ কথা বুজিবলৈকে এইখিনি আলোচনাৰ প্ৰয়োজন আছিল।

প্ৰথম মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে ইউৰোপৰ সমাজবাদী দলবোৰে তেওঁলোকৰ নিজা নিজা জাতীয় চৰকাৰৰ যুদ্ধ প্ৰচেষ্টাত সমৰ্থন জনালে।

এই প্ৰক্ৰিয়া আৰম্ভ হ'ল জাৰ্মান সমাজ-গণতান্ত্ৰিক দলৰ সংসদী সদস্যসকলে যুদ্ধ অৰ্থসংগ্ৰহৰ বাবে চৰকাৰে উত্থাপন কৰা প্ৰস্তাৱক সমৰ্থন জনোৱাৰ জৰিযতে।

দ্বিতীয় আন্তৰ্জাতিকৰ ষ্টুটগাৰ্ট কংগ্ৰেছৰ সিদ্ধান্তবোৰ সকলোৱে পাহৰি পেলালে। দ্বিতীয় আন্তৰ্জাতিক ভাগি পৰিল।

ইংলণ্ডৰ সমাজবাদী নেতা ৰামচে মেকডনাল্ড, হিন্দমেনে বৃটিছ যুদ্ধ প্ৰচেষ্টাকৈ সমৰ্থন জনালে।

ফৰাচী সমাজবাদী নেতা জুলে গুৰ্চদি, এলবাৰ্ট টমাচ, মাৰ্চেল চেমবাৰ্টে

কেৱল চৰকাৰক সমৰ্থন কৰাই নহয় যুদ্ধকালীন মন্ত্ৰীসভাত মন্ত্ৰীত্বৰ পদো গ্ৰহণ কৰিলে।

বেলজিয়ামতো সমাজবাদী নেতা আৰু আন্তৰ্জাতিক সমাজবাদী ব্যুৰোৰ সভাপতি এমিলি ভেণ্ডাৰভেল্ডে চৰকাৰক সমৰ্থন কৰিলে।

ৰাচিয়াতহে প্ৰথমে ওলটা কাৰ্য ঘটিল। বলচেভিক-মেনচেভিক সকলো সমাজ-গণতান্ত্ৰিক দলৰ সংসদী সদস্যই যুদ্ধৰ বিৰোধীতা কৰি চৰকাৰী প্ৰস্তাৱত ভোটদান কৰিবলৈ অমান্তি হ'ল।

এই একতা পিছে বেছি সময় নাথাকিল।

মেনচেভিক শিবিৰতে প্ৰথমেই মতদ্বৈধতা আৰম্ভ হ'ল। প্লেখানভৰ আৰু এক্সেলৰডৰ নেতৃত্বত এচাম মেনচেভিকে ৰুচ পৰাজয়ৰ সময়ত জাতীয় প্ৰতিৰক্ষা প্ৰচেষ্টা প্ৰযোজনীয় বুলি কৈ জাৰ চৰকাৰক সমৰ্থন দি বহিল। ৰুচ সমাজ-গণতান্ত্ৰিক আন্দোলনৰ মাজত যুদ্ধৰ প্ৰসঙ্গত হোৱা মতবিৰোধৰ ক্ষেত্ৰত এই সোঁপন্থীসকলে এটা ধাৰাৰ প্ৰতিনিধিত্ব কৰিছিল।

সকলো মেনচেভিকে কিন্তু এওঁলোকক সমৰ্থন কৰা নাছিল।

মেনচেভিকসকলৰ মাজৰ পৰা মাৰটভ আৰু ট্ৰটস্কীৰ নেতৃত্বত এটা মধ্যমপন্থী চিন্তাধাৰাই গঢ় লৈ উঠিল। এওঁলোকৰ লগত বলচেভিক গোটৰ বহুতেও সহযোগিতা কৰিলে। এওঁলোকে যুদ্ধক গৰিহণা দিলে আৰু শীঘ্ৰে এটা গণতান্ত্ৰিক শান্তি প্ৰতিষ্ঠাৰ বাবে দাবী জনালে। যুদ্ধৰত দুইটা পক্ষই কোনেও কাকো ক্ষতিপূৰণ নিদিয়াকে আৰু কোনেও এলেকা দখল নকৰাকৈ শীঘ্ৰে গণতান্ত্ৰিক শান্তি প্ৰতিষ্ঠা কৰাৰ এই দাবী (Democratic peace without annexation and indemnities) সোনকালেই জনপ্ৰিয় হৈ উঠিল। তেওঁলোকে ৰাচিয়াৰ শাসক শ্ৰেণীৰ যুদ্ধত পৰাজয় ঘটোৱা বা গৃহযুদ্ধ অনুষ্ঠিত কৰাৰ কোনো কথা কোৱা নাছিল।

ইয়াৰ বিপৰীতে লেনিন আৰু বলচেভিকসকলৰ চিন্তা চৰ্চাৰ বিষয়ে আগেযে উনুকিয়াই অহা হৈছে।

ইউৰোপৰ সমাজবাদীসকলে ষ্টুটগাৰ্ট কংগ্ৰেছৰ সিদ্ধান্তবোৰ অৱমাননা কৰি নিজা নিজা চৰকাৰক সাম্ৰাজ্যবাদী যুদ্ধত সমৰ্থন জনোৱাটোক লেনিনে খোলা-খুলিকৈ শ্ৰমিক শ্ৰেণীৰ প্ৰতি চৰম বিশ্বাসঘাটকতা বুলি অভিহিত কৰিলে। ষ্টুটগাৰ্ট কংগ্ৰেছৰ প্ৰস্তাৱটো লৈয়ো খেলিমেলি হৈছিল। ইয়াত কোৱা হৈছিল যে যুদ্ধৰ সুবিধাক সমাজবাদীসকলে পুঁজিপতি শ্ৰেণীৰ শ্ৰেণীগত দমনৰ অৱসান ঘটাবলৈ ব্যৱহাৰ কৰিব লাগে।[1] কিন্তু, ৰাচিয়াতটো পুঁজিবাদী গণতান্ত্ৰিক বিপ্লৱ সম্পূৰ্ণ হোৱাই নাই বুলি সকলোৱেই স্বীকাৰ কৰিছে, গতিকে ইয়াত পুঁজিপতি শ্ৰেণীৰ শ্ৰেণীগত একাধিপত্যতাও নাই, গতিকে এনে যুদ্ধক পুঁজিপতিৰ বিৰুদ্ধে গৃহযুদ্ধলৈ ৰূপান্তৰ কৰিব নোৱাৰি, বৰঞ্চ এনে যুদ্ধক

গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে এটা সুবিধা বুলিহে ল'ব লাগে। এনে কৰিলেই সমাজবাদো শক্তিশালী হ'ব। যুদ্ধ অৱসান বিচৰা, অথচ যুদ্ধত ৰাচিয়াৰ পৰাজয় হ'ক, শ্ৰেণীসংগ্ৰাম, গৃহযুদ্ধ গঢ়ি উঠক এই কথা মানি লব নোৱৰা মেনচেভিক আৰু বহু বলচেভিকৰো মনোভাব আছিল এনে।

লেনিনে ক'লে যে কথা এইটো নহয়।

এই যুদ্ধখন এখন সাম্ৰাজ্যবাদী যুদ্ধ, এনে এক সময়ৰ যুদ্ধ যেতিয়া পুঁজিবাদে ইয়াৰ সৰ্বোচ্চ ৰূপ—সাম্ৰাজ্যবাদী চৰিত্ৰ লাভ কৰিছে। এই যুদ্ধক পুঁজিবাদৰ উত্থানৰ যুগৰ ( ১৭৮৯—১৮৭১ ) জাতীয়তাবাদী যুদ্ধৰ লগত ৰিজাব নোৱাৰি। অষ্ট্ৰিয়াৰ বিৰুদ্ধে চাৰ্বিয়াৰ সংগ্ৰামৰ মাজত এনে উপাদান নিহিত থাকিলেও ই প্ৰথম মহাসমৰৰ চৰিত্ৰক পৰিৱৰ্তন নকৰে।[2] এই সাম্ৰাজ্যবাদী যুগৰ যুদ্ধত কেৱল গণতান্ত্ৰিক শান্তি প্ৰতিষ্ঠাৰ দাবীযেই পৰ্যাপ্ত নহয়, বৰঞ্চ ইয়াৰ লগত সক্ৰিয়ভাৱে সমাজবাদী লক্ষ্য যুক্ত নকৰিলে ইয়াৰ কোনো লক্ষ্য নাথাকে। আৰু, এই সমযত সাম্ৰাজ্যবাদী যুদ্ধক একমাত্ৰ গৃহযুদ্ধলে ৰূপান্তৰ কৰিহে, শ্ৰেণীসংগ্ৰাম গঢ়ি তুলিহে, বৰ্তমান যুগত গণতন্ত্ৰ আৰু সমাজবাদক শক্তিশালী কৰি তুলিব পাৰে।

লেনিনে বাৰে বাৰে, বহুদিন আগৰ পৰাই, দেশৰ গণতান্ত্ৰিক আৰু সমাজবাদী বিপ্লৱক এক চিঙিব নোৱৰা যোগসূত্ৰৰে বান্ধখোৱা বুলি কৈ আহিছে আৰু দুইটা বিপ্লৱৰ কাম-কাজক সমান্তৰালভাৱে বিকশাই নিবা বা গণতান্ত্ৰিক বিপ্লৱৰ বিজয়ক লগে লগে সমাজবাদী বিপ্লৱলৈ ৰূপান্তৰিত কৰিব লাগিব বুলি দোহাৰি আহিছে। এতিযাও তেওঁ ক'লে যে বুৰ্জোৱা গণতান্ত্ৰিক লক্ষ্যৰে গণতান্ত্ৰিক শান্তিৰ প্ৰস্তাৱেই নহয়, যুদ্ধক সমাজবাদী লক্ষ্যলৈ আগুৱাই নিবৰ বাবে গৃহযুদ্ধৰ প্ৰযোজনীয়তা মানি লোৱা উচিত। বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ লক্ষ্যক এতিয়া সমাজবাদী বিপ্লৱৰ লক্ষ্যৰ অধীন কৰাতো উচিত।

ৰাচিয়াত সমাজবাদীসকলে এই কাম কৰিবলৈ কেনেকৈ আগবাঢ়িব সেই বিষয়তে তেওঁ স্পষ্টভাৱে নীতি প্ৰস্তুত কৰি উলিযালে।

"সৰ্বাত্মক প্ৰচাৰকাৰ্য", সেনাবাহিনী আৰু ৰণাঙ্গনৰ সেনাসকলৰ মাজত সৰ্বাত্মক প্ৰচাৰকাৰ্য গঢ়ি তুলিব লাগিব। সমাজবাদী বিপ্লৱৰ প্ৰযোজনীযতা প্ৰচাৰ কৰিব লাগিব, সেনাসকলক বুজাব লাগিব যে ( শত্ৰুপক্ষত থকা ) তেওঁলোকৰ ভাইসকলৰ বুকুৰ পৰা, যি অন্যদেশত ভাৰাতীয়া দাসৰ বাহিৰে একো নহয়, যুদ্ধৰ বন্দুকৰ নলী ওভটাই সকলোৱে সকলোৰে দেশৰ প্ৰতিক্ৰিয়াশীল বুৰ্জোৱা চৰকাৰ বোৰৰ ফালে টোৱাব লাগিব। এনে ধৰণৰ প্ৰচাৰকাৰ্য সকলো ভাষাতে, সকলো পক্ষৰ সেনাবাহিনীৰ মাজত চলাবৰ বাবে, সেনাবাহিনীৰ মাজত বে-আইনী 'চেল' আৰু গোটবোৰ জৰুৰীভাৱে গঢ়ি তুলিব লাগিব। কোনো পাৰ্থক্য নৰখাকৈ সকলো দেশৰ বুৰ্জোৱাহ'ত, দেশপ্ৰেম আৰু

উগ্ৰ-জাতীয়তাবাদৰ ধাৰণাৰ বিপৰীতে ক্ষমাহীন সংগ্ৰাম আৰম্ভ কৰিব লাগিব।"[৪]

লেনিনৰ যুদ্ধসম্পৰ্কীয় এই চিন্তা পিছৰ লেখনিত তেওঁ আৰু বহু বিকশাই তোলে। কিন্তু তেওঁৰ এই প্ৰস্তাৱ বিশেষকৈ ৰুচ চৰকাৰ যুদ্ধত হৰাতো কামনা কৰা আৰু যুদ্ধৰ সময়তে ৰাচিযাত গৃহযুদ্ধ গঢ়ি তোলাৰ ধাৰণা ইমান আচহুৱা আছিল যে ইয়াক বলচেভিক দলৰ বহু কৰ্মী আৰু নেতায়ো প্ৰথমে গ্ৰহণ কৰিবলৈ টান পাইছিল।

সকলো সময়তে, সকলো পৰিস্থিতিতে ৰুচ বিপ্লৱৰ স্বাৰ্থক আগবঢ়াই নিযাতোৱেই আছিল লেনিনৰ ধ্যান জ্ঞান। যি দৃঢ়তা আৰু একাগ্ৰতাৰে তেওঁ এই কাম কৰিছিল তাৰ তুলনা পৃথিবীৰ ইতিহাসত পোৱাতো টান। তেওঁৰ শত্ৰুসকলেও এই কথা মুকলিভাৱে স্বীকাৰ কৰি গৈছে যে শয়নে সপোনে অনবৰতে তেওঁ বিপ্লৱকেই দেখিছিল। লেনিনে ৰাচিয়াত গণতান্ত্ৰিক বিপ্লৱক সমাজতান্ত্ৰিক বিপ্লৱৰ লগত সাঙুৰি একাকাৰ কৰি আগবঢ়াই নিয়াৰ কথা কৈছিল যদিও তেওঁ অকল ৰাচিযাতে অকলশৰে এই বিপ্লৱ সম্পন্ন কৰিব পৰা যাব বুলি তেতিযাও বিশ্বাস কৰা নাছিল। তেওঁ সদায় কৈছিল যে ইউৰোপৰ অগ্ৰসৰ দেশবোৰৰ সৰ্বহাৰা সমাজবাদী বিপ্লৱৰ লগত ৰুচ বিপ্লৱ একে ভাগ্যসূত্ৰৰে গঁঠা। এই ইউৰোপীয দেশ, বিশেষকৈ জাৰ্মানীৰ সমাজবাদী বিপ্লৱৰ সাফল্য আৰু সাহাৰ্যৰ ওপৰত ৰাচিয়াৰ বিপ্লৱ নিৰ্ভৰশীল। এক বিশ্ববিপ্লৱৰ অংশ হিছাপেহে ৰাচিযাত বিপ্লৱ সম্ভৱ হ'ব।

এই ক্ষেত্ৰত ট্ৰটস্কিৰ চিন্তা আছিল কিছু সুকীযা।

বিশ্ববিপ্লৱৰ প্ৰযোজনীয়তা তেওঁ মানি ললেও কৈছিল যে অনগ্ৰসৰ ৰাচিয়াত শ্ৰমিকসকলে ইউৰোপৰ অন্যান্য দেশৰ তুলনাত আগতে ৰাষ্ট্ৰক্ষমতা দখল কৰাৰ সম্ভাৱনা অধিক।

অক্টোবৰ বিপ্লৱৰ পাছতো এই বিষযে প্ৰচুৰ তৰ্কবাদ হৈছিল।

বলচেভিক দলে ৰাচিযাত প্ৰচণ্ড প্ৰতিকূলতাৰ মাজতো জাৰতন্ত্ৰৰ সাম্ৰাজ্যবাদী যুদ্ধৰ বিৰোধীতা কৰি যাবলৈ ধৰিলে। যি সময়ত মেনচেভিক আৰু অন্যান্য ৰাজনৈতিক দলবোৰ দোধোৰ-মোধোৰ অৱস্থাত পৰি নিষ্ক্ৰিয হৈ যাবলৈ ধৰিলে, সেই সময়ত এমুঠিমান বলচেভিকে দৃঢ়ভাৱে তেওঁলোকৰ চিন্তাৰ প্ৰচাৰ চলাই যাবলৈ ধৰিলে। ১৯১৪ চনৰ চেপ্টেম্বৰ মাহতেই বলচেভিক সংসদী ( ডুমাৰ ) সদস্যসকল আৰু বহুনেতাই ফিনলেণ্ডত এখন গোপন বৈঠকত মিলিত হৈ যুদ্ধক গৰিহণা দিলে আৰু বিৰোধীতা কৰিলে। সেই সময়ত তেওঁলোকে অৱশ্যে লেনিনে কোৱাৰ দৰে জাৰ চৰকাৰ ধ্বংজত হৰাতো খোলা-খুলিকৈ বাঞ্ছা কৰা আৰু গৃহযুদ্ধ গঢ়ি তোলাৰ কথা কোৱা নাছিল। জাৰ

চৰকাৰে আটাইবোৰ বলচেভিক সংসদী সদস্য আৰু নেতাকে গ্রেপ্তাৰ কৰি চাইবেৰিয়ালৈ নিৰ্বাসনত পঠালে।

ফলত ৰাচিয়াত বলচেভিক কেন্দ্ৰীয় নেতৃত্বৰ ক্ষেত্ৰত এটা ডাঙৰ শূন্যতাই দেখা দিলে। দেশত প্রধান নেতা এজনো নাইকিয়া হ'ল। লেনিনকে ধৰি বহুতো নেতা চুইজাৰলেণ্ডত থাকিব লগা অৱস্থা।

গোপন সংগঠনৰ বাবে তলৰ পৰ্যায়ত দলৰ কাম-কাজ প্রচণ্ড প্ৰতিকুলতাৰ মাজতো চলি আছিল যদিও, দেশ আৰু বিদেশত থকা কেন্দ্ৰীয় নেতৃত্বৰ লগত তলৰ সংগঠনবোৰৰ যোগাযোগ ব্যাহত হৈ পৰিছিল। ১৯১৬ চনত শ্লায়োপনিকভ নামৰ লেনিনৰ বিশ্বাসভাজন এজন বলচেভিক নেতাই ৰাচিয়াৰ ভিতৰত দলক নেতৃত্ব দিবৰ বাবে নিজে উদ্যোগ লৈ 'ৰুচ ব্যুৰো' আকৌ গঢ়ি তুলিলে। জালুটস্কি আৰু মলটভ নামৰ দুজন যুৱক ইয়াৰ সদস্য হ'ল। এওঁলোকে এহাতে বিদেশত থকা লেনিন আৰু আনহাতে দেশৰ সংগঠনবোৰৰ লগত যোগাযোগ ৰাখি গ'ল।

প্ৰথম মহাসমৰৰ কালচোৱা আছিল বিপ্লৱীসকলৰ বাবে বৰ দুৰ্দিনৰ কাল। সাংগঠনিক বিপৰ্যয়ে তেওঁলোকৰ মনোবলো ভাঙি পেলাইছিল। ৰাচিয়াত বিপ্লৱ কেতিয়াকৈ হ'ব সেই বিষয়ে তেওঁলোক হৈ পৰিছিল অনিশ্চিত। আনকি লেনিনেও খেদ কৰিছিল যে তেওঁলোকৰ চামটোৱে দেশৰ প্ৰচণ্ড বৈপ্লৱিক সংগ্ৰামবোৰ দেখি যাবলৈ নাপাব। লেনিন তেতিয়া বাৰ্ণৰ পৰা জুৰিখ চহৰত গৈ আছেগৈ, তেওঁ তাত থাকি যুদ্ধৰ কালছোৱাত জাতিসমস্যা আৰু সাম্রাজ্যবাদ সম্পৰ্কে দুখন মূল্যবান তাত্ত্বিক কিতাপ লেখিলে। আনফালে সংগঠনৰ তেতিয়া ক'বলৈ গলে কেলেঢোপ কেলেঢেপ অৱস্থা।

এনেদৰে ১৯১৭ চন পালেহি। আৰু এই বছৰতেই হঠাৎ সকলোকে আচৰিত কৰি ৰাচিয়াত বিপ্লৱ আৰম্ভ হৈ গ'ল।

# ৩৪

## সাম্ৰাজ্যবাদ আৰু জাতিসমস্যা



● ৰাচিয়াৰ জাতি সমস্যাৰ উৎস ● বৃহৎ ৰুচ আধিপত্যবাদৰ সমস্যা ● অৱদমিত জাতিৰ জাতীয়চেতনাৰ বিকাশ ● জাতীয়তাবাদৰ প্ৰগতিশীল পৰ্যায় ● জাতীয়তাবাদৰ প্ৰতিক্ৰিয়াশীল পৰ্যায় ● জাতীয় আত্মনিয়ন্ত্ৰণ আৰু বিচ্ছিন্নতাৰ অধিকাৰৰ প্ৰশ্ন ● সাংস্কৃতিক স্বায়ত্তশাসনৰ সুবিধাবাদী তত্ত্ব ● পুঁজিবাদী বিকাশৰ সৰ্বোচ্চ পৰ্যায় সাম্ৰাজ্যবাদ।

টোকা আৰু প্ৰসংগ : সহায়লোৱা কিতাপৰ তালিকা :

(1) লেনিন—জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ। প্ৰগতি প্ৰকাশন, মস্কো, ১৯৮৭ ) Assamese ).

(2) Carr E H —The Bolshevik Revolution. 3 Vol Penguin Books, London. Volume I

(3) Lenin—A Biography—Progress Publishers, Moscow.

(4) Schmidt et al—A Short History of the USSR. Progress Publishers, Moscow.

(5) Lenin VI—Imperialism the Highest Stage of Capitalism. Progress Publishers, Moscow.

প্ৰথম মহাসমৰ আৰম্ভ হোৱাৰ লগে লগে বিশ্বব্যাপি আৰু ৰাচিয়াৰ অভ্যন্তৰতো জাতীয় সমস্যাবোৰ অতি প্ৰকট হৈ পৰিবলৈ আৰম্ভ কৰিলে।

যুদ্ধৰ সময়ত চুইজাৰলেণ্ডত নিৰ্বাসনত থাকোতেই লেনিনে এই প্ৰশ্নটোৰ ওপৰত লেখা মেলা আৰম্ভ কৰিলে। জাতীয় প্ৰশ্নৰ ক্ষেত্ৰত সমাজবাদী দৃষ্টিভংগী আৰু কাৰ্যসূচী স্পষ্ট কৰি তোলাতো প্ৰয়োজন হৈ পৰিল, নহ'লে সকলো পিনে গঢ়ি উঠিবলৈ ধৰা জাতীয় আন্দোলনবোৰ সমাজবাদী আন্দোলনৰ বিকাশৰ বাটত বাধাস্বৰূপ হৈ পৰিবলৈ আৰম্ভ কৰিছে।

ৰাচিয়াৰ প্ৰেক্ষাপটত এই প্ৰশ্নটো আৰু জৰুৰী হৈ পৰিছে।

জাৰতন্ত্ৰী ৰাচিয়াই নিজা সাম্ৰাজ্যৰ পৰিধি বহলাইছিল ইউৰোপ আৰু এচিয়াৰ বহুতো স্বাধীন জাতিসত্তাক পৰাধীন কৰি, এইবোৰে বসবাস কৰা এলেকা বোৰ জোৰকৈ দখল কৰি। এই জাতিবোৰক পুলিচ, সেনাবাহিনীৰ সহায়েৰে দমাই ৰখা হৈছিল, তেওঁলোকৰ ভাষা-সাহিত্যৰ চৰ্চা কেতিয়াবা বে-আইনী ঘোষণা কৰা হৈছিল, জাতীয় সংস্কৃতি চৰ্চাৰ ক্ষেত্ৰত নানান বাধা-নিষেধ আৰোপ কৰা হৈছিল, এই এলেকা বোৰৰ খনিজ সম্পদ আহৰণ আৰু শিল্প উদ্যোগ তথা প্ৰশাসনত ৰুচ জাতিৰ শ্ৰমিক আৰু প্ৰশাসকসকলক নিযোজিত কৰা হৈছিল, আৰু, প্ৰশাসনৰ সহাযেৰে বৃহৎ ৰুচ ভাষা সংস্কৃতি এইবোৰৰ ওপৰত জোৰকৈ জাপি দিযা হৈছিল। ৰুচ সাম্ৰাজ্যৰ মাজত অনা ৰুচ জাতিসত্তাবোৰে বসবাস কৰা এলেকাবোৰক বাস্তৱিকতে একোখন উপনিৱেশৰ দৰে ব্যৱহাৰ কৰা হৈছিল। অথচ এনে অনা ৰুচ জাতিবোৰ সম্মিলিতভাৱে ৰুচ সাম্ৰাজ্যত সংখ্যাগৰিষ্ঠ আছিল। জাৰ প্ৰশাসন আৰু পুঁজিবাদৰ এই প্ৰচণ্ড জাতীয় নিপীড়নে ৰাচিয়াক জাতিসত্তাবোৰৰ এক বৃহৎ কাৰাগাৰত পৰিণত কৰিছিল।[1]

এনেকুৱা এলেকাবোৰত ভাল ভাল মাটিবোৰ কাঢ়ি তাত বৃহৎ ৰুচ (কিছুসংখ্যক প'ল আৰু জাৰ্মান) অভিজাত জমিদাৰহঁতৰ বৃহৎ বৃহৎ জমিদাৰী কিছুমান গঢ়ি তোলা হৈছিল।

বৃহৎ ৰুচ আধিপত্যবাদে এহাতে জাৰৰ আমোলত ৰুচ আৰু অনাৰুচ জাতিৰ মাজত সদায় জাতিগত বিভাজন আৰু বিৰোধ জীয়াই ৰাখিবলৈ যত্নপৰ আছিল আৰু আনহাতে এই উদ্দেশ্যেৰেই ৰুচ উগ্ৰ জাতীয়তাবাদক প্ৰশ্ৰয় দিছিল। আনকি, ৰাচিয়াত বাস কৰা ইহুদীসকলক নিগ্ৰহ কৰিবৰ বাবে গোপন পুলিচৰ পৃষ্ঠপোষকতাত 'ব্লেক হাণ্ড্ৰেড' নামৰ উগ্ৰজাতীয়তাবাদী গুণ্ডাবাহিনীবোৰো গঢ়ি তোলা হৈছিল।

বৃহৎ ৰুচ জাতিৰ উদাৰনৈতিক বুৰ্জোৱাসকলৰ মাজতো ৰুচ জাতীয়তাবাদী চিন্তাধাৰা দিনে দিনে বাঢ়ি আহিছিল। ৰাচিয়াত পুঁজিবাদী বিকাশৰ এটা অৱশ্যম্ভাৱী পৰিণতি আছিল এইটো। জাৰ স্বৈৰতন্ত্ৰয়ো দেশপ্ৰেমৰ দোহাই দি

এহাতে এই জাতীয়তাবাদক সাম্রাজ্যবাদী যুদ্ধ চলোৱাত আৰু আনহাতে দেশৰ অনাৰুচ জাতিসত্তাবোৰক দমন কৰাৰ কামত ব্যৱহাৰ কৰিব বিচাৰিছিল। ৰাচিয়াৰ উদাৰনৈতিক আৰু শিক্ষিত ৰুচ মধ্যবিত্তসমাজৰ মাজত ৰাচিযাৰ মহত্ব প্ৰতিষ্ঠা, শ্লাভ জাতীযতাবাদৰ গুণগান আৰু দেশপ্ৰেমৰ দোহাই দি বৃহৎ আৰু মহান ৰাচিয়া গঢ় তোলাৰ সপোনে ভালকৈয়ে পোখা মেলিছিল। পুস্কিনৰ পৰা আৰম্ভ কৰি দস্তযাভস্কিলৈকে ৰুচ শিৰোমণি সাহিত্যিক সকলেও এনে চিন্তাৰ পৃষ্ঠপোষকতা কৰিছিল। ৰুচ সমাজত নাগৰিক স্বাধীনতা প্ৰতিষ্ঠা আৰু সংসদীয় গণতান্ত্ৰিক শাসন ব্যৱস্থা গঢ় তোলাৰ উদাৰনৈতিক বুৰ্জোৱাৰ দাবীৰ লগত এনে জাতীয়তাবাদী চিন্তা এৰাব নোৱাৰাকৈ সাঙোৰ খাই আছিল। কিন্তু, ৰুচ জাতীযতাবাদৰ প্ৰবক্তা উদাৰনৈতিক বুৰ্জোৱাসকলে ৰাচিযাৰ বাঢ় অহা অনাৰুচ জাতীযতাবাদৰ সমস্যাৰ সন্মুখত বাৰে বাৰে উজুটি খাইছিল। এই সমস্যাৰ সমাধানসূত্ৰ উলিযাব নোৱাৰি তেওঁলোকৰ জাতীযতাবাদো হৈ পৰিছিল দুদুল্যমান। এনে দুদুল্যমানতা আহি সমাজবাদী শিবিৰতো সুমাইছিলহি আৰু ইয়াতো জাতীয প্ৰশ্নটো ধুৱলি-কুৱলি হৈ পৰিবলৈ আৰম্ভ কৰিছিল।

অৱদমিত জাতিসত্তাবোৰৰ মধ্যশ্ৰেণীৰ মাজতো জাতীযতাবাদে গা কৰি উঠিবলৈ আৰম্ভ কৰিছিল। ফিনিচ, ইউক্ৰেনীয, পলিচ আৰু এচিযাৰ অনাৰুচ জাতিবোৰতো পুঁজিবাদী বিকাশে মধ্যবিত্তশ্ৰেণীক জন্ম দিযাৰ লগে লগে এই শ্ৰেণীটোৱে জাৰ স্বৈৰতন্ত্ৰ আৰু ৰুচ আধিপত্যবাদৰ বিৰুদ্ধে জাতীয আত্ম-নিযন্ত্ৰণৰ সপোন দেখিছিল, সংগঠন আৰম্ভ কৰিছিল আৰু ঠাই আৰু সুবিধা বিশেষে গোপন সশস্ত্ৰ সংগঠনো গঢ় তুলিবলৈ আৰম্ভ কৰিছিল।

এই জাতীয়তাবাদী পুনৰুত্থানে বহুকেইটা বিপদৰ সৃষ্টি কৰিছিল। ই ৰাচিযাৰ সমাজত বহুতো বিভাজনমুখী প্ৰবণতাৰ জন্ম দিছিল। ঠায়ে ঠাযে বিভিন্ন জাতিসত্তাৰ মাজত আৰম্ভ হৈছিল সাম্প্ৰদায়িক আৰু জাতিগত সংঘৰ্ষবোৰ। আনকি বিভিন্ন জাতিৰ শ্ৰমিক শ্ৰেণীৰ মাজতো ই অসূযা আৰু সন্দেহৰ জন্ম দিছিল। ফলত সমাজবাদী আদৰ্শ বিকাশৰ বাটত ই বাধা হৈ পৰিছিল।

এনে পৰিস্থিতি সৃষ্টি হ'লে সমাজবাদীসকলে জাতীয সমস্যাবোৰ আওকাণ কৰি চলিব নোৱাৰে। বৰঞ্চ তেওঁলোকে জাতীয প্ৰশ্নত এক কাৰ্যসূচী প্ৰস্তুত কৰাতো অতিপ্ৰয়োজনীয হৈ পৰে যাতে শাসক শ্ৰেণীয়ে জাতীযতাবাদ আৰু জাতিবিদ্বেষৰ প্ৰচাৰেৰে ৰাইজক বিভ্ৰান্ত আৰু পথভ্ৰষ্ট কৰিব নোৱাৰে, গণতান্ত্ৰিক আন্দোলনৰ ক্ষতিসাধন কৰিব নোৱাৰে।

ৰুচ সমাজ-গণতান্ত্ৰিক দলে জাতীয় সমস্যাৰ ক্ষেত্ৰত বহু আগেযে এক বহলনীতি নিৰ্ধাৰণ কৰি ৰাখিছিল যদিও, বৰ্তমানৰ পৰিস্থিতিত সেহ মূল নীতিৰ সংযোজন আৰু সংবৰ্ধন প্ৰয়োজন হৈ পৰিল। 'জাতীয প্ৰশ্নত

কেতবোৰ সমালোচনাত্মক মন্তব্য' আৰু 'জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ' নামৰ দুটা নিবন্ধত লেনিনে তেওঁৰ চিন্তাভাবনাবোৰ লেখি উলিয়াই। কাৰ্ল কাউট্স্কি আৰু ৰ'জা লুক্সেমবাৰ্গৰ লেখাৰ ওপৰত ভিত্তি কৰি তেওঁ এই নিবন্ধকেটাত জাতি সমস্যা সম্পৰ্কে সমাজবাদী শিবিৰত প্ৰচলিত কেতবোৰ ভুল ধাৰণা সম্পৰ্কেও সমালোচনা ( বিশেষকৈ অট্ৰ বাউয়ৰৰ আৰু ৰ'জা লুক্সেমবাৰ্গৰ কেতবোৰ মন্তব্যৰ ) আগবঢ়ায। লেনিনৰ এই মূল ভিত্তিৰ ওপৰতে ষ্টেলিনে পিছৰ কালত জাতিসমস্যা সম্পৰ্কে সমাজবাদী নীতিবোৰ প্ৰস্তুত কৰে।

জাতীযতাবাদ, বিশেষকৈ আধুনিক অৰ্থত জাতীয়তাবাদৰ জন্ম পুঁজিবাদৰ লগত জড়িত, কিন্তু ঐতিহাসিকভাৱেই জাতীযতাবাদৰ সামাজিক ভূমিকাৰ পৰ্যায়ভেদ দেখিবলৈ পোৱা যায। দুটা পৰ্যাযত জাতীয়তাবাদৰ দুটা প্ৰবণতা প্ৰকট হৈ পৰে।

প্ৰথম পৰ্যায়ত, পুঁজিবাদী বিকাশৰ লগে লগে, জাতীয জীৱনত জাগৰণৰ সূচনা হয, জাতি মুক্তিৰ দিশত আগবাঢ়ে আৰু ই এখন জাতীয় ৰাষ্ট্ৰ গঢ়ি তোলাৰ ফালে আগবাঢ়ে। এই প্ৰক্ৰিযাটোত বুৰ্জোৱাই নেতৃত্ব লয়। এই প্ৰক্ৰিয়াটোৰ মূল চালিকা শক্তি হ'ল বুৰ্জোৱা শ্ৰেণীযে নিজৰ অৰ্থনৈতিক বিকাশৰ বাবে এখন আভ্যন্তৰীণ বজাৰ আৰু জাতীয ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰাতো। সমাজত শক্তিশালী হৈ গঢ়ি উঠা বুৰ্জোৱা শ্ৰেণীযে সামন্তবাদৰ অৰ্থনৈতিক নাগপাশৰ আৱেষ্টনি ছিন্ন কৰি নিজৰ কলকাৰখানাৰ বস্তু বিক্ৰি আৰু ব্যৱসায়ৰ বাবে এখন ঐক্যবদ্ধ দেশ গঠন কৰিব বিচাৰে। জাতীয়তাবাদী ভাবাদৰ্শক মানুহৰ মাজত জনপ্ৰিয় কৰি তুলি ভাষাক ভিত্তি কৰি ই এই কামত আগবাঢ়ে। সমাজৰ সকলোবৰ্গৰ মাজত আৰু নিজৰ মাজতো অবাধ বেহা আৰু বিনিযোগৰ বাবে এটা সমূহীযা ভাষা আৰু উন্নত সাহিত্য বিকাশত ই সহায় কৰে। এনেদৰে একোটা জাতিক ভাষাৰ ভিত্তিত ঐক্যবদ্ধ কৰি ই এখন জাতীয় ৰাষ্ট্ৰৰ জন্ম দিযে। পুঁজিবাদী বিকাশৰ বাবে এনে জাতীয় ৰাষ্ট্ৰ গঠনেই হ'ল সৰ্বোত্তম উপায। যিবোৰ দেশত একাধিক জাতি বা ভাষাৰ অৱশেষ বৈ গ'ল, সেই দেশবোৰত এই বুৰ্জোৱা বিপ্লৱ আৰু জাতীয় ৰাষ্ট্ৰ গঠনৰ প্ৰক্ৰিয়াই সম্পূৰ্ণতা লাভ কৰিবলৈ সক্ষম নহ'ল। এনে জাতীয ৰাষ্ট্ৰত বুৰ্জোৱা শ্ৰেণীয়ে সাংবিধানিক গণতান্ত্ৰিক শাসন পদ্ধতিৰে সমাজত নিজৰ একাধিপত্যতা কায়েম কৰি ৰাখিবলৈ চেষ্টা কৰে, আৰু বেছিভাগ ক্ষেত্ৰতে সফলো হয়।

সামন্তবাদৰ ওপৰত ধনতন্ত্ৰৰ বিজয়ৰ যুগত এইদৰে জাতীয়তাবাদে এটা প্ৰগতিশীল সামাজিক ভূমিকা ল'বলৈ সক্ষম হয়। কিন্তু, এই নিৰ্দিষ্ট যুগটোৰ, এই নিৰ্দিষ্ট প্ৰেক্ষাপটতহে জাতীয়তাবাদৰ ভূমিকা প্ৰগতিশীল হয়।[2]

যেতিয়া পুঁজিবাদৰ বিকাশ আৰু আগবাঢ়ে, যেতিয়া সমগ্ৰ বিশ্ব জুৰি পুঁজিবাদী অৰ্থনৈতিক অনুষ্ঠানবোৰে নিজৰ জাল বিস্তাৰ কৰে, তেতিয়া আন্তৰ্জাতিক অৰ্থনৈতিক জোটবন্ধনে জাতীয় সীমাবোৰ দুৰ্বল কৰি পেলায়, জাতীয় দুৰত্ব কমি আহে। পুঁজিবাদে জাতীয় গণ্ডীৰ পৰা ওলাই যায়, এহাতে উপনিবেশ দখল আৰু আনহাতে উদ্যোগীক আৰু বেংকৰ পুঁজিৰে যৌথ ফিনান্স পুঁজি গঢ়ি উঠে—পৃথিবী সাম্ৰাজ্যবাদৰ যুগত প্ৰবেশ কৰে। কিন্তু, এই কাম পুঁজিবাদে শান্তিপূৰ্ণ পন্থাৰে কৰিব নোৱাৰে, কৰে প্ৰচণ্ড প্ৰতিযোগিতা, যুঁজবাগৰ, আন আন জাতিৰ ওপৰত প্ৰচণ্ড শোষণ নিৰ্যাতন চলোৱাৰ জৰিয়তে। বিকাশৰ এই পৰ্যায়তো সাম্ৰাজ্যবাদী হৈ পৰা পুঁজিবাদী দেশবোৰৰ বুৰ্জোৱা শাসকশ্ৰেণীয়ে জাতীয়তাবাদ আৰু দেশপ্ৰেমৰ দোহাই দিয়েই দেশৰ মানুহক নিজৰ স্বাৰ্থৰ সপক্ষে সংগঠিত কৰিবলৈ, অন্যান্য পুঁজিবাদী দেশবোৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আৰু উপনিবেশবোৰ দমন লুণ্ঠন কৰিবলৈ সংগঠিত কৰাৰ চেষ্টা কৰে। সাম্ৰাজ্যবাদৰ যুগত সাম্ৰাজ্যবাদী দেশৰ বুৰ্জোৱা জাতীযতাবাদে ইয়াৰ সমগ্ৰ প্ৰগতিশীলতা হেৰুৱাই প্ৰতিক্ৰিয়াশীল হৈ পৰে। এনে পাৰিস্থিতিত এনে জাতীয়তাবাদক কোনো গণতান্ত্ৰিক শক্তিয়ে সমৰ্থন কৰিব নোৱাৰে।[৫]

কিন্তু, এনে সাম্ৰাজ্যবাদী দেশবোৰে নিপীড়ন কৰা জাতিবোৰৰ মাজত, উপনিবেশবোৰৰ গৰ্ভত, যেতিয়া জাতীয়তাবাদক দোহাই দি ইযাৰ সহায়ত জাতীয় মুক্তি আন্দোলন গঢ়ি তোলা হয, তেতিযা বুৰ্জোৱা-সামন্তগোটৰ নেতৃত্ব থাকিলেও ইয়াক সমৰ্থন কৰাতো উচিত। সমৰ্থনৰ জৰিয়তে ইয়াক সমাজবাদী-সকলে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে এক গণতান্ত্ৰিক সংগ্ৰামৰ চৰিত্ৰ দিয়াতো উচিত। কিন্তু, এই ক্ষেত্ৰতো এটা কথা মনত ৰখা ভাল যে সমাজবাদ আৰু জাতীয়তাবাদ দুটা স্বকীযা শ্ৰেণীৰ আদৰ্শ, প্ৰথমটো শ্ৰমিকৰ, দ্বিতীয়তো বুৰ্জোৱাৰ। গতিকে জাতীয় মুক্তি আন্দোলনবোৰক সহায় কৰাৰ (কেৱল সমৰ্থনেই নহয়) ক্ষেত্ৰত চাব লাগিব যে ই সমাজবাদী আন্দোলন আৰু প্ৰৱণতাক শক্তিশালী কৰেনে নকৰে?

ৰাচিযাত, ৰ'ত জাৰ স্বৈৰতন্ত্ৰই বহুতো সৰু ডাঙৰ জাতিসত্তাক দমন, নিপীড়ন কৰিছে, তাত এই জাতিসত্তাবোৰৰ জাতীয মুক্তিৰ আন্দোলনক সমাজবাদীসকলে সমৰ্থন কৰাতো উচিত।

কিন্তু এই সমৰ্থনৰ কাৰ্যসূচী কেনে হোৱা উচিত। কি ভিত্তিত, কি পৰ্যায়লৈকে সমাজবাদীসকলে এনে জাতীয় আন্দোলনবোৰক সমৰ্থন জনাব?

প্ৰথমে, প্ৰতিটো জাতিৰ ভাষাক সমান মৰ্যাদা দিয়াৰ বাবে দাবী আৰু সংগ্ৰাম কৰিব লাগিব। কোনো জাতিৰ ভাষাকে যাতে দমন কৰা নহয তাৰ বাবে চকু দিব লাগিব।

দ্বিতীয়তে, অৱদমিত জাতিৰ ৰাইজৰ মাজত সমাজবাদী ভাবাদৰ্শ আৰু

শ্ৰমিক শ্ৰেণীৰ আন্তৰ্জাতিকতাৰ আদৰ্শবোধ প্ৰচাৰ কৰিব লাগিব, সংগঠন লাগিব, যাতে অৱদমিত জাতিৰ ৰাইজকো নিজা বুৰ্জোৱা শ্ৰেণীয়ে চিৰাচৰিত জাতীয়তাবাদৰ অন্ধগলিৰ ফালে লৈ যাব নোৱাৰে।

আৰু, এই কাম কৰিবৰ বাবে, বিশেষকৈ অৱদমিত জাতিৰ সাধাৰণ খাটি-খোৱা মানুহৰ মনৰ পৰা আন জাতিৰ (এই ক্ষেত্ৰত ৰুচ জাতিৰ) প্ৰতি-অবিশ্বাস—সন্দেহৰ ভাব দূৰ কৰি দৃঢ় সংগ্ৰামী মৈত্ৰী গঢ়ি তুলিবলৈ অৱদমিত জাতিৰ আত্মনিয়ন্ত্ৰৰ সম্পূৰ্ণ অধিকাৰ আনকি বেলেগ হৈ যোৱাৰ, বিচ্ছিন্ন হৈ যোৱা—আৰু স্বাধীন জাতীয় ৰাষ্ট্ৰ গঢ়ি তোলাৰ অধিকাৰক স্বীকৃতি দিব লাগিব।

ৰুচ সমাজ-গণতান্ত্ৰিক দলৰ কাৰ্যসূচীত জাতীয় প্ৰশ্নত অৱদমিত জাতি-সমূহৰ জাতীয় আত্মনিয়ন্ত্ৰণ আৰু আনকি বিচ্ছিন্ন হৈ স্বাধীন ৰাষ্ট্ৰ গঠন কৰাৰ অধিকাৰকো স্বীকাৰ কৰা হৈছিল। বুৰ্জোৱাতো বাদেই, বহুতো সমাজবাদী আৰু সমাজগণতান্ত্ৰিক নেতাযো ইয়াক কঠোৰ সমালোচনা কৰিছিল। কিন্তু, লেনিনে ইযাক সমৰ্থন জনাইছিল আৰু যুক্তিৰে ইয়াৰ ন্যায্যতা, প্ৰয়োজনীয়তা প্ৰতিপন্ন কৰিছিল। জাতি সমস্যাৰ ওপৰত লেনিনৰ লেখনিত এই কথাই আছিল।

পুঁজিবাদৰ অধীনত জাতীয নিপীড়ন শেষ কৰাতো সম্ভৱপৰ নহয়, সমাজবাদেহে ইযাৰ বাট উলিয়াই দিযে। গতিকে ৰাচিযাত জাতীয় প্ৰশ্নত, জাতীয় আত্মনিয়ন্ত্ৰণ আৰু বিচ্ছিন্নতাৰ অধিকাৰক সমৰ্থন কৰোতে অৱদমিত জাতিৰ মাজত, জাতীয় আন্দোলনত, বুৰ্জোৱা প্ৰভাৱ হ্ৰাস কৰিবলৈ শ্ৰেণী সংগ্ৰামৰ দিশবোৰ গঢ়ি তুলিব লাগিব? অৱদমিত জাতিসত্তাবোৰৰ মাজতো নিজৰ জাতিৰ শোষক, পুঁজিপতি, জমিদাৰ, মহাজনহঁতৰ শোষণৰ বিৰুদ্ধে সংগ্ৰাম গঢ়ি তুলিব লাগিব। জাতীয় আন্দোলনৰ মাজত এনেদৰে শ্ৰেণী-সংগ্ৰামৰ উপাদান গঢ়ি তুলিব পাৰিলেহে এনে আন্দোলন উগ্ৰজাতীয়তাবাদী আন্দোলনত পতিত হোৱাৰ পৰা ৰক্ষা কৰিব আৰু ইযাক গণতান্ত্ৰিক দিশত বিকশাই তুলিব পৰা যায়।

ৰ'জা লাক্সেমবুৰ্গে সমাজ-গণতান্ত্ৰিকসকলৰ জাতীয় প্ৰশ্নৰ কাৰ্যসূচীৰ পৰা জাতীয় আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ কথাটো বাদ দিবলৈ বিচাৰিছিল।

তেওঁ কৈছিল যে অৱদমিত জাতিবোৰৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ মানি লোৱা মানেই সেই জাতিৰ ভিতৰৰ বুৰ্জোৱা শ্ৰেণীক আৰু তেওঁলোকৰ মতাদৰ্শক প্ৰশ্ৰয় দিয়া। এনে কাৰ্যই গণতান্ত্ৰিক সংগ্ৰাম আৰু শ্ৰমিক শ্ৰেণীৰ ঐক্য সাধানত বাধৰ সৃষ্টি কৰিব।[4]

লেনিনে ইয়াৰ ঘোৰ বিৰোধীতা কৰিছিল। তেওঁ কৈছিল যে ৰ'জা

লাক্সেমবুর্গে বৃহৎ ৰুচ উগ্রজাতীয়তাবাদৰ কথা পাহৰি গৈছে। জাৰ প্ৰশাসন আৰু বৃহৎ ৰুচী বুর্জোৱাই সমর্থন কৰা বৃহৎ ৰুচ জাতীয়তাবাদেহে দেশত গণতান্ত্রিক আন্দোলন বিকাশৰ বাটত আটাইতকৈ ডাঙৰ অন্তৰায় হিছাপে দেখা দিছে।

বিভিন্ন জাতিৰ খাতিখোৱা মানুহৰ ভিতৰত মৈত্ৰীৰ সম্বন্ধ গঢ়ি তুলিবলৈ হ'লে, পাৰস্পৰিক বিশ্বাস আৰু যুক্ত সংগ্রাম বিকশাই তুলিবৰ বাবে, এই স্বীকৃতি —জাতীয় আত্মনিয়ন্ত্রণ আৰু বিচ্ছিন্নতাৰ অধিকাৰৰ মুক্ত স্বীকৃতি অতি-প্ৰয়োজনীয় কথা। এটা সুবিধাভোগী জাতিৰ সৰ্বহাৰাই যদি নিজা জাতিৰ বুর্জোৱা শ্রেণীৰ জাতীয়তাবাদৰ প্ৰতি, জাতীয় অৱদমন আৰু শোষণ নীতিৰ প্ৰতি সামান্যতমো সমৰ্থন বা অনুকম্পাও প্ৰকাশ কৰে তেনে সি অৱদমিত জাতিৰ খাটিখোৱা মানুহৰ মনত সাংঘাতিক অবিশ্বাসৰ সৃষ্টি কৰে, আৰু শ্ৰমিক শ্ৰেণীৰ ঐক্য ব্যাহত কৰে। ৰুচ শ্ৰমিক শ্ৰেণীয়ে কোনো পৰিস্থিতিতে, কোনো অজুহাততে ৰুচ বুর্জোৱাৰ জাতীয়তাবাদক সমৰ্থন কৰিব নোৱাৰে। যিহেতু এই জাতীয়তাবাদে আন বহুতো জাতিক দমন কৰি আহিছে, গতিকে এনে কাৰ্যই শ্ৰমিক ঐক্যৰ মূৰত কুঠাৰাঘাট কৰিব।

বিচ্ছিন্নতাৰ অধিকাৰ, স্বাধীন ৰাষ্ট্ৰ গঠনৰ অধিকাৰক স্বীকৃতি নিদিলে জাতীয় আত্মনিয়ন্ত্রণৰ অধিকাৰক স্বীকাৰ কৰাৰ কোনো অৰ্থ নাই, ই মাত্ৰ এক অসাধু ফোপোলা আৱাজ মাত্ৰহে হয়।

আৰু, বিচ্ছিন্নতাৰ অধিকাৰক স্বীকৃতি দিয়া মানেই প্ৰতিষ্ঠা বিশেষ পৰিস্থিতিত প্ৰতিটো জাতি সক্ৰিয়ভাৱে বিচ্ছিন্ন হৈ যোৱাৰ প্ৰযোজন বা অপ্ৰযোজন এই কথাটো নুবুজায়। দুইটা কথা সানি পুটৌক পেলালে নহ'ব। প্ৰতিটো এনে বিশেষ দাবী তাৰ ঐতিহাসিক পৰিস্থিতিত বিচাৰ কৰি চাব লাগিব সুকীয়া সুকীয়াকৈ। বিপ্লৱী সৰ্বহাৰাই পৰাপক্ষত সদায় এখন ডাঙৰ দেশৰ পৃষ্ঠ-পোষকতা কৰে। সৰু সৰু দেশতকৈ ডাঙৰ দেশত সমাজবাদ গঢ়াৰ কেতবোৰ বিশেষ সুবিধা থাকে।

উদাৰনৈতিক বুর্জোৱাহঁতে ইয়াতেই ভুল কৰে। জাতীয় মুক্তিৰ কথা ক'লেও তেওঁলোকে প্ৰকৃততে জাতিসমূহৰ আত্মনিয়ন্ত্রণৰ অধিকাৰ মানি নলয়, কিয়নো তেওঁলোকে আত্মনিয়ন্ত্রণৰ মূল মৰ্মবস্তু বিচ্ছিন্নতাৰ অধিকাৰকে মানি নলয়।

ইয়াৰ বিকল্প হিছাপে উদাৰনৈতিক বুর্জোৱাহঁতে সাংস্কৃতিক স্বায়ত্তশাসনৰ মতাদৰ্শ তুলি ধৰে। ৰাছিয়াত কেডেট দলে জাতিবোৰৰ এনে অবাধ সাংস্কৃতিক স্বায়ত্তশাসনৰ সমৰ্থন কৰিছিল।

এই সাংস্কৃতিক স্বায়ত্তশাসননো কি?

এই ধাৰণা প্ৰথমে আৰম্ভ কৰে অষ্ট্ৰিয়াৰ সমাজ-গণতান্ত্রিক নেতা অটু

বাউয়েৰে। তেওঁৰ এই সূত্ৰ মতে প্ৰতিখন দেশৰে, যিকোনো অংশতেই বাস কৰা প্ৰতিটো জাতিসত্তাৰ লোকে স্বায়ত্তশাসিত জাতীয় সমিতি গঢ়ি তুলিব—আৰু গঢ়ি তুলিব স্কুল—প্ৰতিটো জাতিসত্তাৰ বাবে সুকীয়া স্কুল। এই স্বায়ত্তশাসিত জাতীয় সমিতিৰ হাতত স্কুল, লোকশিক্ষা আৰু সংস্কৃতিৰ অন্যান্য শাখা এৰি দিয়া হ'ব। ই আছিল মূলতে জাতীয় প্ৰশ্নত এক সুবিধাবাদী কাৰ্যসূচী য'ত অৱদমিত জাতিবোৰক কোনোধৰণৰ ৰাজনৈতিক ক্ষমতা, অৰ্থনৈতিক কৰ্তৃত্ব দিব বিচৰা হোৱা নাছিল। সাংস্কৃতিক জাতীয় স্বায়ত্তশাসনৰ এই ধাৰণাই জাতীয় প্ৰশ্নটো সমাধান নকৰিছিলেই, বৰঞ্চ ই বুৰ্জোৱা, বিশেষকৈ শাসনাধিষ্ঠ বুৰ্জোৱা শ্ৰেণীৰহে স্বাৰ্থ ৰক্ষা কৰিছিল। বুৰ্জোৱাই অৱদমিত জাতিৰ জাতীয় আকাংক্ষাক কেতিয়াও সম্মান নজনাই, কোনোপধ্যেই স্বীকৃতি নিদিয়ে। মৰিলেও মৰকামোৰ নেৰাদি ই কেতিয়াও অৰ্থনৈতিক শোষণৰ বাট নেৰে—বৰঞ্চ ইয়াৰ নিজস্ব উগ্ৰজাতীয়তাবাদক নানা তৰহৰ ৰেহাই বা কনচেচনৰ আবুৰেৰে আঁৰ কৰি ৰখাৰ চেষ্টা কৰে। এই উদ্দেশ্যৰেই তেওঁলোকে সহজে সাংস্কৃতিক জাতীয় স্বায়ত্তশাসনৰ ধাৰণাক সহজে সমৰ্থন কৰে। ৰাচিয়াতো উদাৰনৈতিক বুৰ্জোৱাৰ ৰাজনৈতিক দল কেডেট পাৰ্টিয়ে সাংস্কৃতিক স্বায়ত্ত-শাসন মানি লোৱা কথাটো এই দৃষ্টিকোণৰ পৰাই বিচাৰ কৰিব লাগিব।

আনহাতে সাংস্কৃতিক স্বায়ত্তশাসনৰ ব্যৱস্থাই জাতিসত্তাবোৰৰ সাধাৰণ মানুহৰ মাজত অবিশ্বাস আৰু বিভেদ দূৰ কৰক চাৰি এনে বিভেদ বঢ়াৰহে সুবিধা কৰি দিয়ে। এনে বিভেদে বুৰ্জোৱাক শোষণত সহায় কৰে যদিও ই শ্ৰমিক শ্ৰেণীৰ ঐক্যৰ বাটত প্ৰচুৰ বাধাৰ সৃষ্টি কৰে। ই বৰঞ্চ দেশৰ মানুহক ভাগ ভাগ কৰাতহে সহায় কৰে।

ইয়াৰ বিপৰীতে সমাজবাদীসকলে সকলো জাতিৰ পূৰ্ণ সমানাধিকাৰ, জাতিসমূহৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ—আনকি বিচ্ছিন্নতাৰ অধিকাৰ আৰু সকলো জাতিৰে শ্ৰমিকশ্ৰেণীৰ মাজত সুদৃঢ় ঐক্য স্থাপন, এই তিনটা মূল নীতিৰ ভিত্তিত প্ৰস্তুত কাৰ্যসূচীৰ সহায়েৰে জাতীয় প্ৰশ্নৰ মীমাংসা বিচাৰে। তাৰো উপৰি বহুজাতিক দেশ এখনত শাসনাধিষ্ঠ জাতিৰ বুৰ্জোৱাইহে নিজৰ শোষণ লুণ্ঠনৰ এলেকা কমি যাব বুলি দেশখন ভাগ ভাগ হোৱাৰ ভয়ত গ্ৰস্ত হৈ থাকে। উচ্চস্বৰে সকলো বিভাজনমুখী প্ৰবণতাক গৰিহণা দিয়ে আৰু এনেদৰেই নিজৰ সুবিধাভোগী অৱস্থান কিছু এৰাধৰাৰ মাজেদি বচাই ৰাখিবলৈ চেষ্টা কৰে, কিন্তু সৰ্বহাৰা শ্ৰেণীয়ে বুৰ্জোৱাৰ ৰাষ্ট্ৰৰ ভৌগোলিক সীমাৰ প্ৰতি কোনো অহেতুক মোহ নাৰাখে, তেওঁলোকৰ দৃষ্টিভংগী হয়, নিপীড়িত মানুহে পুঁজিবাদী শোষণ নিৰ্যাতনৰ পৰা মুক্তি পাইছেনে নাই, বৃহৎ জাতিৰ অৱদমনৰ পৰা সৰু জাতিয়ে মুক্তি পাইছেনে নাই—সেই প্ৰশ্নটো। যদিও অন্তৰেৰে সৰ্বহাৰা শ্ৰেণীয়ে এখন দেশৰ ভিতৰতে সকলো জাতিৰ খাটিখোৱা মানুহৰ ঐক্য কামনা কৰে, কিন্তু

ইয়াতো মানুহৰ মাজৰ ঐক্যহে প্ৰধান—বুৰ্জোৱাৰ ভৌগোলিক সীমা প্ৰধান নহয়। সেয়ে তেওঁলোকে সকলো জাতিৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ, আনকি বিচ্ছিন্ন হৈ স্বাধীন ৰাষ্ট্ৰগঠনৰ অধিকাৰকো মুক্তকণ্ঠে স্বীকাৰ কৰি লয়। প্ৰথম মহাসমৰৰ কালছোৱাত, জাতিগত প্ৰশ্নবোৰ আকৌ এবাৰ প্ৰকট হৈ উঠাৰ সময়ত এই মাৰ্ক্সবাদী নীতিক পুনৰ প্ৰতিষ্ঠা কৰাতো প্ৰয়োজন হৈ পৰিছিল। চুইজাৰলেণ্ডত থকা কালছোৱাত লেনিনে ৰাচিয়াত বিভিন্ন ৰাজনৈতিক দলে এই প্ৰশ্নত লোৱা নীতি আৰু আন্তৰ্জাতিক সমাজবাদী আন্দোলনৰ মাজতো থকা নানা তৰহৰ ভুলভ্ৰান্তি বিশ্লেষণ কৰি জাতীয় প্ৰশ্নত মাৰ্ক্সবাদী দৃষ্টিভংগী পুনৰ প্ৰৱৰ্তন কৰিছিল।

বলচেভিক দলৰ জাতীয আত্মনিযন্ত্ৰণ আৰু বিচ্ছিন্নতাৰ অধিকাৰৰ প্ৰতি মুক্ত সমৰ্থনে বিপ্লৱৰ পাছত তেওঁলোকক বহুখিনি অসুবিধাত পেলাইছিল, আৰু এনে পৰিস্থিতি এদিন আহিব বুলি তেওঁলোকে জানিছিলো, তথাপি সকলো সংস্কাৰবাদৰ বিপৰীতে জাতীয় সমস্যাৰ বিপ্লৱী সমাধানৰ সূত্ৰ তুলি ধৰিবলৈ পাছ হোঁহকা নাছিল।

প্ৰথম মহাসমৰৰ কালছোৱাত জাতীয় প্ৰশ্নটোৰ লগতে বিপ্লৱৰ সাধাৰণ কাৰ্যসূচী আৰু তাত্বিক দিশা সম্পৰ্কেও সমাজ-গণতান্ত্ৰিক শিবিৰত যথেষ্ট সমস্যাৰ সৃষ্টি হৈছিল। যুদ্ধখনক দেশপ্ৰেম আৰু আত্মৰক্ষাৰ প্ৰশ্নত সমৰ্থন কৰা নকৰা, সমৰ্থন কৰিলে নিজৰ চৰকাৰক সহায কৰা নকৰা আদি বিভিন্ন প্ৰশ্নই মূৰ দাঙি উঠিছিল। এই বিষযে বিভিন্ন কথা আগেযেও আলচ কৰি অহা হৈছে আৰু পাছৰ অধ্যাযবোৰতো উত্থাপন কৰা হ'ব। লেনিনে দেখিছিল যে এই আটাইবোৰ সমস্যা আৰু বাক বিতণ্ডাৰ মূলতে আছে বিপ্লৱী শিবিৰত পুঁজিবাদ—ইযাৰ নৱতম বিকাশ সাম্ৰাজ্যবাদ আৰু এই যুগৰ যুদ্ধ সম্পৰ্কে থকা তাত্বিক অস্পষ্টতা। এই অৱস্থা যদি দূৰ কৰিব পৰা নাযায, তেতিয়াহলে এই সমস্যাবোৰো সমাধান কৰিব নোৱাৰি। নিৰ্বাসনৰ কালছোৱাতে সেযে তেওঁ এইবাৰ এই কাম হাতত ললে।

সাম্ৰাজ্যবাদৰ তাত্বিক আলোচনা আৰু বিশ্লেষণ কৰি ইয়াৰ চৰিত্ৰ নিৰ্ণয় কৰা আৰু সেইমতে বিপ্লৱৰ পৰৱৰ্তী কাৰ্যসূচী গ্ৰহণ কৰাৰ বাবে তেওঁ—'সাম্ৰাজ্যবাদ, পুঁজিবাদৰ সৰ্বোচ্চ পৰ্যায' নামৰ কিতাপখন লেখিলে। এই সূত্ৰায়ন আছিল বিশ্বৰ পৰিৱৰ্তিত পৰিস্থিতিত মাৰ্ক্সবাদৰ এক সৃজনশীল বিকাশ। মাৰ্ক্সৰ দিনত পুঁজিবাদ সাম্ৰাজ্যবাদলৈ ৰূপান্তৰিত হোৱা নাছিল, গতিকে তেওঁ এই-বিষয়ে কোনো পথনিৰ্দেশ দি যাব পৰা নাছিল। কিন্তু, পৃথিবীৰ ৰাজনৈতিক-অৰ্থনৈতিক পৰিস্থিতিৰ পৰিৱৰ্তনৰ ফলত মাৰ্ক্সবাদী বিশ্বদৰ্শনক তাৰ আগৰ পৰ্যায়ৰ পৰা আগবঢ়াই নিয়া, বিকশিত কৰা দৰকাৰ হৈ পৰিল। লেনিনৰ এই লেখা আছিল এনে এক সফল প্ৰচেষ্টা।

পৃথিবীত পুঁজিবাদৰ বিকাশৰ প্ৰক্ৰিয়া আলচ কৰি তেওঁ দেখুৱালে যে পুঁজিবাদ বিকাশৰ সৰ্বোচ্চ পৰ্যায়ত গৈ সাম্ৰাজ্যবাদত পৰিণত হয়। পুঁজিবাদী বিকাশৰ ই সৰ্বোচ্চ আৰু শেষ পৰ্যায়। এই পৰ্যায়ত ইয়াৰ মাজৰ দ্বন্দ্ববোৰ অত্যন্ত তীব্ৰ হৈ উঠে আৰু পুঁজিবাদৰ ভাঙোনো আৰম্ভ হয়। ১৯১৪ চনত পৃথিবী সাম্ৰাজ্যবাদৰ যুগত, আৰু প্ৰথম মহাসমৰ হ'ল এখন সাম্ৰাজ্যবাদী যুদ্ধহে মাথোন।

পৃথিবীৰ উন্নত দেশবোৰত উদ্যোগিক আৰু বৈজ্ঞানিক কাৰিকৰি জ্ঞানৰ বিকাশৰ ফলত, পুঁজিবাদী উৎপাদন পদ্ধতিৰ দ্ৰুত বিকাশ সম্ভৱপৰ হয়, চৌদিশে প্ৰচণ্ডভাৱে উৎপাদন বাঢ়িবলৈ ধৰে। আৰু এই সময়ত সৰু সৰু পুঁজিবাদী উদ্যোগবোৰৰ ঠাইত বৃহৎ আকাৰৰ একচেটিয়া উদ্যোগবোৰ গঢ়ি উঠে। পুঁজি আৰু উৎপাদনৰ প্ৰচণ্ড কেন্দ্ৰীকৰণ আৰম্ভ হয়। বেংক আৰু উদ্যোগিক পুঁজি মিলিত হৈ ফিনান্স পুঁজি গঠন কৰে আৰু ই একচেটিয়াভাৱে উৎপাদন, বজাৰ, মূল্যমান সকলো নিয়ন্ত্ৰণ কৰে। এই বিৰাট পুঁজিক নিয়ন্ত্ৰণ কৰে এমুঠিমান বৃহৎ বুৰ্জোৱা আৰু বেংক মালিকে। মুক্ত প্ৰতিযোগিতা আৰু মুক্ত বজাৰৰ অন্ত পেলায। দেশৰ সীমা পাৰহৈ উপনিৱেশবোৰ গঢ়ি তোলা হয় উদ্যোগিক কেঁচামাল আৰু নিশ্চিত বজাৰ হিছাপে। অকল সেয়ে নহয়, পুঁজিবাদী দেশবোৰৰ পৰা উপনিৱেশবোৰলৈ পুঁজিৰো ৰপ্তানি আৰম্ভ হয। সস্তীয়া শ্ৰম আৰু কেঁচামাল উৎসতে ব্যৱহাৰ কৰি অধিক লাভজনকভাৱে পুঁজি খটোৱা হয়। ঔপনিৱেশিক দেশবোৰক পদানত কৰি এনেদৰে গঢ়ি তোলা হয় শোষণ আৰু লুণ্ঠনৰ ক্ষেত্ৰ। আকৌ এই শোষণৰ সুবিধাৰ বাবেই বিভিন্ন সাম্ৰাজ্যবাদী দেশবোৰৰ মাজত প্ৰচণ্ড প্ৰতিযোগিতা হয়, সমগ্ৰ পৃথিবীখনকে এওঁলোকে নিজৰ মাজত একচেটিয়া শোষণৰ বিভিন্ন খণ্ডলৈ ভাগ কৰি লব বিচাৰে। কিন্তু এই কামটো শান্তিপূৰ্ণ উপাযেৰে কৰাতো সম্ভৱপৰ নহয়, গতিকে ইয়াক যুঁজ বাগৰৰ মাজেদিয়েই সম্পন্ন কৰিব বিচৰা হয়। প্ৰথম মহাসমৰৰো উৎপত্তি এই সংকট আৰু দ্বন্দ্বৰ মাজতে—পৃথিবীখন নিজৰ মাজত ভাগ ভাগ কৰি ল'বৰ বাবে ই এখন সাম্ৰাজ্যবাদী যুদ্ধ।

সাম্ৰাজ্যবাদৰ এনে সুত্ৰায়ণ আৰু চৰিত্ৰ নিৰ্ণয়ে যুদ্ধ সম্পৰ্কে আৰু আগন্তুক বিপ্লৱত শ্ৰমিক শ্ৰেণীৰ কৰ্তব্য সম্পৰ্কে নীতি-নিৰ্ধাৰণত সুবিধা কৰি দিয়ে। মাৰ্ক্সবাদী তত্ত্বৰ ই হ'ল লেনিনীয় মৌলিক বিকাশ। এই তাত্ত্বিক বিকাশে ৰাচিয়াৰ সমাজবাদীসকলক যুদ্ধ আৰু প্ৰতিক্ৰিয়াৰ সেই অন্ধকাৰ কালছোৱাতো বিপ্লৱৰ পথনিৰ্দেশ দিয়াত সফল হয়।

ইতিমধ্যে, প্ৰথম মহাসমৰৰ মাজতেই ৰাচিয়াত বিপ্লৱী পৰিস্থিতি খৰতকীয়াকৈ গঢ়লৈ উঠিছে—আমি এতিয়া এই পৰিস্থিতি আলোচনা কৰি চাওঁ।

## ৩৫

# বিপ্লৱৰ প্ৰত্যুষ



● যুদ্ধকালীন ৰাচিয়াৰ ৰাজনীতি আৰু সাধু ৰাচপুতিনৰ আৱিৰ্ভাৱ। ● স্বৈৰতান্ত্ৰিক প্ৰশাসন আৰু ডুমাৰ মাজৰ সম্পৰ্ক ● ডুমাৰ ফালৰ পৰা যুদ্ধৰ বাবে জাতীয় সম্মিলিত চৰকাৰ গঠনৰ প্ৰস্তাৱ ● ডুমাৰ অধিবেশন স্থগিতকৰণ ● সেনাবাহিনীত জাৰবিৰোধী ষড়যন্ত্ৰৰ সূচনা ● ৰাচপুতিন হত্যা ● সামৰিক সংকট আৰু সাধাৰণ সেনাসকলৰ বিক্ষুব্ধি বৃদ্ধি ● ধৰ্মঘট আৰু আন্দোলনৰ জোৱাৰ আৰম্ভ ● বলচেভিকৰ যুদ্ধবিৰোধী ধৰ্মঘট ● বিপ্লৱৰ আৰম্ভণি।

টোকা আৰু প্ৰসংগ :


(1) Nanerkov, Albert—An Illustrated History of the Great October Revolution , Progress Publishers,—Moscow 1987 p. 28.

(2) ibid, p. 31.

(3) ibid, p 32.

(4) ibid, p. 35.

(5) ibid, p 36.


অন্যান্য কিতাপ :


(1) Schmidt. et al.—A Short History of the USSR. Progress Publishers, Moscow.

(2) Earr, E. H.—The Bolshevik Revolution 3 vol. Penguin Books. Vol —I & III.

ইতিমধ্যে।

সকলোৰে অলক্ষিতে, সমাজ বিকাশৰ নিজস্ব নিয়ম অনুসৰিয়েই ৰাচিয়াত বিপ্লৱী পৰিস্থিতি বিকশিত হ'বলৈ আৰম্ভ কৰিছিল।

নিশব্দভাৱে ৰাচিয়াৰ কাৰখানাবোৰত, শ্ৰমিকৰ বস্তি অঞ্চলত, গাঁওবোৰত, খনি অঞ্চলত, বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলৰ মাজত, শিক্ষক আৰু বুদ্ধিজীৱী সমাজত আৰু লাহে লাহে বিশাল ৰুচ সেনাবাহিনীৰ মাজত বিপ্লৱৰ প্ৰস্তুতি অলক্ষিতে, অগোচৰে বিকাশ লাভ কৰিছিল। বাঢ়ি আহিছিল বিক্ষুব্ধ আৰু এই বিক্ষুব্ধ মানুহৰ চিন্তাৰ মাজত জাৰতন্ত্ৰ আৰু যুদ্ধৰ বিৰুদ্ধে—জমিদাৰী নিষ্পেষণ আৰু পুঁজিবাদী শোষণৰ বিৰুদ্ধে মূৰ্ত হ'বলৈ আৰম্ভ কৰিছিলে। এক প্ৰাচীন প্ৰাগ্‌ঐতিহাসিক সৰীসৃপই শতাব্দীজোৰা টোপনীৰ পৰা সাৰ পোৱাৰ দৰে—লাহে লাহে ৰাচিয়া জাগি উঠিছিল।

বৰ অস্থিৰ কাল আছিল এইটো।

এহাতে যুদ্ধৰ বিভীষিকা, জাৰতন্ত্ৰৰ প্ৰতিক্ৰিয়া, আকাল আৰু আনহাতে বিপ্লৱী শিবিৰত নানা দোদুল্যমানতা আৰু খেলিমেলিৰ যুগ আছিল। জনগণে সংগ্ৰামৰ মাজেদি দেশত যিবোৰ সামান্য গণতান্ত্ৰিক অনুষ্ঠান, সংসদ আদি আদায় কৰিবলৈ সক্ষম হৈছিল, যুদ্ধৰ সময়ত জাৰ স্বৈৰতন্ত্ৰই সেই সামান্য ব্যৱস্থাবোৰকো পৰিকল্পিতভাৱে দুৰ্বল কৰিবলৈ, অৱমাননা কৰিবলৈ আৰু এইবোৰৰ কণমান ভূমিকাকো নাইকিয়া কৰিবলৈ প্ৰয়াস কৰিছিল। প্ৰতিক্ৰিয়াৰ সেই যুগত এহাতে ৰাইজৰ সকলো অধিকাৰ হৰণ কৰা হৈছিল, আৰু আনহাতে দেশত আমোলাতন্ত্ৰৰ নিৰংকুশ স্বৈৰাচাৰী শাসন চলিছিল।

১৯১২ চনতেই, প্ৰথম মহাসমৰ আৰম্ভ হোৱাৰ দুবছৰ আগেয়েই ৰাচিয়াত চতুৰ্থ ডুমাৰ নিৰ্বাচন সম্পন্ন হৈ যায়।

এই ডুমাত সোঁপন্থীসকলৰে প্ৰাধান্য আছিল।

প্ৰতিক্ৰিয়াশীল সোঁপন্থীহঁতে ৬৫ খন আৰু সোঁপন্থী জাতীয়তাবাদী গোটে ৮৮ খন আসন লাভ কৰিছিল। নতুনকৈ গঢ়ি উঠা জাৰ সমৰ্থক জাতীয়তাবাদী গোটে ৩২ খন আৰু অক্টোবৰিষ্ট সকলে ৯৮ খন আসন লাভ কৰিছিল। মুঠতে ২৫৮ খন আসন ৰক্ষণশীল, জাৰ সমৰ্থক, সোঁপন্থীহঁতৰ হাতত আছিল।

উদাৰনৈতিক বুৰ্জোৱাৰ দল 'কেডেট-কনষ্টিটিউচনেল ডেমক্ৰেট' দলে ৫৯ খন আসন পাইছিল। এই ডুমাত প্ৰগতিশীল বুলি এটা গোটে আত্মপ্ৰকাশ কৰিছিল। এওঁলোকৰ মাজত উদাৰনৈতিক বুৰ্জোৱা, কৃষি বিপ্লৱৰ তত্বত বিশ্বাসী লোকৰ পৰা বহু নিৰ্দলীয় সমাজবাদীও আছিল। এওঁলোকৰ হাতত আছিল ৪৮ খন আসন। দেশৰ সংখ্যালঘু পলিচ আৰু মুছলমান সমাজৰ

প্ৰতিনিধি আছিল ২১ জন। কৃষকসকলৰ ওপৰত ভিত্তিকৰি আত্মপ্ৰকাশ কৰা 'লেবাৰ' গোটটোৰ প্ৰতিনিধি আছিল ৯ জন। এই সকলৰ বিপৰীতে ৰুচ সমাজ-গণতান্ত্ৰিক শ্ৰমিক দলৰ মেনচেভিক, বলচেভিক দুইটা গোট মিলাই মুঠ প্ৰতিনিধি আছিল ১৫ জন, মেনচেভিক ৯ আৰু বলচেভিক ৬ জন।

এইখন ডুমাত জাৰৰ সমৰ্থক জমিদাৰ আৰু বুৰ্জোয়া শ্ৰেণীৰ প্ৰতিনিধি বেছি থাকিলেও জাৰতন্ত্ৰই বিচৰা দৰে ডুমাখন সম্পূৰ্ণ আজ্ঞাবহ হৈ নুঠিল। বৰঞ্চ ৰাইজৰ গণতান্ত্ৰিক আন্দোলনৰ হেঁচাত পৰি আগৰ বহুতো সমৰ্থক দলে বিৰোধীতা কৰিবলৈ আৰম্ভ কৰিলে। ডুমাৰ প্ৰসঙ্গলৈ পাছত আকৌ আহিম। প্ৰথমে আমি ৰুচ ৰাজনীতিৰ অন্য এক অধ্যায়ৰ সম্ভেদ লওঁহক।

বিপ্লৱৰ এই প্ৰাক্‌কালতে ৰুচ ৰাজনৈতিক নাটকত আৱিৰ্ভাৱ ঘটিল এক অদ্ভুত চৰিত্ৰৰ। এওঁ হ'ল সাধু ৰাচপুটিন। জাৰৰ অধীনৰ ৰুচ স্বৈৰতান্ত্ৰিক শাসন ব্যৱস্থাৰ মূল স্বৰূপ বুজিবলৈ হ'লে আমি এই বিখ্যাত মানুহজনৰ বিষয়ে কিছু কথা জনাতো ভাল।

এই চৰিত্ৰটিৰ জন্ম হৈছিল ১৮৭১ চনত চাইবেৰিয়াৰ পকৰভস্কই নামৰ অখ্যাত গাঁও এখনত। তেওঁৰ দেউতাক আছিল এজন দুখীয়া খেতিয়ক। কিন্তু তেওঁৰ স্বভাৱ চৰিত্ৰ ইমান দুৰ্দান্ত আৰু লম্পট আছিল যে তেওঁক গাঁৱৰ মানুহে 'ৰাচপুতিন' নাম দিছিল। পুতেকৰ নামতো এই ৰাচপুতিন নামটোৱেই উপাধি হিছাপে বৈ গ'ল। পুতেকৰ সম্পূৰ্ণ নামটো আছিল গ্ৰিগৰি এফিমভিট্‌চ ৰাচপুতিন। এওঁৰ কোনো ধৰণৰ শিক্ষা-দিক্ষা নাছিল, আনকি জীৱনৰ শেষ কাললৈকো, অতি শক্তিশালী আৰু বিখ্যাত ব্যক্তি হোৱাৰ পাছতো তেওঁ ভালকৈ লিখিব পঢ়িব নোৱাৰিছিল আৰু ইযেই তেওঁক যথেষ্ট অসুবিধাতো পেলাইছিল।

জীৱনৰ প্ৰথম তেত্ৰিশটা বছৰ তেওঁ নিজৰ গাঁৱতে সাধাৰণ জীৱন যাপন কৰি আছিল। ইতিমধ্যে তেওঁ গাঁৱৰে ধনী ঘৰৰ ছোৱালী এজনী বিয়াও কৰাইছে আৰু এটা ল'ৰা, দুজনী ছোৱালীৰ বাপেকো হৈছে।

১৮৯৫ চনত হঠাৎ ৰাজপুতিনে ঠিক কৰিলে যে জীৱনটো সলনি কৰিব লাগিব। আৰু ইযাকে কৰিবলৈ তেওঁ আশ্ৰয় ললে ধৰ্মৰ। ঠাইতে মানুহজন প্ৰচণ্ড ধাৰ্মিক হৈ পৰিল। খেতিয়কসকলৰ মাজত তেওঁ প্ৰচাৰ কৰিবলৈ ধৰিলে যে তেওঁ স্বয়ং ঈশ্বৰৰ পৰা শক্তি লাভ কৰিছে। আৰু মানুহে তেওঁক বিশ্বাসো কৰিবলৈ ধৰিলে। সেই সময়ৰ চাইবেৰিয়াৰ অন্ধবিশ্বাস ভাৰাক্ৰান্ত ধৰ্মভিৰু গাঁৱলীয়া সমাজত ৰাচপুতিন ধাৰ্মিক, দৈৱশক্তি সম্পন্ন মানুহ বুলি জনাজাত হৈ পৰিল।

তেওঁৰ ব্যক্তিত্বও আছিল অতি প্ৰবল, আৱেগ প্ৰবণ কথাবাৰ্তা আৰু প্ৰচণ্ড শাৰিৰীক শক্তিয়েও তেওঁৰ এই ভাবমূৰ্তি গঢ় তোলাত সহায় কৰিলে। চাওঁতে চাওঁতে সাধু ৰাচপুতিনৰ নাম ফুটিফাটি যাবলৈ ধৰিলে।

তেওঁৰ ধৰ্মীয় শিক্ষাও আছিল সুন্দৰ। পাপৰ বাবে অনুশোচনা কৰিলেই ভগৱানৰ ক্ষমা লাভ কৰা যায়, আৰু যিহেতু ভগৱানৰ শক্তিৰ এক সামান্য অংশ আহি ৰাচপুতিনৰ শৰীৰতে থিতাপি লৈছেহি, গতিকে দেহ মন সকলো ৰাচপুতিনৰ লগত একাকাৰ কৰি তেওঁৰ জৰিয়তেই মানুহৰ নিৰ্বাণৰ পথ। এনে মতবাদ লৈ স্বাভাৱিকতে ধৰ্মৰ নামত আৰম্ভ হ'ল প্ৰচণ্ড ব্যভিচাৰ— সমাজৰ ওপৰখাপৰ লোক, ধনী মানুহ, নিষ্কৰ্মা অভিজাতবোৰ দলে দলে ৰাচপুতিনৰ ভক্ত হৈ পৰিল। এই সাধুজনক এইবাৰ অভিজাত বৰ্গৰ কোনোবা এজনে ৰাজধানীত জাৰ আৰু জাৰিণাৰ লগত চিনাকি কৰি দিলে। ৰাচিয়াৰ সিংহাসনৰ উত্তৰাধিকাৰী জাৰৰ একমাত্ৰ পুত্ৰৰ হিমফিলিয়া ৰোগ আছিল বাবে মাক-বাপেক অনবৰতে চিন্তিত হৈ থাকিছিল আৰু দেশ-বিদেশৰ বিভিন্ন মানুহক লৈ চিকিৎসাও কৰাইছিল। ৰাচপুতিনৰ চুম্বকৰ দৰে ব্যক্তিত্ব আৰু তেওঁৰ ৰোগ নিৰাময়ৰ অলৌকিক ক্ষমতাৰ প্ৰবাদে কম সময়তে জাৰিণাক তেওঁৰ ভক্ত কৰি তুলিলে। এনে সময়তে ৰাচপুতিনৰ চিকিৎসাত ৰাজসভাৰ এজন অভিজাত সঁচাকৈয়ে ভাল হৈ উঠিল। ৰাচপুতিন গৈ সম্ৰাটৰ অন্তেষপুৰত সোমাই পৰিল।

শীঘ্ৰে জাৰিণাৰ সমৰ্থনত মোচাহেৰসকলৰ কল্যাণত এই চাইবেৰিয়াৰ অশিক্ষিত খেতিয়কজন এজন শক্তিশালী মানুহ হৈ পৰিল। প্ৰথমে তেওঁ হস্তক্ষেপ আৰম্ভ কৰিলে ৰুচ অৰ্থডক্স গিৰ্জাৰ কাম-কাজত, বিশেষকৈ গিৰ্জাৰ ধৰ্মযাজক নিৰ্বাচনত। তেওঁৰ অশিক্ষিত বন্ধু এজনক তেওঁ বিচপ হিচাবেও নিযুক্তি দিয়াইছিল। এইবাৰ তেওঁ দেশৰ ৰাজনীতিতো হস্তক্ষেপ আৰম্ভ কৰিলে আৰু গুৰুত্বপূৰ্ণ নিযোগবোৰত নিজৰ মানুহ সুমুৱাবলৈ ধৰিলে। ৰাজসভাত ৰাচপুতিনৰ এই ক্ষমতাক দেশৰ প্ৰতিক্ৰিয়াশীল চক্ৰ এটাই নিজৰ স্বাৰ্থৰ বাবে ব্যৱহাৰ কৰিববলৈ ধৰিলে, ৰাচপুতিনে নিজে ৰাজনীতি, কূটনীতি একো বিশেষ বুজি নাপাইছিল। ইমানখিনি বুজাৰ তেওঁৰ ক্ষমতাও নাছিল। ৰাজসভাত থকা কালচোৱাত এহাতে প্ৰচণ্ড ব্যভিচাৰ আনহাতে ৰাজসভাৰ ক্ষমতাশালী প্ৰতিক্ৰিযাশীল চক্ৰ এটাৰ সহযোগত ৰাজনীতিত হস্তক্ষেপৰ দ্বাৰা তেওঁ এক বিষময় পৰিস্থিতিৰ সৃষ্টি কৰিছিল। দেশৰ দুৰ্দিনৰ সময়ত তেওঁ কেনেদৰে জাৰিণাৰ সহাযত গুৰুত্বপূৰ্ণ পদ আৰু বিষয়াসকলৰ সঘন বদলা-বৰ্দালি কৰিছিল তাৰ আভাস আমি পিছত পাম। এটা সময়ত ৰাজসভা আৰু ৰুচ ৰাজনীতিত ৰাচপুতিনৰ ইমান প্ৰচণ্ড প্ৰভাৱ হ'বলৈ ধৰিলে যে প্ৰাচীন অভিজাত এচাম জ্বলিপকি উঠিল আৰু তেওঁলোকে ৰাচপুতিনক হত্যা কৰাৰ পৰিকল্পনা ললে। কিন্তু, প্ৰথম প্ৰচেষ্টা বিফল হ'ল, আশ্চাৰ্যজনকভাৱে ৰাচপুতিনে এপিয়লা পটাচিযাম চায়েনাইড মিহলোৱা সুৰা পি হজম কৰি দিলে। অৱশেষত উপায নাপাই দেশৰ এজন প্ৰধান অভিজাত, সম্ৰাটৰ ভাগিন

জোৱায়ে ৰাচপুতিনক ভোজ খাবলৈ নিমন্ত্ৰণ কৰি নি গুলিয়াই মাৰিলে। স্বৈৰতান্ত্ৰিক প্ৰতিক্ৰিয়াৰ কালত ৰাচপুতিনৰ দৰে ভণ্ড সাধুবাবাহঁতৰ জন্ম কোনো নতুন ঘটনা নহয়, পৃথিৱীত সকলোতে এনে সময়ত এনে জীৱৰ আৱিৰ্ভাৱ হোৱা দেখা যায়।

ডুমাক অৱমাননা আৰু উপেক্ষা কৰাৰ ক্ষেত্ৰতো ৰাচপুতিনৰ প্ৰচণ্ড প্ৰভাৱ আছিল বুলি শুনা যায়।

প্ৰথম মহাসমৰৰ আৰম্ভণিৰ লগে লগে ডুমাৰ সমগ্ৰ দলে আনকি সমাজ-গণতান্ত্ৰিকসকলৰো মেনচেভিক গোটে পাছলৈ যুদ্ধত জাৰ চৰকাৰক সমৰ্থন কৰা সত্ত্বেও জাৰচৰকাৰে এনে পৰামৰ্শদাতাহঁতৰ উপদেশ শুনিযেই এই সমৰ্থনৰ ৰাজনৈতিক সুবিধা গ্ৰহণ কৰিব নোৱাৰিলে, বৰঞ্চ ডুমাত সামান্য বিৰোধীতা, সামান্য সমালোচনাৰ প্ৰতি অসহিষ্ণু হৈ উঠি দেশৰ গণতান্ত্ৰিক ব্যৱস্থা খনকে ধ্বংশ কৰিবলৈহে চৰকাৰ উদ্যত হ'ল। স্বৈৰতন্ত্ৰৰ, আমোলাতন্ত্ৰৰ চৰিত্ৰই এনেকুৱা।

যেতিয়া ৰণাঙ্গনত ৰাচিয়াৰ বিপৰ্য্য আৰম্ভ হ'ল তেতিয়া জাৰে বিপদ দেখি এহাতে প্ৰতিক্ৰিয়াশীল মন্ত্ৰীসভাখন বৰ্খাস্ত কৰিলে। ১৯১৫ চনৰ ১ আগষ্টৰ দিনা ডুমাৰ অধিবেশন আৰম্ভ হ'ল। দেশৰ সমৰ প্ৰস্তুতিত সহায় কৰিবলৈ আৰু জাৰতন্ত্ৰৰ বিৰুদ্ধে বাঢ়ি অহা জনতাৰ বিক্ষোভ শাম কটাবলৈ এইবাৰ ডুমাৰ হাতত আৰু কিছু ক্ষমতা দিয়া হ'ল। সামৰিক বাহিনীক অস্ত্ৰসম্ভ্ৰ আৰু ৰচদপাতিৰ যোগান নিযমিয়া কৰিবলৈ এই সমগ্ৰ কাম-কাজ নিযন্ত্ৰণ কৰাৰ ক্ষমতা দি ডুমাৰ সদস্যসকলৰ একাংশক লৈ এখন সমিতি গঠন কৰা হ'ল। দেশৰ জেমট্‌ষ্ভ ইউনিয়নৰ নেতা প্ৰিঞ্চ লুৱভৰ তত্ত্বাবধানত এই সমিতিযে কাম-কাজ আৰম্ভ কৰিলে। উদাৰনৈতিক বুলি জনাজাত কিছুমান সদস্যাৰে জাৰে এখন নতুন মন্ত্ৰীসভা গঠন কৰিলে। এই ব্যৱস্থাৰে জাৰে আন নহলেও দেশৰ অৰ্থনীতিক সামৰিকীকৰণ কৰি তোলা, যুদ্ধৰ অস্ত্ৰসম্ভ্ৰ-গোলাবাৰুদৰ উৎপাদন বঢ়োৱা আৰু দেশৰ অভ্যন্তৰত কটকটিয়া দমন নীতিৰে বিৰোধীসকলৰ কণ্ঠৰোধ কৰাত কিছুদূৰ সক্ষম হ'ল।

কিন্তু, এই ব্যৱস্থাতো কেণা লাগিল। ডুমাৰ প্ৰগতিশীল সদস্য আৰু উদাৰনৈতিক বুৰ্জোৱা সদস্যবোৰে এক নতুন প্ৰস্তাৱ তুলিলে। তেওঁলোকে ক'লে যে যুদ্ধৰ কাম-কাজ ভালদৰে পৰিচালনা কৰিবলৈ আৰু দেশৰ বিভিন্ন শ্ৰেণীৰ ৰাইজৰ আস্থা আৰু বিশ্বাস অৰ্জন কৰিবলৈ হ'লে এখন জাতীয় সন্মিলিত চৰকাৰ গঠন কৰাতো উচিত আৰু লগতে এলানী গণতান্ত্ৰিক সংস্কাৰৰ কাৰ্যসূচী লোৱাতো প্ৰয়োজন।

জাৰৰ পৰামৰ্শদাতাসকলে ক'লে যে ডুমা বেছি বাঢ়িছে। জাৰে ডুমাৰ অধিবেশন মূলতুবি ৰাখিলে আৰু উদাৰনৈতিক মন্ত্ৰীসকলক বৰ্খাস্ত কৰিলে।

দেশত আভ্যন্তৰীণ সংস্কাৰৰ শেষ সুযোগো হাতৰ পৰা নাইকিয়া হ'ল।

দেশৰ জনমতে ডুমাৰ প্লেটফৰ্ম'খনো হেৰুৱালে। ফলত জনমত ক্ৰমে বেছিকৈ বিপ্লৱৰ দিশলৈ ঢাল খাবলৈ আৰম্ভ কৰিলে। চাৰিওফালে জনতাৰ অসন্তোষ বাঢ়ি আহিল আৰু এই অসন্তোষৰ কেন্দ্ৰ হৈ পৰিল জাৰ চৰকাৰ। সমাজৰ বিভিন্ন শ্ৰেণীবোৰৰ মাজত জাৰ বিৰোধী মনোভাৱ বাঢ়ি উঠিল। জনমতৰ ঢাল দেখি সেনাবাহিনীৰ সেনানায়কসকলেও জাৰৰ বিৰুদ্ধে ডুমাক সমৰ্থন জনাবলৈ আৰম্ভ কৰিলে; এই চৰকাৰ থাকিলে যুদ্ধত জিকাটো সম্ভৱপৰ নহয়, সেই কথা তেওঁলোকে খোলাখুলিকৈ ক'বলৈ আৰম্ভ কৰিলে।

ঘটনাৰ গতি দেখি প্ৰধানমন্ত্ৰী গৰেমাইকিনে ইস্তফা দিলে। স্তাৰমাৰ নামৰ অত্যন্ত অকামিলা মানুহ এজনক এইবাৰ চৰকাৰৰ মুৰব্বী পতা হ'ল। এই কামত জাৰৰ ওপৰত মানুহৰ যি কণ আস্থা অৱশেষ আছিলগৈ, সিও নাইকিয়া হ'ল। সমগ্ৰ ব্যৱস্থাটোৰ ওপৰতে সকলোৱে বিশ্বাস হেৰুৱাই পেলাবলৈ ধৰিলে। সেনাবাহিনীৰ বিষয়াসকলৰ মাজতো জাৰবিৰোধী গণতান্ত্ৰিক চিন্তাধাৰা বাঢ়ি আহিবলৈ ধৰিলে। এওঁলোকৰ এচামে এটা ষড়যন্ত্ৰ আৰম্ভ কৰিলে। ইফালে ৰাজধানীৰ এই জটিল পৰিস্থিতিৰ সময়ত জাৰে ফেব্ৰুৱাৰী মাহৰ ২২ তাৰিখে সেনাবাহিনীৰ সৰ্বাধিনায়ক পদৰ পৰা গ্ৰেণ্ডডিউক নিক'লাচক আঁতৰাই নিজে এই দায়িত্ব গ্ৰহণ কৰিলে আৰু সেনাবাহিনীক যুদ্ধত অনুপ্ৰাণিত কৰিবৰ বাবে নিজে ফ্ৰণ্টলৈ আঁতৰি গ'ল।

এই সময়ছোৱাত ৰাজধানীত জাৰিণা, ৰাচপুতিন আৰু তেওঁলোকৰ বিশ্বাসভাজন চক্ৰ এটা শক্তিশালী হৈ উঠিল আৰু তেওঁলোকে ইচ্ছামতে চৰকাৰৰ বিষয়া আৰু মন্ত্ৰীসকলৰ সাল-সলনি কৰিবলৈ আৰম্ভ কৰিলে। এনে কাৰ্য্যত চৰকাৰখন অস্থিৰ আৰু অচল হৈ পৰিল। অৱস্থা দ্ৰুতগতিত বেয়ালৈ যাবলৈ আৰম্ভ কৰিলে। জাৰিণা আৰু তেওঁৰ চক্ৰৰ কাম-কাজত বহুত অভিজাততন্ত্ৰ বিৰোধী হৈ উঠিল। ইতিমধ্যে আকৌ আৰম্ভ হোৱা ডুমাৰ বৈঠকত সদস্যসকলে জাৰিণাই নিযুক্তি দিয়া প্ৰধানমন্ত্ৰীজনক অপদস্থ কৰিলে।

অভিজাত ডিউক, গ্ৰেণ্ডডিউকসকলে বাৰে বাৰে ৰাজধানীৰ অৱস্থাৰ কথা জাৰক ক'লে। জাৰক ৰাজধানীলৈ উভতি আহি এই দুষ্ট চক্ৰটোৰ কাম-কাজ বন্ধ কৰিবলৈ, বিশেষকৈ ৰাচপুতিনক নিয়ন্ত্ৰণ কৰিবলৈ অনুৰোধ কৰিলে। কিন্তু জাৰে তেওঁলোকৰ সকলো আবেদন-নিবেদন এখন কাণেৰে শুনি আনখনেৰে উলিয়াই দিলে। আনকি কেতবোৰ বিদেশী কুটনীতিবিদেও জাৰক এই সময়ত এখন সুস্থিৰ চৰকাৰ আৰু সংস্কাৰৰ প্ৰয়োজনীয়তাৰ কথা ক'লে, কিন্তু জাৰে এওঁলোকৰ কথাও একো নুশুনিলে। অৱশেষত ৰাচপুতিনৰ অত্যাচাৰত অতিষ্ঠ হৈ দেশৰ সোঁপন্থী নেতাসকলৰ সমৰ্থনত প্ৰিন্স য়ুচুপভে ৰাচপুতিনক গুলিয়াই হত্যা কৰিলে।

এটা অধ্যায়ৰ যৱনিকা পৰিল।

আনফালে, দেশৰ শাসক চামটোৰ আৰু সেনাবাহিনীৰ মাজত জাৰ বিৰোধিতাই ইমান চূড়ান্ত পৰ্যায় পালেগৈ যে তেওঁলোকৰ এচামে জাৰিণাক গ্ৰেপ্তাৰ কৰা আৰু জাৰক সিংহাসন এৰিবলৈ বাধ্য কৰাৰ কথাও সক্ৰিয়ভাৱে ভাবিবলৈ ধৰিলে। অতি কম সময়ৰ ভিতৰতে এই পৰিকল্পনা জনপ্ৰিয় হৈ উঠিল। এওঁলোকে ভাবিছিল যে এনে কাৰ্যৰ জৰিয়তে অন্ততঃ ৰাচিয়াত ৰাজতন্ত্ৰক ৰক্ষা কৰিব পৰা যাব। আৰু, যদি তৎকালে ইয়াকে কৰা নাযায় তেনেহ'লে যুদ্ধক্ষেত্ৰত চূড়ান্ত পৰাজয় আৰু দেশত বিপ্লৱ সংঘটিত হোৱাত বাধা দিব পৰা নাযাব।

বিপ্লৱৰ ভয়ত ৰুচ শাসকশ্ৰেণী ত্ৰস্তমান আছিল। গতিকে দেশত বিপ্লৱক বাধা দিয়াৰ প্ৰয়োজনতেই এওঁলোকে এতিয়া জাৰ চৰকাৰৰ প্ৰবল বিৰোধিতা আৰম্ভ কৰিলে আৰু দেশত সংস্কাৰ আৰু গণতন্ত্ৰ প্ৰতিষ্ঠাৰ কথা ক'বলৈ ধৰিলে। এই জাৰ বিৰোধিতাত আটাইতকৈ আগভাগ ললে উদাৰনৈতিক বুৰ্জোৱাৰ ৰাজনৈতিক দল কেডেট পাৰ্টিয়ে। তেওঁলোকে ডুমাৰ হাতত অধিক ক্ষমতা দিবৰ বাবে জনপ্ৰিয় দাবী উত্থাপন কৰিলে।

কিন্তু, এই কেডেট দলৰ জাৰ বিৰোধিতা আৰু গণতন্ত্ৰৰ আহ্বান মূলতেই ডুমাৰ মাজতেই সীমাবদ্ধ আছিল। কিছু পৰিমাণে ৰাজহুৱা বিক্ষোভ প্ৰদৰ্শন আদি কৰা হৈছিল যদিও শ্ৰমিক শ্ৰেণী আৰু আন জনগণৰ গণবিক্ষোভ আৰু ধৰ্মঘটক তেওঁলোকে সযতনে এৰাই চলিছিল। ৰাজপথৰ জনতাৰ প্ৰতি তেওঁলোকৰ প্ৰচণ্ড ভীতি আছিল। সেয়ে কেডেট দলে তেওঁলোকে উত্থাপন কৰা দাবীৰ সমৰ্থনতো কোনোধৰণৰ ধৰ্মঘট বা গণবিক্ষোভ প্ৰদৰ্শন কৰিবলৈ অনুমতি দিয়া নাছিল। মুঠতে এই জাৰবিৰোধী দলবোৰৰ মাজতো বৈপ্লৱিক পন্থাৰ পৰিৱৰ্তে একপ্ৰকাৰ প্ৰাসাদ অভ্যুত্থানৰ জৰিয়তেহে ক্ষমতা দখল কৰাৰ ধাৰণা জনপ্ৰিয় হৈ উঠিবলৈ আৰম্ভ কৰিছিল। ১৯১৭ চনৰ প্ৰথমছোৱাতে তেওঁলোকে এনে পৰিকল্পনা যুগুতাই উলিয়াইছিল।

ৰুচ জেনেৰেল ষ্টাফৰ বহুকেইজন সামৰিক বিষয়াই ৰণাঙ্গনৰ কেবাজনো সেনাপতিৰ লগত যোগাযোগ কৰি এনে এক পৰিকল্পনা প্ৰস্তুত কৰি উলিয়াইছিল। এই মতে সামৰিক বাহিনীৰ সহায়ত জাৰে ভ্ৰমণ কৰা ইম্পিৰিয়েল ৰেলগাড়ীখন জব্দ কৰা হ'ব আৰু জাৰক সিংহাসন ত্যাগ কৰি পুতেকক নতুন জাৰ হিছাপে নিযুক্ত কৰিবলৈ বাধ্য কৰা হ'ব। জাৰৰ ভায়েক গ্ৰেণ্ডডিউক মাইকেলক ৰিজেণ্ট হিচাপে তত্ত্বাৱধানৰ কামত নিযুক্ত কৰা হ'ব। জাৰৰ মন্ত্ৰীসভাৰ সদস্যসকলক গ্ৰেপ্তাৰ কৰা হ'ব আৰু একেসময়তে জাৰৰ সিংহাসন ত্যাগ আৰু নতুন মন্ত্ৰীসভা গঠনৰ কথা ঘোষণা কৰা হ'ব। ১৯১৭ চনৰ প্ৰথম মাহতে এই পৰিকল্পনা কাৰ্যকৰী কৰাৰ কথা আছিল যদিও দেশৰ চাৰিওফালে

বাঢ়ি অহা অশান্তি আৰু বিশেষকৈ শ্ৰমিক ধৰ্মঘটৰ বাবে এই কাম কেৰাবাৰো পিছুৱাই দিয়া হ'ল। অৱশেষত ফেব্ৰুৱাৰী বিপ্লৱ সংঘটিত হোৱাত এই পৰিকল্পনা ভঙ্গ পৰিল।

চাওঁতে চাওঁতে দেশৰ বিপ্লৱী পৰিস্থিতি দ্ৰুতভাৱে বিকাশ লাভ কৰিবলৈ ধৰিলে। জাৰ চৰকাৰ আৰু ডুমাৰ কাম-কাজৰ পৰা এইবাৰ আমি এইফালে মনোযোগ দিওঁহক।

১৯১৬ চনৰ শেষলৈ যুদ্ধক্ষেত্ৰত এক অচল অৱস্থাৰ সৃষ্টি হৈছে। দুইপক্ষই ৰক্তক্ষয়ী ট্ৰেন্স যুদ্ধৰ পিটনি বোকাত সোমাই পৰিছে। কোনো পক্ষই বিশেষ আগবাঢ়িব পৰা নাই। প্ৰতিদিনাই বিভিন্ন ঠাইত সৰু-সুৰা আক্ৰমণ-প্ৰতি আক্ৰমণত হতাহত হৈছে অলেখ সেনা। প্ৰচণ্ড ক্ষয়-ক্ষতিৰ মাজেৰে এই ধৰণৰ যুদ্ধই সেনাসকলৰ ক্ষয-ক্ষতি বঢ়োৱাৰ বাহিৰে সামগ্ৰিকভাৱে যুদ্ধৰ কোনো পৰিবৰ্তন ঘটাব পৰা নাই।

১৯১৬ চনৰ শেষৰ ফালে জাৰ্মান সেনাই ৰুমানিয়া দখল কৰি লোৱাৰ পিছত ৰুমানিয়াযো ৰাচিযাৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হ'ল। ইয়াৰ ফলত ৰুচ ফ্ৰন্ট লাইন আৰু দীঘল হৈ পৰিল। এই বিস্তীৰ্ণ ফ্ৰন্টৰ সকলো ঠাইতে গোলা-বাৰুদ, ৰচদ-পাতি, শীতৰ কাপোৰ আৰু বিশেষকৈ খাদ্য যোগানত ৰুচ চৰকাৰ বেযাকৈ বিফল হ'বলৈ ধৰিলে। ফলত ফ্ৰন্টৰ ট্ৰেন্সত থকা সৈনিকবোৰৰ মাজত প্ৰচণ্ড দুৰ্দশা হ'বলৈ ধৰিলে। এহাতে গোলা-বাৰুদ আৰু খাদ্যবস্তুৰ অভাৱ, আনহাতে ৰাচিযাব প্ৰচণ্ড শীত। সৈনিকসকলৰ দুখ কুলাই পাচিযে নধৰা হ'ল। তেওঁলোকৰ সম্মুখৰ জাৰ্মান লাইনতো অৱস্থা প্ৰায একেই। ইয়াৰ ওপৰতে আকৌ বিষযাসকলৰ বেযা ব্যৱহাৰ আছেই। ফলত সেনাবাহিনীত প্ৰচণ্ড ক্ষোভৰ জন্ম হ'ল। হাজাৰে হাজাৰে লাখে লাখে, ৰুচ সেনাই ফ্ৰন্ট এৰি পলাবলৈ আৰম্ভ কৰিলে। চৰকাৰে সেনাবাহিনীৰ শৃংখলা বজাই ৰাখিবলৈ কঠোৰ ব্যৱস্থা আনকি মৃত্যুদণ্ড দিযাৰ নীতি ললে। ফলত সেনাবাহিনীৰ ক্ষোভ আৰু বাঢ়িল, মনোবল আৰু টুটিবলৈ ধৰিলে।

অভ্যন্তৰতো পৰিস্থিতি বেয়া। ৰেললাইনবোৰ দুৰ্বল হৈ পৰিছে, ৰেল গাড়ীবোৰ সেনা আৰু ৰচদ কঢ়িওৱাত ব্যস্ত, অন্যান্য বয়বস্তু কঢ়িয়াবলৈ সময় নাই। গতিকে দেশৰ চাৰিওফালে নিত্য-ব্যৱহাৰ্য খাদ্য-সামগ্ৰীৰ অনাটনে দেখা দিছে। ৰাচিয়াৰ পশ্চাৎপদ অৰ্থনৈতিক ব্যৱস্থাই যুদ্ধৰ বোজা বব নোৱাৰি ভাগি পৰো ভাগি পৰো অৱস্থা হৈছে। খেতিয়কসকলৰ পৰা ভঁৰালৰ শইচ আৰু গোহালিৰ গৰু-ছাগলি চৰকাৰে যুদ্ধৰ বাবে অধিগ্ৰহণ কৰি লবলৈ ধৰিছে—চাৰিওফালে মানুহ অস্থিৰ হৈ উঠিছে।

ৰাচিয়াৰ চাৰাটৰ প্ৰদেশৰ ৰাজ্যপাল এচ. ভাৰস্কইৰ ডায়েৰিৰ পৰা সেই কালছোৱাৰ ছবি এখন ফুটি উঠিছে। তেওঁ লেখিছে, "কি ঘটিছে? ১৯০৫ চনৰ পাছৰ এঘাৰটা বছৰ যেন পাৰ হৈ যোৱা নাই! আকৌ একেবোৰ মুখ, একেবোৰ কথা, দেশৰ ক্ষমতা যেন আকৌ এবাৰ বিকল হৈ পৰিছে। জেমটস্ভ কাউন্সিলবোৰৰ ভদ্ৰলোকসকলে আকৌ সক্ৰিয় ৰাজনীতিত নামি পৰিছে, আকৌ চৰকাৰক ঘৃণনীয় বুলি গালি-শপনি শুনা গৈছে। ইয়াৰ পিছত কি? আকৌ খেতিয়কবোৰে গণ্ডগোল আৰম্ভ কৰিব বা তাতোকৈও সাংঘাতিক ধ্বংসাত্মক কামকাজ আৰম্ভ কৰিব—উস্ বৰ বেয়া দিন আহিছে।"

সঁচাকৈয়ে শাসকশ্ৰেণীবোৰৰ বাবে বেয়া দিন আহিছে।

ইতিমধ্যে ১৯১৭ চনৰ এক জানুৱাৰী পালেহি, সেইদিনা ডুমাই জাৰক চৰকাৰখন বহল ভিত্তিক কৰি গঢ়ি তুলিবলৈ জনোৱা আহ্বানৰ উত্তৰত জাৰে ডুমাৰ ওপৰ সদন ষ্টেট্ লেজিচলেটিভ চেম্বাৰৰ পৰা ১৭ জন বিৰোধী সদস্যক বহিস্কাৰ কৰি নিজৰ বিশ্বাসী লোকক নিযুক্তি দিলে আৰু ডুমাৰ অধিবেশন ১৪ ফেব্ৰুৱাৰী লৈ মুলতুবি ৰখাৰ কথা ঘোষণা কৰিলে।

ইফালে জাৰ আৰু ডুমাৰ মাজত অৰিয়াঅৰি, আনফালে ৰাজধানীত জনতাৰ বিক্ষোভ ফাটি পৰো পৰো অৱস্থা। জানুৱাৰী মাহত ৰাজধানীৰ গোপন পুলিচৰ এক ৰিপৰ্টত দেশৰ পৰিস্থিতিৰ এক সুন্দৰ বৰ্ণনা পোৱা যায়, "দিনে দিনে এক সাধাৰণ ধৰ্মঘট অনুষ্ঠিত কৰাৰ বাবে সমৰ্থকৰ সংখ্যা বাঢ়ি আহিছে—১৯০৫ চনৰ দৰে ধৰ্মঘটৰ ধাৰণাটো অধিক জনপ্ৰিয় হ'বলৈ আৰম্ভ কৰিছে।"[৪] আৰু, "দেশৰ বুদ্ধিজীৱীসকলেও পৰিস্থিতিৰ পৰিবৰ্তন ঘটাবলৈ ৰাজনৈতিক হত্যাকাণ্ডৰ প্ৰয়োজন বুলি ভাবিবলৈ আৰম্ভ কৰিছে।" জনগণ ক'ৰবাত বিদ্ৰোহত ফাটি পৰে বুলি পুলিচে আগতীয়াকৈ ব্যৱস্থা লবলৈ আৰম্ভ কৰে, ৰাজধানীখন ৬ খন পুলিচ জিলাত বিভক্ত কৰি পুলিচৰ সংখ্যা বঢ়োৱা হ'ল আৰু চোৰাংচোৱা ব্যৱস্থাকো শক্তিশালী কৰি তোলা হ'ল।

এই সময়ত বলচেভিক দল এটা নিতান্তই ক্ষুদ্ৰ দল। দলৰ সদস্য সংখ্যা মুঠেই চব্বিশ হাজাৰ। তথাপিও ৰাজধানী আৰু মস্কো নগৰীত দলৰ সংগঠন সক্ৰিয়। এই সময়তে দলে জানুৱাৰী মাহৰ ৯ তাৰিখটো লেনা সোণৰখনিৰ শ্ৰমিক ধৰ্মঘটৰ ওপৰত জাৰ চৰকাৰে গুলিচালনা কৰাৰ স্মৃতি দিৱস হিছাপে এক বিক্ষোভ প্ৰদৰ্শন কৰিবলৈ স্থিৰ কৰিলে। শ্ৰমিক শ্ৰেণীক সক্ৰিয় ৰাজপথৰ ৰাজনীতিলৈ নমাই আনিবলৈ দলে সিদ্ধান্ত ল'লে। লগতে লেনিনৰ নীতি অনুযায়ী বিপ্লৱী চৰকাৰ গঠনৰ প্ৰসংগও উত্থাপন কৰিলে। মস্কো বলচেভিক দলৰ সমিতিয়ে প্ৰকাশ কৰা এখন গোহাৰিত কোৱা হ'ল, "জাৰ চৰকাৰৰ পৰা ক্ষমতা কাঢ়ি লৈ বিপ্লৱৰ মাজেৰে প্ৰতিষ্ঠা কৰা এটা চৰকাৰৰ হাতলৈ ক্ষমতা

আনিব লাগিব—আৰু এই চৰকাৰেহে শ্ৰমিক শ্ৰেণীয়ে বিচৰা শান্তি প্ৰতিষ্ঠা কৰিব পাৰিব। আমি শ্ৰমিকৰ চৰকাৰ গঢ়িব লাগিব।"[4] যুদ্ধ সম্পৰ্কেও লেনিনৰ সূত্ৰ ৰাচিয়াৰ বলচেভিক দলে প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলে। আন এখন গোহাৰিত কোৱা হ'ল, "কমৰেড! সময় আহিল। আমি জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ বন্ধ কৰি আমাৰ আচল শত্ৰু জাৰ চৰকাৰৰ বিৰুদ্ধে যুঁজাৰ সময় হ'ল।"[5]

বলচেভিক দলে দিয়া ধৰ্মঘটৰ আহ্বানত সঁহাৰি জনাই পেট্ৰোগ্ৰাডত ৯ জানুৱাৰীৰ দিনা ১ লাখ ৪৫ হাজাৰ আৰু মস্কোত ৩০ হাজাৰ শ্ৰমিকে ৰাজপথত বিক্ষোভ প্ৰদৰ্শন আৰম্ভ কৰিলে। দেশৰ বিভিন্ন ঠাইতো উদ্যোগিক শ্ৰমিকসকলে এই হৰতাল পালন কৰিলে। বলচেভিকসকলে এই ধৰ্মঘটক এটা ৰাজনৈতিক চৰিত্ৰ প্ৰদান কৰিবলৈ খুব চেষ্টা কৰিলে আৰু এই ক্ষেত্ৰত তেওঁলোক বহুদূৰ সফলকামো হ'ল।

ৰাজপথত সংগ্ৰাম আৰম্ভ হ'ল।

খেতিয়কসকলৰ মাজতো এইবাৰ আকৌ এক্‌চন আৰম্ভ হ'ল।

জাৰ চৰকাৰে এই সংগ্ৰামবোৰ পথভ্ৰষ্ট কৰিবৰ বাবে দেশত জাতিগত আৰু সাম্প্ৰদায়িক ভেদভাৱ সৃষ্টি কৰিবলৈ চেষ্টা কৰিলে। প্ৰথমে সকলো ধৰণৰ চৰকাৰী কাম-কাজ আৰু অনুষ্ঠানৰ পৰা ইহুদীসকলক বৰ্খাস্ত কৰা হ'ল। কেৱল চিকিৎসক আৰু চিকিৎসাকৰ্মী সকলকহে কামত ৰখা হ'ল। কাৰণ ৰাচিয়াত এনে চিকিৎসা-বিদ্যা জনা মানুহ কম আছিল। দেশৰ সংখ্যালঘু জাতিসত্তাবোৰৰ বিৰুদ্ধেও সংঘৰ্ষক উচটনি দিয়াৰ লগতে চৰকাৰী দমনো বঢ়াই অনা হ'ল। কিন্তু, বিপ্লৱৰ সেই প্ৰত্যুষত জাৰতন্ত্ৰৰ এইবোৰ কৌশলেও বৰ কাম নিদিলে। শ্ৰমিক আন্দোলন কমক ছাৰি বাঢ়িহে আছিল।

ৰাচিয়াৰ এই গণতান্ত্ৰিক বিপ্লৱত লেনিন আৰু বলচেভিক দলৰ মুখ্য নেতাসকলে বিশেষ সক্ৰিয় ভূমিকা লব পৰা নাছিল, তেওঁ আছিল চুইজাৰলেণ্ডত, বাকীবোৰ আছিল চাইবেৰিয়াত নিৰ্বাসিত। দেশৰ সংগঠনো আছিল দুৰ্বল আৰু ইয়াৰ লগতো দেশৰ বাহিৰত থকা নেতাসকলৰ যোগাযোগো আছিল অত্যন্ত ক্ষীণ। কিন্তু, বিদেশৰ পৰাই লেনিনে বিপ্লৱী কাৰ্যসূচী সম্পৰ্কে যিবোৰ মূল নীতি নিৰ্ণয় কৰিছিল, দেশৰ সংগঠনৰ তলৰ নেতাসকলে তাকে অতি নিৰহনিপানীকৈ পালন কৰিবলৈ চেষ্টা কৰিছিল। এই কটকটীয়া সংগঠন আৰু তাত্ত্বিক দিশত বলচেভিকসকলৰ স্পষ্টতা আৰু অগ্ৰগামিতা থকাৰ বাবে সামান্য সুবিধা পালেও তেওঁলোকে তাক সদ্ব্যৱহাৰ কৰিব পাৰিছিল।

তথাপিও যেতিয়া বিপ্লৱ আৰম্ভ হৈ গৈছিল, তেতিয়া প্ৰথমে তেওঁলোকেও ইয়াক ধৰিব পৰা নাছিল। তেওঁলোকে ভাবিছিল ই আৰু এলানি নতুন

ধৰ্মঘটহে—এনে ধৰ্মঘট ইটোৰ পাছত সিটোকে হৈয়েই আছে। মেনচেভিক, সমাজ-বিপ্লবী (চচিয়েল ৰিভলিউচনেৰী) সকলেও প্ৰথমে বিপ্লৱ যে সঁচাকৈয়ে আৰম্ভ হৈ গ'ল সেই কথা ধৰিব পৰা নাছিল।

আনকি লেনিনৰ যুদ্ধ সম্পৰ্কে বৈপ্লৱিক ব্যাখ্যা—সাম্ৰাজ্যবাদী যুদ্ধক গৃহযুদ্ধলৈ ৰূপান্তৰিত কৰাৰ আহ্বান সম্পৰ্কেও বলচেভিক দলৰ বাহিৰে ৰাচিয়াৰ ব্যাপক জনসাধাৰণে ভালদৰে নাজানিছিল। বলচেভিকসকলৰ মাজতো এই সম্পৰ্কে যথেষ্ট মতদ্বৈধতা আছিল। তেওঁলোকৰ প্ৰচাৰে সেনাবাহিনী আৰু শ্ৰমিকসকলৰ একাংশৰ মাজত কিছু পৰিমাণে এই ভাবনাবোৰ কাঢ়িয়াই লৈ গৈছিল যদিও বেছিভাগ মানুহে এই বিষয়ে একো নাজানিছিল। যুদ্ধকালীন কট্‌কটীয়া পহৰাৰ পৰিবেশত খোলাখুলিকৈ এই বিষয়ে লেখামেলা আৰু প্ৰচাৰ কৰাটোও সম্ভৱপৰ নাছিল। তাৰোপৰি জাৰ চৰকাৰৰ নিপীড়নত সংগঠনৰো অৱস্থা কাহিল।

বিদেশত থাকি লেনিনেও ৰাচিযাৰ আভ্যন্তৰীণ পৰিস্থিতি সম্পৰ্কে সকলো সময়তে সঠিক সিদ্ধান্ত লব বা অনুমান কৰিব পৰা নাছিল, আনকি ৰাচিয়াৰ বিকাশমান বিপ্লৱী পৰিস্থিতি সম্পৰ্কেও তেওঁ ভালকৈ অনুধাৱন কৰিব পৰা নাছিল। আনকি সেইবছৰেই জানুৱাৰী মাহতে চুইজাৰলেণ্ডত তেওঁ কৈছিল যে তেওঁলোকৰ প্ৰজন্মৰ লোকসকলে আহিব লগা বিপ্লৱৰ নিৰ্ণয়কাৰী সংগ্ৰামবোৰ প্ৰত্যক্ষ কৰিবলৈ নাপাব। ৰাচিযাত যে বিপ্লৱ হোৱাটো অৱধাৰিত, সেই বিষয়ে লেনিনৰ সামান্যতমো সন্দেহ নাছিল, কিন্তু, কেতিয়া এই বিপ্লৱ হ'ব সেই বিষযে তেওঁ কোনো সঠিক ধাৰণা কৰিব পৰা নাছিল।

কিন্তু, এবাৰ বিপ্লৱৰ ৰথচক্ৰ ঘূৰিবলৈ আৰম্ভ কৰাৰ লগে লগে তেনেই নগণ্য বলচেভিক দলটো অতি কমসময়ৰ ভিতৰতে, মাত্ৰ কেইমাহ মানতে বানপানীৰ দৰে বাঢ়িগৈ অক্টোবৰ মাহলৈ দেশৰ এক নিৰ্ণযকাৰী আৰু নেতৃত্বকাৰী শক্তি হৈ পৰিল ?

কিহৰ কাৰণে এনে হোৱাটো সম্ভৱপৰ হৈছিল ?

কি আছিল বলচেভিক দলৰ গোপন শক্তি ?

প্ৰথম শক্তি আছিল তাত্বিক। এই দলত আছিল লেনিনৰ দৰে লোক যি অতি তৎপৰতাৰে, অতি নিখুঁতভাৱে, প্ৰতিটো পৰিস্থিতিতে মাৰ্ক্সবাদী তত্বৰ প্ৰায়োগিক বিকাশ ঘটাব পাৰিছিল। দাৰ্শনিক, তাত্বিক, আদৰ্শাত্মক দিশত তেওঁৰ সমকক্ষ বুদ্ধিজীৱী ৰাচিয়াত দ্বিতীয় এজন নাছিল, আনকি প্ৰেখানভৰ দৰে তাত্বিক পণ্ডিতো যেতিয়া উদাৰনৈতিক ভাবাদৰ্শৰ কবলত পৰিছিল, সেই সময়ত লেনিনে অকলে, কোনোসময়ত সঁচাকৈয়ে একেবাৰে অকলশৰে, দলৰ বাবে তাত্বিক ভিত্তি আৰু এই তাত্বিক ভিত্তিৰ ওপৰত প্ৰয়োজনীয় ৰাজনৈতিক কাৰ্য-

সূচী তেওঁ সময়মতে, বিচক্ষণতাৰে তৈয়াৰ কৰিব পাৰিছিল। আৰু, বলচেভিক দলৰ আটাইতকৈ ডাঙৰ শক্তি আছিল এই তাত্ত্বিক শক্তি।

এই তত্ত্বক লৈয়েই তেওঁলোকে অতি প্ৰতিকুল অৱস্থাতো সংগঠন টিকাই ৰাখিব পাৰিছিল, দৃঢ় কৰি ৰাখিব পাৰিছিল নিজৰ বিশ্বাস আৰু মনোবল। লেনিনে যে সৰু হ'লেও এক পেছাদাৰী বিপ্লৱীৰ কটকটীয়া সংগঠনৰ ওপৰত বহু আগৰ পৰা প্ৰাথমিক গুৰুত্ব দি আহিছিল, তাৰ শুদ্ধতা বিপ্লৱে প্ৰমাণ কৰি দেখুৱালে। তাৰোপৰি গোপন সাংগঠনিক ব্যৱস্থা আৰু সুবিধা পালেই মুকলিকৈ কাম কৰিব পৰা দক্ষতাৰ বাবে এই দল বিপ্লৱৰ ধুমুহাৰ মাজৰ পৰা বিজয়ী হৈ ওলাই আহিব পাৰিছিল।

সেয়া অৱশ্যে কিছু পিছৰ কাহিনী, ইয়াৰ বিষয়ে আমি ক্ৰমে পাই যাম।

লেনিনৰ নেতৃত্বই বলচেভিকসকলক সদায়, সকলো পৰিস্থিতিত, অতি প্ৰতিকুল পৰিবেশতো সদায় ৰাজনৈতিক উদ্যোগ নিজৰ হাতত ৰাখিবলৈ শিকাইছিল। সেয়ে তেওঁলোকে যুদ্ধৰ ক্ষেত্ৰতে হওক, কৃষি কৰ্মসূচী বা জাতীয় প্ৰশ্নতে হওক সদায় আগে ভাগে একোটা কৰ্মনীতি, একোটা সমাধান সূত্ৰ মানুহৰ সন্মুখত তুলি ধৰিব পাৰিছিল। আনহাতে মেনচেভিকসকলৰ বেছিভাগ ক্ষেত্ৰতে দৃঢ় তাত্ত্বিক ভিত্তি নথকাৰ বাবে, সুবিধাবাদী উদাৰনৈতিক প্ৰৱণতাৰ প্ৰাধান্য থকাৰ বাবে ইতিহাসৰ গুৰুত্বপূৰ্ণ সময়বোৰত তেওঁলোকে আপোচ কৰি বুৰ্জোৱা শ্ৰেণীৰ ওচৰত ৰাজনৈতিক উদ্যোগ হেৰুৱাই পেলায। ঘটনাত উদ্যোগ লোৱাতকৈ তেওঁলোকে পৰিস্থিতিৰ পাছে পাছে দৌৰিব লগা হৈছিল বেছি।

বিপ্লৱৰ ইতিহাসৰ মাজত আমি এইবোৰ ঘটনাকে প্ৰত্যক্ষ কৰি যাম।

# ৩৬

## ‘বিপ্লৱৰ বান্ধভঙা ঢল’



● সকলো শিশুৰ দৰে ● শ্ৰমিক আন্দোলনৰ ঢৌ ● ৰুটিৰ দাবীত মহিলা বিক্ষোভ ● পেট্ৰোগ্ৰাডত সম্পূৰ্ণ সাধাৰণ ধৰ্মঘট ● সশস্ত্ৰ শ্ৰমিক মিলিশিয়া ● কচাক সেনাবাহিনীৰ নিৰপেক্ষতা ● সেনাবাহিনীৰ মাজত বিদ্ৰোহ আৰম্ভ ● বিদ্ৰোহীসকলৰ দ্বাৰা ৰাজধানী দখল ● ডুমা ভংগৰ ৰাজকীয় ঘোষণা কিন্তু অবিৰত অধিবেশন আৰম্ভ ● পেট্ৰোগ্ৰাড চভিয়েট পুনৰ গঠন ● ডুমাৰ অন্তৰ্বৰ্তীকালীন সমিতি গঠন ● জাৰৰ মন্ত্ৰীসভা নাইকিয়া হৈ গ'ল ● পেট্ৰোগাড চভিয়েটৰ ৰাজনৈতিক উদ্যোগ গ্ৰহণ ● চভিয়েটৰ ১নং আদেশপত্ৰ প্ৰচাৰ ● অস্থায়ী চৰকাৰ গঠনৰ প্ৰশ্ন—ক্ষমতা কোনে লব বুৰ্জোৱাই নে সৰ্বহাৰাই ● চৰকাৰ গঠন ● দ্বৈত ক্ষমতাৰ আত্মপ্ৰকাশ ● দেশৰ চৌদিশে বিপ্লৱৰ ঢৌ ● জাৰৰ সিংহাসন ত্যাগ আৰু জাৰ পৰিয়াল গ্ৰেপ্তাৰ ● ৰাচিয়াত বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ বিজয় লাভ।

এই অধ্যায় লেখোঁতে সহায়লোৱা কিতাপৰ তালিকা :


(1) Nanerkov, Albert—An Illustrated History of the Great October Revolution Progress Publishers, Moscow. 1987

(2) Carr E H.—The Bolshevik Revolution Penguin Books Vol. I.

(3) Schmidt et al—A Short History of the USSR Progress Publishers, Moscow

(4) Lenin—A Biography—Progress Publishers, Moscow.

(5) Encyclopedia Brittanica. 1957—Vol-19.

(6) সোভিয়েট ইউনিয়নেৰ কমিউনিষ্ট (বলচেভিক) পাৰ্টি'ৰ ইতিহাস (Bengali) National Book Agency Pvt Ltd., Calcutta.

"All like children ! The day is so rosy !
No night ! There will be no slumber !
As though there were no frosts.
As though spring reigns eternal"

সকলো শিশুৰ দৰে ! দিনটো ইমান সুন্দৰ !
আজি ৰাতি নহয় ! নাহে আজি টোপনি !
যেন আজি আৰু নাই শীতৰ তুষাৰ ।
যেন চৌদিশে আজি ৰাজ চিৰ বসন্তৰ ।

( চচিয়েল ৰিভলিউচনেৰী দলৰ 'যেমল্যা ই ভল্যা নামৰ কাকতত বিপ্লৱৰ আৰম্ভণিতে লেখা এফাঁকি কবিতা, যি-ফাঁকি কবিতা লেনিনেও তেওঁৰ 'দূৰৰ চিঠি'ত ব্যৱহাৰ কৰিছিল । )

বিপ্লৱ হ'ল । আবাল-বৃদ্ধ-বণিতা—ডেকা-ডেকেৰি সকলো যেন শিশু হৈ পৰিল । শিশুৰ দৰে সৰল বিশ্বাসেৰে—নিষ্পাপ মনেৰে মানুহে ভাবিবলৈ ধৰিলে—স্বৈৰতন্ত্ৰৰ অৱসানৰ লগে লগে আহিব নতুন মুক্তিৰ দিন, নাথাকিব দুখ, যুদ্ধৰ বিভীষিকা, আকালৰ কৰাল ছাঁ, পৃথিবীত বিৰাজ কৰিব অনাবিল শান্তি আৰু সুখৰ নিজৰা । ৰণক্লান্ত সৈনিক উভতি আহিব ঘৰলৈ, খেতিলৈ, প্ৰিয় পৰিজনৰ মাজলৈ । সদায় এনেকৈয়ে ভাবে মানুহে । বিপ্লৱৰ পুৱাত হৈ পৰে শিশুৰ দৰে ।

কিন্তু বিপ্লৱ এনেকুৱা নিষ্পাপ, সহজ, সৰল পথ নহয় ।

কষ্ট-ক্লেশ, আশাভংগ আৰু আত্মত্যাগৰ বাটহে ই ।

জীৱনৰ সকলো কদৰ্যতা, পঙ্কিলতাৰ মাজেৰে আগবাঢ়ে বিপ্লৱৰ সোঁত আৰু ইয়াৰ মাজেৰেই ই সন্ধান কৰে নৱজীৱনৰ, নৱ সমাজৰ ।

এই কাহিনী, আৰু ইয়াৰ শিক্ষাকে এতিয়া আমি ক্ৰমে নিৰীক্ষণ কৰাৰ চেষ্টা কৰিম ।

১৯১৭ চনৰ জানুৱাৰী মাহৰ পৰাই ৰাছিয়া শ্ৰমিক ধৰ্মঘটত উত্তাল হৈ আহিছে । ৰাজধানী পেট্ৰোগ্ৰাড মহানগৰী, মস্কো, আন আন উদ্যোগিক নগৰবোৰত এটাৰ পিছত এটাকৈ হৰতাল, বিক্ষোভ প্ৰদৰ্শন সংঘটিত হৈ আহিছে । এই বিক্ষোভবোৰ আৰম্ভ হৈছিল অধিক মজুৰি, কাম কৰাৰ অৱস্থাৰ উন্নতি আদি অৰ্থনৈতিক দাবীৰে, কিন্তু শীঘ্ৰে সকলোৰে মনত এটা কথা স্পষ্ট হৈ উঠিছিল যে ৰাজনৈতিকভাৱে স্বৈৰতন্ত্ৰক উৎখাত কৰিব নোৱাৰিলে সামান্যতম অৰ্থনৈতিক দাবীবোৰো পূৰণ কৰাটো সম্ভৱ নহয়, অৱধাৰিতভাৱে সেয়ে শ্ৰমিক বিক্ষোভবোৰে ৰাজনৈতিক চৰিত্ৰ লবলৈ বাধ্য হৈছিল ।

মাৰ্চৰ ৮ তাৰিখে ৰাছিয়াত মহিলা দিবস উদ্‌যাপনৰ দিনা এক প্ৰচণ্ড বিক্ষোভ প্ৰদৰ্শন আৰম্ভ হ'ল। হাজাৰে হাজাৰে ৰুচ নাৰীয়ে ৰাজপথলৈ ওলাই আহি 'ৰুটি'ৰ দাবী জনালে। ঠায়ে ঠায়ে উন্মত্ত হৈ পৰা মহিলাসকলে ৰুটিৰ দোকানবোৰ ভাঙি পেলালে। সেই একেদিনাই বলচেভিক দলেও শ্ৰমিক বিক্ষোভৰ আহ্বান দিয়াত দেশৰ ৰাজপথ পুৰুষ-মহিলাৰে লোকাৰণ্য হৈ পৰিল।

ৰাজধানী পেট্ৰোগ্ৰাড চহৰত এই বিক্ষোভ প্ৰদৰ্শনে প্ৰচণ্ড ৰূপ ললে। কিন্তু চৰকাৰ, পুলিচবিভাগ বা ডুমাই এই হৰতালক কোনো বিশেষ গুৰুত্ব দিয়া নাছিল। তেওঁলোকে ভাবিছিল যে সচৰাচৰ হৈ থকাৰ দৰে সেইদিনাৰ বিক্ষোভো এক সাধাৰণ ঘটনা আছিল। কিন্তু, দেখা গ'ল যে দিনটো পাৰ হোৱাৰ পাছতো বিক্ষোভ নকমিল, বৰঞ্চ বাঢ়িলহে। পাছদিনা পেট্ৰোগ্ৰাড মহানগৰীৰ মুঠ শ্ৰমিক শক্তিৰ শতকৰা ৩০ ভাগেই কাম এৰি ৰাজপথলৈ ওলাই আহিল। শ্ৰমিকৰ বিক্ষোভে ক্ৰমান্বয়ে এক সাধাৰণ ধৰ্মঘটৰ ফালে গতি কৰিবলৈ আৰম্ভ কৰিলে। এইবাৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰ সকলেও ধৰ্মঘটত যোগদান কৰিলে। এই প্ৰচণ্ড আন্দোলনৰ মূল দাবী আছিল খাদ্য, কিন্তু, ইয়াৰ মাজতে স্বৈৰতন্ত্ৰৰ অৱসান আৰু জাৰ বিৰোধী ধ্বনিও সঘনে উচ্চাৰিত হৈছিল। তৃতীয় দিনা, মাৰ্চ মাহৰ ১০ তাৰিখে, পেট্ৰোগ্ৰাড নগৰীত সম্পূৰ্ণ সাধাৰণ ধৰ্মঘট আৰম্ভ হ'ল। কল-কাৰখানাৰ চকাবোৰ অচল হৈ পৰিল, হাজাৰে হাজাৰে শ্ৰমিক ৰাজপথলৈ ওলাই আহিল। এক অবুজ খং আৰু ক্ষোভ চাৰিওফালে বিয়পি পৰিল। মানুহ যেন অতিষ্ঠ হৈ উঠিছে, কিবা এটা পৰিবৰ্তন বিচাৰিছে, তৎকালে—তেতিয়াই। আৰু অপেক্ষা কৰিব নোৱাৰে তেওঁলোকে।

স্তেপভূমিৰ সগৰ্ভা ধুমুহাৰ ক'লা ডাৱৰৰ দৰে, বুকুৰ মাজত ঢেৰেকনি বজ্ৰপাত সামৰি লৈ, পলকতে দিগন্তৰ পৰা দিগন্তলৈ ছানি ক'লা-মলা কৰি অনাৰ দৰে, ৰাজধানীৰ ৰাজপথ জনতাৰ প্ৰচণ্ড ভীৰেৰে ভৰি পৰিল। শ্ৰমিকৰ বস্তি অঞ্চলবোৰত শ্ৰমিকসকলে পুলিচৰ চকীবোৰত সোমাই জাৰৰ কুখ্যাত পুলিচবোৰক নিৰস্ত্ৰ কৰি পেলালে। চকীৰ মালখানাৰ বন্দুক-বাৰুদ বাজেয়াপ্ত কৰি লৈ ললে। মানুহৰ জাগৰণ দেখি পুলিচ বিষয়া আৰু চিপাহীবোৰে কাম-কাজ চকী এৰি থৈ আঁতৰি গ'লগৈ। জনতাৰ ভীৰৰ মাজত লুকাই পৰিল সিহঁত। ভয়ত বহুতে ইউনিফৰ্ম দলিয়াই পেলালে। বহুতে লুকাই থাকিল। ৰাজধানীৰ এক বিস্তীৰ্ণ অঞ্চলত প্ৰবল জনজাগৰণৰ সম্মুখত জাৰতন্ত্ৰৰ পুলিচ প্ৰশাসন কৰ্পূৰৰ দৰে উৰি নাইকিয়া হৈ গ'ল।

পুলিচৰ বন্দুক-বাৰুদ কৰায়ত্ব কৰি ৰাজপথত এইবাৰ আত্মপ্ৰকাশ কৰিলে সশস্ত্ৰ শ্ৰমিক মিলিশিয়াই—১৯০৫ চনৰ পৰাই সংগোপনে গোটাই মেলি লুকুৱাই ৰখা বন্দুক-বাৰুদবোৰ মানুহে উলিয়াই আনিলে—জনতাৰ বিক্ষোভ প্ৰদৰ্শনে এইবাৰ চকুৰ সম্মুখতে সশস্ত্ৰ অভ্যুত্থানৰ ৰূপ ললে।

জনতাক দমন কৰিবৰ বাবে জাৰ প্ৰশাসনৰ অস্ত্ৰ আছিল কচাক সেনাবাহিনী। সদায় এই সেনাৰ সহায়তেই চৰকাৰে জনতাৰ বিক্ষোভ নৃশংসভাৱে দমন কৰি আহিছে। এইবাৰো ৰাজধানী পেট্ৰোগ্ৰাডত কচাক সেনা বহুতো মজুত আছিল। কিন্তু, এইবাৰ কচাক সেনাৰ ওপৰতো চৰকাৰে আগৰদৰে ভৰসা কৰিব নোৱৰা অৱস্থা, ৰাচিয়াৰ গাঁও অঞ্চলত যুদ্ধৰ ফলত দেখা দিয়া অভাৱ-অনাটন আৰু আকালে দুৰ্দশাৰ সৃষ্টি কৰিছে—ইয়াৰ পৰা কচাকসকলো সাৰি যোৱা নাই। যুদ্ধৰ ভয়াবহতাই আৰু চৰকাৰৰ কাম-কাজে তেওঁলোককো অতিষ্ঠ কৰি পেলাইছে।

ফলত এইবাৰ কচাক সেনাসকলে জনতাৰ ওপৰতো দমন কাৰ্য চলাবলৈ অনিচ্ছুক হৈ পৰিল। নিজৰ মাজতে আলাপ-আলোচনা কৰি বহুতো কচাক সেনাৰ গোটে নিৰপেক্ষ হৈ থকাৰ সিদ্ধান্তই গ্ৰহণ কৰিলে। কিছুমান ইউনিটৰ সেনাবোৰে খোলাখুলিকৈ বিক্ষোভকাৰী জনতাৰ লগত কথা-বতৰা পাতিবলৈ আৰম্ভ কৰিলে।

বিপ্লৱৰ ঢৌৱে কচাকসকলকো প্ৰভাৱিত কৰিলে।

ৰাজধানীত বিক্ষোভৰ ঢৌ বাঢ়ি অহাত এইবাৰ জাৰে ৰাজধানীৰ সামৰিক গৱৰ্ণৰ জেনেৰেল এচ্ এচ্ খাবালভক খ্লণ্টৰ পৰা টেলিগ্ৰাম কৰি অনতিপলমে ৰাজধানীৰ বিশৃংখলতা সেনাবাহিনীৰ সহায়েৰে দমন কৰিবলৈ নিৰ্দেশ দিলে। ১৯০৫ চনৰ দৰে বন্দুকৰ গুলিৰে জনতাৰ জাগৰণক অনতিপলমে দমন কৰিব লাগিব। এই কামত ডুমাৰ সদস্যসকলে গণ্ডগোল কৰিব পাৰে, গতিকে প্ৰধানমন্ত্ৰী এন ডি গলিণ্টিনে ডুমাৰ অধিবেশন আকৌ মুলতুৱি ৰাখি দেশৰ বিপ্লৱাত্মক পৰিস্থিতি চম্ভালিবৰ বাবে এখন অধিক জনপ্ৰিয় আৰু গ্ৰহণযোগ্য চৰকাৰ গঠন কৰিবলৈ জাৰলৈ আবেদন জনালে।

সেনাবাহিনীৰ সহায়ত জন-জাগৰণ দমন কৰিবলৈ চৰকাৰে লোৱা প্ৰচেষ্টা প্ৰথমে অকণমান সফল হৈছিল যদিও সোনকালেই ইয়াৰ জোৰ নাইকিয়া হৈ পৰিল। বলচেভিককে ধৰি সকলো বিপ্লৱী দলৰ সদস্য আৰু প্ৰচাৰকবোৰে সেনাবাহিনীৰ মাজত প্ৰচণ্ড ৰাজনৈতিক প্ৰচাৰ আৰম্ভ কৰি দিলে—এইবাৰ সেনাবাহিনীৰ মাজতে আৰম্ভ হ'ল মুকলি বিদ্ৰোহ। নিজৰ ভাইসকলৰ বুকুলৈ ৰাইফলৰ গুলি নামাৰিবলৈ জনতাই জনোৱা আহ্বান সেনাবাহিনীৰ বুকুৰ মাজেৰে যেন সৰকি গ'ল। বন্দুকৰ নল এইবাৰ আনফালে ঘূৰিবলৈ আৰম্ভ কৰিলে।

সেনাবাহিনীৰ মাজত বিদ্ৰোহ আৰম্ভ হ'ল এনেদৰে।

১০ মাৰ্চৰ দিনা ৰাজধানীত শিবিৰ পাতি থকা ৰুচ সেনাবাহিনীৰ ভলিনস্কি ৰেজিমেণ্টৰ যেৰেকলৈ গোপনে বলচেভিক দলৰ ৰাজনৈতিক প্ৰচাৰকসকল সোমাই গ'ল। এই বলচেভিক প্ৰচাৰকসকল আছিল ৰাজধানীৰ বিখ্যাত পুটিলভ

কাৰখানাৰ ৰাজনৈতিকভাৱে আগৰণুৱা শ্ৰমিক। তেওঁলোকে মৃত্যুভয় নেওচি সেনাবাহিনীৰ বেৰেকত সোমাই প্ৰচণ্ড ৰাজনৈতিক প্ৰচাৰ আৰম্ভ কৰি দিলে। এনেয়েও জনতাৰ ওপৰত গুলি নচলাওঁ বুলি সেনাবোৰে ভবাচিন্তা কৰি আছিলেই, এতিয়া বলচেভিক প্ৰচাৰকসকলৰ উদাত্ত আহ্বানত সেনাসকলে প্ৰচণ্ড সঁহাৰি জনালে। শান্তি প্ৰতিষ্ঠাৰ বাবে, সাম্ৰাজ্যবাদী যুদ্ধ বন্ধ কৰিবৰ বাবে, দেশত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে ভলিনষ্কি ৰেজিমেণ্টৰ সেনাসকলে জনগণৰ পক্ষ লবলৈ সিদ্ধান্ত ললে। ৰেজিমেণ্টৰ ডিপো বেটেলিয়নৰ সেনাবোৰে প্ৰথমে নিজৰ কামাণ্ডাৰক হত্যা কৰি হাতত অস্ত্ৰ লৈ ওলাই আহিল। তেওঁলোকেই এইবাৰ গোটেই ৰেজিমেণ্টটোক জগাই তুলিলে। প্ৰচণ্ড হৰ্ষধ্বনিৰ মাজেৰে সেনাসকল আহি ৰাজপথ পালেহি।

জাৰতন্ত্ৰৰ বিৰুদ্ধে সেনাবাহিনীৰ বিদ্ৰোহ আৰম্ভ হ'ল।

ইয়াৰ পিছতেই লিট্‌ভস্কি, প্ৰিঅ'ব্ৰাঝেনস্কি নামৰ আন দুটা ৰেজিমেণ্টেও বিদ্ৰোহ ঘোষণা কৰিলে। তেওঁলোকে চৰকাৰৰ প্ৰতি তেতিয়াও বিশ্বস্ত হৈ থকা মস্কোভস্কি ৰেজিমেণ্টে দিয়া সকলো বাধা ওফৰাই বিপ্লৱৰ পক্ষলৈ ওলাই আহিল আৰু লগতে মস্কোভস্কি ৰেজিমেণ্টৰ সেনাবোৰকো বিদ্ৰোহী কৰি লৈ আহিল। এইবাৰ বিদ্ৰোহী সেনাবোৰে ৰাজধানীৰ কাৰাগাৰবোৰ দখল কৰি লৈ ৰাজনৈতিক বন্দীবোৰক মুকলি কৰি দিলে আৰু তাৰ পাছত নগৰৰ মূল অস্ত্ৰাগাৰটো মুকলি কৰি শ্ৰমিকসকলৰ মাজত চল্লিশ হাজাৰ ৰাইফল আৰু ত্ৰিশ হেজাৰ ৰিভলভাৰ বিলাই দিলে।

বিদ্ৰোহী জনতাও এইবাৰ সশস্ত্ৰ হৈ উঠিল।

সেইদিনাই সন্ধিয়াৰ সময়লৈ ৰাজধানীৰ মূল সেনাঘাটি পেট্ৰোগ্ৰাড দুৰ্গৰ চৌষষ্ঠি হাজাৰ সেনাই বিপ্লৱক সমৰ্থন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। তেওঁলোকে বহু বিষয়াক গ্ৰেপ্তাৰ কৰি নিজৰ মাজৰ পৰাই নতুন বিষযাও নিৰ্বাচিত কৰি ললে।

ৰাতিৰ ভিতৰতে শ্ৰমিক আৰু বিদ্ৰোহী সেনাসকলে ৰাজধানীৰ মূল মূল ঠাইবোৰ অধিকাৰ কৰি ললে। মূল ডাকঘৰ, মূল টেলিগ্ৰাফ অফিচ, ৰেলষ্টেচন, নগৰৰ মাজেদি বৈ যোৱা নেভা নদীৰ মূল দলংবোৰ, এটা এটাকৈ এওঁলোকৰ নিযন্ত্ৰণলৈ আহিল।

চাওঁতে চাওঁতে সমগ্ৰ পেট্ৰোগ্ৰাড জনতাৰ হাতলৈ আহিল।

জেনেৰেল খাবালভে শেষ চেষ্টা হিছাপে নগৰৰ উপকণ্ঠ অঞ্চলৰ পৰা সেনা আনি বিদ্ৰোহীবোৰক দমন কৰিবলৈ চেষ্টা কৰিলে। কিন্তু এইবাৰো তেওঁ সফল নহ'ল। অৱশেষত তেওঁ জাৰলৈ জৰুৰী টেলিগ্ৰাম কৰিলে, "অনুগ্ৰহ কৰি মহামান্য সম্ৰাটক জনাব যে ৰাজধানীত আইন শৃংখলা প্ৰতিষ্ঠা কৰিবলৈ মোৰ হাতত কোনো উপায় নাই। এটাৰ পাছত এটাকৈ সেনা বাহিনীৰ ইউনিটে

বিশ্বস্ততাৰ প্ৰতিজ্ঞা ভঙ্গ কৰিছে আৰু বিদ্ৰোহীবোৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ অমান্তি হৈছে। কিছুমান ঠাইত ইহঁতে বিদ্ৰোহীহঁতৰ লগত মিতিৰালিহে পাতিছে আৰু হাতৰ বন্দুক সম্ৰাটৰ প্ৰতি বিশ্বাসী হৈ থকা সেনাবোৰৰ ফালেহে টোৱাইছে। গোটেই দিন প্ৰচণ্ড ক্ষয়ক্ষতি সত্বেও বিশ্বাসী সেনাসকলে বিদ্ৰোহী-হঁতক প্ৰতিৰোধ কৰিছে। কিন্তু, সন্ধ্যাৰ সময়লৈ বিদ্ৰোহীহঁতে ৰাজধানীৰ বেছিভাগ অংশ দখল কৰি লৈছে।"[1]

পেট্ৰোগ্ৰাড দুৰ্গৰ সেনাসকলৰ সক্ৰিয় সাহায্য পোৱাৰ পাছত বিপ্লৱী শিবিৰ প্ৰচণ্ড শক্তিশালী—অপ্ৰতিৰোধ্য হৈ পৰিল।

পৰিস্থিতি জাৰ চৰকাৰৰ নিয়ন্ত্ৰণৰ বাহিৰ হৈ গ'ল।

আনফালে,

ডুমাৰ সদস্যসকলে যেতিয়া ডুমাৰ অধিবেশন মুলতুবি ৰখাৰ চৰকাৰী আদেশ পালে, তেওঁলোকেও এই আদেশ মানিবলৈ অমান্তি হ'ল। তেওঁলোকে তথাপিও চৰকাৰী আদেশৰ প্ৰতি সন্মান জনাই ডুমাৰ মুল অধিবেশন-কক্ষৰ পৰা আঁতৰি আহিল, আৰু কাষৰে আন এটা কোঠাত মিলিত হৈ ডুমাৰ অধিবেশন চালু ৰাখিলে। দেশৰ এই দুৰ্দশাৰ পৰিস্থিতিত তেওঁলোকে নীৰৱে আঁতৰি যাবলৈ মান্তি নহ'ল। ডুমাৰ অধ্যক্ষই তৎকালে জাৰলৈ এখন টেলিগ্ৰাম কৰি ডুমাৰ অধিবেশন বন্ধ কৰি দি দেশৰ সংকট আৰু নবঢ়াবলৈ অনুৰোধ জনালে। এনে কামৰ দ্বাৰা বাচিয়াৰ ৰাজমুকুট পিন্ধি থকা শিৰত কলংকৰ কালিমা নাসানিবলৈ তেওঁ জনোৱা এই জয়দেউ কাকুতিৰ প্ৰতি জাৰে কিন্তু কোনো উত্তৰ নিদিলে।

সেইদিনা আছিল মাৰ্চৰ ১১ তাৰিখ। উপায় নাপাই এইবাৰ ডুমাৰ অধ্যক্ষ এম ভি ৰডজিযাংক'ই সেনাবাহিনীৰ ফ্ৰন্টত থকা মুল সেনাপতিসকললৈ এই দুৰ্দিনত ডুমাক সমৰ্থন জনাবলৈ জৰুৰী আহ্বান জনাই টেলিগ্ৰাম প্ৰেৰণ কৰিলে।

ডুমায়ো এইবাৰ মুকলিকৈয়েই জাৰৰ বিৰোধিতা আৰম্ভ কৰিলে।

যেতিয়া জাৰে ৰাজধানীৰ এই পৰিস্থিতিৰ কথা গম পালে, তেওঁ তেতিয়া ডুমা ভংগৰ ঘোষণা কৰি অতি বিশ্বাসী সেনাপতি জেনেৰেল এন আইভানভৰ নেতৃত্বত এদল বিশ্বাসী সেনাক ৰাজধানীৰ বিদ্ৰোহ দমন কৰিবলৈ পাচিলে। এই জেনেৰেল আইভানভ আছিল ১৯০৫ চনৰ বিপ্লৱত বিখ্যাত ক্ৰণ্ডষ্টাট্ দুৰ্গৰ বিদ্ৰোহ নৃশংসভাৱে দমন কৰি চৰকাৰৰ ঘৰত সুখ্যাতি অৰ্জন কৰা লোক। কিন্তু, জেনেৰেল আইভানভৰ এই প্ৰচেষ্টা আৰম্ভ হ'বলৈকে নাপালে। বিপ্লৱী ৰেল শ্ৰমিকসকলে তেওঁৰ সেনাবাহিনীক ৰাজধানীলৈ ৰেলেৰে লৈ যাবলৈ অসম্মত হ'ল।

ইতিমধ্যে বিপ্লৱৰ ঢৌ গৈ ফ্ৰন্ট পাইছেগৈ।

ফ্ৰন্টৰ সেনাসকলে অভ্যন্তৰৰ বিদ্ৰোহীসকলক দমন কৰিবলৈ যাবলৈ স্পষ্টকৈ

অসম্মতি প্ৰকাশ কৰিলে। ৰাজধানীলৈ নাযাওঁ বুলি তেওঁলোকে নিজা বিষয়াসকলক মুখ খুলি কৈ দিলে।

বিপ্লৱক দমন কৰিবলৈ কোনো ধৰণৰ সামৰিক সমাধানৰ বাট লোৱাটো আৰু সম্ভৱ নহয়। ফ্ৰণ্টৰ সেনাবোৰে আনকি ঠায়ে ঠায়ে সম্মুখৰ জাৰ্মান লাইনৰ সেনাবোৰৰ লগতো মুকলিকৈ মিলামিছা আৰু আলোচনা কৰাৰ কামো আৰম্ভ কৰি দিলে।

১২ মাৰ্চৰ দিনা বিপ্লৱী পেট্ৰোগ্ৰাডত আৰু এটা বিৰাট তাৎপৰ্যপূৰ্ণ ঘটনা ঘটিল।

সেইদিনা ৰাজধানীৰ শ্ৰমিক, সৈনিক আৰু বিপ্লৱী বুদ্ধিজীৱীসকলে সকলো সমাজবাদী আৰু বিপ্লৱী দলৰ লোকৰ সক্ৰিয় সহযোগত ১৯০৫ চনৰ দৰে আকৌ এবাৰ এটা চভিয়েট গঢ়ি তুলিবলৈ উদ্যোগ হাতত ললে। বলচেভিক দলেই প্ৰথমে স্থানীয় পৰ্যায়ত এনে চভিয়েট গঢ়ি তোলাৰ প্ৰচেষ্টা প্ৰথমে আৰম্ভ কৰিলে। ইতিমধ্যে সমগ্ৰ নগৰখনেই বিপ্লৱী শ্ৰমিক আৰু সৈনিকসকলৰ দখলাধীন, ৰাজপথত বিপ্লৱী সেনা আৰু সশস্ত্ৰ শ্ৰমিক মিলিশিয়াৰ লোকসকলে শান্তি-শৃংখলা ৰক্ষা কৰিবলৈ আৰু সমাজবিৰোধী শক্তিবোৰৰ কাম-কাজ বন্ধ কৰিবৰ বাবে টহল দিয়া আৰম্ভ কৰিছে। বিপ্লৱী জনগণে চহৰৰ ৰাজপথত অনবৰত ভীৰ কৰি আছে।

এই পৰিস্থিতিতে বিপ্লৱী জনগণৰ মাজৰ পৰা বিপ্লৱক নেতৃত্ব দিবলৈ, আগবঢ়াই নিবলৈ চভিয়েট গঠনৰ প্ৰচেষ্টা আৰম্ভ হ'ল। ইয়াৰ বাবে মুকলি নিৰ্বাচন আৰম্ভ কৰা হ'ল। ডুমাৰ সমাজবাদী দলবোৰৰ সদস্য সকলেও ইয়াত ভাগ ললেহি। বিভিন্ন শ্ৰমিক নেতা, কাৰখানাবোৰৰ ধৰ্মঘট সমিতিৰ নেতাসকল, সকলো বিপ্লৱী ৰাজনৈতিক দলৰ কৰ্মকৰ্তাসকল আৰু বিপ্লৱী বুদ্ধিজীৱীসকলে এইবাৰ মিলিজুলি পেট্ৰোগ্ৰাড চভিয়েট গঠনৰ দিশত খৰতকীয়াকৈ আগবাঢ়িবলৈ ধৰিলে।

যেতিয়া ডুমাৰ বাকী বুৰ্জোৱা আৰু ৰক্ষণশীল সদস্যসকলে গম পালে যে বিপ্লৱী জনতাই আকৌ ১৯০৫ চনৰ দৰে চভিয়েট গঠনৰ কাম আৰম্ভ কৰিছে, তেওঁলোক ত্ৰস্ত হৈ উঠিল। তেওঁলোকে চিধাই ধৰি ললে যে এবাৰ গঠন হোৱাৰ পাছত এই পেট্ৰোগ্ৰাড চভিয়েটে ৰাজনৈতিক ক্ষমতা লাভ কৰাৰ চেষ্টা কৰিব। এই ক্ষেত্ৰত অৱশ্যে তেওঁলোকৰ বিশ্লেষণ সঠিক আছিল। গতিকে, ক্ষমতা বিপ্লৱী জনসাধাৰণ আৰু চভিয়েটৰ হাতলৈ যোৱাৰ আগতেই তৎকালে কিবা এটা কৰিব লাগিল। চভিয়েটক কেতিয়াও ক্ষমতা দখল কৰিবলৈ দিব নোৱাৰি। ডুমা এইবাৰ সক্ৰিয় হৈ উঠিল।

ডুমাৰ সদস্যসকলে ভি ভি চালগিনৰ নেতৃত্বত উদ্যোগ হাতত ললে। নিজে এখন নতুন চৰকাৰ গঠন কৰিবলৈ তেওঁলোক তেতিয়াও প্ৰস্তুত হোৱা নাছিল,

সেয়ে, ডুমাৰ সদস্য কিছুমানকৈ তেওঁলোকে এখন অন্তৰ্বৰ্তীকালীন সমিতি—প্ৰভিজনেল সমিতি গঠন কৰিলে। ডুমাৰ বিভিন্ন গোট, ৰাজনৈতিক দলবোৰৰ প্ৰতিনিধিসকলক এই সমিতিত ঠাই দিয়া হ'ল। আৰু এই প্ৰভিজনেল সমিতিৰ মাজেদিয়েই আত্মপ্ৰকাশ কৰিলে ৰুচ বিপ্লৱৰ ইতিহাসত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব লগীয়া এজন নেতাই। তেওঁৰ নাম হ'ল আলেকজেণ্ডাৰ কেৰেনেস্কি। ডুমাৰ 'লেবাৰ' গোটটোৰ সদস্য আছিল তেওঁ।

ডুমাৰ এই প্ৰভিজনেল বা অস্থায়ী সমিতিত বুৰ্জোৱা আৰু উদাৰনৈতিক বুৰ্জোৱা দলৰ প্ৰতিনিধিৰ সংখ্যাগৰিষ্ঠতা আছিল। বিভিন্ন দলৰ সদস্যসকল আছিল এনে ধৰণৰ, অধ্যক্ষ এম. ভি ৰডজিয়াংক' আছিল প্ৰগতিশীল ন জাতীয়তাবাদী গোটৰ, প্ৰিন্স লুৱঁ আছিল চেণ্ট্ৰিষ্ট গোটৰ, আই. ডিমিট্ৰুকভ আৰু এছ. আই. চিডলভস্কি আছিল অক্টোবৰিষ্ট দলৰ, এম. কাৰলুকেভ আছিল কোনো ৰাজনৈতিক দলৰ লগত জড়িত নথকা নিৰ্দলীয় সদস্য, ডুমাৰ প্ৰগতিশীল বোলা গোটটোৰ সদস্য আছিল তিনিজন, যথাক্ৰমে কনভালভ, ৰঝেভস্কি আৰু বুবলিকভ, কেডেট দলৰ আছিল দুজন—পি. এন. মিলয়ুকভ আৰু এন. ভি. নেক্ৰাচভ, মেনচেভিক দলৰ এম. এচ চেখিদজে আৰু লেবাৰ গোটৰ আলেকজেণ্ডাৰ কেৰেনেস্কি। ইয়াত বলচেভিক দলৰ কোনো সদস্য নাছিল। আটাইকেউজন বলচেভিক সদস্যই যুদ্ধৰ ঘোৰ বিৰোধিতা কৰাৰ বাবে চাইবেৰিয়াত নিৰ্বাসিত হৈ আছিল। তাৰোপৰি বুৰ্জোৱা দলৰ লগত কোনো ধৰণৰ আপোচমূলক মিত্ৰতা কৰাটো দলৰ নীতি বিৰোধী কথা আছিল।

ডুমাই এনেদৰে অন্তৰ্বৰ্তীকালীন বা অস্থায়ী সমিতি গঢ়ি তোলাৰ সময়ত আনফালে জাৰৰ মন্ত্ৰীসভাৰো বৈঠক বহিছিল। এই মন্ত্ৰীসভাৰ বৈঠকত মন্ত্ৰী-সকলে জাৰক আকৌ এবাৰ এখন নতুন গ্ৰহণযোগ্য চৰকাৰ গঠন কৰিবলৈ জৰুৰী আবেদন জনাইছিল। গোটেই দিনটো মন্ত্ৰীসকলে জাৰৰ পত্ৰ কিবা উত্তৰ আহেনেকি তাৰবাবে বাট চাই বহি আছিল। নাই, জাৰৰ কোনো উত্তৰ নাহিল। নতুন প্ৰধান মন্ত্ৰীৰে নতুন মন্ত্ৰীসভা জাৰে গঠন নকৰিলে। উপায়ন্তৰ হৈ নিশা হৈ অহাত এজন এজনকৈ মন্ত্ৰী ঘৰলৈ গ'লগৈ। ঘৰলৈ গৈয়েই বেছিভাগে ততাতৈয়াকৈ আত্মগোপন কৰিলে, লুকাবলৈ ধৰিলে। জাৰৰ মন্ত্ৰীসভাখনো কৰ্পূৰৰ উৰাদি চকুৰ আগতে পমি নাইকিয়া হৈ গ'ল।

দেশত চৰকাৰ নাইকিয়া হৈ পৰিল।

কোনে লব ক্ষমতা এতিয়া? ক্ষমতা লবলৈকে কোনো নাই। দেশত এক প্ৰচণ্ড ৰাজনৈতিক শূন্যতাই দেখা দিলে।

এই অৱস্থাত যথেষ্ট হোহকা-পিছলা কৰি কৰি, একান্ত অনিচ্ছা সত্ত্বেও অৱশেষত ডুমাৰ অস্থায়ী সমিতিয়েই এখন নতুন চৰকাৰ গঠন কৰিবলৈ আগবাঢ়ি

আছিল। কিন্তু, এই ডুমা সমিতিৰ সদস্যসকলৰ এই কাৰ্যৰ জোৰাব বৰ মন নাছিল। এওঁলোকৰ এটায়ে ভয় কৰিছিল যে তেওঁলোকে নতুন চৰকাৰ গঠন কৰিলে কিজানিবা জাৰৰ ক্ষতি হয়, ৰমানভ ৰাজবংশৰ শাসনৰ ওৰ পৰে, দেশত প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা হয়। আনহাতেদি আকৌ চৰকাৰ গঠন নকৰিলেও জনতাৰ বিদ্ৰোহে সকলো ওলট পালট কৰি দিয়াৰ সম্ভাবনা। সেয়ে অৱশেষত বহুত ভাবি চিন্তি নিজৰ শ্ৰেণীস্বাৰ্থ ৰক্ষাৰ শেষ প্ৰচেষ্টা হিচাপে তেওঁলোকে অস্থায়ী চৰকাৰ গঠন কৰাৰে সিদ্ধান্ত ললে। ৰাজধানীৰ সংগঠিত, বিপ্লৱী শ্ৰমিকসকলক তেওঁলোকে বৰ ভয় কৰে, চভিয়েটৰ প্ৰতিও প্ৰচুৰ ভীতি। চৰকাৰ গঠন কৰি কিজানিবা কেনেবাকে পৰিস্থিতি ৰক্ষা কৰিব পৰা যায়। ৰাজতন্ত্ৰ আৰু ৰমানভ বংশক ৰক্ষা কৰাৰ লগতে বিপ্লৱকো ভেটা দিব পৰা যায়।

ডুমাৰ অধ্যক্ষ ৰডজিয়াংক' আছিল এজন গোড়া ৰাজতন্ত্ৰী। জাৰৰ হাতৰ পৰা এনেদৰে ক্ষমতা লবলৈ ওলোৱা সময়ত তেওঁ অতি বিচলিত হৈ পৰিছিল। অধ্যক্ষ হিচাপে এই কামটো তেওঁৰ নেতৃত্বতে হ'ব লাগিব। তেওঁ বোলে সেই সময়ত তেওঁৰ সমৰ্থক সকলক কৈছিল, "মই বিদ্ৰোহী হ'ব নিবিচাৰো, মই বিদ্ৰোহী নহয়, মই কেতিয়াও কাকো বিপ্লৱ কৰিবলৈ উচটোৱা নাই আৰু এনে কৰিবও নিবিচাৰো। যদি সঁচাকৈয়ে বিপ্লৱ আৰম্ভ হৈছে, তেনে (জাৰে) আমাৰ কথা নুশুনাৰ কাৰণেহে আৰম্ভ হৈছে।...কিন্তু, মই বিপ্লৱী নহয়, মই সৰ্বোচ্চ কৰ্তৃত্বৰ (জাৰৰ) বিৰোধিতা নকৰো...আনহাতে আমি এতিয়া কি কৰিম? আঁতৰি দিম নেকি? আৰু ৰাচিয়াক চৰকাৰ নোহোৱা অৱস্থাত এৰি যাম! কিন্তু, ৰাচিয়া আমাৰ মাতৃভূমি! ৰাচিয়াৰ প্ৰতি আমাৰ একো দায়িত্ব নাই নেকি? কি কৰিম!"

অৱশেষত তেওঁৰ সতীৰ্থসকলে তেওঁক এজন বিশ্বাসী প্ৰজাৰ দৰে দেশৰ এই দুৰ্দিনৰ সময়ত ক্ষমতা লবলৈ সৈমান কৰিলে।[2]

ইতিমধ্যে মাৰ্চ মাহৰ ১২ তাৰিখৰ দিনা পেট্ৰোগ্ৰাড চভিয়েটৰ প্ৰথমখন বৈঠক বহিল।

চভিয়েট আৰম্ভ হ'ল।

বিভিন্ন সংগঠনৰ ২৫০ জন নেতাই ইয়াত অংশ গ্ৰহণ কৰিলে। প্ৰথমখন বৈঠকতে চভিয়েটৰ দৈনন্দিন কাম-কাজ পৰিচালনা কৰিবৰ বাবে এখন শক্তিশালী কাৰ্যকৰী সমিতি গঠন কৰিবলৈ সদস্যসকল সক্ষম হ'ল।

চভিয়েট আৰু ইয়াৰ কাৰ্যকৰী সমিতিত প্ৰথমৰ পৰাই মেনচেভিকসকলৰ সংখ্যাগৰিষ্ঠতা আৰু প্ৰাধান্য আছিল। এওঁলোকৰ এজন নেতা নিকলাই চেখিদজে সমিতিৰ প্ৰথম চেয়াৰমেন হিচাপে নিৰ্বাচিত হৈছিল। চেখিদজে তৃতীয় আৰু চতুৰ্থ ডুমাৰো সদস্য আছিল। মেনচেভিক দলৰ প্ৰাৰ্থী হিচাপে

বলশেভিকসকলৰ প্ৰতিনিধি হিচাপে তেওঁ তিফলিচ অঞ্চলৰ পৰা নিৰ্বাচিত হৈছিল। দুজন ডাইচ চেয়াৰমেনৰ এজন, মাটেভই স্কবেলভো আছিল এই দলৰে, আনজন ডাইচ চেয়াৰমেন আছিল আলেকজেণ্ডাৰ কেৰেনেস্কি। তেওঁ লেবাৰ গোটৰ সদস্য আছিল। কেৰেনেস্কি চভিয়েট আৰু অস্থায়ী সমিতি দুইটা সংগঠনৰে সদস্য আছিল আৰু তেওঁ দুইটাৰ মাজত যোগসূত্ৰৰ দৰে কাম কৰিছিল। চভিয়েটত বলচেভিক দলৰ সদস্যও আছিল যদিও তেওঁলোক আছিল সংখ্যালঘু।

পেট্ৰোগ্ৰাড চভিয়েটে নিজৰ কাম-কাজৰ বাবে এখন সংবিধানো গ্ৰহণ কৰিছিল। কিন্তু অলপ সময়ৰ পিছতে সামৰিক বাহিনীৰ প্ৰতিনিধিসকলক চভিয়েটত অন্তৰ্ভুক্ত কৰিবৰ বাবে এইখন সলাবও লগা হৈছিল। পেট্ৰোগ্ৰাড চভিয়েট তেতিয়া হৈ পৰিছিল পেট্ৰোগ্ৰাড শ্ৰমিক আৰু সেনা প্ৰতিনিধিৰ চভিয়েট— পেট্ৰোগ্ৰাড চভিয়েট অব ৱৰকাৰ্চ এণ্ড চলজাৰ্চ ডেপুটিজ।

এই চভিয়েটত বিপ্লৱৰ দুটা প্ৰধান শক্তি শ্ৰমিক শ্ৰেণী আৰু সেনাবাহিনীৰ মিলন ঘটাত অতি সোনকালেই ই এটা প্ৰচণ্ড ৰাজনৈতিক শক্তি হৈ পৰিবলৈ সক্ষম হৈছিল আৰু প্ৰথম দিনৰে পৰাই চভিয়েটে দেশৰ ৰাজনৈতিক ক্ষেত্ৰত উদ্যোগ লবলৈ আৰম্ভ কৰিছিল।

প্ৰথমেই চভিয়েটে নগৰখনৰ খাদ্যযোগান ব্যৱস্থা নিয়ন্ত্ৰণ কৰিবলৈ আগ বাঢ়িছিল। ৰাজধানীত সেইসময়ত মাত্ৰ দহদিনৰ খাদ্যশস্যহে মজুত আছিল, চাৰিওফালে অভাৱ অনাটনে দেখা দিবলৈ আৰম্ভ কৰিছেই, চভিয়েটে তৎকালে খাদ্যযোগান নিয়মীয়া কৰিবলৈ নগৰৰ বাহিৰৰ পৰা খাদ্য অনাৰ কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰিছিল আৰু জাৰৰ সম্ভাব্য আক্ৰমণৰ বিৰুদ্ধে নগৰখন ৰক্ষা কৰিবলৈ এক প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তোলাৰ চেষ্টা কৰিছিল।

চভিয়েটৰ মুখপত্ৰ হিছাপে 'ইজভেষ্টিয়া' নামৰ কাকতখনো পুনৰ প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছিল।

আনফালে অস্থায়ী সমিতিয়েও নিজাববীয়াকৈ কিছুমান কাম আৰম্ভ কৰাৰ চেষ্টা কৰিছিল।

তেওঁলোকে প্ৰথমেই সেনাবাহিনীক নিজৰ নিয়ন্ত্ৰণাধীন কৰিবলৈ চেষ্টা কৰিলে আৰু এই প্ৰশ্নটোতে অস্থায়ী সমিতি আৰু চভিয়েটৰ মাজত প্ৰথম বিৰোধৰো সূত্ৰপাত হ'ল।

বুৰ্জোৱাহঁতে সমিতিৰ জৰিয়তে আৰু জাৰ আমোলৰ সেনাপতিসকলৰ সহায়ত ৰুচ সেনা আৰু নৌ-বাহিনীক নিজৰ নিয়ন্ত্ৰণৰ অধীনলৈ আনিবলৈ এক আদেশ জাৰি কৰিলে। সেনাবাহিনীত কটকটীয়া নিয়ম-শৃংখলা ব্যৱস্থাৰ প্ৰৱৰ্তন, ইয়াৰ বাবে অবাধ্য সেনাক শাস্তিপ্ৰদানৰ ব্যৱস্থা আৰু বিশেষকৈ জাৰতন্ত্ৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰি ওলাই অহা সেনাসকলক নিজ নিজ ছাউনীলৈ উভতি গৈ লৈ অহা অস্ত্ৰ-শস্ত্ৰবোৰ বিষয়াসকলৰ হাতত জমা দিয়াৰ হুকুমেই এই

আদেশৰ প্ৰধান কথা আছিল। সেনাবাহিনীৰ বিষয়াসকলৰ বিশ্বাস অৰ্জন কৰিবৰ বাবে আগৰ কামাণ্ড ব্যৱস্থা অটুট ৰখা আৰু বিষয়াসকলৰ বিশেষ অধিকাৰ তথা সুবিধাবোৰো অপৰিৱৰ্তিত ৰখা হৈছিল। তাৰোপৰি, যুদ্ধ চলাই যোৱাৰ প্ৰয়োজনীয়তাৰ কথাও ইয়াত দোহৰা হৈছিল।

এই আদেশ ওলোৱাৰ লগে লগেই সেনাবাহিনীৰ মাজত হুলস্থুল লাগিল। পেট্ৰোগ্ৰাড দুৰ্গৰ সেনাসকল জ্বলিপকি উঠিল। তেওঁলোকে চভিয়েটক এই আদেশ ৰদ কৰাবলৈ হেঁচা দিলে।

চভিয়েটেও এইবাৰ অস্থায়ী সমিতিৰ কৰ্তৃত্ব উপেক্ষা কৰি নিজে ৰাজনৈতিক উদ্যোগ ললে। ইতিমধ্যে সেনা প্ৰতিনিধিয়ে ইয়াত যোগদান কৰিছেই। এতিয়া এই ব্যৱস্থা ব্যাপক আৰু চিৰস্থায়ী কৰি ৰুচ সেনাবাহিনী, প্ৰথমতে পেট্ৰোগ্ৰাডত থকা সেনাসকলক চভিয়েটৰ পক্ষলৈ লৈ অহাৰ ব্যৱস্থা কৰা হ'ল।

চভিয়েটৰ পৰা ঘোষণা কৰা হ'ল যে ৰুচ সেনাবাহিনীত জাৰৰ দিনৰ পৰা যিবোৰ বৈষম্যমূলক নীতি-নিয়ম চলি আহিছে, সেইবোৰ আৰু এতিয়া চলাই ৰাখিব নোৱাৰি। পৰিৱৰ্তিত পৰিস্থিতিত সেনাবাহিনীৰো নীতি নিয়মৰ পৰিবৰ্তন হ'ব। দেশৰ সকলো নাগৰিকে ভোগ কৰা মানৱীয় আৰু মৌলিক অধিকাৰবোৰ সেনাবাহিনীৰ সৈনিক আৰু নাৱিক সকললৈকো সম্প্ৰসাৰিত হোৱা উচিত। কেৱল মাত্ৰ সৈনিকৰ বেতন আৰু কাম কৰাৰ অৱস্থাৰ উন্নতি সাধন কৰাটো, বা কিছু উপৰুৱা সংস্কাৰ সাধন কৰাটোৱেই এতিয়া আৰু যথেষ্ট নহয়, সেনা সকলেও সকলোৰে দৰে সমমৰ্যাদা আৰু মানৱীয় অধিকাৰসমূহ ভোগ কৰিবলৈ পাব লাগিব।

এই অধিকাৰ নিশ্চিত কৰিবলৈকে এইবাৰ এখন আদেশ জাৰি কৰা হ'ল। চভিয়েটৰ পৰা জাৰি কৰা এই এক নং আদেশপত্ৰ (প্ৰিকাজ—নং ১) খন অস্থায়ী চৰকাৰেও বিপ্লৱী হেঁচাত মানি লবলৈ বাধ্য হ'ল। এই আদেশ জাৰি কৰাৰ লগে লগে চভিয়েটে চৰকাৰৰ ক্ষমতা নিজৰ হাতলৈ অনাৰ দৰে হ'ল, এই ক্ষেত্ৰত অন্ততঃ। চভিয়েট আৰু চৰকাৰৰ সম্পৰ্কই এইখিনিতে এটা নতুন মোৰ ললে। সেইদিনটো আছিল ১৪ মাৰ্চ। এই আদেশনামা খনত পোন প্ৰথমবাৰৰ বাবে ৰুচ সেনাবাহিনীত কেবাটাও বিপ্লৱী ব্যৱস্থা গঢ়ি তোলা হ'ল।

আদেশনামাৰ প্ৰথম দফাটোতে পেট্ৰোগ্ৰাড এলেকাৰ প্ৰতিটো সেনা আৰু নৌ-বাহিনীৰ গোটত সাধাৰণ সেনাসকলক নিজকে একোখন সমিতি নিৰ্বাচিত কৰিবলৈ কোৱা হ'ল আৰু প্ৰতিখন সমিতিৰ পৰা একোজনকৈ সদস্য নিৰ্বাচিত কৰি পিছদিনা পেট্ৰোগ্ৰাড চভিয়েটলৈ পুৱা ১০ বজাৰ ভিতৰত পোৱাকৈ পঠিয়াবলৈ কোৱা হ'ল। এই ব্যৱস্থাৰ জৰিয়তে সেনাবাহিনীক চভিয়েটৰ লগত সাঙুৰি পেলোৱা হ'ল।

দ্বিতীয় দফাত স্পষ্টকৈ কৈ দিয়া হ'ল যে এতিয়াৰ পৰা সকলো ধৰণৰ ৰাজনৈতিক কাম-কাজৰ সিদ্ধান্ত এই সমিতিবোৰেহে লব পাৰিব আৰু এইবোৰে পেট্রোগ্রাড চভিয়েটে লোৱা নীতিবোৰ ৰূপায়ণ কৰিব। যদি অস্থায়ী চৰকাৰে দিয়া কোনো নিৰ্দেশ, কোনো সিদ্ধান্ত চভিয়েটৰ নীতি আৰু সিদ্ধান্তৰ বিৰোধী হয়, তেন্তে সেনাবাহিনীয়ে সেইবোৰ নিৰ্দেশ পালন নকৰিব। চৰকাৰৰ যিবোৰ সিদ্ধান্ত চভিয়েটৰ নীতিৰ পৰিপন্থী নহয়, সেইবোৰহে সেনাবাহিনীয়ে পালন কৰিব।

সেনাবাহিনীৰ সমগ্ৰ অস্ত্ৰভাণ্ডাৰ—ৰাইফল, গোলাবাৰুদ, মেচিনগান, বৰ্মসজ্জিত যানবাহন আদি সকলো এই সমিতিৰ নিয়ন্ত্ৰণৰ অধীনত থাকিব আৰু কোনো পৰিস্থিতিতে সামৰিক বিষয়াসকলে এনে যুদ্ধৰ সামগ্ৰীবোৰ নিয়ন্ত্ৰণ কৰিব নোৱাৰিব।

কৰ্তব্যত থকা অৱস্থাত প্ৰতিজন সৈনিকে সামৰিক বাহিনীৰ সকলো নিয়ম-শৃংখলা মানি চলিব কিন্তু কৰ্তব্যত নথকা অৱসৰৰ সময়ত তেওঁলোকে সাধাৰণ নাগৰিক এজনে ভোগ কৰা সকলোখিনি অধিকাৰ সম্পূৰ্ণভাৱে ভোগ কৰিব।

অৱসৰৰ সময়ত—অৰ্থাৎ কৰ্তব্যত নথকা অৱস্থাত কোনো সৈনিকে ওপৰৱালা বিষয়াক চালাম দিব নালাগিব।

সাধাৰণ সৈনিকসকলে বিষয়াসকলক 'ইয়ৰ এক্সেলেন্সি—মহামহিম জন' বুলি সম্বোধন কৰাটো বন্ধ কৰা হ'ল। এতিয়াৰ পৰা বিষয়াসকলৰ পদমৰ্যাদা অনুসৰি মিষ্টাৰ কৰ্ণেল, মিষ্টাৰ জেনেৰেল বুলি সম্বোধন কৰিব।

কোনো সামৰিক বিষয়াই সাধাৰণ সৈনিকসকলক তুচ্ছাৰ্থক সম্বোধন—তই বুলি মাতিব (ইংৰাজীত দ্বিতীয় পুৰুষ এক বচনৰ—ডাউ) নোৱাৰিব। কোনো বিষয়াই সৈনিকসকলক বেয়া ব্যৱহাৰ কৰিব নোৱাৰিব।

চভিয়েটৰ এই নিৰ্দেশে সমগ্ৰ ৰুচ সেনাবাহিনীতে এক বৈপ্লৱিক পৰিস্থিতিৰ সৃষ্টি কৰিলে—পুৰণা জাৰৰ দিনৰ ৰুচ সেনাবাহিনীৰ গঠন ওলট-পালট হৈ গ'ল। অতি দ্ৰুতগতিত সেনাবাহিনী ৰাজনৈতিকভাৱে সচেতন আৰু সক্ৰিয় হৈ পৰিল আৰু সমিতিবোৰৰ জৰিয়তে নিজৰ কাম-কাজ পৰিচালনা আৰু চভিয়েটত যোগদানৰ জৰিয়তে দেশৰ ৰাজনীতিত সক্ৰিয় অংশগ্ৰহণ কৰিবলৈ আৰম্ভ কৰিলে। জাৰতন্ত্ৰী পৰম্পৰাৰ বান্ধোনৰ পৰা মুকলি হৈ পৰা সেনাবাহিনীক সমিতিবোৰৰ জৰিয়তে নকৈ বিপ্লৱী ঠাঁচত সংগঠিত কৰি পেলোৱা হ'ল। ইয়াৰ লগে লগে সেনাবাহিনীৰ ওপৰত বুৰ্জোৱা শ্ৰেণীৰ কৰ্তৃত্ব আৰু নিয়ন্ত্ৰণো শেষ হৈ গ'ল।

ইয়াৰ পিছতে ২৫ মাৰ্চৰ দিনা চভিয়েটৰ প্ৰস্তাৱত সেনাবাহিনীৰ পৰা মৃত্যু-দণ্ডৰ ব্যৱস্থা সম্পূৰ্ণভাৱে উঠাই দিয়া হ'ল।

যিকোনো বিপ্লৱতে সেনাবাহিনীৰ অন্তৰকলৰ সমৰ্থন লাভ কৰাটো বিজয়ৰ বাবে এটা গুৰুত্বপূৰ্ণ কথা। শাসকদলে সদায় শেহতীয়াকৈ সামৰিক বাহিনীৰ সহায়তৰেই জনতাৰ বিক্ষোভ, বিপ্লৱ দমন কৰে। আকৌ সেনাবাহিনীৰ ওপৰত নিয়ন্ত্ৰণ হেৰুৱাই পেলালে শাসকৰে পতন ঘটে। বিপ্লৱীসকলে বিপ্লৱ সফল কৰি ৰাষ্ট্ৰক্ষমতা দখল কৰিবলৈ হ'লে ৰাষ্ট্ৰৰ প্ৰহৰী বাহিনী সেনাবলক নিজৰ কৰায়ত্ত কৰিব পাৰিব লাগিব নাইবা নিজস্ব সেনাবাহিনী গঢ়ি তুলি শাসকৰ সেনাবাহিনীক ধ্বংস কৰিব পাৰিব লাগিব। ৰাছিয়াত বিপ্লৱী শক্তিবোৰে ৰুচ সেনাবাহিনীক, বিশেষকৈ প্ৰথমতে ৰাজধানী পেট্ৰোগ্ৰাড দুৰ্গৰ সেনাসকলক ৰাজনৈতিকভাৱে নিজৰ লগলৈ আনিবলৈ সক্ষম হ'ল, অকল এয়ে নহয়, জাৰতন্ত্ৰৰ উৎখাতৰ পাছতো বুৰ্জোৱাৰ নিয়ন্ত্ৰণৰ পৰা সেনাবাহিনীক চভিয়েটৰ লগলৈ আনিবলৈ সক্ষম হ'ল। পেট্ৰোগ্ৰাড দুৰ্গৰ সেনাসকলৰ সক্ৰিয় সহযোগিতা আৰু সমৰ্থন লাভ কৰাত পেট্ৰোগ্ৰাড চভিয়েট সেয়ে তৎকালে অতি শক্তিশালী হৈ পৰিল। এই সেনাসকলনো দৰাচলতে কোন? তেওঁলোক হ'ল প্ৰকৃততে ইউনিফৰ্ম পিন্ধা ৰুচ খেতিয়কহে। বিপ্লৱী শক্তিবোৰৰ মৈত্ৰী দৃঢ় হৈ আছিল।

এই সময়ত, যথেষ্ট শক্তিমান হোৱা সত্ত্বেও চভিয়েটৰ নেতাসকলে নিজে কিন্তু দেশৰ ক্ষমতা হাতত লোৱাৰ কথা ভবা নাছিল। এখন অস্থায়ী বিপ্লৱী চৰকাৰ গঠনৰ দিশত তেওঁলোকে আগবাঢ়িব খোজা নাছিল। বৰঞ্চ ডুমাৰ সদস্যসকলে যেতিয়া এখন অস্থায়ী চৰকাৰ গঠনৰ ঘোষণা কৰিছিল তেতিয়া চভিয়েটে ইয়াক আদৰণিহে জনাইছিল।

কিন্তু, চভিয়েটে নিজেনো ক্ষমতা গ্ৰহণ কৰিব খোজা নাছিল কিয়? কিয় সেই দেশত চৰকাৰ নাইকিয়া হৈ যোৱাৰ সুযোগতো এই দিশত চভিয়েটৰ নেতা-সকল আগবাঢ়িব খোজা নাছিল। এই বিষয়ে বিভিন্ন বিপ্লৱী নেতাসকলে পাছত দিয়া যুক্তিবোৰ আছিল এনে ধৰণৰ,—

চভিয়েটৰ বহুতো নেতাই ভাবিছিল যে ডুমাৰ হাতৰ পৰা যদি চভিয়েটে তেতিয়াই দেশৰ ক্ষমতা কাঢ়ি লবলৈ যায়, তেনেহ'লে বিদ্ৰোহী সেনাসকলৰ বহুতেই হয়তো ইয়াক সমৰ্থন নকৰিব। দেশৰ মানুহৰ মাজত, বিশেষকৈ চহৰীয়া পেটিবুৰ্জোৱা শ্ৰেণীৰ মাজত তেতিয়াও ডুমাৰ প্ৰতি আস্থা আৰু বিশ্বাস নোহোৱা নহয়। আৰু যিহেতু ডুমাই দেশৰ একমাত্ৰ নিৰ্বাচিত সংগঠন, লাগে সেই নিৰ্বাচন যেনেদৰেই নহওক লাগে, গতিকে চৰকাৰ গঠন কৰাৰ নৈতিক দায়িত্ব আৰু অধিকাৰ সেই সময়ত একমাত্ৰ ডুমাৰে আছে বুলি বহুতে বিশ্বাস কৰিছিল। এনে পৰিস্থিতিত চভিয়েটে ক্ষমতা দখল কৰাৰ চেষ্টা কৰিলে বিফল হোৱাৰ সম্ভাৱনা।

এনে কৰিলে দেশৰ প্ৰতিবিপ্লৱী সংগঠনবোৰহে অতি শক্তিশালী হৈ উঠিব, আৰু বিপ্লৱৰ ক্ষতি সাধন কৰিব। বিপ্লৱক ৰক্ষা কৰিবলৈকে এই নেতাসকলৰ মতে ডুমায়েই চৰকাৰ গঠন কৰা উচিত।

এখন সুস্থিৰ চৰকাৰ গঠন কৰিব নোৱাৰিলে দেশৰ জ্বলন্ত সমস্যাবোৰ সমাধান কৰিব পৰা নাযাব। আৰু এনে এখন চৰকাৰ গঠনৰ বাবে বুৰ্জোৱা আৰু উদাৰনৈতিক বুৰ্জোৱাসকলৰ সমৰ্থন প্ৰয়োজন। তেওঁলোকক বাদ দি এই কাম সমাধা কৰিব নোৱাৰি।

ডুমায়েই হ'ল একমাত্ৰ সংগঠন য'ত দেশৰ বুৰ্জোৱা শ্ৰেণী আৰু বিপ্লৱী জনতাক একত্ৰিত কৰি এক বহল ভিত্তিক জাতীয় চৰকাৰ গঢ়ি তুলিব পৰা যায়।

ইত্যাদি, ইত্যাদি।

কিন্তু মূল কাৰণটো এইবোৰ যুক্তিৰ মাজত নাছিল।

সমাজবাদী নেতাসকল, বিশেষকৈ সমাজ-গণতান্ত্ৰিক দলৰ মেনচেভিক নেতৃসকলে, লগতে আন বিপ্লৱী নেতাসকলে হাতত ইমান প্ৰচণ্ড ক্ষমতা থকা সত্ত্বেও চৰকাৰ গঠন কৰিব নোখোজাৰ গুৰি আছিল অন্যত, ই আছিল তেওঁলোকৰ তত্ত্বৰ মাজত। তেওঁলোকৰ সমাজ বিপ্লৱৰ তত্ত্ব আৰু আদৰ্শৰ মাজত সোমাই আছিল ইয়াৰ মূল শিপাডাল।

সকলোৱে একবাক্যে স্বীকাৰ কৰি আহিছিল যে ৰাছিয়াত যিটো আগন্তুক বিপ্লৱ হ'ব, চাৰিত্ৰৰ দিশৰ পৰা সি হ'ব এটা বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ। এনে বিপ্লৱ সম্পন্ন কৰাৰ পাছত দেশত সাংবিধানিক গণতন্ত্ৰৰ যুগ সৃষ্টি হ'ব। বিজয়ী বুৰ্জোৱাই এখন অস্থায়ী চৰকাৰ গঠন কৰিব আৰু দেশৰ এখন সংবিধান প্ৰণয়ন কৰিবৰ বাবে মুক্ত নিৰ্বাচনৰে এখন সাংবিধানিক বা কনষ্টিটিয়েণ্ট এচেম্বলী গঠন কৰিব। এই সাংবিধানিক সভাই দেশৰ বাবে সংবিধানখন প্ৰস্তুত কৰি উলিয়াব। তাৰ পাছত সেই সংবিধানত লিখা বিধি ব্যৱস্থামতে দেশত নিৰ্বাচন পাতি এখন নতুন গণতান্ত্ৰিক চৰকাৰ গঠন কৰা হ'ব। আৰু তেতিয়া, নতুন চৰকাৰ গঠন হোৱাৰ পাছত অস্থায়ী চৰকাৰে পদত্যাগ কৰিব। পৃথিৱীত বুৰ্জোৱা গণতন্ত্ৰৰ প্ৰতিষ্ঠাৰ ঐতিহাসিক নিয়ম এয়েই। মেনচেভিক আৰু আন বহুতো সমাজবাদীয়ে যান্ত্ৰিকভাৱে এই সূত্ৰকেই ৰাছিয়াত মানি চলিব বিচাৰিছিল। তেওঁলোকে ভাবিছিল যে যিহেতু এই বিপ্লৱ এক বুৰ্জোৱা বিপ্লৱ, গতিকে প্ৰথমে চৰকাৰ গঠন কৰাৰ দায়িত্ব আৰু অধিকাৰো বুৰ্জোৱা শ্ৰেণীৰহে। প্ৰথমে বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ সম্পূৰ্ণ কৰিব লাগিব। এই সময়ছোৱাত সৰ্বহাৰা শ্ৰেণী আৰু সমাজবাদী শক্তিবোৰে সচেতন বিৰোধীদলৰ ভূমিকা পালন কৰিব আৰু যেতিয়া বিপ্লৱ সম্পন্ন হ'ব তেতিয়া তেওঁলোকে সমাজবাদী বিপ্লৱৰ বাবে কুৰুকাৰাং কৰিব। অৰ্থাৎ দুইটা বিপ্লৱৰ মাজত এক সুস্পষ্ট সীমাৰেখা আৰু বিস্তীৰ্ণ কাল থাকিব। দুইটা বিপ্লৱক একাকাৰ কৰি সমাজবাদৰ দিশত এতিয়াই গতি কৰিব বিচৰাতো আপত্তিজনক কাম আৰু অহমিকাহে হ'ব। সৰ্বহাৰা শ্ৰেণীয়ে সময় হোৱাৰ আগতে ক্ষমতা দখলৰ প্ৰচেষ্টা চলালে সি ১৯০৫ চনৰ দৰেই বিফল হ'বলৈ বাধ্য হ'ব।

লেনিনে বাৰে বাৰে আঙুলিয়াই দিছিল যে ৰাচিয়াত বুর্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ চৰিত্ৰ আনৰ দৰে নহয়, আনত এই বিপ্লৱ সম্পন্ন কৰোঁতে বুর্জোৱাই আগভাগ লৈ নেতৃত্ব দিয়ে, কিন্তু ৰাচিয়াত এই কাম কৰিব লগা হৈছে—শ্ৰমিক সৰ্বহাৰা শ্ৰেণীয়ে, গতিকে বিপ্লৱৰ পাছৰ ক্ষমতাত এওঁলোকৰো স্বাভাৱিক হক বা অধিকাৰ আছে। কিন্তু, তেওঁৰ কথা তেতিয়া বাকীসকলে মানিব নিবিচাৰিলে। মেনচেভিকসকলে বুর্জোৱাৰ হাতত ক্ষমতা দি আঁতৰি দিবলৈ প্ৰস্তুত হ'ল।

কিন্তু, যিহেতু সৰ্বহাৰা আৰু সমাজবাদীসকল এতিয়া যথেষ্ট শক্তিশালী অৱস্থানত আছে সেয়ে তেওঁলোকে বুর্জোৱা ডুমাক চৰকাৰ গঠন কৰিবলৈ দিলেও এই চৰকাৰৰ ওপৰত নিজৰ নিয়ন্ত্ৰণ বজাই ৰাখিবলৈ, চৰকাৰী নীতিবোৰ নির্ধাৰণৰ বেলিকা হস্তক্ষেপৰ কর্তৃত্ব ৰাখিবলৈ স্থিৰ কৰিলে। পেট্ৰোগ্ৰাড চভিয়েটৰ জৰিয়তেই এই কাম কৰা হ'ব, চভিয়েটৰ নেতৃত্বত থকা মেনচেভিক নেতাসকলে ঠিৰাং কৰিলে।

সেই মতেই কাম আগবাঢ়িল।

ডুমা সমিতিৰ নেতাসকলৰ লগত চভিয়েটৰ মেনচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী দলৰ নেতাসকলৰ এক যুটীয়া বৈঠক বহিল। আগন্তুক অস্থায়ী চৰকাৰ গঠনৰ ক্ষেত্ৰত তেওঁলোকে কিছুমান নির্দিষ্ট নীতি আৰু কাৰ্যসূচীক ভিত্তি হিচাপে লৈ অস্থায়ী চৰকাৰ গঠনৰ বাবে সন্মত হ'ল। এইবোৰ আছিল এনে ধৰণৰ ঃ

সকলো ৰাজনৈতিক আৰু ধৰ্মীয় বন্দীক অবিলম্বে মুকলি কৰি দিয়া হ'ব। চাইবেৰিয়াত নিৰ্বাসিতসকল ঘৰলৈ বিনা বাধা-নিষেধেৰে উভতি আহিব পাৰিব। জাৰ চৰকাৰৰ পোতাশাল এনে বন্দীৰে ঠাহ খাই আছিল।

মানুহৰ কথা কোৱাৰ, প্ৰেছৰ—ছপা কৰাৰ অৰ্থাৎ বাতৰিকাকতৰ, সংগঠন গঢ়ি তোলাৰ, লগভাগ খোৱাৰ আৰু ধৰ্মঘট কৰাৰ অধিকাৰক স্বীকৃতি দিয়া হ'ব। এইবোৰ অধিকাৰৰ ওপৰত কোনো চৰকাৰী বাধানিষেধ নাথাকিব।

সামাজিক অৱস্থান, ধৰ্মীয় আৰু জাতিগত বৈষম্যমূলক যিবোৰ নীতি-নিয়ম প্ৰচলিত আছিল, আটাইবোৰ তৎকালে বাতিল কৰা হ'ব।

জাৰৰ কুখ্যাত পুলিচ বাহিনী ভংগ কৰি দিয়া হ'ব আৰু ইয়াৰ ঠাইত গণ মিলিচিয়া গঠন কৰা হ'ব।

সাৰ্বজনীন আৰু সমান ভোটাধিকাৰৰ ভিত্তিত দেশৰ স্থানীয় নিকায় আৰু স্বায়ত্তশাসিত সভাবোৰলৈ নিৰ্বাচিত হ'ব আৰু কৰিব পৰা অধিকাৰ সকলো নাগৰিকক দিয়া হ'ব। জাৰ আমোলত নিৰ্বাচনী নীতিতো বৈষম্য আছিল, বিভিন্ন শ্ৰেণীৰ লোকৰ ভোটৰ অধিকাৰ আৰু মূল্য সমান নাছিল।

অস্ত্ৰ উৎপাদন ব্যৱস্থা একেদৰেই থাকিব আৰু বিপ্লৱত অংশগ্ৰহণ কৰা পেট্ৰোগ্ৰাড দুৰ্গৰ, নগৰৰ সেনাসকলক ৰাজধানীতেই ৰখা হ'ব।

দেশৰ ভৱিষ্যতৰ ৰাজনৈতিক ব্যৱস্থা গঢ়ি তুলিবৰ বাবে এখন সংবিধান প্ৰণয়ন কৰিবলৈ দেশত সাৰ্বজনীন, সমান, প্ৰত্যক্ষ আৰু গোপন ভোটাধিকাৰ ব্যৱস্থাৰ জৰিয়তে এখন সাংবিধানিক সভা—কনষ্টিটিয়েণ্ট এচেম্বলী গঢ়ি তুলিবলৈ তৎকালে পদক্ষেপ লোৱা হ'ব।

এই দাবীবোৰ ডুমা সমিতিৰ সদস্যসকলে সহজেই মানি লৈছিল কাৰণ ভালদৰে চালে দেখা যাব যে আটাইবোৰ দাবীয়েই মূলতে হ'ল বুৰ্জোৱা বিপ্লৱৰ দাবী। এইবোৰে বুৰ্জোৱাক ক্ষতিটো নকৰেই বৰঞ্চ সহায়হে কৰিব, গতিকে এইবোৰ মানি লোৱাত তেওঁলোকৰ বিশেষ অসুবিধা নহ'ল। মেনচেভিক আৰু চচিয়েল ৰিভলিউচনেৰী নেতাসকল বদ্ধ পৰিকৰ যে তেওঁলোকে প্ৰথমে বুৰ্জোৱা বিপ্লৱ সম্পূৰ্ণ কৰিবই, বুৰ্জোৱাকে ক্ষমতা এৰি দিব, নিজে নলয়। অন্ততঃ আগলৈ তেওঁলোক নাযায়। তেওঁলোকে বিপ্লৱৰ জয়োল্লাসৰ মাজত প্ৰথম ক্ষমতা পোৱাৰ মাদকতাত পাহৰি গ'ল যে তেওঁলোক নিজে সমাজবাদীহে, বুৰ্জোৱা নহয়। কিন্তু, তথাপিও এই ঐতিহাসিক আপোচ বা কম্প্ৰমাইজৰ মাজেৰে অস্থায়ী চৰকাৰ গঠন কৰোতে লগতে সচৰাচৰ বুৰ্জোৱা বিপ্লৱত নঘটা যিটো ঘটনা ঘটিল, সেইটো হ'ল চভিয়েটৰ জন্ম। বিপ্লৱী জনতা আৰু সেনাবাহিনীৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠা এই চভিয়েটৰ শক্তিক কোনেও উপেক্ষা কৰিব নোৱৰা হ'ল আৰু চভিয়েটেও প্ৰথমৰ পৰাই ৰাজনৈতিক উদ্যোগ লৈ অস্থায়ী চৰকাৰৰ ওপৰত নিজৰ প্ৰভাৱ খটুৱাবলৈ ধৰিলে। ফলত বিপ্লৱৰ পাছত দেশত এটাৰ ঠাইত ক্ষমতাৰ দুটা কেন্দ্ৰৰ সৃষ্টি হ'ল—এটা হ'ল বুৰ্জোৱাৰ অস্থায়ী চৰকাৰ, আনটো বিপ্লৱীৰ চভিয়েট। দেশত এইদৰে দ্বৈতক্ষমতাৰ আত্মপ্ৰকাশে বিপ্লৱৰ গতি আৰু চৰিত্ৰকে সলাই দিলে। জন্মলগ্নৰে পৰা বুৰ্জোৱা চৰকাৰ দুৰ্বল হৈ পৰিল। ইয়াৰ পাছৰ ইতিহাস হ'ল এই দুই ক্ষমতাকেন্দ্ৰ—দুই শ্ৰেণীৰ মাজৰ সংগ্ৰামৰ ইতিহাস। যি নহওক, এই বুজাবুজিৰ মাজেৰে অৱশেষত ১৫ মাৰ্চত চৰকাৰ গঠন হ'ল। এই প্ৰথম অস্থায়ী চৰকাৰখনৰ চৰিত্ৰ ভালদৰে বুজি পাবলৈ হ'লে এই চৰকাৰ গঠন কৰা নেতাসকলৰ বিষয়ে কিছু কথা জনাটো ভাল।

চৰকাৰৰ প্ৰধানমন্ত্ৰী আৰু আভ্যন্তৰীণ বিভাগৰ (গৃহ) মন্ত্ৰী আছিল প্ৰিন্স লুৱেণ্ড। তেওঁ আছিল এক প্ৰাচীন অভিজাত জমিদাৰ আৰু সৰ্বৰুচিয়া জেমষ্টভ ইউনিয়নৰ প্ৰধান। মূলতেই তেওঁ আছিল ৰাজতন্ত্ৰত বিশ্বাসী আৰু প্ৰগতিবিৰোধী লোক।

কেডেট দলৰ নেতা পি. মিলিউকভ আছিল বৈদেশিক মন্ত্ৰী।

সেনা আৰু নৌ-বাহিনীৰ মন্ত্ৰী আলেকজেণ্ডাৰ গুচকভ আছিল ৰক্ষণশীল অক্টোব্ৰিষ্ট দলৰ সদস্য। তেওঁ আছিল এজন বৃহৎ বুৰ্জোৱা, মস্কোৰ কেবাটাও বিৰাট বিৰাট ব্যৱসায়ী প্ৰতিষ্ঠানৰ মালিক আৰু বহুতো বৃহৎ জইণ্ট ষ্টক কোম্পানীৰ পৰিচালনা সমিতিৰ সদস্য।

যোগাযোগ বিভাগৰ মন্ত্ৰী এন. ভি. নেক্ৰাচভ আছিল এজন অধ্যাপক, নগৰৰ পৌৰপতি আৰু এজন নামজ্বলা জমিদাৰ। তেওঁ কেডেট দলৰ সদস্য আছিল।

ব্যৱসায় আৰু উদ্যোগ মন্ত্ৰী এ. আই. কন্‌ভালভ্‌ আছিল নিজে এজন ডাঙৰ উদ্যোগপতি, কাৰখানাৰ মালিক, এজন লেখত ল'ব লগা জমিদাৰ আৰু মস্কো নগৰীৰ ব্যৱসায়ী সন্থাৰ উপ সভাপতি। তেওঁ আছিল ডুমাৰ প্ৰগতিবাদী—প্ৰগ্ৰেচিভ্‌ট গোটৰ প্ৰতিনিধি।

বিত্তমন্ত্ৰী এম. আই. টেৰিচ্‌চেংকো ৰাচিয়াৰ সৰ্ববৃহৎ কোটিপতি চেনি ব্যৱসায়ী।

কেডেট দলৰ পৰা হোৱা শিক্ষামন্ত্ৰী এ মেনুইলভ আছিল ৰাজনৈতিক অৰ্থনীতি বিভাগৰ এজন অধ্যাপক। একেদলৰ পৰাই কৃষিমন্ত্ৰী হৈছিল এ. চিংগাৰেভ। ন্যায়মন্ত্ৰীৰ পদবী পোৱা আলেকজেণ্ডাৰ কেৰেনেস্কি আছিল পেশাত এজন আইনজ্ঞ—বেৰিষ্টাৰ। তেওঁ ডুমাৰ 'লেবাৰ' গোটটোৰ সদস্য আছিল। আন এজন মন্ত্ৰী ভি. লৱেওঁ আছিল বৰ গিৰ্জাৰ লোক—হ'ল চিনডৰ তেওঁ আছিল মুখ্য প্ৰকিউৰেটৰ। আন এজন মন্ত্ৰী গডনভ আছিল কাজান বিশ্ববিদ্যালয়ৰ প্ৰবক্তা। মন্ত্ৰীসভাখনৰ গঠনৰ পৰাই এই কথা ফট্‌ফটীয়া হৈ ওলাই পৰে যে এইখন বৰ বৃহৎ বুৰ্জোৱা আৰু জমিদাৰহঁতৰ এখন চৰকাৰ। দেশত সুদূৰ প্ৰসাৰী সংস্কাৰ অনাৰ ক্ষেত্ৰত এই চৰকাৰৰ সীমাবদ্ধতা গঠনৰ মাজতে নিহিত আছে।

অস্থায়ী চৰকাৰখন বিভিন্ন আদৰ্শৰ, বিভিন্ন মতবাদৰ মানুহেৰে ভৰি আছিল, তাৰোপৰি প্ৰথমৰ পৰাই পেট্ৰোগ্ৰাড চভিয়েটে ইয়াৰ কাম-কাজ নিয়ন্ত্ৰণ কৰিবলৈ আৰম্ভ কৰিছিল। গতিকে চৰকাৰখনে এবাৰলৈকো সুস্থিৰভাৱে কাম কৰাৰ সুবিধাও পোৱা নাছিল।

আনফালে বিপ্লৱৰ বিকাশৰ লগে লগে পেট্ৰোগ্ৰাড চভিয়েটৰ গঠনো সলনি হৈ আহিছে। প্ৰতিদিনেই নতুন নতুন গোটে ইয়াত যোগদান কৰিছে আৰু ফলত ইয়াৰ সংবিধানবো সালসলনি কৰিব লগা হৈছে। আনফালে দেশৰ বিপ্লৱী পৰিস্থিতি দিনৰ পাছত দিন সলনি হৈ গৈ আছে। এনে পৰিবেশত চভিয়েট আৰু অস্থায়ী চৰকাৰৰ মাজত সুস্থিৰ সম্বন্ধ গঢ়ি উঠাটোও সম্ভৱ নাছিল।

ইতিমধ্যে পেট্ৰোগ্ৰাড নগৰীৰ বিপ্লৱৰ খবৰ ৰাচিয়াৰ সকলো ফালে বিয়পি পৰিছে। সমগ্ৰ দেশ জুৰি এইবাৰ বিপ্লৱৰ জোৱাৰ উঠিবলৈ আৰম্ভ কৰিলে—জাৰতন্ত্ৰৰ বিৰুদ্ধে জাগি উঠিল সাধাৰণ জনতা। ইউৰোপৰ পৰা চাইবেৰীয়ালৈ, উত্তৰৰ তুষাৰাবৃত অঞ্চলৰ পৰা দক্ষিণৰ এচিয় অঞ্চললৈকো বিপ্লৱৰ জোৱাৰ উঠি আহিল। ১৩ মাৰ্চৰ দিনাই মস্কো নগৰীত সাধাৰণ ধৰ্মঘট আৰম্ভ হ'ল। ধৰ্মঘটকাৰী শ্ৰমিকৰ ওপৰত জাৰ চৰকাৰৰ সেনাই গুলি

ক্ৰমশ কাৰলে। কিন্তু বিপ্লৱী জনতাৰ জোৱাৰক চৰকাৰে বাধা দি ৰাখিব নোৱাৰিলে, চাওঁতে চাওঁতে জনতাই মস্কোৰ গৱৰ্ণৰ, মেয়ৰ, মস্কো দুৰ্গৰ কামাণ্ডাৰ সকলোকে গ্ৰেপ্তাৰ কৰিলে আৰু সমগ্ৰ নগৰখন বিপ্লৱী জনতাৰ দখলাধীন হৈ পৰিল।

এখনৰ পিছত এখন নগৰলৈ বিপ্লৱৰ অগ্নি বিয়পি পৰিল। এপ্ৰিল মাহত ৰাজভাগলৈ সমগ্ৰ ৰাচিয়াৰ পৰা জাৰতন্ত্ৰৰ চিনচাব নাইকিয়া হৈ পৰিল। মানুহে সকলো ঠাইৰ পৰা জাৰতন্ত্ৰৰ প্ৰতীক চিহ্ন দুমুখীয়া ঈগলবোৰ নমাই পেলালে, ভাঙি পেলালে সকলো জাৰতন্ত্ৰৰ অৱশেষ। স্বৈৰতান্ত্ৰিক শোষণ নিৰ্যাতনৰ ঘাটি স্বৰূপ পুলিচ চকীবোৰৰ ওপৰত জনতাৰ ক্ষোভ ফাটি পৰিল। এটাৰ পাছত এটাকৈ পুলিচ চকী জ্বলিবলৈ ধৰিলে। জাৰৰ পুলিচবোৰে ভেশচন কৰি ইউনিফৰ্ম দলিয়াই পলাবলৈ আৰম্ভ কৰিলে। কিছুমান জাৰতন্ত্ৰী পুলিচে বিপ্লৱী জনতাৰ ওপৰত গোপন ঠাইত লুকাই গুলিয়ালে, বহু নিৰপৰাধী লোক ৰাজপথত বাগৰি পৰিল। জনতাই এইবাৰ পুলিচ পালেই গ্ৰেপ্তাৰ কৰিবলৈ ধৰিলে, যি বিলাক প্ৰাক্তন পুলিচৰ লোক আৰু বিষয়াৰ হাতত বন্দুক-বাৰুদ পোৱা গ'ল, সিহঁতক ঠাইতে গুলিয়াই মৰা হ'ল। জাৰতন্ত্ৰী প্ৰতিক্ৰিয়াৰ শেষ দুৰ্গ পুলিচবাহিনীও বিপ্লৱী জোৱাৰত খেৰকুটা উটাদি উটি গ'ল।

বিপ্লৱৰ এই মহোৎসৱৰ সময়ত জাৰে কি কৰিছিল ?

জাৰৰ অনিশ্চিত ভাগ্য লৈ ডুমা আৰু অস্থায়ী চৰকাৰৰ নেতাসকলৰ মাজত ইতিমধ্যে প্ৰচণ্ড আলাপ-আলোচনা চলিছে। তেওঁলোকে এতিয়াও যিকোনো উপায়েৰে ৰাচিয়াত ৰাজতন্ত্ৰ আৰু ৰমাণ'ভ বংশৰ শাসন বচাই ৰাখিব খোজে। স্বৈৰতান্ত্ৰিক, সৰ্বময় ৰাজতন্ত্ৰৰ ঠাইত ইংলেণ্ডৰ আৰ্হিৰ এক সাংবিধানিক ৰাজতন্ত্ৰ তেওঁলোকে মানি লব। কিন্তু ৰাজতন্ত্ৰ একেবাৰে নিশ্চিহ্ন কৰি দি এখন প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠাৰ কথা তেওঁলোকে কল্পনা কৰিব নোৱাৰে। সাংবিধানিক হ'লেও ৰাজতন্ত্ৰৰ অস্তিত্বই বিপ্লৱৰ মাজত তেওঁলোকৰ নিজস্ব শ্ৰেণীগত অস্তিত্ব ৰক্ষা কৰাৰো এক প্ৰতীক হৈ পৰিল। হ'ব—সাংবিধানিক জাৰ থাকিলেও হ'ব—মুঠতে জাৰ থাকিব লাগে। আৰু যিহেতু মানুহে বৰ্তমানৰ জাৰ নিকলাচকহে ঘৃণা কৰে গতিকে তেওঁক সিংহাসনৰ পৰা আঁতৰ কৰি পুতেকক জাৰ পাতিব লাগে, আৰু ভায়েকক পাতিব লাগে তত্ত্বাৱধায়ক-ৰিজেণ্ট, জাৰৰ পুত্ৰ সাবালক নোহোৱালৈকে। এইটো আগৰে পৰিকল্পনা আছিল। এতিয়া ডুমা আৰু অস্থায়ী চৰকাৰৰ নেতাসকলে আকৌ এবাৰ এই প্ৰচেষ্টাৰে ৰাচিয়াত ৰাজতন্ত্ৰ ৰক্ষাৰ চেষ্টা চলালে। কেডেট দলেও সাংবিধানিক ৰাজতন্ত্ৰৰ কথাত বৰকৈ আপত্তি নকৰিলে।

গুচকভ আৰু চালগিন নামৰ ডুমাৰ দুজন ৰক্ষণশীল সদস্যক সকলোৱে লগ লাগি জাৰৰ ওচৰলৈ প্ৰেৰণ কৰিলে।

ইতিমধ্যে লেনক বিপ্লৱৰ পৰা ৰক্ষা কৰিবলৈ জাৰক সিংহাসন ত্যাগ কৰিবলৈ বহুতো সামৰিক কামাণ্ডাৰে টেলিগ্ৰামেৰে অনুৰোধ কৰিছে, বহুতে মুখেৰেও জাৰক ক'লে। অৱশেষত জাৰে সিংহাসন এৰিবলৈ বাধ্য হ'ল। কিন্তু তেওঁ ৰুচ ৰাজতন্ত্ৰৰ নিয়ম আৰু পৰম্পৰা ভংগ কৰি পুতেকক সিংহাসন নিদি ভায়েক গ্ৰেণ্ড ডিউক মাইকেলকহে নতুন জাৰ হিছাপে মনোনীত কৰিলে। তেওঁ হয়তো ভাবিছিল যে যিহেতু এই কাম বৈধ নহ'ব, গতিকে পাছত সুবিধা পালে তেওঁ সিংহাসন আকৌ দখল কৰিব পাৰিব। কিন্তু, জাৰৰ সমৰ্থকসকলৰ বহুতেই এইটো মানি লবলৈ সন্মত নহ'ল। যদিও বহুতে বিপ্লৱক বাধা দিবলৈ ইয়েই কামত আহিব বুলি ভাবিছিল, কিন্তু বহুতেই ইয়াক মানি নললে। গ্ৰেণ্ড ডিউক মাইকেলেও সিংহাসনত বহিবলৈ অস্বীকাৰ কৰিলে।

ফলত জাৰতন্ত্ৰই শেষ হৈ থাকিল। ৰাচিয়াৰ ৰজা নাইকিয়া হ'ল। ৰমাণ'ভ বংশৰ শাসনৰ ওৰ পৰিল।

ইয়াৰ পিছতে জাৰে অস্থায়ী চৰকাৰলৈ খবৰ পঠালে যে তেওঁ তেওঁৰ পৰিয়াল লৈ ইংলেণ্ডলৈ যাব খোজে, তাৰবাবে চৰকাৰে ব্যৱস্থা কৰিব লাগে। এই কথা গম পোৱাৰ লগে লগে পেট্ৰোগ্ৰাড চভিয়েটৰ সদস্যসকল জ্বলি উঠিল। তেওঁলোকে চৰকাৰে কি কৰে তালৈ বাট নাচাই নিজৰ ফালৰ পৰা জাৰৰ দেশত্যাগ বন্ধ কৰিবলৈ নিৰ্দেশ দিলে। ৰেলশ্ৰমিকসকলক চভিয়েটে জাৰৰ ৰেল বন্ধ কৰিবলৈ নিৰ্দেশ দিলে। এই কাৰ্য্যৰ দ্বাৰা পেট্ৰোগ্ৰাড চভিয়েটে প্ৰথমবাৰৰ বাবে চৰকাৰক অৱজ্ঞা কৰি নিজৰ ফালৰ পৰা আদেশ জাৰি কৰিলে। ৰাচিয়াৰ ৰাজনীতিত এক নতুন দিশৰ সূত্ৰপাত হ'ল।

ইতিমধ্যে জাৰ আৰু তেওঁৰ পৰিয়ালক গ্ৰেপ্তাৰ কৰা হ'ল। এটা যুগৰ যৱনিকা পৰিল।

বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱ সম্পন্ন হ'ল।

ৰাচিয়াত ৰাজতন্ত্ৰ শেষ হৈ গ'ল।

বিশাল মহাদেশখনৰ চৌদিশে সাধাৰণ মানুহ জাগি উঠিল। এটা যুগ শেষ হ'ল, আৰম্ভ হ'ল আন এটা যুগৰ।

এইবাৰ ইতিহাসৰ চকৰি ঘূৰিব সমাজতন্ত্ৰ-সমাজবাদী বিপ্লৱৰ দিশত আৰু এই কিতাপৰ পৰৱৰ্তী খণ্ডত আমি দেখিবলৈ পাম এই প্ৰক্ৰিয়াৰে উত্তেজনাময় আৰু ৰোমাঞ্চকৰ কাহিনী,

পৃথিৱীৰ যুগ পৰিৱৰ্তনৰ ইতিহাস··

—ঃ*ঃ—